নতুন পোহৰত

# অসমীয়া সাহিত্যৰ বুৰঞ্জী

'ইতিহাসেই মুঠতে প্ৰকৃত কবিতা। স্বৰূপভাৱে
'বাখানিলে সত্যতা উপন্যাসতকৈও সুন্দৰ।'

—কাৰ্লাইল্

ডিম্বেশ্বৰ নেওগ

ষষ্ঠ সংস্কৰণ, ১৯৯৩

শুৱনী প্ৰকাশ
গুৱাহাটী, অসম

অসমীয়া কাব্য-প্ৰতিভা ১৯৩৪, ১৯৫২
আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী, ১৯৩৬
অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি, ১৯৪০
অসমীয়া কথা-প্ৰতিভা, ১৯৫২
একত্ৰিত।

শ্ৰী ডি এচ্ মিত্ৰ
জি কে প্ৰিণ্টিং ৱাৰ্কচ
২৬-এ, টাউনসেণ্ড ৰোড, কলিকতা-২৫
দ্বাৰা মুদ্ৰিত।

# আগকথা

## সাহিত্য-চৰ্চা আৰু সাহিত্য-চৌৰ্য সম্পৰ্কে

অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পঞ্চম সংস্কৰণ উলিয়াবৰ আশাৰ জিলিঙনিত মনত বিমল আনন্দ লাগিছে। এই শুভ মুহূৰ্তত দুকুৰি বছৰৰ আগৰ দুখ-সুখৰ সোঁৱৰণ মনলৈ আহিছে। দীনবন্ধু এণ্ড্ৰুজৰ সভাপতিত্বত ১৯২৩ ৰ ছেপ্তেম্বৰত বহা অসম ছাত্ৰ সন্মিলনৰ অষ্টম বাৰ্ষিক অধিৱেশনৰ বাবে লিখা "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি" ৰচনাই ইয়াৰ মূল ভেটি। তাৰ পাছত সেই সন্মিলনৰ মুখপাত এই লেখকৰে সম্পাদিত "মিলন"ৰ চতুৰ্থ বছৰৰ গোনৰ তিনি সংখ্যাত ধাৰাবাহিকভাৱে প্ৰকাশিত প্ৰবন্ধ স্বৰূপে সেই বছৰৰ উৎকৃষ্ট সাহিত্য ৰকঙনি বুলি লাভ কৰা প্ৰতিযোগিতামূলক কৃষ্ণপ্ৰসাদ সোঁৱৰণি পদক সুযোগ্য-সকলৰ প্ৰশংসাৰ ওপচনি প্ৰথম অনুপ্ৰেৰণা।

স্বৰ্গীয় দেৱেন্দ্ৰনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী প্ৰভৃতিৰ এই বিষয়ৰ আলোচনা আগত থাকিলেও যাইকে পুৰণি পুথি আৰু আলোচনীবোৰৰ পৰা লেখেৰি মুটাঁলি আমাৰ এই বুৰঞ্জীৰ প্ৰথম সঁজুলি গোটাইছিলোঁ। তাৰ পাছত নগাঁৱৰ দান-বীৰ 'চন্দ্ৰধৰ বৰুৱা সোঁৱৰণি পুঁজিৰ পৰা ১৯৩২ আৰু ১৯৪০ ত যেতিয়া যথাক্ৰমে 'আধুনিক অসমীয়া পদ্য আৰু গদ্যৰ সংগ্ৰহ' আৰু ১৯৩৫ ত "আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী" ৰচনাৰ প্ৰতিযোগিতাত তিনিওবাৰ প্ৰথম স্থান অধিকাৰ কৰি ২৫০ টকাকৈ বঁটা পাই তিনিওখন পুথি ছপা-পিছাকৈ উলিয়াবৰ সুবিধা পাওঁ সেইবোৰো এই ক্ষুদ্ৰ জীৱনৰ একোটি মাহেন্দ্ৰ ক্ষণ বুলি ভাবোঁ।

১৯১৫-১৬ ৰ পৰা অতি যতনেৰে আমি যিবোৰ আপুৰুগীয়া পুৰণি আলোচনী গোটাইছিলোঁ সেইবোৰেই আমাৰ এইকেইটি সাহিত্যিক প্ৰচেষ্টা ফলৱতী কৰাৰ মাই গুৰি। কিন্তু আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী ৰচনাৰ বাবে আমি আন আন বিশেষ যত্ন কৰিব লগা হৈছিল। তাৰ ভিতৰত বিচাৰি বিচাৰি শেষত নগাঁও কাছাৰীত পোৱা মোফাট মিলছৰ *Report on the Administration of Assam*, আন আন ঠাইৰ পৰা এডৱাৰ্ড গেইটৰ *A short Account of the Rise and Progress of Journalism in the Assam*

*Valley, Report of the progress of Historical Research in Assam 1897*, যোৰহাটত হোৱা আমেৰিকাৰ বেপটিষ্ট মিশ্যনৰ শত বাৰ্ষিকী প্ৰদৰ্শনিৰ পৰা *Assam Mission's Nawgaon Jubilee (18th to 29th December, 1886) Publications 1887 These Seventy five years, 1912* যোৰহাট মিশ্যনৰ কাৰ্বী পৰিয়ালৰ পৰা ব্ৰাউনৰ *Notes on Assamese Grammar*, শিৱসাগৰ মিশ্যনৰ পৰা ব্ৰাউন-দম্পতী আৰু ব্ৰন্সনৰ প্ৰতিকৃতি, আৰু অসম গৱৰ্ণমেন্টৰ ছেক্ৰেটেৰীয়েটৰ পৰা ছাৰ জৰ্জ কেম্বেলৰ অসমীয়া ভাষা অসমৰ স্কুল আদালতত পুনৰ সংস্থাপন বিষয়ক *Resolution* আৰু আনুষঙ্গিক মূল কাকত পত্ৰবোৰ ঘাই।

কোৱা বাহুল্য এইবোৰ অনুসন্ধানৰ বাবে ৰাজ্যপালন বা ৰাজহুৱা সহায় সহানুভূতি যে নাছিলেই, গাঁঠিৰ ধন ভাঙিও এইবোৰ যোগাৰ কৰাত বিশেষ কষ্ট ভুগিব লগা হৈছিল। এই বহুমূলীয়া কিতাপ-কাকতবোৰ নিশ্চয় কোনেও মোক হাত এৰি নিদিছিল মিলছৰ কিতাপৰ টোকা নগাঁও উকিল অফিছত বহি আনবোৰ কিতাপ গৰাকিসকলৰ ঘৰত বহি বেপটিষ্ট শত বাৰ্ষিকীৰ কিতাপবোৰৰ বেপটিষ্ট স্কুলৰ বাৰান্দাত মাটিত বহি কাৰ্বী পৰিয়ালৰ কিতাপৰ তেওঁলোকৰ বঙলাত বহি আৰু অসম গৱৰ্ণমেন্টৰ ছেক্ৰেটেৰীয়েটৰ কাকত পত্ৰৰ নথীবোৰৰ টোকা দিনৰ পাছত দিনকৈ তেওঁলোকৰ অফিছত কেৰেনীৰ কাষত বহি টুকি আনিব লগা হৈছিল। এইখিনি কামত যি কষ্ট আৰু অৰ্থ-ব্যয় হৈছিল তাক তেনেদৰে তেতিয়া ভবা হলে সেইবোৰ কাম কেতিয়াও হৈ নুঠিল হেঁতেন।

১৯৪০ ত আমাৰ "অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি' ওলায়। নানা জঞ্জালৰ বাবে বৈষ্ণৱ যুগৰ আটাইবোৰ পুথি আৰু সেই সম্পৰ্কে সকলো মতামত পঢ়ি চালি-জাৰি চাব পৰা নাছিলো আৰু কোনো আশঙ্কা নকৰি পূৰ্ববৰ্তী দেৱেন্দ্ৰনাথ বেজবৰুৱা হেমচন্দ্ৰ গোস্বামী প্ৰভৃতিৰ মতত হয়ি-ভৰ দি লিখিছিলো। পাছত লাহে লাহে যেতিয়া সেই পুথিবোৰ আৰু তাৰ বিষয়ে পূৰ্ববৰ্তীসকলৰ মতামত চালি-জাৰি চাবৰ সকাহ পালো তেতিয়া আমাৰ সেই পৰ-নিৰ্ভৰতা যে ভুল আৰু অন্যায় হৈছিল তাক বুজিব পাৰিলো। গতিকে আমাৰ ১৯৪০ ত ওলোৱা চমু আৰু ১৯৫৬ ত ওলোৱা বহল অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু ১৯৬২ ত প্ৰকাশিত *New Light on History of*

*Asamiya Literature* ত আমি ক্ৰমে ক্ৰমে সেই ভুলবোৰ শুধৰাই আনিছো। এতেকে সেই পূৰ্ববৰ্তীসকলৰ লগত আমাৰ মতৰ মিলতকৈ অমিলেই অধিক।

পাছত “অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী” বুলি ১৯৫৭ ত ওলোৱা এখন কিতাপলৈ দুই-চাৰিজন ডেকা বন্ধুৱে আমাৰ দৃষ্টি আকৰ্ষণ কৰে। কিতাপখন মেলি চাই দেখোঁ তাৰ পাতনিত আৰু প্ৰমাণ পঞ্জীত আমাৰ প্ৰকাশিত কিতাপ কেইখনৰ নাম নিলগকৈ উনুকিয়ালেও স্বৰূপতে সি আমাৰ (১) আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী’, ১৯৩৭ (২) ‘অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভূমুকি” ১৯৪০ (৩) “অসমীয়া সাহিত্যৰ বুৰঞ্জী” (চমু) ১৯৪৭, আৰু (৪) “অসমীয়া সাহিত্যৰ বুৰঞ্জী” (বহল) ১৯৫৬ পুথিকেখনৰ “চমু” তাণ্ডৱৰ্ণ বুলিব পাৰি। উক্ত পুথিৰ ৮ পিঠিত অসমীয়া সাহিত্যৰ যুগ-বিভাগ যাইকৈ আমাৰ (৩) পুথিৰ যুগ বিভাগ হুবহু। তদুপৰি আমাৰ (২) পুথিৰ নিজা উপ-বিভাগবোৰ আমাৰ নিজ নামকৰণে সৈতে তাত লৈছে।—

| | |
|---|---|
| অঃ সাঃ বুৰঞ্জীত ভূমুকি, ১৯৪০ | অঃ সাঃ চমু বুৰঞ্জী, ১৯৫৭ |
| ২৩ পিঃ প্ৰাক-বৈষ্ণৱ কবিসকল | ৩৩ পিঃ প্ৰাকবৈষ্ণৱ কবিসকল |
| ৩০ অনাবৈষ্ণৱ কবিসকল | ৫৫ ” অনাবৈষ্ণৱ কবিসকল |
| ৯৬ ” অন্যান্য গদ্য লেখকসকল | ১১২ ” অন্যান্য লেখকসকল |
| ৯৭ চৰিত-সাহিত্য আৰু বংশাৱলী | ১১৩ বংশাৱলী আৰু চৰিত সাহিত্য |
| ৯৮ ” বুৰঞ্জী সাহিত্য | ১১৭ বুৰঞ্জী সাহিত্য |

অকল একেখন কিতাপৰ পৰাই নহয় আমাৰ আন কিতাপ’ৰো উপবিভাগবোৰ নামকৰণে সৈতে যথাক্ৰমে আৰু একদৰেই আছে :—

| | |
|---|---|
| আধুনিক অঃ সাঃ বুৰঞ্জী ১৯৩৭ | অঃ সাঃ চমু বুৰঞ্জী ১৯৫৭ |
| ১৭ পিঃ আমেৰিকাৰ বেপটিষ্ট মিশ্যন্ সমাজৰ যত্ন | ১১৯ পিঃ আমেৰিকাৰ বেপটিষ্ট মিশ্যন্ সমাজৰ আগমন |
| ৩৭ ” আধুনিক অসমীয়া সাহিত্যৰ প্ৰকৃত বাট-দেখাওঁতাসকল | ১২৬ ” আধুনিক অসমীয়া সাহিত্যৰ, বাট দেখুৱাওঁতা সকল |
| ৫৬ ” পুৰণি সাহিত্যৰ পুনৰ্প্ৰচাৰ | ১৩০ ” পুৰণি সাহিত্যৰ পুনৰ্প্ৰচাৰ |
| ১১০ ” আধুনিক অসমীয়া কথা-বীতিৰ ক্ৰমোন্নতি | ১৪১ ” অসমীয়া আধুনিক কথা-সাহিত্য |
| ১৫৪ ” অসমীয়া উপন্যাস | ১৫২ ” অসমীয়া উপন্যাস |

| | |
|---|---|
| ১৪২ পিঃ আধুনিক অসমীয়া নাট্য সাহিত্যৰ উৎকৰ্ষ | ১৫৮ পিঃ আধুনিক অসমীয়া নাট্য-সাহিত্য |
| ১৬৩ " আলোচনী আৰু বাৰ্তাৰ কাকতবোৰৰ ইতিবৃত্ত | ১৬১ " অসমীয়া আলোচনী সাহিত্য |

ভাগ উপবিভাগবোৰ আমাৰ নামকৰণে সৈতে একে হোৱাৰ উপৰিও আলোচনাৰ বাবে লেখকসকলৰ যি ক্ৰম আৰু মূল আমি নিজে কৰি লৈছিলোঁ, তাৰে সৈতেও হুবহু একেদৰে ঃ—

| আধুনিক অ সা বুৰঞ্জী ১৯৩৭ | অ সাঃ চমু বুৰঞ্জী ১৯৫৭ |
|---|---|
| ২৫-৩৬ পিঃ নেথন ব্ৰাউন মাইলছ্ ব্ৰন্সন, নিধি ফাৰৱেল | ১২৩ ২৩ পি. নেথন ব্ৰাউন, মাইলছ্ ব্ৰন্সন নিধি ফাৰৱেল |
| ৩৭ ৪৩ পিঃ যাদুৰাম, হলিৰাম মণিৰাম কাশীনাথ হৰকান্ত | ১২৪ ২৫ পিঃ যাদুৰাম, হলিৰাম, মণিৰাম কাশীনাথ হৰকান্ত |
| ৪৩ ৫৬ পিঃ আনন্দৰাম গুণাভিৰাম, হেমচন্দ্ৰ | ১২৬ ২৯ পি আনন্দৰাম হেমচন্দ্ৰ গুণাভিৰাম |
| ৬৭-৬৮ পিঃ বঘুদেৱ, গোপীনাথ ললিতচন্দ্ৰ, পূৰ্ণকান্ত | ১৩১ পিঃ ৰঘুদেৱ, গোপীনাথ, ললিতচন্দ্ৰ পূৰ্ণকান্ত |
| ৬৮ ৭৫ পিঃ ৰমাকান্ত বলদেৱ, কমলাকান্ত ভোলানাথ, ৰত্নেশ্বৰ | ১৩২ ৩৪ পিঃ ৰমাকান্ত বলদেৱ, কমলাকান্ত, ভোলানাথ ৰত্নেশ্বৰ |
| ৭৯ ৮৫ পিঃ চন্দ্ৰকুমাৰ লক্ষ্মীনাথ, হেমচন্দ্ৰ | ১৩৬-৪০ পিঃ চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ, হেমচন্দ্ৰ |
| ৯০ ৯৩ পিঃ যতীন্দ্ৰ, বজ্ৰকান্ত অম্বিকা, পদ্মধৰ সিংহদত্ত, দণ্ডিনাথ, সূৰ্যকুমাৰ, ভিম্বেশ্বৰ, দৈবচন্দ্ৰ বিনন্দ | ১৪৫-৪৯ পিঃ যতীন্দ্ৰ, অম্বিকা, বজ্ৰকান্ত, সিংহদত্ত দণ্ডিনাথ, সূৰ্যকুমাৰ দৈবচন্দ্ৰ, পদ্মধৰ, বিনন্দ, ভিম্বেশ্বৰ |

ভাগ-উপবিভাগ মূল, ক্ৰম, আলোচনা আদিৰ উপৰিও তালৈখিন বাক্যৰ শব্দ, গঠন আদিও হুবহু একে ঃ—

| অঃ সাঃ বুৰঞ্জীত ভূমিক, ১৯৪০ | অঃ সাঃ চমু বুৰঞ্জী ১৯৫৭ |
|---|---|
| ১৬ পিঃ ১৪-১৮ শাঃ—"ডাকৰ জীৱনীও আঠ অন্ধকাৰেৰে ঢকা অলৌকিক ভাব আৰু কল্পনাৰে | ২১ পিঃ ১৯-২০ শাঃ "ডাক নামৰ মানুহজনৰ বিষয়ে ইমানবিলাক লোকবিশ্বাস জড়িত আছে যে সেই |

এনেদৰে অতিৰঞ্জিত যে তাৰ পৰা প্ৰকৃত ঘটনা বাছি উলিওৱা টান।"

১৫ পিঃ ২৪ শাঃ "বঙালী সাহিত্যিকসকলৰ মতে ডাক গুৱালৰ লৰা।"

১৫ পিঃ ১০ শাঃ "বঙালী সাহিত্যিকসকলে ডাকক "বঙ্গৰ সক্ৰেটিস"

১৫ পি ২০ ২৪ শাঃ 'ডাক বুলি যে কোনো লোক বিশেষ নাছিল আৰু সকলোৱে ডাক বা কোৱা কথাই যে ডাক পুৰুষৰ কল্পনাৰ মূল"

ৰহস্যজাল ভেদ কৰা টান।"

২১ পিঃ ২০-২১ শাঃ "বঙালী আদিৰ পুথি অনুসৰি ডাক গোৱালৰ লৰা।"

২১ পিঃ ২১-২২ শাঃ "ডাঃ দীনেশ সেনে তেওঁক পুৰৱ চক্ৰেটিচ বুলিছে।"

২৩ পিঃ ৬ ৮ শাঃ "ডাক নামৰ এজন মানুহ আছিল নে নাই, সেইটো সন্দেহৰ কথা। ডাক নামৰ এজন পুৰুষ নাছিল বুলি ধৰি ললে তেওঁৰ বচনবোৰ মানুহৰ মনৰ পৰা জন্ম হোৱা যেন লাগে।"

আকৌ, অকল বাক্য শব্দ-গঠন আদিতেই নহয় আমি আমাৰ কিতাপত বিশদ আলোচনাৰ পাছত যি সিদ্ধান্ত বা বিচাৰত উপনীত হৈছো সিও হুবহু সেই কিতাপত বিনা স্বীকৃতিৰে ঠাই পাইছে ঃ—

"অঃ সাঃ বুৰঞ্জীত ভুমুকি", ১৯৪০
১০১ পিঃ ৪-৬ শাঃ "আনন্দ ফুকনৰ পিছতে বৰ্ত্তমান অসমীয়া সাহিত্যৰ অতি আদৰৰ, অতি শ্ৰদ্ধাৰ আটাইতকৈ ওখ মুগমীয়া আসনখনি হেমচন্দ্ৰৰ, তাত সন্দেহ নাই।"

"আধুনিক অঃ সাঃ বুৰঞ্জী" ১৯৫৬
৫৪ পিঃ ৭-২০ শাঃ "চৰ্কাৰী কামৰ পৰা অৱসৰ হোৱাৰ পিছত ১৮৮২ চনত গুৱাহাটীৰ লোক লগ লাগি "আসাম নিউজ" নামে এখন ইংৰাজী অসমীয়া সাপ্তাহিক বাতৰি-কাকত উলিয়ায়, আৰু হেমচন্দ্ৰ বৰুৱাই তাৰ সম্পাদক

"অঃ সাঃ চমু বুৰঞ্জী" ১৯৫৭
১২৮ পিঃ ২২-২৩ শাঃ "স্বৰূপতে আনন্দৰাম ফুকনৰ পিচতে অসমীয়া সাহিত্যৰ অতি ওখ মুগমীয়া আসনখনি হৈছে হেমচন্দ্ৰ বৰুৱাৰ।"

"অঃ সাঃ চমু বুৰঞ্জী", ১৯৫৭
১২৮ পিঃ ১৬-২০ শাঃ "চৰ্কাৰী কামৰ পৰা অৱসৰ লৈ ১৮৮২ চনত গুৱাহাটীৰ পৰা তেওঁ "আসাম নিউজ" নামৰ ইংৰাজী-অসমীয়া সাপ্তাহিক বাতৰি-কাকত উলিয়াইছিল। এই কাকত ১৮৮৫ চনলৈকে চলাই আছিল। ইয়াৰ গ্ৰাহকৰ সংখ্যা ১০০ জন আছিল।

হৈ চলায়। ১৮৮৫ সনৰ জুলাই মাহত “আসাম নিউচ” ওলাবলৈ ধৰে। এই কাকতৰ নশ মান গ্ৰাহক আছিল। স্বৰূপতে বৰ্ত্তমান অসমীয়া ৰচনা-ৰীতি আৰু বৰ্ণবিন্যাসৰ প্ৰকৃত আহি দাঙি ধৰে এই কাকতেই, আৰু পিছৰ 'জোনাকী' যুগৰ পোহৰ বিলাওঁতাসকলৰ উজ্জ্বল আদৰ্শও এই কাকতেই।”

অসমীয়া ৰচনা ৰীতি আৰু বৰ্ণ বিন্যাসৰ আহি এই কাকতেই দাঙি ধৰে।”

১৩১ পিঃ ১৬ ১৯ শাঃ “কিন্তু ইংৰাজী সাহিত্যত যেকনৰ দৰে চুটি জ্ঞানগৰ্ভ বাক্যেৰে লিখা সত্যনাথৰ সুলিখিত গদ্যৰ বৈশিষ্ট্য নিশ্চয় অসমীয়া সাহিত্যলৈ লেখৰ দান।”

১৫১ পিঃ ১২ ১৩ শা “বেকনৰ দৰে চুটি চুটি সাৰগৰ্ভ বাক্যেৰে লিখা তেওঁৰ ৰচনাসমূহ স্বৰূপতে বৈশিষ্ট্যপূৰ্ণ।”

“অঃ সাঃ বুৰঞ্জীত ভূমুকি” ১৯৪০ ৬০ পিঃ ৬-৮ শাঃ “ৰাম সৰস্বতী আৰু অনন্ত কন্দলি একেজন কবি বুলি অনেকে আগেয়ে প্ৰমাদত পৰিছিল। এনে হবৰ কাৰণ কেবাটাও। ৰাম সৰস্বতীৰ দৰে অনন্ত কন্দলিৰো ঘৰ হাজোত দুয়ো ৰামুণ পৰম শঙ্কৰ-সেৱক, আৰু অতি প্ৰতিভাশালী সমসাময়িক বৈষ্ণব-লেখক।”

“অ সাঃ চমু বুৰঞ্জী', ১৯৫৭ ৯০ ৯১ পিঃ “ৰাম সৰস্বতী আৰু অনন্ত কন্দলি একেজন মানুহ বুলি আগতে ভবা হৈছিল এই কাৰণ সমূহ হৈছে (১) দুয়ো জাতিত-ব্ৰাহ্মণ (২) দুয়ো সমান প্ৰতিভা শালী আৰু দুয়ো সমসাময়িক (৩) দুয়ো শঙ্কৰ ভক্ত (৪) দুয়োৰে জন্মস্থান একে।'

আলোচনা আৰু আলোচনাৰ ক্ৰম সাৰাংশ আদি হুবহু একে দৰে ঃ—

আধুনিক অঃ সাঃ বুৰঞ্জী ১৭-১৭৮ পিঃ = “অঃ সাঃ চমু বুৰঞ্জী” ১১৯-১৬৫ পিঃ

অঃ সাঃ বুৰঞ্জীত ভূমুকি ১৪-১৮ পিঃ = “অঃ সাঃ চমু বুৰঞ্জী” ২১-২৭ পিঃ

অঃ সাঃ বুৰঞ্জী, ১৯৫৬, ১২২-৪৪ পিঃ = “অঃ সাঃ চমু বুৰঞ্জী” ১৬-২১ পিঃ

*The Copyright Act 1957* অনুসৰি "Copyright is the exclusive right secured by law to an author or his assigns to multiply and dispose of copies of an intellectual or artistic creation whether by mechanical reproduction or public presentation The social interest in copyright lies in the adjustment of two objectives the encouraging of individuals to intellectual labour by assuring them of just rewards and the securing of the largest benefits from their produces" আইনৰ এই উদ্দেশ্য আৱশ্যকীয় সজ আৰু মহৎ পাছে দুৰ্ভাগ্যক্ৰমে ইয়াৰ মৰ্য্যাদা ৰক্ষাত আৱশ্যকীয় তৎপৰতা পোৱা নহয়।

কোনোৱে কব পাৰে বোলে আখৰে আখৰে গোটেই কেইখন কিতাপ নকল কৰা হোৱা নাই . কিন্তু আইন সেই বিষয়তো সুস্পষ্ট। "Can there be infringement without exact reproduction? In fact the court has never allowed a defendant to evade the provisions of the statutes by merely altering the form of the words in the original work It has been assumed that a colourable imitation is an infringement of copyright within the meaning of the Act, presumably on the ground that to forbid the making of copies in any material form necessarily involves the prohibition of colourable imitation, especially in view of the fact that the act proceeds to declare that such imitations are deemed to be the property of the owner of the work infringed"

এখন বা আটাইকেখন কিতাপৰ অলপ-অলপহে মিলিছে বুলিলেও নহয়, সেই 'অলপখিনিও 'বহুত' হব পাৰে বুলি আইনৰ তীক্ষ্ণ দৃষ্টি আছিল ঃ "The question whether the part taken is substantial is one fact. In judging this question the value as well as the quantity taken must be considered, for if a vital part of a book has been taken for use in another publication, although such part constitutes but a small proportion of the entire text, the sale of another's original work may be prejudiced, and the court will not look merely at

isolated passages, but will consider the two works as a whole to see whether there has been such prejudicial infringement For the same reason the use of even a small portion of an author's work will be restrained, if it is used in a work which competes the author's work, or with a work which the author may publish in the future, or if the user complained of tends to vulgarise the author's work"

গোটেই কিতাপখন নকৰি তাৰ আঁচনি নকল কৰিলেও সৰ্বস্বত্ব আক্ৰমণ কৰা হয় আৰু অপ্ৰকাশিত কিতাপৰো সৰ্বস্বত্ব আছে : "Copyright is no doubt the sole right to produce or reproduce a work which is capable of being the subject of copyright production, or any substantial part thereof in any material from whatsoever But the right to reproduce is enough to sustain copyright Actual reproduction is not necessary much less profits by reproducing the plan Even unpublished works have copyright."

সাহিত্যৰ বুৰঞ্জীৰ আঁচনি আদিৰ যে কথাই নাই, এনেকি আইনৰ টীকা-টীপ্পনিৰ স্বত্বও আইনে ৰক্ষাৰ উপায় দিছে : "There is copyright in a commentary on an Act with introduction, notes etc. which can be infringed where whole passages or the actual words had been taken in many instances, and an injunction could then be granted. Court will protect even the fifth rate originality required in such commentaries "

তেনেস্থলত আমাৰ কিতাপৰ সকলো কথাই যে খাটে তাৰ বাবে আইনৰ পৰাই উদ্ধৃত কৰা হল : "Whatever similarity in the scheme of the book, arrangement of topics, headings, phrases, conclusions, criticisms, common mistakes, idioms etc. would be proof of copying and infringement of copyright is a matter for determination in the light of evidence in each case."

[illegible]

ৰচনাৰ পৰা কথাবোৰ "চয়ন" কৰি লিখাতে উদ্ধৃতিসমূহো মূল কথাবোৰ আমাৰ 'সৃষ্টি' নহয় , তাৰ বিষয়েও আইন সজাগ আছিল : "In the case of works not original in the proper sense of the term, but prepared from materials which are open to all, the principle is that a person is not at liberty to use or avail himself of the labour which another has bestowed for the purpose of producing his works , that will be taking away the result of another man's labour or, in other words, his property, and colourable imitation of another's work could also be covered by an injunction."

অকল ইমানেই নহয় ওপৰত তুলি দিয়া উদ্ধৃতিবোৰে আখৰে আখৰে সৰ্বস্বত্ব আইন ভঙ্গ কৰা দেখুৱায় : 'The collocation and phraseology of the previous works if copied substantially, will not only be an infringement but will be nonetheless an infringement if some words etc are altered in order to bring about a colourable variation ingeniously and purposely in the collocation and phraseology in order to camouflage and hide the copying and plagiarism "

সাহিত্য ৰচনাৰ কথাই নাই, অভিধানবো আঁচনি, ক্ৰম আদি আইনে সৰ্বস্বত্ব ভিতৰত ধৰিছে : "In the case of a dictionary a man is not allowed to appropriate for himself arrangement, sequence, order, idioms etc. employed by another using his brains, skill and labour " "Copyright extends to all literary works covering works in print and writing irrespective of the quality or style"

কিন্তু এই আইনৰ উদ্দেশ্য জ্ঞানৰ প্ৰচাৰ বাধিত কৰা বা "to close all the avenues of research and scholarship and all frontier of human knowledge" নহয় [illegible] সাহিত্য-চুৰিৰ বাবা দি প্ৰকৃত অনুবাদ-সংকলক হৈছে [illegible]। আমি আইনৰ সকলো উদ্ধৃতি দিলো এই কাৰণেই। অসমীয়া সাহিত্যত এনে অপকৰ্ম কৰা আমি আগতেও অনেক বাৰ দেখুৱাই আহিছো। এই সম্পৰ্কত [illegible] [illegible] পূৰ্বে ইংৰাজী [illegible] (১৯১৪-২৭) আৰু পাছত অসমৰ বিশ্ববিদ্যালয়ৰ মোহন বসু, কলিকতা আৰু

মাদ্ৰাজ শাখাৰ সুবিখ্যাত পৰিচালক ৰেমণ্ড গফিনৰ অভিজ্ঞতাপূৰ্ণ কথা কেইটিমান মন কৰিব লগীয়া। "কটনিয়ান" কাকতৰ ১৯২৬ ৰ ৩৮ ক্ৰমাঙ্কৰ সংখ্যাত তেওঁ লিখিছে—"There is one underlying principle which is at the basis of all publishing, that of copyright This fundamental right of property in literary ideas and their expressions is often ignored by the ordinary person who is not an author himself The self-respecting "man in the street" who would scorn to purloin, say, some one else's fountain pen, is too often curiously blind to the equivalent act of taking some published work of another and using it for his own purposes literary pirates Now, fortunately the scope of this fundamental law of literary property receives almost universal acknowledgement"

কিন্তু ইমানৰ সত্ত্বেও আমাৰ বুৰঞ্জীৰ স্বত্ব অপহৃত দাবী স্বীকৃত নহ'ল এতিয়া আমি সেইদেখি বিশ্ব-বিবেকৰ বহল ন্যায়ালয়ত সেই গোচৰ উপস্থাপিত কৰিছোঁ।

## সাহিত্য গৱেষণাত ৰঞ্জন-বৰ্জনৰ ব্যৱহাৰ

সাহিত্য বুৰঞ্জীৰ চৰ্চাও বিজ্ঞান আৰু আন আন বিজ্ঞানৰ দৰে হয়তো শেষ সিদ্ধান্ত বোলা এটা কথা যে হব নোৱাৰে তাক এতিয়া আমি নিজ অভিজ্ঞতাৰ ভিতৰেদি দেখা পাইছোঁ। আমাৰ "আধুনিক" আৰু "ভূমুকি" দুখন আগৰ দৰেই ছপাই উলিয়াবলৈ বিশ্ববিদ্যালয়ৰ শিক্ষক আৰু ছাত্ৰ বহুতেই আমাক এতিয়াও অনুৰোধ কৰে, তেওঁলোকে সেই দুখন পুথি পোনতে লিখা বাবেই সহজ আৰু সৰল দেখি হয়তো তাৰ সোৱাদ পাহৰিব পৰা নাই বুলিব খুজিছোঁ। কিন্তু আমাৰ পক্ষৰ পৰা তাক আগৰ দৰেই ছপাই উলিওৱা সম্ভৱপৰ কিয় নহয়, তাক বহলাই কবলৈ নলাগে বুজোৱা টান। "ভূমুকি"খন লিখোঁতে আমি আলোচ্য পুথি আটাইবোৰ নিজে পঢ়ি চাবৰ সুবিধা নাপাই কিছুমান বিষয়ে পূৰ্ববৰ্তী হেম গোস্বামী আৰু দেবেন্দ্ৰ বেজবৰুৱাৰ বিচাৰৰ ওপৰত ভিৰ দি মন্তব্য কৰিছিলোঁ। পাছত যেতিয়া আমি নিজে সেইবোৰ পুথি-পাঁজি বিচাৰি চালোঁ, সেইসকলৰ, সেই পাতকে আমাতো, পূৰ্বৰ বিচাৰৰ

মাজত ইয়াৰ গজালি মেলিছিল আগতে তাৰ এটি আভাস দিহে সেই জাতিৰ সাহিত্যৰ আলোচনা আৰম্ভ কৰিব পৰা হয়, যুগ-ধৰ্ম আৰু সমসাময়িক ঘটনাৰ পৰম্পৰা আদিৰ কথা তাৰ উপৰিও নিশ্চয় আছে। এনে সকলোবোৰ বিষয়ৰ আভাস দিবলৈ যাওঁতে ইয়াৰ পূৰ্বৰ অসমীয়া সংস্কৰণৰ "পাততনি"খনেই এখন সুকীয়া গ্ৰন্থৰ সমান বুজন হল। তদুপৰি জুলছ্ ব্লখ আৰু সুনীতি চেটাৰ্জী উভয়ৰ উপদেশ মানি ইংৰাজী সংস্কৰণ অসমীয়া সাহিত্যৰ যাতে গদ্য-পদ্যৰ বাচকবণীয়া চানেকিযুক্ত সাহিত্য-কোষো হয় তেনে কৰিছিলোঁ আৰু ইয়াৰ অসমীয়া সংস্কৰণটিও তেনে কৰা হল। জুলছ্ ব্লখৰ বিতোপন যুক্তি : 'আপোনাৰ মতামত নিশ্চয় অধিকাৰিত্বসম্পন্ন হব কিন্তু পঢ়ুৱৈৰ বাবে চকুৰে দেখা প্ৰমাণ নাথাকিব যদি আপুনি কিতাপখন বৰ ডাঙৰ নহবৰ বাবে উদ্ধৃতিবোৰ এতিয়া বাদ দিব খোজে। এনেবোৰ বিবেচনা কৰি অসমীয়া সংস্কৰণ সম্পাদন কৰোঁতে সিও অতিশয় বুজন হৈ উঠিল : তাৰ ফলত আমাৰ অনিচ্ছা সত্ত্বেও বুৰঞ্জীখনৰ বেচ সৰ্বসাধাৰণৰ বাবে অলপ অতিৰিক্ত যেন হল।

এতিয়া এই তাঙৰণত আমি কেইটামান সুবিধা পাইছোঁহঁক। 'দেশ, জাতি আৰু ভাষাৰে অসমৰ চিনাকি' বুলি ১৯৪৪ৰ আগভাগত বম্বেৰ তোৰা কম্পেনীয়ে আমাৰ ইংৰাজী কিতাপ এখন প্ৰকাশ কৰিছিল। সেইখন ভালেমান বছৰৰ আগতে দুষ্প্ৰাপ্য হোৱাত এতিয়া অসম দেশ, অসমীয়া ভাষা আৰু লিপিৰ বুৰঞ্জী তিনিওখনি পুনৰ মান্দ্ৰাজৰ পৰা ইংৰাজীত একেলগে ছপা হৈ ওলাইছে। ইয়াৰ অসমীয়া তাঙৰণ এটি আমি সোনকালে উলিয়াবৰ যত্ন কৰিছোঁ। এতেকে প্ৰায় চাৰিকুৰি পিঠি জোৰা আগৰ "পাততনি"-খনি আমি সম্প্ৰতি এৰুৱাই থব পৰা হলোঁ। তদুপৰি আমাৰ অসমীয়া সাহিত্যৰ অবয়ব পুথিখনও ইয়াৰ ভিতৰতে ছপা হৈ ওলাল, অসমীয়া পদ্য-গদ্যৰ বাচকবণীয়া চানেকিখিনিৰ সাহিত্য-কোষৰূপে তাত কিছুমানে ঠাই পোৱাত এই সাহিত্য বুৰঞ্জীখনিত সেইখিনি উদ্ধৃতিৰ আওঁজিয়াই দি এৰিব পৰা হল। গতিকে যৎপৰোনাস্তি এই সংস্কৰণ অন্ততঃ পূৰ্বৰ সংস্কৰণতকৈ সুলভ কৰিবৰ যত্ন কৰা হৈছে ভিতৰুৱা গুণখিনি অটুট ৰাখি।

আমাৰ যোৱা চতুৰ্থ তাঙৰণৰ সাহিত্য-বুৰঞ্জীখন ওলোৱাৰ পাছত আন সৰু-সুৰা কেইখনমান কিতাপ ছপা হৈছে, তাত প্ৰকাশক ৰূপে আৰু সাহিত্য-বুৰঞ্জী-লেখক ৰূপে আমাৰ বিষয়ে কৰা আন্তৰিক সহানুভূতিসূচক

মন্তব্যবোৰৰ বাবে আমি কৃতজ্ঞ। সেই কিতাপ কেখনৰ প্ৰসঙ্গত বাতৰি-কাকতত ওলোৱা মতামতবোৰলৈ বহুতে আমাৰ মনোযোগ আকৰ্ষণ কৰিছিল কিন্তু সেইবোৰ অনভিজ্ঞতা আৰু অদূৰদৰ্শিতাৰ পৰিচয়জ্ঞাপক যে সন্দেহ নাই। সাহিত্য-পুথি প্ৰকাশনৰ ফৰ্দ বা সাহিত্যিকৰ তালিকা দিয়ানেই সম্পূৰ্ণ হওক লাগে, সি সাহিত্য-বুৰঞ্জী নহয়, এনে কথা নজনা 'সাহিত্যিক'ৰ আজিও আমাৰ দেশত আকাল নাই, ই দুৰ্ভাগ্যৰ কথা। সমবায় পদ্ধতিৰে সাহিত্য-বুৰঞ্জী লিখিবলৈ কৰা প্ৰস্তাৱ আৰু হাঁহিয়াতৰ কথা।

## মধ্যযুগীয় আৰু নৱজন্ম আদৰ্শৰ সাহিত্য

মধ্যযুগ আৰু নৱজন্ম যুগ বিভাজনৰ মূল নীতি ইয়াতে বাখানি থোৱা প্ৰাসঙ্গিক হ'ব। খৃষ্টীয় চতুৰ্থৰ পৰা ষোড়শ শতকলৈ এই কাল ছোৱাত ইউৰ'পৰ স্থপতি আদি কলাবিদ্যাত পোৱা ইউৰপীয় ভাব-আদৰ্শৰ নিদৰ্শনকে মধ্যযুগীয় (মেডীভেল্), আৰু তাৰ পৰৱৰ্তী নিশাৰ (পোন্ধৰ আৰু ষোল শতিকাৰ) কেইদুজালিকে নৱজন্ম (ৰেণেছেন্স) যুগৰ মঙ্গল আৰতি বোলা হয়। কিন্তু তেনে ভাব-আদৰ্শ অকল ইউৰ'পতে সীমাবদ্ধ বুলি আমি মানি লব নোৱাৰো কিয়নো মহা আকাশত যেনেকৈ কোনো সীমা-ৰেখা বহুৱাব নোৱাৰি মানুহৰ মহা হৃদয়-গগনতো তেনে কোনো ভেদ-ৰেখা আঁকিব নোৱাৰি। স্বৰূপতে মহাদেশ, দেশ, প্ৰদেশ আদিৰ সীমা-ৰেখা মানুহে গঢ়া কৃত্ৰিম আৰু সেইদেখিয়েই আজি মহা-মানৱৰ মহা-মিলনৰ মহা-জোৱাৰত সেইবোৰ উটি গৈ নিৰুদ্দেশ হ'বৰ উপক্ৰম হৈছে।

বাস্তবতে মধ্যযুগৰ কালছোৱা মানৱ-সভ্যতাৰ এক অন্ধকাৰ যুগ ইউৰ'পত সেনে আছিলতো তেনে। সম্ভৱতঃ সভ্যতাৰ পৰিক্ৰমাই সদায় সৰল-ৰৈখিক নহয়, দিনৰ পাছত ৰাতি আৰু ৰাতিৰ পাছত দিনৰ দৰে পোহৰৰ পাছত আন্ধাৰ আৰু আন্ধাৰৰ পাছত পোহৰ স্বাভাৱিক। প্ৰাক্‌খৃষ্ট পাঁচ-ছয় শতকৰ কথাকে ধৰোঁহক, এই কালছোৱাত ইউৰ'পত যেনেকৈ গ্ৰীচৰ ছক্ৰেটিছ্ (খৃঃ পূঃ ৪৭১-৩৯৯), প্লেটো (৪২৭-৩৪৭ খৃঃ পূঃ) আৰু এৰিষ্টটল (খৃঃ পূঃ ৩৮৪-৩২২), আনহাতে তেনেকৈ চীনৰ লাও-ৎছে (খৃঃ পূঃ ৬০০-৫১০) আৰু কনফুছিয়াছ (৫৫০-৪৭৮ খৃঃ), আৰু ভাৰতবৰ্ষত বুদ্ধদেৱ (খৃঃ পূঃ ৫৫৭-৪৭৭) প্ৰভৃতি মনীষীসকলৰ আৱিৰ্ভাৱে সমগ্ৰ পৃথিৱীৰ বুদ্ধিবৃত্তি প্ৰায় একে

ধৰণৰ মৌলিক উচ্চতম চিন্তাৰ মানদণ্ডৰ একোটি উচ্চ পৰ্বত-চূড়া থাপিলে বুলিব পাৰি। কিন্তু আগত বা পাছত মানৱ-সভ্যতাৰ ইতিহাসে কোনো কালে দেখিবলৈ নোপোৱা জগতৰ অভূত-পূৰ্ব উচ্চতম দৰ্শন-বিজ্ঞানৰ নিদৰ্শনৰ চিৰ হিমৱন্ত পৰ্বত-মালাৰ নিচিনা বেদান্ত-উপনিষদৰ কাঞ্চনজঙ্ঘাৰ নিশ্চয় বুদ্ধদেৱৰ আবিৰ্ভাৱৰ আগৰ কালতেই অভ্যুত্থান হৈছিল , বুদ্ধদেৱ সেই উচ্চতম পৰ্বত-মালাৰ শাৰীৰ এটি গুটীয়া পৰ্বত মাত্ৰ।

বুদ্ধদেৱৰ সেই অৰ্দ্ধ-সহস্ৰ বছৰৰ পাছত যীশুখৃষ্টৰ আবিৰ্ভাৱ আৰু এৱো নিশ্চয় নতুন ভাব-চিন্তাৰ উচ্চ মান-দণ্ডৰ এটি পৰ্বত স্বৰূপ। কিন্তু অৰ্দ্ধ সহস্ৰ বছৰ নৌ-যাওঁতেই জোৱাৰৰ স্বাভাৱিক অনুজ সেই ভাটাৰ আৰম্ভ হল আৰু ইয়াতেই মধ্যযুগৰ পাতনি। এই ভাটাৰ কালত যে অকল জাগৰণৰ ঠাইত অৱসাদে দেখা দিলে এনে নহয় তাৰ এক অদ্ভুত প্ৰতিক্ৰিয়াও আৰম্ভ হল। ইউৰোপত যেনেকৈ এই প্ৰতিক্ৰিয়াই ৰূপ ললে গ্ৰীছৰ ছক্ৰেটিছ্-প্লেটো আৰু ৰমৰ লিউক্ৰেছিয়াছ্ আৰু হোৰেছ আদিৰ শিক্ষাৰ ওলটা অৰ্থ গ্ৰহণত, ভাৰতবৰ্ষতো সি ৰূপ ললে গীতা-উপনিষদৰ ভুল মৰ্ম গ্ৰহণত। উদাহৰণ স্বৰূপে, ভাৰতীয় মহৰ্ষিসকলৰ দৰেই গ্ৰীছীয় মনস্বীসকলে আমাক সতৰ্ক কৰিছিল ইন্দ্ৰিয়সমূহে ভোগ লালসাৰ ভুল বাটেদি নি যাতে আত্মাৰ আধ্যাত্মিক অপকৰ্ষ ঘটাব নোৱাৰে। কিন্তু ইউৰোপ আৰু ভাৰতত প্ৰায় সমানে আৰম্ভ হল এই যুগত ইন্দ্ৰিয়ৰ কৃচ্ছ্ৰসাধন, শৰীৰৰ নিৰ্য্যাতন আৰু সংসাৰ-জীৱনৰ পৰা সুখ-সৌন্দৰ্য্যৰ নিৰ্বাসন। মুখে তেতিয়াও মানুহৰ নৈতিক আৰু আধ্যাত্মিক উৎকৰ্ষৰ কথাকে গাই আছিল কিন্তু হাতে আত্মাৰ ডিঙিত বন্ধনৰ নাগ-পাশ লগাইছিল ঃ ভালুকৰ দৰে আগলৈ বুলি জাপ মাৰি বাস্তৱতে পিছুৱাই গৈ আছিল।

সেই ঘোপমৰা অজ্ঞান আন্ধাৰতে শুনিবলৈ পোৱা হল নৱজন্মৰ কেহুজালি। এই নৱজন্মৰ আন্দোলন মধ্যযুগৰ আন্ধাৰ তথা আত্মাৰ নাগ-পাশ-বন্ধনৰ বিৰুদ্ধে ধৰ্মযুদ্ধ (ক্ৰুছেড্) আৰম্ভ কৰিলে। মানৱ-শৰীৰ অনিত্য সঁচা, সংসাৰেই অনিত্য ঃ কিন্তু অনিত্যক পাবলৈ বা ভৱ-সাগৰ তৰিবলৈ ইয়াতকৈ ভাল তৰণী নাই ঃ ইন্দ্ৰিয়সমূহ লাগতিয়াল কিন্তু বিশ্বাসঘাতক লগুৱা, সঁচা , এতেকে সাৱধানে সিহঁতক সজ কামত সততে লগাই থব লাগে যাতে আমি পাছত তাৰ বাবে অনুতাপ কৰিব লগা নহয়—"শৰীৰটো শিৱে মানৱক নৱদ্বাৰ।

হৈটো মাথা-গোট মোৰ ভৈল মহাভাৱ॥' ইত্যাদি। এয়ে আত্মাৰ মুক্তিৰ বাবে নৱ-জন্ম আন্দোলনৰ অভিনৱ পন্থা।

একে বান-পানীয়েই যেনেকৈ নৈক নৈ, খালক খাল, পুখুৰীক পুখুৰী আৰু বিলক বিলৰূপে পৰিপূৰ্ণ কৰে একে নৱ-জন্মৰ আন্দোলনেই সেইদৰে সুকীয়া জাতিৰ সুকীয়া ৰূপে নিজ অভীষ্ট আৰু বৈশিষ্ট্য পূৰণ কৰি দিলে। ইউৰপীয় নৱ-জন্মৰ আবিৰ্ভাৱ হল গ্ৰীছ আৰু ৰমৰ পুৰণি সাহিত্য কলা আদিৰ পৰা আৰু ভাৰতীয় নৱ-জন্মই পাশ্চাত্য পুৰাণৰ ফীনিক্স চৰাইৰ দৰে মৰি নিজ ভস্মৰ পৰা অৰ্থাৎ গীতা-উপনিষদৰ মৰ্মৰ পৰাই নৱ-বৈষ্ণৱ ধৰ্মৰ ৰূপ ললে। আকৌ ইউৰ'পতেই ইংলণ্ড জাৰ্মানী প্ৰভৃতি দেশে এই নৱ-জন্ম আন্দোলনক গঢ় দিলে ধৰ্ম-নীতিৰ ভিতৰেদি কিন্তু ফ্ৰান্সে গ্ৰীছ ইটালি আদিৰ দৰেই ইয়াক ৰূপ দিলে ইন্দ্ৰিয়ালুতা তথা কলা-সৌন্দৰ্য্যৰ মাজেদি। কিন্তু এই ইন্দ্ৰিয়ালুতা ইন্দ্ৰিয়-সেৱাৰ কথাৰ নিচিনা ভাবিলে ভুল হব ইয়াৰ গুৰিত থকা নৈতিক দৰ্শন এয়ে ঃ দেহ আত্মাৰ মন্দিৰ আৰু আত্মাৰ দৰেই ইয়াক পৱিত্ৰভাৱে ৰাখিব লাগে। ভাৰতবৰ্ষতো আকৌ তেনেকৈ এই অসমে ইংলণ্ড জাৰ্মানী আদিৰ দৰে গীতা-ভাগৱতৰ ধৰ্ম নিৰহ নিপানী দাস্য ধৰ্মৰূপে গ্ৰহণ কৰিলে আৰু বঙ্গই ফ্ৰান্স আদিৰ নিচিনাকৈ তাকে-নৃত্য-ভংগীৰে সুগন্ধি কৰি ৰাধা ৰূপ 'মধুৰ' ধৰ্ম ৰূপে ললে। ই জাতীয় স্বভাৱৰ গুণে নিশ্চয়।

## অসমীয়া ভাষা আৰু লিপিৰ আঁতিগুৰি

অসমীয়া সাহিত্যৰ বুৰঞ্জী জনাৰ আগতে অসমীয়া ভাষা আৰু তাৰ লিপিৰ কাহিনী থূল মূলভাৱে হলেও জনা আৱশ্যক। কিন্তু এতিয়ালৈকে এই বিষয়টো পণ্ডিতসকলৰ প্ৰকৃত অজ্ঞতা আৰু ভ্ৰান্তিয়ে এনেদৰে মেৰাই ৰাখিছিল যে তাক দুই-চাৰি আষাৰ কথাৰে বুজাব নোৱাৰি সেইবাবে অসমীয়া ভাষাৰ আঁতিগুৰি নামে এখন সুকীয়া পুথি প্ৰকাশৰ দিহা কৰা হৈছে, আৰু তাতে অসমীয়া লিপিৰ উৎপত্তি আৰু প্ৰাক-ঐতিহাসিক আৰু আদি ঐতিহাসিক অসমৰ প্ৰকৃত আভাস দিবৰ যত্ন কৰা হৈছে। অদৃষ্টৰ পৰিহাস অসমীয়া বঙলাৰ উপভাষা বোলা অপযশ লৈয়ে পোনতে ভাষা-তত্ত্বৰ ক্ষেত্ৰত ওলাব লগা হয় তাৰ পাছত মহামতি গ্ৰিয়াৰ্ছনৰ নিৰপেক্ষ বিচাৰত অসমীয়া বঙলাৰ উপভাষা নহয়, কিন্তু ভনীভাষা ৰূপে মাগধী অপভ্ৰংশৰ জীয়ৰী বুলি পৰিচিত হয়। এনে প্ৰতিষ্ঠাতেই গৌৰৱ-উৎফুল্ল হৈ আমি এতিয়ালৈকে

আছিলোঁহঁক আৰু এনে তথ্যেৰেই অসমীয়া ভাষা বিষয়ে তথাকথিত মৌলিক বৈজ্ঞানিক গৱেষণাও প্ৰচাৰিত হৈছিল!

এনেতে জানিবা পুণ্যস্মৃতি বেণীমাধৱ বৰুৱাই কামৰূপ শাসন-মালাৰ সংস্কৃত ৰচনাত থকা কামৰূপী প্ৰাকৃতৰ প্ৰতি মোৰ দৃষ্টি আকৰ্ষণ কৰে, আৰু সেই নিৰ্দেশ মতেই পম খেদি কামৰূপী স্বতন্ত্ৰ প্ৰাকৃতৰ সম্পূৰ্ণ আভাস পাবলৈ সমৰ্থ হওঁ। তেতিয়া জ্বলজ্বল পটপটকৈ দেখিবলৈ পাওঁ মাগধী অপভ্ৰংশৰ পৰা অসমীয়া বঙলা আদি ওলোৱা বোলা ইমান দিনৰ কথাটো এটা ভুৱাহে কিয়নো বাস্তৱতে মাগধীৰ লগত কামৰূপী তথা অসমীয়া-বঙলা ভাষাৰ কোনো মৌলিক সম্পৰ্ক নাছিল আৰু থাকিবৰো কোনো উপযুক্ত হেতু নাছিল। প্ৰাক-ঐতিহাসিক আৰু আদি-ঐতিহাসিক অসমৰ সামাজিক ইতিহাস লিৰিকি-বিদাৰি চাওঁতেই ধৰা পৰিল অন্ততঃ ভাস্কৰ বৰ্মাৰ কালত আৰু সম্ভৱ তেওঁৰ আজো-ককাক ভূতিবৰ্মাৰ দিনতো বৰ্তমানৰ সমগ্ৰ বঙ্গদেশ সামৰি বিহাৰৰ পূৱ ছোৱালৈকে সদৌ পূৱ ভাৰত ৰাজনৈতিক তথা সামাজিক আৰু সাংস্কৃতিকভাৱে প্ৰাচীন বিশাল কামৰূপ ৰাজ্যৰ ভিতৰুৱা আছিল। তাৰ প্ৰমাণ ৰূপে বঙালী মৈথিলী ভাষা আৰু লিপি অসমীয়াৰে (বৰ্তমান অসমীয়া 'ৰ' সামৰি) বাস্তৱতে একে আছিল আৰু পাৰত গজাবলৈ চোৱা বঙালী পণ্ডিতবিলাকৰ কথা এৰিও বৈজ্ঞানিকভাৱে বঙালী পণ্ডিতে কোৱা বঙ্গ ভাষাৰ প্ৰথম তিনিখন পুথি চৰ্য্যা চৰ্য বিনিশ্চয়, শূন্যপুৰাণ আৰু কৃষ্ণকীৰ্ত্তন স্বৰূপতে যে প্ৰাচীন অসমীয়া ভাষাৰ পুথি সেই কথা আমি দুকুৰি বছৰমানৰ আগৰ পৰাই দেখুৱাই আহিছিলোঁ।

যি কালৰ পৰাই কামৰূপী প্ৰাকৃতৰ চানেকি পোৱা হৈছে সেই কালৰ পৰাই কামৰূপী লিপিও একে ঠাইতে পোৱা হৈছে। প্ৰসিদ্ধ লিপিতত্ত্ব-বিশাৰদ সকলৰ মতে দেৱনাগৰী লিপিৰ যি কাল পোৱা হয়, কামৰূপী লিপি তাতকৈ অন্ততঃ দুশ বছৰৰ আগৰ যে সন্দেহ নাই। তিনি চাৰি নিৰ্ভৰযোগ্য প্ৰমাণৰ পৰা ভাস্কৰবৰ্মাৰ কাল সপ্তম শতিকাৰ আগভাগত সুপ্ৰতিষ্ঠিত যেতিয়া তাৰ পৰাই প্ৰাচীন শাসন-মালাত দিয়া ঠাবৰ বংশ-লতাইদি বগাই অন্ততঃ চতুৰ্থ শতিকালৈকে কামৰূপৰ ঐতিহাসিক ঘটনাবোৰ সঠিকভাৱে পাওঁহঁক। দ্বাদশ শতিকাৰ শেষ ছোৱাত কামৰূপী লিপি সম্পূৰ্ণ আধুনিক অসমীয়া গঢ়লৈ অহা আমি দেখা পাওঁহঁক কানাই বৰশী-বোৱা শিলা-লিপিৰ ফটোগ্ৰাফ তাৰ প্ৰমাণ ৰূপে ছপাই দিয়া হৈছে।

# স্বৰ্গীয়া আজলীতৰা দেৱীলৈ

ৰূপ-ৰস ভৰা এই ভুবনী অবনী, প্ৰিয়ে, এৰিলা সিদিনা, সিদিনাৰে পৰা এৰা-দেহ, এৰা-ঘৰ, এৰা-বাৰী যেন লাগিছে সকলো! কোৱাই নকৰে কা, জিলিয়ে নকৰে জা, কোকিলৰ কাকলি কূজন, ভ্ৰমৰৰ উন্মত্ত গুঞ্জন, কাঁহ পৰি ক্ষীণ গ'ল! মলয়াৰ মৃদুল হিল্লোল, তটিনীৰ প্ৰণয় কল্লোল, নিৰ্বাক নিস্পন্দ হল!! সৌন্দৰ্য্যৰ অৱলীলা ৰূপহী উষাৰ, ইন্দ্ৰধনু সাত বৰণৰ, পমি গল দূৰ নীলিমাত!!

তুমি? ধ্ৰুৱ তৰাটিৰ দৰে তুমি ৰ'লা অচল অটল, হালধিৰ বোল লগা মুগাৰ বিহাৰ ভুৱনী ওৰণী টানি বিয়াৰ পাছত দেখা দিয়া দৰে। ক্ষমা কৰাঁ, তেজ-মঙহেৰে গঢ়া মই, জনমৰ আকলুৱা চকু দুটি মোৰ, থৰ লাগি চালে! অফুলন বাসনাৰ ফুল, অপূৰণ পীৰিতি আকুল!! নিন্দিলাঁ হঠাতে — "অলং বক্কলি, কিন্তে ইমিনা পূতিকায়েন দিথেন? যো খো বক্কলি, ধম্মং পস্‌সতি সো মং পস্‌সতি, যো মং পস্‌সতি সো ধম্মং পস্‌সতি।"

ওঁহোঁ, "ন স., নান্যঃ।" তুমিয়ে, অথচ নোহোৱাঁ তুমি! সোণৰ প্ৰতিমা, কুৰুকি কুৰুকি কাষ চপা—"শীতকালে সুখোষ্ণা চ গ্ৰীষ্মে চ সুখশীতলা। তপ্ত কাঞ্চন বৰ্ণাভা সা শ্যামা পৰিকীৰ্ত্তিতা॥"—পাহৰিলাঁ নিজৰ শৰীৰ? পাহৰিলা মোক? পাহৰিলাঁ উভয়ৰ দেহ-প্ৰাণে গঢ়া এই সাতোটি পোনাক?—কিনো কোৱা?—"নাহং দেহো জন্মমৃত্যুঃ কুতো মে। নাহং প্ৰাণ ক্ষুৎপিপাসা কুতো মে॥ নাহং চিত্তং শোকমোহো কুতো মে। নাহং কৰ্ত্তা বন্ধমোক্ষৌ কুতো মে॥"

বুজিছোঁ, ধূলিৰ মলিন সাজ নেওচি পিন্ধিলা সৰগী ভুৱনী সাজ, কাল-নিগনিয়ে তাক কুটিব নোৱাৰে। আৰু মই? ধূলিৰ মানুহ, ধূলিৰে ওমলোঁ, ধূলিৰ দৰেই পিয়াহত ছাটি-ফুটি কৰোঁ।—কিনো কথা! ইৱাৰ মাতিছাঁ কাষলৈ? ৰ'বা, যাম, নগ'ই নোৱাৰো। কিন্তু বৰালি-বুকুৱা কুটি ধূলিৰ মলাত ধূলিৰে ইমান দিন বৰভোজ বহালো যতনে, কাৰ নামে যাওঁ উছৰগি?

হাহিছা? ধূলিত থাকোঁতে লাওনি-পাচনি কৰি তুমি জানো নিদিছিলা নিজে? সোৱণসিৰিৰ বালি চালি, বালি এৰি সোণ হ'লাঁ তুমি, তোমাৰ পৰশ পাই সোণৰ নিচিনা জানো ইও হোৱা নাই? বিশ্বৰ বক্ষত ফুক দি কতনো জনে কালৰ গজনি লই তুলিলে তৰ্জনি, গাই গ'ল কাণেৰে নুশুনা মহা মৃত্যুঞ্জয়ী গীত, চকুৰে নেদেখা কত নজহা-নপমা ফুল ফুলালে তুলীৰে, অৰ কথা কলোঁ। ইও সেই সত্যৰ প্ৰমাণ, জহি-খহি যাব এই পুৰণি পৃথিবী, সেইবোৰ ৰব চিৰকাল।

তোমাৰ নতুন নাম-ধাম ? নাজানোও, নালাগে জানিব, "সত্য" মাথোঁ একেটি ঠিকানা। পাৰ্থিৱ হাতেৰে উৎসৰ্গিলোঁ ইটি। —সন্তাপ ই হৃদয়ৰ নিভৃত কোণৰ, প্ৰকাশৰ বাবে যাক চকুলোৱে, বিচাৰি নাপায়! কৃতজ্ঞতা অন্তৰৰ অতল তলিৰ, প্ৰচাৰৰ বাবে যাক ভাষা মৰে হাবাথুৰি খাই!!

(২)

বাৰটি বছৰ, প্ৰিয়ে, এটি যুগ! তুমি মোক এৰি গ'লা, পাতি গ'লা ধ্যানী, যোগী, বিষয় বিৰাগী, অনিচ্ছাসত্ত্বেও মোৰ!! স্ত্ৰৈণ তুলসী দাসক পত্নীয়েকে পাতিছিল কবি, ভক্ত, অনাসক্ত। জীৱিতা স্বৰূপে হাত মোৰ সাৰিব নোৱাৰি মৃত্যুৰ আশ্ৰয় ল'লা—'স্বামী মোৰ যোগী হোক, ভক্ত হোক, সংসাৰ-বিৰাগী হোক!' মাৰাত্মক সঙ্কল্প তোমাৰ!! "বৈৰাগ্য সাধনে মুক্তি, সে আমাৰ নয়।" তেও মোক কিলাই কৰিবা বেজ ? বাসুদেৱো কিলনৈ দঁড়ায় গুৰুলা-গুৰুল সেই কিলৰ তাপত নিজকে পাতিলো ধ্যানী, যোগী, বিষয়-বিৰাগী!

বাৰটি বছৰ, প্ৰিয়ে, এটি যুগ! এইবাৰ বাইলো যোগত. ধ্যান ধাৰণা যম নিয়ম আসন, প্ৰাণায়াম প্ৰত্যাহাৰ সমাধি প্ৰভৃতি অষ্টাঙ্গ যোগৰ বলে অনিমা লঘিমা প্ৰাপ্তি প্ৰাকাম্য মহিমা, ঈশিত্ব বশিত্ব আৰু কাম-বশযিতা, অষ্টাঙ্গ ঐশ্বৰ্য্য লভি হ'লো মহাযোগী। চুলিয়ে বান্ধিলে জটা-জুট, শৰীৰৰ তেজ মাংস মেদ আপুনি লুকাল শৰীৰত উঁই-মাটি দ'ম হ'ল মূৰ-ওপৰত! অৰূপৰ ৰূপ তেও জপ কৰো মই "নয়নে তোমায় পায়নি দেখিতে, ৰয়েছ নয়নে নয়নে!"

তন্দ্ৰালস কৰো অনুভৱ, গধুৰ গধুৰ লাগে চকুৰ দুপটা। অহ্, চিলমিল টোপনিত জিলমিল কিহৰ জেউতি ? কোন সিটো সদ্যস্নাতা, শুচিব্ৰতা, অনৱগুণ্ঠিতা, পীন-পয়োধৰা! "অদ্যাপি তাম্ ভুজলতাৰ্পিত কণ্ঠপাশম্ঃ বক্ষ-স্থলম্ মমাপিধায় পয়োধৰাভ্যাম্। ঈষন্নিমীলিত সলিল বিলোচনান্তাম্‌ পশ্যামি মুগ্ধবদনাং বদনং পিবন্তিম্॥"

"ওম্ তৎসৎ।" হে নিৰ্গুণ, লিঙ্গহীন ৰূপহীন তুমি, পুনু নাৰী ৰূপে মোত মজিলাঁ, মজালা!! তুমি যে অমৃত সিন্ধু, জল-বিন্দু মই, যেন নিজতে হেৰাও! তোমাৰ অভয় বাণী—"যে নদী মৰু-মাঝে হাৰাল ধাৰা। জানিহে জানি তাও হয়নি হাৰা।"

শ্ৰীডিম্বেশ্বৰ নেওগ

# পুথি এক

## আদি মধ্যযুগৰ অসমীয়া সাহিত্য

**আগকথা (ক) ৰাজনৈতিক পৰিস্থিতি** —চীনা পৰ্য্যটক হুৱেন চোৱাঙৰ "ভ্ৰমণ-বৃত্তান্ত", বাণভট্টৰ "হৰ্ষ-চৰিত" কাব্য আৰু প্ৰাক-ঐতিহাসিক কামৰূপৰ তামৰ ফলিবোৰ প্ৰামাণিক এই তিনি মূলৰ পৰা সপ্তম শতিকাৰ আগছোৱাত কুমাৰ ভাস্কৰ বৰ্মাৰ ৰাজত্ব সুপ্ৰতিষ্ঠিত বুলি ধৰা হয়। বহু মূলীয়া চীনা ঐতিহাসিক টোকা আৰু কৰ্ণ সুবৰ্ণৰ পৰা দান কৰা মাটিদান ফলিৰ পৰা কুমাৰৰ পূব-ভাৰতৰ সাৰ্বভৌমত্ব সুপ্ৰমাণিত হয়। তেওঁৰ ৰাজত্বৰ অৱসানৰ সৈতে বৰ্মণ বংশৰ ওৰ পৰিলত ম্লেচ্ছাধিনাথ শালস্তম্ভৰ ৰাজত্বৰ পাতনেৰে কামৰূপত যি একুৰি এজন ৰজাৰ নতুন বংশৰ পাতনি মেলে, সেই বংশৰে ৰজা হৰ্ষদেৱৰ কন্যা ৰাজ্যমতীক নেপালৰ ৰজা জয়দেৱে বিয়া কৰায় আৰু তেওঁৰ তিব্বতীয় ১৫৩ অব্দৰ (৭৮৪ খৃঃ) শিলালিপিত সেই "ভগদত্ত ৰাজ-কুলজা" ৰাজ্যমতীৰ পিতাক হৰ্ষদেৱক "গৌড়োড্ৰাদি কলিঙ্গ কোশলপতি" অৰ্থাৎ বঙ্গ বিহাৰ উড়িষ্যা আৰু গঞ্জামৰো অধিপতি বুলি অভিহিত কৰিছে। বৰ্মণ বংশৰ পৰৱৰ্ত্তী এই একৈশ জনীয়া ৰজাৰ বংশৰ শেষ অধিপতি ত্যাগ সিংহৰ পাছত দশম শতিকাৰ মাজভাগ মানত ব্ৰহ্মপালত আৰম্ভ হৈ সম্ভৱতঃ দ্বাদশ শতাব্দীৰ মাজছোৱাত ধৰ্মপালত শেষ কৰি কামৰূপত যি পাল ৰাজত্বৰ পাতন হল, এই তিনিও বংশৰ কামৰূপী ৰজাসকলে সমভাৱে একে হাতীৰ মোহৰকে ব্যৱহাৰ কৰিছিল একে বৰাহ পৃথিৱী সম্ভূত নৰক ভগদত্ত ৰজাৰ উত্তৰাধিকাৰিত্ব দাবী কৰিছিল আৰু ৰাজ্য-বিস্তৃতি সম্পৰ্কে সম্ভৱতঃ একে ৰাজনৈতিক প্ৰতিপত্তি ৰক্ষা কৰিছিল। ৰামায়ণ-মহাভাৰতৰ অসংখ্য উল্লেখৰ পৰা এই দেশৰ প্ৰাচীন নাম প্ৰাগজ্যোতিষ আৰু পুৰাণৰ কালৰ পৰা হুৱেন চোৱাং কালিদাস আদিৰ যুগৰ ভিতৰেদি একাদশ শতিকাৰ আলবেৰুণী আদিৰ কাললৈকে প্ৰাগ্‌জ্যোতিষৰ পৰা কামৰূপলৈ এই দেশৰ নামৰ পৰিবৰ্ত্তন, তদুপৰি পূৰ্বৰ ৰাজধানী সম্ভৱতঃ গুৱাহাটীত থকা প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা তেজপুৰত থকা হাৰুপেশ্বৰ আৰু তাৰ পাছত নগাঁৱত থকা দুৰ্জয়ালৈ, আৰু শেষত সম্ভৱতঃ কমতাপুৰ বা কামৰূপ-নগৰলৈ স্থানান্তৰিত হয়।

(খ) সমাজিক সাৰাংশ :—কুমাৰ শিলাদিত্য হৰ্ষবৰ্দ্ধনৰ কাষত মিত্ৰতাৰ প্ৰস্তাৱ কৰোঁতে ৰাজদূত হংসবেগে ৰজা কুমাৰ ভাস্কৰ বৰ্মাৰ বিষয়ে বৰ্ণোৱা 'অয়মস্য চ শৈশৱাদাৰভ্য সংকল্প স্থেৰ্য্যান স্থানুপাদাৰবিন্দদ্বয়াদৃতে নাহমন্যম নমস্কুৰ্য্যামিতি" কথাই নিশ্চয় তেওঁক কঠোৰ শৈৱ ৰূপে দেখুৱায়। ভাস্কৰ বৰ্মাৰ নিধনপুৰ ফলিৰ পৰা ধৰি ধৰ্মপালৰ দ্বিতীয় তাম্ৰলিপিলৈকে সমভাৱে আঠাইখিনি ফলিয়ে দেখুৱায় নৰকাসুৰ ভগদত্ত আদিক অৰ্দ্ধ-পৌৰাণিক চৰিত্ৰ বুলি এৰিলেও প্ৰথম বৰ্মণ ৰজা পুষ্যবৰ্মাৰ পৰা শেষৰ পাল ৰজা ধৰ্মপাললৈকে অন্ততঃ সাত আঠশ বছৰ জুৰি তিনিও বংশৰ কামৰূপী ৰজাসকল বংশ নিৰ্বিশেষে শৈৱ ধৰ্মাৱলম্বী আছিল। দ্বিতীয়ত য়ুৱান চোৱাঙৰ ভ্ৰমণ বৃত্তান্তৰ পৰা জানি পাটত থকা ৰজাজন (ভাস্কৰ বৰ্মা) জাতত ব্ৰাহ্মণ আৰু দেৱ নাৰায়ণৰ বংশধৰ হৈও বৌদ্ধ ধৰ্মৰ প্ৰতি এনে বিশেষ শ্ৰদ্ধাৱান আছিল যে তেওঁ ব্ৰাহ্মণ শ্ৰমণ উভয়কে একেদৰে ভক্তি কৰিছিল, আৰু বিধিৰ বিধাতাক (য়ুৱান চোৱাঙক) নিমন্ত্ৰণ কৰি অতিথি-শুশ্ৰূষা কৰিছিল। তদুপৰি কুমাৰ ভাস্কৰে কুমাৰ শিলাদিত্যৰ লগত হাত উজান দি বঙ্গদেশৰ নৰেন্দ্ৰ গুপ্ত শশাঙ্কই মগধ আক্ৰমণ কৰি পাটনা আৰু গয়াৰ বৌদ্ধ বিহাৰবিলাকৰ ধ্বংস সাধন কৰিব খোজোঁতে এওঁক দমন কৰিলে। ভাস্কৰ বৰ্মাৰ বৌদ্ধ ধৰ্মৰ প্ৰতি এই গভীৰ প্ৰীতি দৃঢ়ভাৱে প্ৰমাণিত হয় কিয়নো তেওঁৰ নিজ তামৰ ফলিখনত পোনতে 'ওঁ প্ৰণম্য দেৱং শশিশেখৰ প্ৰিয়াপিনাকিনম ভস্মকণৈৰ্বিভূষিতম" বুলি শিৱৰ বন্দনা শেষ কৰিয়ে "জয়তি জগদেকবন্ধুৰ্লোকিষিতয়স্যাসম্পদোহেতু" বুলি ভতালিকে বৌদ্ধ ত্ৰিৰত্নৰ অন্যতমৰূপে "ধম্মক" শ্ৰদ্ধা জনাইছে। তৃতীয়ত প্ৰাচীন কামৰূপত এই ৰজাসকলৰ মাটি-দান ফলিত শিৱৰ বাহিৰে পাৰ্বতীৰ উল্লেখ থকাৰ উপৰিও এই পুৰাণ কামৰূপতে যথাক্ৰমে দশম আৰু পঞ্চদশ শতিকাত ৰচিত বুলি প্ৰায় স্থিৰ হোৱা "কালিকা পুৰাণ" আৰু "যোগিনীতন্ত্ৰ" নামৰ ভাৰত প্ৰসিদ্ধ সংস্কৃত গ্ৰন্থ দুখনত শাক্ত আৰু তান্ত্ৰিক ধৰ্মৰ বিপুল চৰ্চা দেখিবলৈ পোৱা হয়। তদুপৰি খৃষ্টীয় ত্ৰয়োদশ শতিকাত অসম আক্ৰমণ কৰা আহোম আৰু মুছলমান জাতিৰ লেখকসকলৰ পৰাও তেওঁলোকৰ পূৰ্ববৰ্তী দেশৰ কছাৰী, চুটিয়া বাৰভূঞা আদি শাসকসকলে অহিন্দু বা হিন্দুৰূপে কেচাইখাতী বা দুৰ্গা-পাৰ্বতী আদি গোসানীক তন্ত্ৰ-মন্ত্ৰৰ সহায়েৰে ভয়ঙ্কৰভাৱেও পূজা কৰা কথাৰ উল্লেখ পোৱা হয়, আৰু ৰজাৰ

আইন-ই-আকবৰীৰ আৰু উত্তৰ বৈষ্ণৱ যুগৰ চৰিতবোৰৰ ভিতৰেদিও আমি ইয়াৰ আভাস পাওঁহক। শেষত যদিও নাম-নাচত নহয় বৈষ্ণৱ ধৰ্মই এই কালছোৱাৰ সামৰণিতে আনবোৰ ধৰ্মক চেৰ পেলাই অনুক্ৰমে কিছু দৃঢ়ভাৱে আগ বাঢ়ে।

(গ) সাহিত্যিক লক্ষণ—কামৰূপৰ ভাষা মধ্যভাৰতৰ ভাষাৰ পৰা অলপ পৃথক' বোলা য়ুয়ান চোৱাঙৰ ইতিহাস প্ৰসিদ্ধ মন্তব্যই অৱশ্যে প্ৰাচীন অসমীয়া ভাষাৰ জৰিপৰ বাবে প্ৰথম খুঁটি। পিছে সেই কালৰ প্ৰাচীন অসমীয়াৰ কোনো নিদৰ্শন নথকা হেতুকে তাৰ প্ৰমাণৰ বাবে পণ্ডিতসকল বিমোৰত পৰিছিল আৰু আন নালাগে বিখ্যাত বঙালী ভাষাতত্ত্ববিদ এজনেও চীন পৰ্যটকৰ এই উক্তিৰ বিৰুদ্ধে নানা অযুক্তি যুক্তি আগবঢ়াবলৈ প্ৰয়াস পাইছিল। কিন্তু সম্প্ৰতি প্ৰাচীন কামৰূপৰ সম্পূৰ্ণ শাসনাৱলী মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য্যৰ আপ্ৰাণ্ধীয়া চেষ্টাত সম্পূৰ্ণকৈ সম্পাদিত হৈ ওলোৱাত সুধী সমাজৰ আগত পৰোক্ষভাৱে হলেও তাৰ কিছু সাক্ষ্য পোৱা হল। এই শাসনবোৰৰ ভাষা সংস্কৃত কিন্তু পণ্ডিতসকলৰে বা লিপিকাৰবিলাকৰ অনৱধানতাৰ ভিতৰেদি তেওঁলোকৰ অজ্ঞাতসাৰেই ব্যাকৰণ আৰু জোটনিত স্থানীয় প্ৰাকৃতৰ কিছুমান বৈশিষ্ট্য ওলাই পৰিছিল। 'কামৰূপ শাসনাৱলী'ৰ সুবিজ্ঞ সম্পাদকে সৎ উদ্দেশ্যেৰে হলেও অবৈজ্ঞানিকভাৱে সেইবোৰ "শুদ্ধৰাই" প্ৰকাশ কৰিবৰ প্ৰয়াস পাইছিল কিন্তু সৌভাগ্যক্ৰমে জানিবা পাদটোকাত তেওঁ মূল পাঠবোৰ দি গৈছিল। তাৰ পাছত ত্ৰিপিটকাচাৰ্য ডক্টৰ বেণীমাধৱ বৰুৱাই সূক্ষ্মাতি সূক্ষ্মভাৱে খুঁচিয়াই তাত পোৱা কামৰূপী প্ৰাকৃতৰ সঙ্কেত দিছে। যিহেতুকে এতিয়ালৈকে অসমীয়া ভাষাত অভিজ্ঞ নপুৰ্বাণ কোনো ভাষাতত্ত্বজ্ঞ পণ্ডিত অসমৰ ভিতৰত বা বাহিৰৰ পৰাও ওলোৱা নাছিল ভাৰতৰ অষ্টাদশ প্ৰাকৃতৰ ভিতৰত কʼতো অসমীয়া ভাষাই ঠাই নাপাইছিল আৰু য়ুয়ান চোৱাঙৰ বিখ্যাত উক্তিৰ বিপৰীতে হলেও অসমীয়া ভাষাক মাগধী প্ৰাকৃতৰ লগতেই ইমান দিন সাঙুৰি থোৱা হৈছিল। ত্ৰিপিটকাচাৰ্য ডক্টৰ বৰুৱাই শব্দাৱলীৰ কালৰ পৰা দেখুৱাইছে ইন্দ্ৰপালৰ দ্বিতীয়খন তাম্ৰৰ ফলিত "সিৰি" শব্দটো পালি ভাষাতো ঘনাই পোৱা হয় ই সংস্কৃত "শ্ৰী"ৰ অপভ্ৰংশ নহয়। ধনসিৰি সুৱৰ্ণসিৰি আদিত লগ লগা "সিৰি" বড়ো ভাষাৰ শব্দ তাৰ অৰ্থ নদী। ধৰ্মপালৰ প্ৰথমখন তাম্ৰৰ ফলিতে কবি উত্তিনায় আদি কৰুত সাধাৰণ অসমীয়া গহৰ

নাম পোৱা হয়। সপ্তম শতিকাৰ আগছোৱাৰ নিধনপুৰ লিপিত "কৌশিকো" নহৈ "কোশিকো' "ছান্দোগ্য" নহৈ ছন্দোগ্য', আদি অসমীয়া ব্যাকৰণ দীৰ্ঘ স্বৰৰ হ্ৰস্ব উচ্চাৰণ কৰা বিশেষত্ব হৰ্য্যম্ভূত" নহৈ "হৰি অম্ভূত" "তেভ্যোহ ক্ষৰাণি নহৈ "তেভ্য অক্ষৰাণি" আদিত আকৌ অসমীয়া ব্যাকৰণৰ সন্ধি হীনতাৰ বৈশিষ্ট্য লক্ষ্য কৰিব লগীয়া। তদুপৰি বৌদ্ধ গান আৰু দোহা বা বা চৰ্য্যপদবোৰত অসমীয়া শব্দাৱলী আৰু ব্যাকৰণৰ গঢ় বিশেষ মন কৰিব লগীয়া আৰু এইবোৰৰ ওপৰত উড়িয়া বঙালী বা মৈথিলীতকৈ অসমীয়াৰ দাবী হীন নহয় নিশ্চয়।

## ১। বৈষয়িক সাহিত্য—চহা গীত সাধু আদি

জগতৰ সদৌ জাতিৰ সাহিত্যৰ দৰেই আদিম অসমীয়া সাহিত্য অৱশ্যে অলিখিত বা মৌখিক আছিল। চহা (পেন্টবেল) গীত কাব্য (বেলেড) আৰু আদিম মানুহৰ আদিম ধৰ্মস্বৰূপ প্ৰকৃতি পুৰাণ (নেচৰ মীথ) আদিয়েই সেই আদিম সাহিত্যৰ সৰ্বস্ব আছিল নিশ্চয়। গতিকে সেই অতি পুৰণি জগতত আন আন পুৰণি জাতিৰ দৰেই অসমীয়াও অৱশ্যে এক 'গায়ক জাতি' আছিল বুলি আমি সহজে ধৰি লব পাৰোঁ কেৱল সেই গীত, কাব্য আৰু সাধুবোৰহে সোঁ সিদিনালৈকে লিখিত ৰূপলৈ অহা নাছিল। এই গুণেই সেই গীত মাত আৰু সাধু কাব্যবোৰে হাজাৰ দুহাজাৰ বছৰ পুৰুষানুক্ৰমে মুখে মুখে বাগৰি আহি স্বভাৱতে আদিম স্বৰূপ হেৰুৱালে আৰু বৰ্ত্তমান কালত লিপিবদ্ধ হবলৈ ধৰাৰ আগে আগে ভাব-ভাষা সকলোতে সেইবোৰ প্ৰায়েই সময়োপযোগী অৰ্থাৎ আধুনিক হৈ পৰিল। এতেকে আজি আমি বিচাৰৰ চালনিৰে চালি আৰু যুক্তিৰ কুলাৰে জাৰি নোলোৱাকৈ এই চহা সাহিত্য সাধাৰণভাৱে সেই সুদূৰ সত্য যুগত থাপিবলৈ গলে বৈজ্ঞানিক বিবেচনাত ঘাটি লগোৱা হব যে সন্দেহ নাই।

কোনো-কোনোৱে কব খোজে : "অসমৰ বিয়া নামবোৰ আৰু কেতবোৰ চহা গীত-কাব্যই বৰ্ত্তমান যুগলৈ বাগৰি অহা প্ৰাচীন যুগৰ সাহিত্য-সম্পদ। কিছুমান বিয়া নাম নৰক আৰু বাণ অসুৰৰ সমসাময়িক সদিয়াৰ ৰজা ভীষ্মকৰ কন্যা ৰুক্মিণীৰ হৰণৰ কালৰ বুলি অনুমান কৰা হয়, এই বিয়া নামবোৰেই

পূৰ্ব-ঐতিহাসিক যুগৰ সেই কাহিনী মানুহৰ মনত চিৰ-সেউজীয়াকৈ ৰাখিছে'। এনে উক্তি অলপ অতিশয় অবিবেচিত যেন লাগে কিয়নো 'অসমীয়া সাহিত্যৰ চানেকি'ত দিয়া বিয়ানামৰ উদ্ধৃতিত অকল কৃষ্ণ-ৰুক্মিণীৰ নামেইহে আছে এনে নহয়, হৰ-গৌৰী আৰু ৰাম-সীতা আদিৰ নামো তাত সােমাইছে আৰু অলপ চকু ফুৰালেই দেখি সেইবোৰো সমানে "চিৰ সেউজীয়া।" ওৰ কল্পনা বিলাসী এই জাতিৰ "নৱনবোন্মেষশালিনী বুদ্ধি" বা সৃজনমূলক প্ৰতিভাই তাৰ কাৰণ আন একো নহয় আৰু বিশেষকৈ এই পৌৰাণিক কাহিনীবোৰ সম্পূৰ্ণ ঐতিহাসিক ভেটিত বহুৱাবলৈ এতিয়াও বহুতখিনি বাকী। তদুপৰি উপমা স্বৰূপে আজি আমি এশ বছৰৰ আগৰ কেচুৱা এটি চাবলৈ বিচাৰিলে কোনোবাই এশ বছৰীয়া বুঢ়া এটি উলিয়াই দিলেহি নহব যি হিতুকে এশ বছৰৰ আগত তেওঁ কেচুৱা আছিল যদিও তেওঁৰ আজিৰ অহি পাহ কেচুৱাৰ নিশ্চয় নহয়, এশ বছৰ বয়সীয়া বুঢ়াৰহে।

অসমীয়া এই চহা সাহিত্যৰ পদ-আত্মবোধক কেতিয়াও গীত বা গান বোলা নহয় ধাই নাম আই নাম বিয়া নাম বিহু নাম গৰখীয়া নাম বা বন যোৱা। এনে নামকৰণেই এইবোৰৰ ওপৰত বৈষ্ণৱ প্ৰভাৱৰ মচ নোযোৱা চাব-মোহৰ যে সন্দেহ নাই। ধাই নাম বিহু নামৰ দৰে বৈষয়িক গীতবোৰ আৰু আই নামৰ দৰে অন-বৈষ্ণৱ শাক্ত-তান্ত্রিক গীতবোৰ বৈষ্ণৱ ধৰ্মৰ লিপি পুচি নিকা আৰু শুচিকৈ লোৱা অসমীয়া সমাজৰ ৰবৰবৰ মজিয়াত বৰপিৰা পাৰি যে বহিবলৈ পালে তাৰ হেতুৱেই হল সম্ভৱ নাম-ধৰ্মৰ "নাম"ৰ মালা মুৰত লৈ অহা কথাই।

এই বিয়া নামবোৰত সদায় লাগি থকা অসমীয়া ৰামায়ণ মহাভাৰত আৰু ৰুক্মিণীহৰণ আদিৰ পদবোৰেই প্ৰমাণ কৰে বৈষ্ণৱ ধৰ্মই এই বিয়া নামবোৰৰ হাড়ে-হিমেজুৱে ভেজি আছে। বিয়ানাম আৰু সেইদৰেই অসমীয়া আন চহা গীতবোৰ অষ্টাদশ শতিকাৰ পিছলৈ নাহিলেও অন্ততঃ বৈষ্ণৱ যুগৰ আগত যে বৰ্ত্তমান গঢ়লৈ অহা নাছিল, তেনেবোৰ হেতুৰ পৰাই আমি এনে সিদ্ধান্তলৈ সহজে আহিব পাৰোঁ নিশ্চয়।

নবালি কালত মানুহে যেনেকৈ খোজ কঢ়াতকৈ নাচি-বাগি যাবলৈ আৰু কথা কোৱাতকৈ জাত লগাই নাম গাবলৈহে ভাল পায়, আদিম যুগে যুগে জাতিৰ শৈশৱতো সেইদৰে এনে গীত-মাতবোৰৰ ভিতৰেদি নিজ সঙ্গীত-প্ৰিয়তাৰ আৰু প্ৰকৃতি-পুৰাণবোৰৰ ভিতৰেদি আপোন কল্পনা-বিলাসিতাৰ প্ৰমাণ দিয়ে যে

সন্দেহ নাই। সেই আদিম অৱস্থাত সাহিত্য অৱশ্যে কোনো শিক্ষামূলক অনুষ্ঠানৰ শহ নাছিল কিয়নো তেনেবোৰ প্ৰতিষ্ঠানৰ জন্মৰ আগতেই সামাজিক আৰু ৰাজনৈতিক অৱস্থাৰ বন-ফুল ৰূপেই সেই জন-কবিতাই জনম পায়। অৱশ্যে সাহিত্যৰ আত্মা ভাব শৰীৰ ভাষা গতিকে শৰীৰৰ গঢ়ত নহলেও আত্মাৰ প্ৰতিধ্বনি বা ভাব ৰূপত কিছুমান চহা গীত-সাধুত সেই আদিম অৱস্থাৰ সাহিত্যৰ যৎকিঞ্চিৎ আভাস পাওঁহক। কিন্তু শত শত বছৰৰ ভিতৰেদি সেই প্ৰতিধ্বনি ইমান খীণ হৈ আহিছে নতুন শৰীৰত পূৰ্ণাঙ্গ আত্মাই এনেকৈ লুকাল্লুকি খেলিব পাৰে যে আনৰ জাকত সেইবোৰ পোনেই চিনি পোৱা টান।

অলপ বিবেচনা কৰিলেই আমি বুজিব পাৰোঁ অতি আদিম অৱস্থাত মানুহ প্ৰাণৰ সৈতে প্ৰকৃতিৰ সম্পৰ্ক সম্পূৰ্ণ অন্তৰঙ্গ আৰু উদ্ভিদ জগত আৰু জীৱ জগতৰ আটাইৰে লগত অন্তৰৰ ঘনিষ্ঠতা নিবিড় আছিল। আধুনিক সভ্যতাৰ বিস্তাৰৰ লগে লগে মানুহ যিমানে স্বাৰ্থপৰ আৰু কৃত্ৰিম স্বভাৱৰ হৈছে, সিমানেই সেই সম্বন্ধ পাতলি আহিছে। উদাহৰণ স্বৰূপে,—

'অ' ফুল অ' ফুল নুফুল কিয় ?
'গৰুৱে যে আগ খায় মইনো ফুলিম কিয় ?'
'অ গৰু অ' গৰু, আগ খায় কিয় ?
'গৰখীয়াই যে গৰু নৰখে, মইনো নাখাম কিয় ?
'অ' গৰখীয়া অ' গৰখীয়া গৰু নৰখ কিয় ?
'ৰান্ধনীয়ে যে ভাত নিদিয়ে মইনো ৰখিম কিয় ?'
'অ' ৰান্ধনী, অ ৰান্ধনী, ভাত নিদিয় কিয় ?
'খৰিকটীয়াই যে খৰি নিদিয়ে, মইনো দিম কিয় ?'
'অ' খৰিকটীয়া অ' খৰিকটীয়া, খৰি নিদিয় কিয় ?
'মেঘে যে বৰষে, মইনো দিম কিয় ?'
'অ' মেঘ, অ' মেঘ, বৰষ কিয় ?'
'ভেকুলিয়ে যে টোৰ্টোৰায়, মই নবৰষিম কিয় ?
'অ' ভেকুলি, অ' ভেকুলি, টোৰ্টোৰাব কিয় ?'
বোপা-ককাৰ খুটিটো এৰিম বা কিয় ?'

ফুল, মেঘ, ভেকুলি আদিৰ জৰিয়তে এনে আলাপৰ কল্পনা কৌতিয়াও

আধুনিক যুগত স্বাভাৱিক নহয় তাৰ বাবে বৰ্তমান মানুহৰ মনৰ খাটনি কত? পণ্ডিতে ভাষাত নহলেও ভাবত এনেবোৰ গীতৰ জন্ম নিশ্চয় বহুত পুৰণি।

'শিয়ালি ঐ', নাহিবি ৰাতি। তোৰে কাণ কাটি লগাম বাতি॥
শিয়ালিৰ মুখতে মধুৰা ফুল। শিয়ালি পালেগৈ ৰতনপুৰ॥'
"জোনবাই এ তৰা এটি দিয়া। পাত নাই চোত নাই, কিহতকৈ দিম?
হালধীয়া চৰায়ে বাওধান খায়। শহুৰৰ পুতেকে নাও মেলি যায়।
নাৱে বোলে টুলুংভুটুং, বঠাই বোলে টুলুংভুটুং। গধূলিতে তৰা ফোটায়।"

এনেবোৰ নিচুকনি বা ধাই নামৰ বাহিৰেও প্ৰকৃতি পুৰাণ যুগৰ পৰা কিছুমান চহা অসমীয়া সাধুত এই কথাৰ প্ৰমাণ পোৱা হয়।—

ওকণী সখী মৰি গল বগে বৰত কৰে।
লুইত ফেনা মহ মেনা॥ গছ নিপাতী, কপৌ কণা॥'

ওকণী বগ মহ, কপৌ গছ লুইত আদিৰ পৰস্পৰ এনে লগে-গলে লগা সম্পৰ্কৰ সাধুও ঠিক একদৰেই সেই কোনোবা সত্যযুগৰ বুলি অনুমান কৰিব পাৰি।

'টোপনি চিকুণ পুৱা, কটাৰি চিকুণ পুৱা।
জকাই বাওঁতে ছোৱালী চাবা দেখি কেনেকুৱা।
'বুঢ়ী আই ঐ! নাহিলি সুখৰ কালত।
সাতজনী নিগনী খীৰাই খাইছিলো সেবেকাক ৰাইছিলো হালত॥'

এনে কিছুমান যোজনা-পটন্তৰো ভাবত যথেষ্ট প্ৰাচীন-পন্থী যেন লাগে। তদুপৰি—

"কান্দিলেই কথা মথিলেই ঘিউ। ভাতত দিয়া হাইকণীৰ কোনি ৰায় জীউ।"
"ঘৰ হাত জালৰ তেৰ হাত কটা। ভাল মাৰিলি বাপৰ বেটা॥
মউ-মৰালি সৰকি গল। পুঠি-খলিহা পাছে পাছে বল॥"

এনেবিলাক ফকৰাৰ তকতীয়া অৰ্থ-ব্যাখ্যা আদি দিয়া হলেও এইবোৰ বৈদিক বা প্ৰাক্‌বৈদিক যুগৰো পূৰ্বকালৰ যেন অনুমান হয়। কিন্তু ই অনুমান মাত্ৰ, আৰু এই অনুমানো কেৱল কিছুমান ফকৰা ভাবত প্ৰাচীন হব পাৰে বুলি এইবোৰৰ ভাষা অৰ্বাচীন নিশ্চয়। যুগতে পালনৰ দৰে চহা সাহিত্য এনে চৰণ যে তাক কোনো নিৰ্দিষ্ট যুগত সুমুৱাব টান, বা, তাক সহজে গ্ৰহণ কৰাৰ দৰে চহা-সাহিত্যৰ কোনো যুগ নাই।

কিন্তু অন্ততঃ এবিধ চহা সাহিত্য আছে মৌখিক হলেও অলপ চিন্তা-সোলোকাকৈ তাৰ যুগ নিৰ্ণয় কৰা কঠিন নহয়, সেয়ে হৈছে চহা গীত-কাব্য। ই আখ্যানমূলক যেতিয়া আখ্যানৰ নায়কজনৰ পাছত এশ মান বছৰৰ ভিতৰতে সেই গীত-কাব্যই প্ৰথম গঢ় লয় বুলি সাধাৰণতে ধৰিব পাৰি। প্ৰমাণস্বৰূপে, বদন বৰফুকনৰ গীত আৰু মণিৰাম দেৱানৰ গীত নিশ্চয় তেওঁলোকৰ মৃত্যুৰ কেইবছৰ মানৰ ভিতৰতে ৰচিত হৈছিল, কিন্তু আখ্যানৰ নায়কজন যিমান পুৰণি, গীতৰ সম্পূৰ্ণ গঢ় লোৱা কালো সেই অনুপাতে দীঘলীয়া হয়। মণিকোঁৱৰ আৰু ফুলকোঁৱৰৰ গীত দুটিকেই আটাইতকৈ পুৰণি বোলা হয়, কিয়নো এই দুটি গীতৰ লগত প্ৰাক ঐতিহাসিক যুগৰ এজন অসমীয়া ৰজা জড়িত আছে—

"শঙ্কলদেৱ ৰজাৰে পুতেক মণিকোঁৱৰ, কোলাতে খতি-খুণ নাই।
এবেলা দোলাতে এবেলা ঘোৰাতে, এবেলা খেৰি খেলায়॥"

মহম্মদ কাছিম ফেৰিষ্টাৰ মতে প্ৰাচীন অসমৰ ৰজা শঙ্কলাদিৱ বা শঙ্কলদেৱ কৈকোছ আৰু কৈথুশ্ৰুৰ সমসাময়িক। উত্তৰ ভাৰতৰ ৰজা কেদাৰ ব্ৰাহ্মণ আদিতে এওঁলোকৰ কৰতলীয়া আছিল। পাছত শঙ্কলাদিৱে কেদাৰৰ ৰাজ্য কাঢ়ি লৈ লগতে বঙ্গ আৰু বেহাৰ জয় কৰি লক্ষণাৱতী গৌড় নগৰ প্ৰতিষ্ঠা কৰে। ত্ৰয়োদশ শতিকাত মোগলে ভাৰত আক্ৰমণ কৰি টুণ্ডালৈ স্থানান্তৰিত নকৰালৈকে দুই হাজাৰ ই বঙ্গৰ ৰাজধানী আছিল। এয়ে হলে শঙ্কলাদিৱ অৱশ্যে খৃষ্টপূৰ্ব সপ্তম শতিকাৰ ৰজা বুলি প্ৰমাণিত হয়।

চাৰি লাখ পদাতিক এক লাখ অশ্বাৰোহী আৰু চাৰি হাজাৰ গজাৰোহী সৈন্য লৈ প্ৰবল প্ৰতাপী ৰজা শঙ্কলাদিৱে কেদাৰ ব্ৰাহ্মণৰ দৰে কৰতলীয়া হৈ থাকোঁতে অশান্তি হোৱাত পাৰস্যৰ ৰজা আফ্ৰাছিয়াবৰ লগত ৰংপুৰৰ ঘোৰাঘাট পৰ্বতত দুইবো ঘোৰ যুদ্ধ হয়। সেই যুদ্ধত পোনতে আফ্ৰাছিয়াৰ যাটিৰ লগা হৈছিল যদিও নতুন এদল সৈন্য আহি আক্ৰমণ কৰাত শঙ্কলাদিৱৰ পৰাজয় ঘটে আৰু শেষত পাৰস্যৰ বীৰ ৰুস্তমৰ হাতত তেওঁৰ মৃত্যু হয়। ৰুস্তমৰ কাল খৃষ্টপূৰ্ব সপ্তম শতিকাত সুপ্ৰতিষ্ঠিত বুলি ধৰা হয়, আৰু তেতিয়া হলে দুইটা ঘটনাৰ সম্পূৰ্ণ মিল হয়। কিন্তু ফিৰদৌছীৰ শ্বাহনামা মতে চতুৰ্থ খৃষ্টীয় শতাব্দীৰ চেছানীয় বৈষৰ পাৰসীয় ৰজা বাহৰাম গোৰৰ আক্ৰমণ প্ৰসঙ্গতহে ভাৰতীয় ৰজা শঙ্কলাদিৱৰ উল্লেখ আছে। এই প্ৰায় এক হাজাৰ বছৰৰ প্ৰভেদৰ কাৰণ এড্‌ৱাৰ্ড গেইটৰ মতে আফ্ৰাছিয়াৰ কোনো এজন ৰজাৰ পুৰৈীয়া

নাম নাছিল বিক্রমাদিত্য উপাধিৰ দৰেই আক্কাছিয়াৰ এটা উপাধি অর্থ 'পাৰস্য বিজেতা'। এই পিছৰ মত গ্রহণ কৰিলে অর্থাৎ খৃষ্টীয় চতুর্থ শতিকাৰ বজা বুলিলে তেওঁৰ পুতেক মণিকোঁৱৰ আৰু নাতিয়েকে ফুলকোঁৱৰ সম্পর্কীয় এই গীতকেইটিৰ কাল অন্ততঃ ষষ্ঠ শতিকা মানৰ ভিতৰত পৰে।

কাঁচন-কুঁৱৰীৰ গীতত শঙ্কলাদিৰৰ নাতিয়েক ফুল কোঁৱৰৰ জন্মৰ কাহিনী মণিকোঁৱৰ হেৰোৱাৰ পৰাই বর্ণাইছে।—

'শঙ্কলদেৱ ৰজাৰ পুতেক মণিকোঁৱৰ হেৰাল শানীত পৰি।
শঙ্কলদেৱ ৰজাৰ কাঁচন বোৱাৰী থাকিল গলত জৰী॥
উজনি-নামনিত মণি কোঁৱৰক বিচাৰি নাপালে পাৰ।
শঙ্কলদেৱ ৰজাৰ কাঁচন বোৱাৰীৰ বল ছমহীয়া ভাৰ॥

"ফুলকোঁৱৰ গীত" অনুসাৰে ফুলকোঁৱৰ ডাঙৰ-দীঘল হোৱালৈকে নৃপতি শঙ্কলাদিৰ জীয়াই আছিল বাঢ়ৈৰ হতুৱাই ককাদেৱতাকে সজাই দিয়া কাঠৰ পখী-ঘোৰাত উঠিয়ে ফুলকোঁৱৰে পিতাকক বিচাৰি ওলাল। এইখিনিৰে পৰাই কবি-কল্পনাৰ যুগত বহন চৰিল আৰু ফুলকোঁৱৰে সচাকৈয়ে বসন্ত কোঁৱৰ হৈ মোহন ইন্দ্রজাল তৰিলে। বাৰ বছৰৰ মূৰত অতি অভিনৱভাৱে মালিনীৰ ফুলনিলৈ বাসন্তী সৌন্দর্য্যৰ ধল অহাত তাই আচৰিত হৈ চাওঁতেই ফুল-কোঁৱৰক দেখি দুনাই বিমোৰত পৰিল কিয়নো তেওঁক "দেৱ নে মনিহ্" ধৰিব নোৱাৰিলে। ফুলকোঁৱৰে নিজৰ চিনাকি দিয়াৰ পাছত উপযুক্ত বৰ ভাবি মালিনীয়ে তেওঁক পন্তুলা কুঁৱৰীৰ লগত গোপনে পৰিচয় কৰালে আৰু ফুল কোঁৱৰে পন্তুলালৈ "ফুলতে গুঁথিলে, ফুলতে লিখিলে ফুলাত বাতৰি দিলে।" তাৰ পাছত অবশ্যে উষাৰ অগ্নিগড়ৰ ভিতৰত অনিৰুদ্ধ ধৰা পৰিল আৰু তাৰ পাছত দুইৰো শুভ পৰিণয় সমাপ্ত হল। এইখিনিতো ইতিহাসৰ পৰা বহুত আঁতৰি আহি কুমাৰ-সম্ভৱৰ অকাল বসন্ত বা ইউৰপীয় পুৰাণৰ বসন্তৰ আগমন উৎসৱ দেখা পোৱা হয়। ইয়াৰ ভাষা আৰু বর্ণনাও অৱশ্যে অকল বৈদিক যুগেই নহয় আহোম যুগৰ মাজেদিও বর্ত্তমান যুগত সোমাইছি কেৱল ইয়াত যি প্রকৃতি-পুৰাণৰ সৃষ্টি হৈছে, তাৰ পৰাই নিতান্তই প্রাচীনৰ কিবা এটা বুলি ভাবিব পাৰি।

এনে কাব্য-কাহিনীবোৰক অসমীয়াত অকল "গীত" বোলা হয়, এইকেইটি প্রাক্-ঐতিহাসিক গীতৰ বাহিৰেও ঐতিহাসিক আধুনিক "জনা-গাভৰুৰ গীত"

“বদন বৰফুকনৰ গীত” “মণিৰাম দেৱানৰ গীত” আদি অনেক “গীত” আছে। কিন্তু অকল “গীত” বুলিলে ইয়াৰ সম্পূৰ্ণ অৰ্থ নোলায়, আৰু সাধাৰণ গীতৰ পৰা ইয়াৰ পাৰ্থক্য বুজিব নোৱাৰি। ইংৰাজীত এনেবোৰ ৰচনাক বেলেড বোলে, এইবোৰ অকল গীত নহয় কাব্যও। কাব্যৰ দৰে ইয়াত একোটা কাহিনী বা বুৰঞ্জীমূলক ঘটনা বৰ্ণোৱা হয়, কিন্তু তাকে গোৱাও হয় এই দুই ভাব বুজাবলৈ সেইদেখি ইয়াক গীত-কাব্য বোলা হৈছে। ইফালে আকৌ ইংৰাজীত লীৰিক বোলা এজাতি কবিতা আছে, এপিক বা মহাকাব্যৰ বিপৰীতে এই জাতিৰ কবিতাই ৰচয়িতা বা কবিৰ গাইগুটীয়া হৰ্ষ বিষাদ ৰুচি অৰুচি প্ৰকাশ কৰে। ইংৰাজী লায়াৰ (বীণ) মূলৰ পৰা এই শব্দটো ওলাইছে কিয়নো হাতত বীণ লৈ নিজৰ সুখ দুখ বৰ্ণোৱা এজাতি কবি ইউৰোপত আদিতে আছিল তেওঁলোকৰ ৰচনাকে তেতিয়া লীৰিক বোলা হৈছিল কিন্তু কালক্ৰমত হাতত বীণ লৈ নাগালেও বা সেইদৰে গাব পৰা ৰচনা নহলেও অকল গাইগুটীয়া ভাব প্ৰকাশ কৰা কবিতা মাত্ৰকে লীৰিক বোলা হ'ল। সেইহে বেলেড জাতিক গীত-কাব্য বুলিলে তাৰ পৰা পৃথক বুজাবলৈ লীৰিক জাতিক গীতি-কবিতা বোলা হৈছে।

ইংৰাজী বেলেড শব্দৰ মূল ফৰাচী শব্দ বেলাৰ অৰ্থ নচা ই আদিতে গায়ক এদলে নাচোঁতে গোৱা গীত বুজাইছিল। এতিয়া দুশাৰীৰ বা চাৰি শাৰীৰ চমু চমু ফাকিৰে পোনপটীয়া ছন্দত সহজ অথচ সৰলভাৱে সবল কিন্তু জুলজুল-পটপটকৈ বিশদৰূপে বৰ্ণোৱা কবিতাক বেলেড বোলে আৰু ই অসমীয়া গীত-কাব্যবোৰৰ লগত সম্পূৰ্ণ একে। গীতি-কবিতা যেনে মাৰ্জিত আৰু কৃত্ৰিম গীত-কাব্য তেনে চহা আৰু স্বাভাবিক। গীতি-কবিতা এটাৰ এজন বিশেষ লেখক আছে, কাপ-কাঠি ধৰি চাকিয়ে চাকিয়ে তেল পুৰি হলেও তেওঁ তাক লিখিছে গতিকে তাত তেওঁৰ ব্যক্তিত্ব বা অভিজ্ঞতাৰ ৰহন, তাৰ ভাব-ভাষা আৰু ৰচনা-ৰীতি, জিলিকি উঠিবই লাগিব। কিন্তু গীত-কাব্যৰ লেখক নাই কাপ-কাঠিৰ লগত তাৰ সম্পৰ্ক নাই যদিও অৱশ্যে এই মৈলাম-ফুলাপাতৰ দিনত কলীয়া আখৰকেইটাৰ পৰা আঁতৰি আহি সাহিত্যৰ ধাৰণা কৰাই ডাঙৰ মানসিক যুঁজ-বাগৰৰ কথা।- কিয়নো আজি-কালি শিক্ষা বুলিলেই বেলেকে লিখা, পঢ়া আৰু অংক কৰা, শিক্ষিত বুলিলেই সেইদৰে মসিজীৱী অৰ্থাৎ কলম পিহি খোৱা জীৱ-বিশেষ!

ইয়াতকৈও আচৰিত যেন লাগিব এই গীত-কাব্যবোৰৰ লেখক কিয় কোনো ৰচয়িতাই নাই বুলিও কোৱা হয় কৰ্ত্তাহীন কৰ্ম, ইও জানো এনা পেচা কথা। জেমছ্ গ্ৰীমৰ মতে এই গীত কাব্য তথা চহা-সাহিত্য এক সমূহীয়া ভাবৰ অভিব্যক্তি আৰু একোটা জাতিৰ বাজহুৱা সম্পত্তি যি কালত বৰ্ত্তমানৰ দৰে শিক্ষিত-অশিক্ষিত বুলি দুটা জাতি নাছিল যি যুগত হজুৱাৰ পৰা বজালৈকে সমাজত সদৌৱে মানসিক সম্পৰ্কবোধ এক আৰু অভিন্ন আছিল চহা সাহিত্য সেই সময়ৰ সৃষ্টি। ফৰাছীসকলে কবৰ দৰে ই মৌখিক সাহিত্য লিখা পঢ়াৰ জগত যেন ইয়াৰ অৰি-ষড়ৰ্ন্টক। যেতিয়াৰ পৰাই লিখা পঢ়াৰ চৰ্চা সমাজত ব্যাপক হল আৰু সমাজত এই লিখা পঢ়া জনা-নজনাৰ মাজত এটা ফাট ওলাল তেতিয়াই ইয়াৰ দুৰ্গতি আহিল তেতিয়াৰ পৰাই সি জাকৰুৱা সম্পত্তি গুচি এদলৰ এজনীয়া হবলৈ ধৰিলে। অকল সেয়ে নহয় এক ঠেক চুকত ই ঠিয়নি লাগি মুৰ্কলি বায়ুৰ আটকত উৰণীয়া মুকলি মুৰীয়া এই চহা সাহিত্যই শেষ নিশাহ এৰিবলৈ ধৰিলে।

তথাপি কিন্তু অন্ততঃ পোনতে এজন ৰচয়িতা নোহোৱাকৈ একোটি গীত ৰচিত হোৱা কথাটো মনত ঠাই দিয়া টান। এটি চহা-গীত বা গীত-কাব্যৰ কথা যে বাজহুৱা সৰবৰহী ভাব এবাৰ ওপজাৰ পাছত যে সমূহ-তন্ত্ৰবাদী সমাজৰ সন্তানৰ দৰে সি বাজহুৱা সম্পত্তি হৈ পৰে এই সকলোখিনি কথা জানিবা মানি লব পাৰি কিন্তু গুৰিত এজন গুটীয়া লোক নোহোৱাকৈ জন সাধাৰণে জাকৰুৱাকৈ একে জোলোকাতে এনে একোটি মৌলিক গীত উলিয়াই দিব পৰা কথা মনত ঠাই দিয়া কঠিন। তেন্তে ইয়াকে থিৰ কৰিব পাৰি 'বহুৰ কথা এজনৰ ভাষা', এয়ে চহা-গীতৰ মূল ৰহস্য শিমলু তুলাৰ দৰে বতাহত উৰি কমাই ফুৰা ভাববোৰ ধৰি একো-একোজনে তাক ৰূপ দিয়ে আৰু এবাৰ ৰূপ পোৱাৰ পাছত মুখে মুখে যুগে যুগে এনেদৰে তাৰ ৰূপান্তৰ হবলৈ ধৰে যে আদি জনক-জননীয়েই শেষত তাক চিনিব নোৱৰা হয়গৈ। গতিকে কোনোবাই ইয়াৰ ৰচয়িতা কোন বুলি সুধিলে আকৌ তাকেই কব লগা হয় তাৰ ৰচয়িতা নাই, সম্ভৱতঃ নাছিলেই অগত্যা এজনক দেখুৱাই দিবলৈ নহলে শেষত যিজনৰ মুখৰ পৰা শুনি তাক লিপিবদ্ধ কৰা হয় তেওঁলৈকে আঙুলিয়াব লাগিব।

গীতি-কবিতাৰ লগত গীত-কাব্যৰ আন পাৰ্থক্য হল ইয়াৰ ৰচয়িতাৰ অপৰিচয় বা ব্যক্তি-নিৰপেক্ষতা (ইম্পাৰছনেলিটি)। কোনো কাহিনী

সজোৱা বা বৰ্ণোৱা কৌশলত আড়ম্বৰ হীনতা বা অমায়িকতাও গীত-কাব্যৰ অন্যতম বিশিষ্টতা। জনা গাভৰুৰ গীত বদন বৰফুকনৰ গীত আদি আধুনিক যুগৰ গীত কাব্য দুই এটিত সৰস্বতী স্তুতি যি দুই-চাৰিটি দিয়া হয় তাৰ লগত গীতকেইটিৰ কোনো তেজ-মঙহৰ সম্বন্ধ নাই ই বন-ঘোষা আদিৰ পৰাও ধাৰ কৰা হব পাৰে। ইয়াৰ উপৰি, "কি চৰাই মাৰিবৰ বগ" "মাছৰ কুমলীয়া শল", "পোৱালি হাতীৰে শুড়" আদি কিছুমান উপমাৰ মোচৰা গাঁঠি এই গীত কাব্যবোৰত থাকি বৰ্ণনাৰ স্বাভাৱিকতা বঢ়ায়। জন সাধাৰণৰ ছাঁটোৰ দৰে বৰ্চায়িতাজনে এইবোৰ বৰ্ণাই যায় বাবে আধুনিক কবি-শিল্পীৰ দৰে তেওঁৰ কোনো আগলি-বাৰ্তাৰ বা অভিনৱত্ব নাথাকে জন-মতেই তাৰ প্ৰাণবস্তু।—

"জোনবাইৰ আগৰে একোটি তৰা। আয়ে বিয়া দিলে গঁঠীয়া দৰা॥
হেৰ তই গঁঠীয়া নাপাব গালি। আইৰ ঘৰলৈ যামেগৈ ভৰি পথালি॥
আয়ে বুলিব মোৰ জী আহিছে ভাল ভাত এগালি ৰান্ধো।
বোপায়ে বুলিব, মোৰ জী আহিছে চুকৰে হাঁহিনী মাৰোঁ॥
ককায়ে বুলিব, মোৰ ভনী আহিছে ভাল তামোল এঠুকি পাৰোঁ।
বোৱে বুলিব মোৰ ননদ আহিছে মুৰতে তলিয়া ফালোঁ॥
বোপাইলৈ আনিছোঁ শালৰ বৰকাপোৰ আইলৈ আনিছোঁ খাৰ।
ককাইলৈ আনিছোঁ পাটৰে টঙালি বৌলৈ বাঢ়নিটাৰ॥"

বিস্ময় মানিব লাগে ইংলণ্ড-স্কটলণ্ডতো প্ৰচলিত প্ৰায় সাইলাখ এনে ভাবৰ এটি গীত আছে (অধ্যয়ন ১৩ পিঃ)।

## ২। ধৰ্মমূলক সাহিত্য—(১) তান্ত্ৰিক প্ৰভাৱ

ভাৰত-প্ৰসিদ্ধ কামাখ্যা পীঠ বুকত লৈ পুৰণি কামৰূপ ৰাজ্য অতীজৰে পৰা শাক্ত ধৰ্মৰ এক অজেয় দুৰ্গ আছিল যে সন্দেহ নাই। সমগ্ৰ ভাৰত ব্যাপি পৰা শাক্ত ধৰ্মৰ কম্পন-কেন্দ্ৰ এই কামৰূপেই বুলি বহুত পণ্ডিতে অনুমান কৰে অৱশ্যে যদিও কাশ্মীৰেও কামৰূপৰ সৈতে এই দাবীত যোগ দিয়ে। খৃষ্টীয় দশম আৰু পঞ্চদশ শতিকা মানত এই কামৰূপ ৰাজ্যতে ৰচিত বুলি পৰিগণিত ক্ৰমান্বয়ে কালিকা পুৰাণ আৰু যোগিনী তন্ত্ৰত সমসাময়িক কামৰূপৰ যি সামাজিক চিত্ৰ পাওঁহক তাত বাইকৈ শাক্ত ধৰ্মৰ প্ৰাধান্যৰ প্ৰমাণ পোৱা হয়।

পুৰণি বৈষ্ণৱ চৰিত পুথিবোৰতো সেই কালৰ সমাজত এনে বিভিন্ন ধৰ্মৰ প্ৰভাৱৰ উমান পাব পাৰি।

সেইবোৰৰ উপৰিও, ত্ৰয়োদশ শতিকাত ভাৰত আক্ৰমণ কৰা মোগল আৰু অসম আক্ৰমণ কৰা আহোমৰ বুৰঞ্জীমূলক টোকাৰ পৰাও সেই কালৰ অসমীয়া সমাজত যি ছেগা চোৰোকা পোহৰ পৰে তাৰ সহায়তো ধৰ্মৰ নামত অসমত নানা তান্ত্ৰিক ৰীতি নীতি প্ৰচলিত থকাৰ প্ৰমাণ পোৱা হয়। সেই কালৰ এই দেশৰ শাসকসকলৰ কছাৰী চুটিয়া বাৰভূঞা আদিৰ মাজতো আৰ্য অনাৰ্য নানাভাৱে শাক্ত পূজাই চলিছিল। চুটিয়াসকলে সদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰত যি কেচাই খাতী গোসানীৰ পূজা কৰিছিল সিও কালী গোসানীৰে এক প্ৰাচীন ৰূপ বেৰল কালীৰ পূজা বামুণে আৰু কেচাইখাতীৰ পূজা দেউৰীয়ে কৰিছিল। এই বাবেই তাম্ৰেশ্বৰী মন্দিৰ পূব কামৰূপৰ কামাখ্যা বুলিও কোৱা হয়। আহোম ৰাজত্বৰ মাজলৈকে এই তাম্ৰেশ্বৰী মন্দিৰত নৰ বলি চলিছিল কেৱল আহোম ৰজাই সাধাৰণতে প্ৰাণ দণ্ড পোৱা লোকক আৰু তেনে মানুহ নাথাকিলেহে কোনো বিশেষ ফৈদৰ পৰা বলি বাচি লবলৈ দিয়া হৈছিল। বৈষ্ণৱ কবি ৰাম সৰস্বতীৰ ভীম-চৰিত'ত বৰ্ণোৱা বকাসুৰৰ বলিৰ কথাও সম্ভৱ সমসাময়িক অসমীয়া সমাজত বাস্তৱতে বা কিম্বদন্তীৰূপে তেতিয়াও প্ৰচলিত আছিল। এই বলিবিলাকক 'ভোগী" স্বৰূপে বিশেষভাৱে সকলো ইন্দ্ৰিয় ভোগৰ সুবিধা দিয়া হৈছিল।

অকল চুটিয়াই কিয় পুৰণি অসমৰ কছাৰী কোচ ত্ৰিপুৰা জয়ন্তীয়া আদি প্ৰায়বোৰ পৰ্বতীয়া জাতিৰ মাজত এই নৰ বলি প্ৰথা প্ৰচলিত থকাৰ প্ৰমাণ আছে। তন্ত্ৰবোৰ সাধাৰণতে শিৱ দুৰ্গা বা হৰ পাৰ্বতীৰ কথোপকথন স্বৰূপে আৰু মন্ত্ৰবোৰ প্ৰায়েই শিৱ দুৰ্গাৰ স্তুতিৰে আৰম্ভ হয় এওঁলোকৰ কাকো অকলে বন্দনা কৰা নহয়। পুৰণি কছাৰী ৰাজধানী মায়ৰঙত থকা ব্ৰা ব্ৰী (বুঢ়া বুঢ়ী অৰ্থাৎ হৰ পাৰ্বতী) পূজাৰ কথায়ো শিৱ-দুৰ্গা পূজাৰ সেই আদিম ৰূপৰ কথাকে সোঁৱৰায় বুঢ়া বুঢ়ী জপৰা-জাপৰী আদি হৰ-পাৰ্বতীৰে ৰহস্যপূৰ্ণ লৌকিক নাম নিশ্চয়। সিন্ধু উপত্যকাৰ মহেঞ্জোদাৰো আৰু হৰপ্পাৰ আৱিষ্কাৰত পোৱা শিৱ-দুৰ্গাৰ নিচিনা মূৰ্ত্তিতে আৰম্ভ কৰি এই পূৰ্ব ভাৰতীয় পূৰ্ববৈদিক দেৱ-দেৱীয়ে বৈদিক ধৰ্মৰ ভিতৰোদি কেনেকৈ নিজ প্ৰভাৱ বিস্তাৰ কৰিলে তাৰ বুৰঞ্জী অতীৱ ৰহস্যজনক। সি যি হওক পুৰণি অসমত

এই আৰ্য অনাৰ্য্য শক্তি-পূজাৰ ওপৰা উৰ্পাবয়েই এই তান্ত্ৰিক ধৰ্মৰ এই দেশত উৎপত্তি হোৱা কথাৰ সাক্ষ্য দাঙি ধৰে।

"দৰং ৰাজবংশাৱলী"ৰ (৩৩৬-৩৭ পদ) পৰা স্পষ্টকৈ বুজিব পাৰি অন্ততঃ নৰনাৰায়ণৰ ৰাজত্বলৈকে (১৫৪০ ৮৪ খৃঃ) এই আৰ্য্য-অনাৰ্য্য পদ্ধতিৰ পূজা বলেৰে নিয়ন্ত্ৰিত কৰিব লগা হৈছিল।—

'শপত খুৱাই ৰাজা বুলিলা বচন। শুনিয়ো সমস্তে মোৰ বাক্য নিবন্ধন॥
গোঁহাই কমল আলি মধ্য সীমা কৰি। উত্তৰৰ ফালে আছে যতেক কছাৰী॥
সেঁহি ফালে দেৱালয় আছে যত তত। কোচে মেচে পূজিবেক মোহোৰ বাক্যত॥
দক্ষিণৰ ফালে পূজা ব্ৰাহ্মণে কৰিব। এহি নিবন্ধনে সৱে ধৰ্মে প্ৰৱৰ্ত্তিব॥"

সেই কালত তান্ত্ৰিক ধৰ্মৰ নামত সমাজত কেনে অদ্ভুত ব্যৱহাৰ চলিছিল আৰু কামৰূপ ৰাজ্য কেনেকৈ তাৰ তপত খোলা হৈ পৰিছিল প্ৰায় দশম শতিকাৰ কালিকা পুৰাণ তাৰ জীৱন্ত সাক্ষী।—

"কামৰূপং মহাপীঠং গুহ্যাদ গুহ্যতৰং পৰম্।
সদাসন্নিহিতস্তত্ৰ পাৰ্বত্যা সহ শঙ্কৰঃ॥৬৪।
কৰতোয়া নদী পূৰ্বং যাবদ্দীকৰবাসিনীম্।
ত্ৰিংশদ যোজনবিস্তীৰ্ণং যোজনৈক শত যতম॥৬৫।
ত্ৰিকোণং কৃষ্ণবৰ্ণঞ্চ প্ৰভুতাচল পূৰিতম্।
নদীশতসমযুক্তং কামৰূপং প্ৰকীৰ্ত্তিতম॥৬৬।
শম্ভোঃ নেত্ৰাগ্নিনিৰ্দগ্ধঃ কামঃ শম্ভোৰনুগ্ৰহাৎ।
তত্ৰ ৰূপং যতঃ প্ৰাপ্তং কামৰূপং ততোঽভৱৎ॥৬৭।
অপৰে চাশ্ৰমাঃ সন্তি হৰগৌৰ্য্যাঃ সদাতনাঃ।
নৈতয়ে সদৃশঃ কোঽপি বিদ্যতে শঙ্কৰাশ্ৰমঃ॥৬৯। (৫১ অধ্যায়)

"যথেষ্টমাংসমদ্যাদি ভোজনাৰ্থং ময়া ধৃতঃ।
মহাভৈৰৱকায়োঽয়ম তথা স্ত্ৰী-ৰতিসঙ্গমম্॥
আৰম্ভ বাম্যভাবেন পূজ্যো মদ্যাদিভিঃ সদা।
বামঃ কায়ো ব্ৰহ্মণোঽপি মাংসমদ্যাদি ভুঞ্জতে॥
কৃতো মহামোহনায় চাৰ্বাকাদি প্ৰৱৰ্ত্তকঃ।
মদ্যমাংসানো ভোগী লোলুপঃ স্ত্ৰীষু সৰ্বদা॥" (৭৪ অধ্যায়)

"শাৰ্দ্দূলশ্চ নৰশ্চৈৱ স্বগাত্ৰৰুধিৰং তথা।৪।
চণ্ডিকা ভৈৰৱাদিনাং বলয়ঃ পৰিকীৰ্ত্তিতাঃ॥৫।
মৃগানাং শোনিতৈ দেঁৱী নৰাণামপি শোণিতৈঃ।
অষ্টৌ মাসানবাপ্নোতি তৃপ্তিং কল্যাণদা চ সা॥১০।
নৰেণ বলিনা দেৱী সহস্ৰং পৰিৱৎসৰম্।
বিধিদত্তেন চাপ্নোতি তৃপ্তিং লক্ষং ত্ৰিভিৰ্নৰৈঃ॥
নৰেনেৱাথ মাংসেন ত্ৰিসহস্ৰাণ্ড বৎসৰাণ।
তৃপ্তিমাপ্নোতি কামাখ্যা ভৈৰৱী মম ৰূপধৃক॥২০।
মন্ত্ৰপূতান্ শোণিতান্তু পীয়ূষান্ জায়তে সদা।২১।
মস্তকাণ্ডাপি তস্যাস্তি মাংসান চাপি তথা শিৱ।
তস্মাত্তু পূজনে দদ্যাৰ্দ্ধলিঃ শীৰ্ষশ্চ লোহিতম॥২২।
সংগ্ৰামং বলিদানেষু যোষিতং পশুপক্ষিণঃ।
বলিং দদ্যান মানুষীস্তু তত্ত্বা সন্ধাত পূজিতম॥১০২।
নৰং মৰ্ত্ত্যশিৰোবক্তং দেব্যাঃ সম্যক নিৱেদয়েৎ।১১২।
হসতি ছিন্নশীৰ্ষান্ ক্ষেমৰম স্যাত্তু বিপৎক্ষয়ঃ।
শ্ৰীবৃদ্ধিৰায়ূৰো বৰ্দ্ধিঃ সদা দাতুৰসংশয়ঃ॥"॥১৪১। (৬৭ অধ্যায়)
"অধিষ্ঠিতস্তথানৈ্যচ ব্ৰহ্মাদৈ্যঃ সকলৈঃ সুৰৈঃ।
কৃতপাপাপি মনুজো নিষ্পাপো স তু জায়তে॥
তস্য নিম্নকলুৰে স্যাসু পীয়ূষং শোণিতং ভৱেৎ।
সোঽপি কায়াং পৰিত্যজ্য মানুষং ন চিৰান্ মৃতঃ।
ভৱেদগণা নামধীপো মৱাপি বহু সংকৃতঃ॥" (৬৬ অধ্যায়)

সৰহ নাজানে, প্ৰায় পঞ্চদশ শতিকালৈকে যোগ-সাধনা আদিৰ নামত সমাজত শিহৰ তাণ্ডৱ লীলা হৈছিল যোগিনী-তন্ত্ৰ গ্ৰন্থই তাৰ প্ৰমাণ দিয়ে।—

"বিন্দুত্ৰয়ং কলাক্ৰান্তং প্ৰথমং পৰিচিন্তয়েৎ।
তত্তস্মান্ত ভৱেজ্জাতং স্ত্ৰীৰূপং যোড়শাব্দিকাম॥৮।
বালাৰ্ককোটিসংজ্যোতি প্ৰকাশিতদিগন্তৰম
মূৰ্দ্ধাদি স্তনপৰ্য্যন্তান্ৰ্দ্ধ বিন্দোঃ সমুদ্ভৱাম্॥৯।
বিন্দুৰয়ময়দেহং কণ্ঠাদিকটিশীৰ্ষকাম্।
স্তনদ্বয়েন তাদস্তান্ ত্ৰিৱলী পৰিৱৰ্ণিতম্॥১০।

যে ন্যাদিকাণ্ড পদোতং কামন্তাৎ পৰিচিন্তয়েৎ ॥১১।
মদ্যং মাংসং তথা মৎস্যং মুদ্ৰামৈথুনমেব চ।
ইদমাচৰণং দেৱী পশোৰ্ন দিব্যবীৰয়োঃ ॥১৪। (ষষ্ঠ পটল)

ব্ৰহ্মা বিষ্ণু শিৱাদিনা সুপ্ৰিয় সাধকোত্তমং ॥২৮।৬
মাতৃযোনিং পৰিত্যজ্য মৈথুনং সৰ্বযোনিষু ॥৪৪।৬
দ্বাদশাব্দাধিকা যোনিৰ্যাবৎ ষষ্ঠী প্ৰজায়তে।
তাবত্তু মৈথুনং তস্যাং স্বয়ম্ভব ॥৪৫।৬
কামৰূপে মহাপূজা সৰ্বসিদ্ধি ফলপ্ৰদা।
নেপালস্য কাঞ্চনাদ্ৰি ব্ৰহ্মপুত্ৰস্য সঙ্গমম ॥১৬।
কৰতোয়াং সমাশ্ৰিত্য যাৰ্দ্দিকৰবাসিনীম।
উত্তৰস্যাং কুঞ্জগিৰিঃ কৰতোয়াস্তু পশ্চিমে ॥১৭।
তীৰ্থশ্ৰেষ্ঠ দিক্ষু নদীং পূৰ্বস্যাং গিৰিকন্যাকে।
দক্ষিণে ব্ৰহ্মপুত্ৰস্য লাক্ষাং সঙ্গমাৱধি।
কামৰূপ ইতি খ্যাতঃ সৰ্বশাস্ত্ৰেষু নিশ্চিত ॥১৮।

কালিকা পুৰাণত দিয়া বামুণৰ নৰ বলি প্ৰথা আৰু তাম্ৰেশ্বৰী মন্দিৰত থকা চুটিয়াৰ নৰ বলি পদ্ধতি মিলাই চালেই সকলো ওলাই পৰে। আনবোৰ পৰ্বতীয়া জাতিৰ উপৰি খাছিয়া আৰু প্ৰায় বৰ্তমানলৈকে চলা বাংপাং নগা বিল্লাকৰ নৰ বলি প্ৰথা বিশেষ মন কৰিব লগীয়া। কিম্বদন্তীৰ উপৰিও আইন ই আকবৰীৰ বাহিৰেও হাফট ইক্লিম আদি মুছলমান বুৰঞ্জীলেখকৰ টোকাৰ পৰা জানি "আই" বোলা গুহাবাসিনী এগৰাকী গোসানীৰ নাবে উপবাচি বলি হোৱা "ভোগী" নামৰ এজাতি লোক আছিল বছৰেকীয়া পালত তেওঁলোকে গোসানীৰ বলি-শালত নিজক উছৰ্গা কৰাৰ আগতে যেনে ইচ্ছা তেনেদৰে চলিব পাৰিছিল যেই সেই তিৰুতাই তেওঁলোকৰ সম্ভোগৰ বাবে সাজু হবলৈ বাধ্য আছিল আৰু অনেক সময়ত তেওঁলোকে সম্পূৰ্ণ গৰ্ভৱতী হোৱা তিৰুতাৰ পেট ছিৰি ভ্ৰূণ পৰীক্ষা কৰিছিল। সেই আই-গোসানী বিষয়ক গীতবোৰেই অসমীয়া "আই-নাম" ৰূপে প্ৰসিদ্ধ।

আহতৰ গছতে আয়ে পুথি পঢ়ে গোঁপিনী কাকুতি কৰে।
গোঁপিনীৰ কাকুতি দেখি ভগৱতী নামি আই আনন্দত বহে॥

আয়ো আহিছে দাসীয়ে কান্দিছে আইৰ চৰণত পৰি।
নাকান্দিবি দাসী আইৰ উঠে হাসি তুলি যাম যশস্যা কৰি॥
আগতে ভৱানী পাছতে গোসানী মাজত মহামায়া আই।
তিনি ভগৱতী হল একে মতি দুখীয়াৰ মানিনি পাই॥

ইযাৰ “তিনি ভগৱতী” বা “তিনি আই”ৰ ঠাইত আন আন গীতত আইৰ ‘সাত ভনী” বা “সাত আই”ৰ বৰ্ণনা দিয়া হৈছে —

উজাই আহিল আইৰ সাত ভনী সাতালি পৰ্বত জুৰি।
তৃণ তৰু লতা সৱে দোঁৱায় মাথা আই আহিবৰ শুনি॥
উজাই আহিল আইৰ সাত ভনী লুইতত মাৰিল খেৱা।
ভয় নকৰিবা ভয়াতুৰ নহবা, আয়ে কৰি যাব দয়া॥
উজাই আহিল আইৰ সাত ভনী বালিতে পাতিল সভা।
গোপিনীসকলে পাবকে নোৱাৰে আযে লগাই দিয়া ঘোষা॥
উজাই আহিল আইৰ সাত ভনী নাৱত গুটিফুলৰ টোৰা।
গুটিকৈ আনিছে মুঠিকৈ বিলাইছে আচিনকৈ মনিছৰ পৰা॥
উজাই আহিলে আইৰ সাত ভনী বালিতে থাপিলে ৰাতি।
একোকে নাজানি অজলা ঘাটেয়ে লগাইছে সুগন্ধি বাঁতি॥
উজাই আহিল আইৰ সাত ভনী বালিতে পাতিল বাসা।
প্ৰাণীৰ বিকল দেখি আই ভগৱতী আপুনি লগাইছে ঘোষা॥

হাফট ইক্লিমৰ টোকাত যে ‘আই গুহাবাসিনী বা পৰ্বতবাসিনী এই সম্পৰ্কেও ভালেখিনি নাম পোৱা হয়ঃ—

কামাখ্যা কামিনী মাতা পাষাণ ৰূপিণী।
নীলাচলে নিবাসিনী হিমালয়-বাসিনী॥
কাল নিবাৰিণী কালী প্ৰচণ্ডা চণ্ডিকা।
চৰণতে পৰি কান্দো ৰাখোক অম্বিকা॥

যদিও এই নামবিলাক “আই নাম’ “শীতলা নাম “কালী গোসানীৰ নাম, “দুৰ্গা গোসানীৰ নাম’ আদিত ভগাব পাৰি সি অনাৱশ্যক কিয়নো স্বৰূপতে একে পাৰ্বতীকে এই বিভিন্ন নামেৰে যে সেৱা কৰা হৈছে তাকো এনেবোৰ নামৰ পৰাই সহজে ধৰিব পাৰি—

শীতলা মাতৃক আমি কাতৰ কৰোঁ। অনুগ্ৰহ কৰা মাতৃ চৰণত ধৰোঁ॥

কৈলাসত আছিলা চামুণ্ডা গোসানী তোমাৰ নাম আছিল সতী।
স্বামীৰ ভাগ নেদেখি প্ৰাণকো ত্যজিলা, ইজন্মত হলা পাৰ্ব্বতী॥
দুৰ্গাই সুধিছে মোৰ ইষ্ট গুৰু পৰাণীৰ কি গতি হব।
তিৰিয়ে পুৰুষে লবা দুৰ্গা নাম, বিঘিনি ভাটিয়াই যাব॥
ইফালে বিদ্যা-আই সিফালে লক্ষ্মী আই, মাজত বিশ্বেশ্বৰী আই।
তিনিও বাই ভনী আছে একেলগে বাইজৰ পূজা-বলি পাই॥
শিৱৰে জটাতে আছিলা গঙ্গা মাৱ গণেশৰ বৈমাতা তুমি।
তোমাৰ নামৰে অনেক মহিমা দুৰ্গতি নাশিনী তুমি॥

সাধাৰণতে বসন্ত ৰোগৰ প্ৰতিষেধকৰূপে গোৱা এই আই-নামবোৰ মূলত তান্ত্ৰিক ধৰ্ম প্ৰভাৱৰ যে সন্দেহ নাই মাত্ৰ বিচাৰৰ বিষয়, কেতিয়া কেনেকৈ ইহঁতৰ জন্ম হল। এই গীতবোৰত পিচলা নৈৰ নাম ঘাইকৈ পোৱা হয় —

পিচলাৰ ঘাটতে আয়ে পানী তোলে তীমৰে কলসী লৈ।
ছঅ'ৰা বামুণে চণ্ডী পাঠ কৰিছে ভৱানীক আগতে থৈ॥
পিচলাৰ ঘাটতে আয়ে স্নান কৰে লাহৰ কেশতাৰী মেলি।
যাউতিযুগীয়া আইৰ শৰণীয়া পৰলৈ নিদিবা এৰি॥

ই বৰ লাগতিয়াল। ১৮০০ খৃষ্টাব্দত লিখা বেড্‌ৰ বুৰঞ্জীত এই নৈখনৰ বিশেষ বিৱৰণ আৰু ইয়াৰ পাৰত থকা আন আন নগৰৰ ভিতৰত ফুল বাৰীৰ উল্লেখ কৰিছে। ফুলবাৰীৰ নামো এই তান্ত্ৰিক গীতবোৰত উজ্জ্বল হৈ আছে ঃ

নাজানি-সোমালোঁ আইৰ ফুলবাৰী, নিচিনি ছিঙিলোঁ কলি।
ইবাৰৰ দোষকে ক্ষমিবা ভৱানী মাতোঁ চৰণত ধৰি॥
আইৰ পাৰ-মচা কপাহী গামেচা আইৰ কালিকটা পিৰা।
বৰ আয়ে পাচিছে, সৰু আই আহিছে ফুলবাৰী নগৰৰ পৰা॥

পিচলা আৰু ফুলবাৰীৰ লগতে আৰু এক উল্লেখ পোৱা হয় টুনী নৈৰ—

বৰ নৈৰ মুখতে নাও জৰা দিছে টুনী নৈৰ মুখলৈ চাই।
সতবাই তুলিবা আই ভগৱতী, জীৱই বৰ দুখ পায়॥

এইখিনি প্ৰমাণে নিৰ্ভুলভাৱে এটা সিদ্ধান্তলৈ আঙুলিয়ায়, সেয়ে হৈছে একালৰ প্ৰবল প্ৰতাপী বাৰভূঞা ৰাজ্য সদৌ উত্তৰ লখীমপুৰ আৰু তাৰো প্ৰধান কেন্দ্ৰ নাৰায়ণপুৰৰ ফুল-বাৰীত উত্তৰৰ কামাখ্যা স্বৰূপে আই-পূজাৰ পূৰ্ণ পয়োভৰ আছিল আৰু অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অনেক আগতে এই গীতবোৰ ৰচিত

হৈছিল। শংকৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ হেচাত ইয়াৰ তান্ত্ৰিক ভাব আৰু কালৰ প্ৰভাৱত ইয়াৰ ভাষা যথেষ্ট মাৰ্জিত আৰু সময়োপযোগী হৈ পৰিৱৰ্তনত থাই নাম আদি লৌকিক গীতৰ দৰে "নাম'ৰ মালা মুৰত লৈ বৈষ্ণৱ-ধৰ্ম-শোধিত অসমীয়া সমাজৰ মাজিয়াত সোমাই ইহঁত বৰ্তিব পাৰি ৰহিল। সাহিত্যৰ ফালৰ পৰাও এই গীতবোৰৰ সকহঁখিনিয়েই অতীৱ সৌন্দৰ্য্যব্যঞ্জক আৰু আধুনিক ৰুচিসম্মত গতিকে অন্ততঃ ভাষাৰ ফালৰ পৰা এইবিলাকক সিহঁতৰ উৎপত্তিৰ কাললৈ ঠেলিব নোৱাৰি।—

'গধূলিতে আই আহে পথুলিলৈ চাই।
মহামায়া আই আহে সোণৰ বংশী বাই॥
ৰাখাঁ ৰাখাঁ, আই ৰাখাঁ মায়াৰ বাঘে খায়।
তুমি মাতৃ নাৰাখিলে ৰাখোঁতা যে নাই।

"সোণৰে চৰকিৰ উৰে জাকি মাৰি ৰূপৰে দুখনি পাখি।
ছহৰ ফুৰিবলৈ আইলোক আহিছে জীৱ-দান মাগিছোঁ আমি॥

অন্ততঃ সপ্তম শতিকাৰ আগভাগৰ পৰা দ্বাদশ শতিকাৰ আগভাগলৈকে তামৰ ফলিবোৰত শিৱই প্ৰধান দেৱতাৰূপে আগ ভাগ পালেও একাদশ শতিকাৰ শেষ ছোৱাতহে ইন্দ্ৰপালৰ এখন তামৰ ফলিত শিৱৰ লগত দুৰ্গাই জয়ে জয়ে ঠাই পাইছে। কিন্তু তন্ত্ৰ-মন্ত্ৰ বুলিলেই দুয়ো থাকিবই লাগিব আৰু তন্ত্ৰ বুলিলেই আগমপন্থী অৰ্থাৎ এই দেৱ-দেৱীৰ যোগেদি সাংসাৰিক সুখৰ পৰাকাষ্ঠা-লাভ দেখুৱাব লাগিব কেৱল পঞ্চৰাত্ৰ সাত্বত তন্ত্ৰ আদি দুই-এখন তন্ত্ৰ নিগমপন্থী বা বৈষ্ণৱ মতাৱলম্বী। অসম তন্ত্ৰ-মন্ত্ৰৰ ঘৰ বুলিয়েই জগতত প্ৰখ্যাত আৰু কোনো-কোনোৰ মতে অসমত ৰচিত মন্ত্ৰবোৰেই এই ভাষাৰেই গুপ্তভাৱে সমগ্ৰ ভাৰতত প্ৰচলিত। তন্ত্ৰবোৰে ৰহস্যজনক চিহ্ন আৰু শব্দাদি ব্যৱহাৰ কৰে কামৰত্ন তন্ত্ৰ নামে এনে এখনি পুথি অসম ছৰ্কাৰে ছপাই উলিয়াইছে।

অন্যান্য জন-সাহিত্যৰ দৰেই এই মন্ত্ৰ সাহিত্যবোৰো আদিতে মৌখিক ৰচনা আছিল বুলি বুজিব পাৰি ইহঁত কেৱল গোপনীয়তাৰ বাবেই সৰ্বসাধাৰণৰ বস্তু নাছিল। তদুপৰি ব্যৱসায়মূলক সংৰক্ষণশীলতাৰ বাবে ভাষামূলক সংৰক্ষণশীলতাও ইয়াত অধিক ৰক্ষিত হোৱা স্বাভাৱিক, সঁচা কি, তেনে সংৰক্ষণশীলতাৰ বাবেই মন্ত্ৰ-সাহিত্য আজিও সৰ্বসাধাৰণভাৱে প্ৰচলিত হোৱা নাই। প্ৰকৃতিৰ লগত গভীৰ আত্মীয়তাৰ অনুভৱৰ প্ৰমাণকে যেনেকৈ জন-

সাহিত্যৰ উৎপত্তিৰ সাধাৰণ জোখ কাঠি বুলিছিলোঁ অপাৰ্থিৱ অনৈসৰ্গিক শক্তিৰ ধাৰণা আৰু বিশ্বাসো তেনেকৈয়ে এই তন্ত্ৰ মন্ত্ৰৰ প্ৰাচীনতাৰ নিদৰ্শন যুলিব লাগিব। গতিকে এইবোৰৰ জন্মও অৱশ্যে অতি আদিম অন্তত একাদশ দ্বাদশ শতিকাৰ পিছলৈ নাহে বিশেষকৈ অসমীয়া সমাজত বৈষ্ণৱ ধৰ্মৰ ঢৌ উঠাৰ পাছত আৰু এনেবোৰ তন্ত্ৰ মন্ত্ৰৰ নকৈ জন্ম হোৱা সম্ভৱ নহয় বুলিয়ে ভাবিব পাৰি।

ওঁ ক্লিং হ্রিং হ্রি, ক্রৌ, দ্র দ্রঃ দ্র —মন্ত্ৰবোৰৰ আৰম্ভণ প্ৰায় এনেকুৱা ইয়াৰ লগত অসমীয়াত সকলোৱে বুজাকৈ দুই চাৰি আষাৰ কথা কোৱা হয় আৰু ঔষধৰ সৈতে খুউৱা বা সাঁচিপাতত লিখি তাক কৰচত সুমাই দিয়া হয়। পক্ষীৰাজ মন্ত্ৰ বাৰ ভনী বিষালী মন্ত্ৰ ব্ৰহ্ম কৰ্বাতি, ৰুদ্ৰ কৰ্বাতি আদি সম্প্ৰতি প্ৰকাশিত মন্ত্ৰ পুথিৰ লেখ বৰ সৰহ নহয়। যদিও এই মন্ত্ৰবোৰে 'নাম' আখ্যা পোৱা নাই আৰু পাব নোৱাৰে তথাপি এইবোৰৰ ৰচনা আৰু গঢ়ৰ ওপৰতো বৈষ্ণৱ প্ৰভাৱ সুস্পষ্ট, সন্দেহ নাই। (অধ্যযন ৬৯ ৭২ পি)।

'শ্ৰীকৃষ্ণায় নম। ধন্বন্তৰিয়ে নম ॥

যেৰে পক্ষীৰাজ ঠিয হুই আছে। অসংখ্য দেবক দেখিলা পাছে ॥
যেৰে পক্ষীৰাজ মস্তক পৰোঁ। সাতখন দ্বীপৰ দেৱক কাটোঁ ॥
কৈলাস গোসাঁইক বান্ধি আনিলোঁ। যমপুৰক বান্ধিবাক লৈলোঁ ॥
যম দূতগণে কৰে লৰালৰি। বান্ধিলোঁ তাক নাগপাশ জৰী ॥
যমৰ দূতক কৰিলোঁ বন্দী। নাপাইলে দূতে ওলাইবাব সন্ধি ॥
বান্ধো বাৰ বান্ধো দুৱাৰ। স্বৰ্গ মৰ্ত্ত্য পাতাল কৰোঁ এক ঠাৱ ॥
যেৰে পক্ষীৰাজ উঠিল ডাকি। যমৰ মায়াক কৰিলোঁ বন্দী ॥
শুনিয়া সবাৰ খলক লাগিলা। জলৰ মায়াক ফলে ভুলিলা ॥'

এই ভাষাও অৱশ্যে বৈষ্ণৱ গন্ধী আৰু অৰ্বাচীন বুলিব লাগিব "বাৰ ভনী বিষালী মন্ত্ৰ"ও এই "পক্ষীৰাজ মন্ত্ৰৰ' অনুৰূপ।—'শ্ৰীকৃষ্ণায নমঃ ধন্বন্তৰ্যৈ নমঃ"। চক্ষুৰ হন্তে, কৰ্ণৰ হন্তে হিয়াৰ হন্তে, মাংসৰ হন্তে তেজৰ হন্তে হাড়ৰ হন্তে পেটৰ হন্তে পিঠিৰ হন্তে, নাড়িৰ হন্তে কংকালৰ হন্তে হস্তৰ হন্তে ভৰিৰ হন্তে এই বাৰজনী মায়া ব্ৰহ্মায়ে স্ৰজিলা ॥ এই দুই মন্ত্ৰৰ দৰেই উৎপত্তিত অলপ প্ৰাচীন-গন্ধী যেন লগা আন এটি মন্ত্ৰ :—

"শৰীৰৰ সম্বল মাংসখান। তাতে দিলেক বজ্ৰ নখৰ ঘাৱ ॥
ছিটিকিয়া তেজ আকাশক গৈলা। সূৰ্যৰ আঠটা ৰশ্মি ভৈলা ॥

সেই তেজ ফুটি আসি পৃথিবীত পৰিলা। কন্তা ফুল হৈ পৃথিবীত বৈলা॥"

তুলনাত উৎপাত্তত আধুনিক যেন লগা আন দুই-এটি মন্ত্র :—

"চাই পৃথ্বী নিচল পানী। তাত বহিছে কামাখ্যাৰ বাণী॥" ইত্যাদি

কিন্তু মন্ত্র-সাহিত্যৰ গোপনীয়তা আৰু ব্যৱসায়মূলক ৰক্ষণশীলতা সত্ত্বেও ভাৰামূলক সংৰক্ষণশীলতা ৰক্ষিত নোহোৱাৰ উপৰিও, নতুন গঢ়ৰ সৃষ্টি হোৱাতো একেবাৰে বাধা পৰা নাই বুলি এনে কিছুমান নিদৰ্শনে সন্দেহ জন্মায়।

তান্ত্রিক প্রভাৱত জন্ম হোৱা আন এটি জন সাহিত্যৰ ঠেঙুলি হল দেহ বিচাৰৰ গীত আৰু ৰবাগী বা টোকাৰী গীত, আৰু তাৰ লগতে ধৰিব পাৰি বাতি খোৱা সম্প্রদায়ৰ গীত মাত কিন্তু আগৰ বিধত যেনেকৈ বৈষ্ণৱ মতৰ নাম ধৰ্মৰ কথা স্পষ্টভাৱে যুটি দিয়া হৈছে অন্ততঃ শেষৰ বিধত সেইদৰে অন্যায়কৈ হলেও শঙ্কৰদেৱ মাধৱদেৱৰ নামৰ ভণিতা সাঙুৰি দিয়া হৈছে। গতিকে বৈষ্ণৱ ধৰ্মৰ লাস-বেশ দিলেও মূলত এই গীতবোৰ তান্ত্রিক প্রভাৱৰ নিশ্চয় দেহ বিচাৰৰ নাম এটিত ইয়াৰ সুন্দৰ প্রমাণ আছে। (অধ্যয়ন ৫৭ ৫৯ পিঃ)।

ৰবাগী বা টোকাৰী গীততো ছন্মৰূপে সেই দেহ তত্ত্বই আলোচিত হৈছে :— 'যেতিয়া বিৰিখে দুপাতি মেলিলে তললৈ মেলিলে শিয়া।" ই সম্পূৰ্ণ দেহ তত্ত্ব মানুহৰ জন্ম 'ফুল নৌ সৰোঁতে গুটিটি সৰিলে', এক ৰহস্য প্রহেলিকা। "কায়া তৰুবৰ পঞ্চ বি ডাল", এই অনুক্ৰমে দেহক বৃক্ষৰ লগত তুলনা কৰা আৰু "নাড়ি শক্তি দিঢ় ধৰিঅ থাটে" আদিত বত্রিশ নাড়িৰ তত্ত্ব বৌদ্ধ গানাবিলাকৰ প্রতিপাদ্য বিষয়। বৌদ্ধ বিষয় ৰূপে বৈষ্ণৱ ধৰ্ম পৰিশোধিত অসমীয়া সমাজত চৰ্যাপদ আৰু তাৰ অসমীয়া ৰচোঁতাসকলক অকল "প্রবেশ নিষেধ" কৰিয়ে এৰা নাই তেওঁলোকক "কলীয়া পানী"তো পেলা হল কিয়নো সেই বৌদ্ধ কবিসকলৰ নাম আৰু তেওঁলোকৰ কবিতাই, অসমৰ চাৰি সীমাৰ বাহিৰ কৰি দিয়াত মগধ তিব্বত আদিতহে বাসস্থান পালে। কিন্তু এনে ছন্মৰূপী ৰবাগী বা টোকাৰী গীতৰূপে অসমীয়া সমাজত সেইবোৰে ঘৰঘৰত ঘৰপিৰা নাপালেও মাৰল ঘৰ বা চ'ৰা ঘৰত হলেও ভুৰ্থাৰ পীৰা এখনি নাপাই নাথাকিল। দেহতত্ত্ব-পূৰ্ণ আন এটি টোকাৰী গীত অতি মনোৰম—

"চান্দো নিচিনো, সুৰুযো নিচিনো, নিচিনো সকলৰ তৰা।"

ৰাতি-খোৱা সম্প্রদায়ৰ জন্মদাতা কোনোবা এজন গোপাল বুলি কোৱা হয়, ইয়াত বৈষ্ণৱ ধৰ্মৰ পৰিবেশ দি তান্ত্রিক ব্যৱহাৰ চলে। তীৰ্থ-স্নান আদি বিষয়ে

এটি গীত হুবহু পালি ভাষাৰ "পুন্নিকা" নামৰ থিতোপন বৌদ্ধ কবিতাটিৰ এই কেশাৰীৰ লগত মিলে :—

"কো নু তে ইদং অক্কাসি অজানন্তস্ম অজানন্তো।
উদকাভি সেচন (নাম) পাপকম্ম পমুচ্চতি ॥৫।
সগ্গম নূন গমিচ্ছন্তি সব্বে মণ্ডুক কচ্ছপ।
নাগ চ সুংসুমৰা চ যে চ অঞ্ঞে পাপকম্মিনো ॥৬।
ওৰাভিকা সুকোৰিকা মচ্ছিকা মিগবন্ধকা।
চোৰ চ বজঝঘাতা চ যে চ অঞ্ঞে পাপকাম্মনো ॥৭॥'

## (২) বৌদ্ধপ্ৰভাৱৰ (ক) ডাকৰবচন

য়ুয়ান চোৱাঙৰ ভ্ৰমণ বৃত্তান্তৰ এঠাইত কামৰূপৰ মানুহৰ বিষয়ে লিখিছে—"এওঁলোকে দেৱতা পূজা কৰে আৰু তেওঁলোকৰ আগত বলি দিয়ে আৰু বুদ্ধক নামানে এইগুণে পৃথিবীত বুদ্ধৰ আবিৰ্ভাৱ হোৱা দিনৰ পৰা আজিলৈকে বৌদ্ধ পুৰোহিতসকল সম্মিলিত হবলৈ কোনো এটা সঙ্ঘাৰাম সজা হোৱা নাই।" ওপৰে ওপৰে এইখিনিলৈকে পঢ়ি এনে ভাব হয় যেন অসমত কেতিয়াও বৌদ্ধ ধৰ্মই ভুমুকি মৰা নাছিল কিন্তু ওপৰৰ কথাৰ লগতেই সেই চীন-পৰ্য্যটকে লিখিছে—"সেই শুদ্ধ ধৰ্মৰ যিসকল সেৱক আছে, সেইসকলে মনে মনে প্ৰাৰ্থনা কৰে আৰু তাতে শেষ।" "সেই শুদ্ধ ধৰ্ম" বুলি তেওঁ অৱশ্যে বৌদ্ধ ধৰ্মৰ কথাকে কৈছে গতিকে বৌদ্ধ মতাৱলম্বী লোকসকল পূৰণি অসমত কোনো সঙ্ঘাৰাম নোহোৱাকৈও আছিল বুলি স্বীকাৰ কৰিছে। তদুপৰি তেতিয়া কামৰূপৰ পাটত থকা ৰজা ভাস্কৰ বৰ্মাৰ বৌদ্ধ ধৰ্মৰ প্ৰতি শ্ৰদ্ধাৰ প্ৰমাণ স্বৰূপে তেওঁ ব্ৰাহ্মণ শ্ৰমণক সমানে সন্মান কৰা হৰ্ষবৰ্দ্ধনেৰে লগ লাগি মগধ আক্ৰমণ কৰি পাটনা আৰু গয়াৰ বৌদ্ধ মন্দিৰ ভঙাত শশাঙ্কক বাধা দিয়া, স্বয়ং 'বিধিৰ বিধাতা' য়ুয়ান্ চোৱাঙক মাতি আনি অতিথি-শুশ্ৰূষা কৰা, আৰু সৰ্ব্বশেষত, নিজ নিধনপুৰ তাম্ৰৰ ফলিত "জয়তি জগদেকবন্ধুৰ্লোক হিতস্য সম্পদো হেতু পৰহিতমুৰ্ত্তিৰ্বিদ্যুষ্টঃ কল্যানুমেয়াম্বিতি ধৰ্ম্মঃ" বুলি বৌদ্ধ-ত্ৰিৰত্নৰ অন্যতমৰ প্ৰণাম জনোৱা কথাই উক্ত মত সম্পূৰ্ণ সমৰ্থন কৰে।

সঙ্ঘাৰাম বা তেনে বিশেষ অনুষ্ঠান নোহোৱাকৈও পূৰণি অসমত বৌদ্ধ ধৰ্মই কিমান দকৈ শিপাইছিল ভাবিলে আচৰিত হব লাগে। ওজৰ-চুবুৰীয়া

অন্যান্য প্ৰদেশৰ বৈষ্ণৱ ধৰ্মৰ "দীক্ষা"ৰ ঠাইত অসমত "শৰণ" আৰু তাকো অনীশ্বৰবাদী বুলি দেৱত (কৃষ্ণত) শৰণ এৰি বৌদ্ধ ধৰ্মৰ বুদ্ধত শৰণৰ ঠাইত অসমৰ বৈষ্ণৱ ধৰ্মৰ গুৰুত (শঙ্কৰদেৱত) শৰণ সঙ্ঘত শৰণৰ ঠাইত ভকতত শৰণ আৰু ধৰ্ম্মত শৰণৰ ঠাইত নামত শৰণ, নিশ্চয় আকস্মিক সাদৃশ্য বুলি সাৰিব খব নোৱাৰিব। অৱশ্যে আন প্ৰকাৰেও হিন্দু ধৰ্মৰ এই "বিদ্ৰোহী সন্তান" বৌদ্ধ ধৰ্মৰ মূল মত "অহিংসা পৰমো ধৰ্মঃ" পৃথিৱীৰ সকলো ধৰ্মৰ বীজস্বৰূপ কিন্তু অসমীয়া সমাজত ইয়াৰ শিপা কিমানলৈকে গৈছে "ডাকৰ বচন"ৰ যোগেদি বিচাৰ কৰা কৰ্ত্তব্য।

"আই নাম"ৰ দৰেই ডাকৰ বচন লেখত প্ৰায় এক হাজাৰ মান হব। এই-বিলাক বাৰ-তেৰ ভাগ বা প্ৰকৰণত ভগোৱা হয়। (অধ্যয়ন, ৬০ ৬৯ পিঃ)। এইদৰে ডাকৰ বচনৰ বাৰ-তেৰ প্ৰকৰণৰ ভিতৰত ক'তো আত্মা বা ঈশ্বৰৰ উল্লেখ নথকাটো বিশেষ মন কৰিবৰ লগা কথা। যাইকৈ "ধৰ্মপ্ৰকৰণ"ত "ধৰ্ম্ম"ৰ যি ধাৰণা প্ৰকাশ পাইছে সিও চাবলগীয়া ঃ—

"যেবেসে ধৰ্মক কৰিবা জানি। পুখুৰী খানিয়া বান্ধিবা পানী ॥
বৃক্ষ-ৰোপনত অধিক ধৰ্ম মঠ মণ্ডপ গুৰুতৰ কৰ্ম ॥
যি দিয়ে তাকে পায়। পৰকালে বসি সুখে খায় ॥
অনিত্য দেহত নাহিক আশ। ধন জন-বস্ত্ৰে কি বিশ্বাস ॥
যিজনে দিয়ায় অন্নৰ শাৰী। সিজন নযায় যম-নগৰী ॥
অন্ন-জল অধিক দান। তাত পৰে ধৰ্ম নাহি আন ॥
দধি-দুগ্ধ দিলে পুণ্য বিপুল। ঔষধ দানত নাহিক তুল ॥
ডাকে বোলে জানা সেহিসে সাৰ। আপুনি মৰিলে কি কৰে আৰ ॥"

ভাস্কৰবৰ্মাৰ নিধনপুৰ ফলিৰ "জগদেকবন্ধুৰ্লোকবিভয়স্য সম্পদো হেতু পৰহিত মূৰ্ত্তিবদূচ্চঃ ফলানুমেয় স্থিতি ধৰ্ম্মঃ" আৰু অনাত্মবাদী আৰু অনীশ্বৰবাদী বৌদ্ধ মতৰ ইয়াত সুস্পষ্ট প্ৰমাণ পোৱা হয়। স্বৰূপতে বৌদ্ধ ধৰ্মৰ শিক্ষাৰ দুটা ভাগ প্ৰথমটো ভিক্ষু-ভিক্ষুণীৰ আৰু দ্বিতীয়টো গৃহস্থালিৰ কাৰণে। দীঘনিকায়ৰ অন্তৰ্ভুক্ত সিগালোবাদসুত্ত বৌদ্ধধৰ্মাৱলম্বী গৃহস্থালিৰ বাবে অতি মূল্যবান উপদেশেৰে ভৰপুৰ, পিতৃ-মাতৃ, শিষ্য-গুৰু, পত্নী-সন্তান, লগুৱা-শ্ৰমিক, শ্ৰমণ-যতি আটাইৰে প্ৰতি হিত-কাৰ্য্য কৰাকে কাৰ্য্যতঃ "ধৰ্ম্ম" বুলি কোৱা হৈছে।

ডাক চৰিত বা ডাক ভণিতা যিখন পুৰণি সাঁচিপাতৰ পুথিৰ পৰা পোৱা হৈছে তাৰ কাল ঊনবিংশ বা অষ্টাদশ শতিকাৰ আগলৈ যাব নোৱাৰে বুলি তাৰ ভাষাৰ পৰা অনুমান হয় কিয়নো এই ভাষা বিশেষ প্ৰাচীন গন্ধী বুলিব নোৱাৰি। ডাকৰ বচন অকল অসমতে নহয় বঙ্গ আৰু উড়িষ্যা আদিতো প্ৰচলিত, আৰু সেইবোৰ প্ৰদেশেও ডাকক নিজৰ বুলি দাবী কৰে। এফাকি ডাকৰ বচনেই কেনেকৈ এই তিনি প্ৰদেশত তিনি ৰূপ লৈছে চাব পাৰি —

অসমীয়া—নিজৰ পুখুৰী দূৰক যায়। পৰক আশাৰে বাট চায়॥
বঙলা—নিয়ড় পোখৰি দূৰে যায়। পথিক দেখিয়ে আউৰে চায়॥
উড়িয়া—নিয়ড় পোখৰি দূৰে যাএ। পথিক দেখি আড়ে চাএ॥

অকল অসমীয়া পাঠকৰ বাবেই নহয় নিৰপেক্ষ ভাষাবিদ মাত্ৰই অসমীয়া ৰচনাটিৰ অধিকতৰ স্বাভাৱিকতা অস্বীকাৰ কৰিব নোৱাৰিব বুলি বিশ্বাস কিয়নো আন নহলেও "নিজৰ" পুখুৰী" বাট আদি শব্দাৱলী আদিৰে পৰা আজিলৈকে অসমীয়াত যিদৰে চলি আছে বঙলা বা উড়িয়াত ঠিক তেনেদৰে চলা নাই নিশ্চয়। বঙলা সাহিত্যৰ যশস্বী বুৰঞ্জী লেখক দীনেশচন্দ্ৰই ডাকক বঙ্গৰ ছক্ৰেটিছ্ বুলিছে ছক্ৰেটিছৰ দৰে অজ্ঞান আন্ধাৰৰ মাজত মিঠা তেলৰ সলিতা এগছিৰ দৰেও জ্ঞানৰ পোহৰ বিলোৱাজনক আপোন বুলিবলৈ ধাউতি নহব কাৰ? এই কথাৰ বাহিৰেও ই আন এটি সত্যলৈ আমাৰ দৃষ্টি আকৰ্ষণ কৰে, সেয়ে হৈছে সেই কালত সম্ভৱ অসম-বঙ্গ মিথিলা উড়িষ্যাত একেটি ভাষাই চলিছিল আৰু সেই ভাষাৰ চানেকিয়েই অসমীয়াত আজিলৈকে প্ৰায় অপৰিবৰ্ত্তিত ৰূপে ৰক্ষিত হৈছে।

দুৰ্ভাগ্যক্ৰমে ডাকৰ জীৱনী ডাঠ ৰহস্য প্ৰহেলিকাৰে ঢকা। "লেহী ডিঙৰা ডাকৰ গাঁও। তিনিশ বাঠীটা পুখুৰীত নাও॥'—মাত্ৰ এই ইঙ্গিতৰ পৰা বৰ্ত্তমান বৰপেটা নগৰৰ ৬।৭ মাইল দখিণে থকা লেহী গাঁৱত ডাকৰ জন্ম বুলি কোৱা হয় আৰু ডাক চৰিতৰ ভাষাও সেই অঞ্চলৰ। অসমীয়া মতে ডাকে "উত্তম কুমাৰ কুলে জনম লভিলা", আৰু বঙালী মতে "ভাবে ডাক গোৱালে।" ডাক-চৰিত অনুসাৰে বৰাহ মিহিৰৰ ঔৰসত ডাকৰ জন্ম আৰু ডাকক নিবলৈ আহি তৰ্কত হাৰি তেওঁ উভতি যায়। এই উক্তিৰ অৱশ্যে কোনো সমৰ্থন নাই, কিন্তু ডাকৰ বচনত পুনৰুল্লেখ আছে—

"চৌবিশ বলদ বোল ছাগল। পঢ়ি-শুনি বৰাহ পাগল"
"জন্ম লগন যাত্ৰা যোৱা বৰাহ মিহিৰে নাপায় ওৰা॥"

এনে অনুক্রমে বৰাহৰ নামৰ লগতো ডাকৰ বচন সংশ্লিষ্ট। আৰু আন শুদ্ধ সূত্র এই বিষয়ে পোৱা হলে ডাকক বিক্রমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ বৰাহ মিহিৰৰ সমসাময়িক বুলিব পৰা হলহেতেন। আন ফালে, ডাকৰ বচনবোৰৰ ওপৰত থকা বৌদ্ধ প্রভাৱৰ সঁচ মচ নোযোৱা কথা গতিকে বৌদ্ধধর্মৰ পতন আৰু ব্রাহ্মণ্য ধর্মৰ পুনৰুত্থানৰ আগতে নিশ্চয় এই ডাকৰ বচনবোৰে জন্ম পাইছিল। এই বিবেচনাৰ পৰাও এই বচনবোৰ অন্ততঃ দশম শতিকাৰ পিছলৈ ঠেলিব নোৱাৰি নিশ্চয় যদিও সৌ সিদিনালৈকে লিপিবদ্ধ নোহোৱাৰ বাবে ভাষাৰ উপৰিও ভাবত ইয়াৰ যথেষ্ট খতি খুন হোৱাৰ প্রমাণ পোৱা হয়। উদাহৰণ স্বৰূপে—

"ভাল দ্রব্য যখন পাব। কালিকাৰে তুলিয়া নাখোব॥
কালিকাৰে বাট না চাহিয়ে মাথাৰ উপৰ যম দাঁড়িয়ে॥" (বঙলা)
'ভাল দ্রব্য বোঁতিয়া পাব। দেৱতা দ্বিজক তেতিয়াই দিব॥
কালিৰ ভাগক ৰাখে যিজনে প্রশংসে তাক ৰবি-নন্দনে॥" (অসমীয়া)

ডাকৰ বচনৰ সাধাৰণ লক্ষণলৈ মন কৰিলেই বুজিব পাৰি বঙলা বচন ফাকিত মূল ভাব ৰক্ষা কৰা হৈছে কিন্তু অসমীয়া ফাকিত অন্যায়ভাৱে তাৰ অঙ্গক্ষত কৰি তাৰ বৌদ্ধ বা অহিন্দু ৰূপ গুচাই তাক হিন্দু বা ব্রাহ্মণ্য ধর্মৰ ৰূপ দিবৰ অপচেষ্টা কৰা হৈছে। "পাতনি"ত সম্পাদকে ভাঙি লিখিছে, "ডাক-চৰিত্র প্রকাশ কৰা হল কিন্তু ইয়াত বহুত খুত থাকি গল। সেই খুত ভাঙিবৰ নিমিত্তে এখনি সাঁচিপাতৰ পুৰণা পুথি আৰু আন অসমীয়া-বঙলা পুথি চাই অনেক যত্ন কৰিছিলোঁ কিন্তু একোৰেই হৈ নুঠিল। সেইবিলাক পুথিৰ এখনকো ঠিক যেন নাপালোঁ কোনটো সচা কোনটো মিছা তাক ঠাৱৰ কৰিবৰ নোৱাৰিলোঁ। নিজ বিবেচনা আৰু ধাৰণাৰে যিহকে ঠিক বুলি জানিলোঁ, সেইদৰেই ছপা কৰালোঁ গুণী জ্ঞানীসকলে নিজে ইয়াক শুধৰাই লব। .. শ্রীশিৱনাথ শর্ম্মণঃ।" নকলেও হব ডাকৰ বচনবোৰে যে বৌদ্ধ মতবাদহে প্রকাশ কৰিছে, সেই কথা পাহৰি তাক ব্রাহ্মণ্য মতবাদৰ ৰূপ দিবৰ অপচেষ্টাতেই বিজ্ঞ সম্পাদকৰ এই আহুকাল। বঙলা-অসমীয়া দুই ৰূপতেই এনে 'ভেজাল" কথা সোমাইছে। বামুণৰ ষড়যন্ত্রত ডাকৰ মৃত্যুৰ কথায়ো অন্ততঃ ডাকৰ ব্রাহ্মণ্য-ধর্ম বিৰোধী মতবাদ প্রচাৰ কৰাৰ সঙ্কেত দিব পাৰে।

অলেখ অলৌকিকতাই আবৰি থোৱা বাবে অনেকে ডাক পুৰুষৰ ঐতিহাসিকতাকে মানিব নোখোজে। "উপজিয়ে মাত্ৰক দিলে ডাক। সৌহৰে

কাৰণে তাৰ নাম থৈলে ডাক ॥" ডাক চৰিতৰ এই কথাৰ সুৰেৰেই বহুতে কয় সৰ্বসাধাৰণৰ কথাই "ডাক"। কনকলাল বৰুৱাৰ মতে ডাক আৰু খনা নাম দুটা তিব্বতীয় গডাগ (বিদ্বান) আৰু 'মখান' (বিদুষী) শব্দ দুটাৰ পৰা ওলোৱা, পাছিকে এই শব্দ দুটা নামতকৈ উপাধি বিশেষ বুলিহে বুজিব লাগে। ডক্টৰ শহীদুল্লাৰ মতে ডাক কোনো ব্যক্তিবিশেষৰ নাম নহয় এক শ্ৰেণীৰ বৌদ্ধ তান্ত্ৰিক সাধককে ডাক বোলা হৈছিল—"অন্তৰালেষু যচ্চিত্তং তাচ্চিত্তং সমৰসাগতন। ডাকঃ সম্ভৱতে তস্মাৎ মহামণ্ডলযোগতঃ ॥" (ডাকাৰ্ণৱ)।

ডাক পুৰুষৰ অস্তিত্ব কোনো কালত নাছিল বুলি কলেও কিন্তু ডাকৰ বচনৰ অভিনত্ব কোনোৱাও অস্বীকাৰ কৰিব নোৱাৰিব। ডাক আৰু খনাৰ বচন বঙলা "ছড়া" জাতীয় আৰু অসমীয়া যোজনা ফকৰাৰ শাৰীৰ যে সন্দেহ নাই এই কাৰণেই অসমীয়া পটন্তৰ-মালাৰ দুই এটি সংগ্ৰহত ডাকৰ বচনবোৰো খেলি-মেলিকৈ সুমাইছে। কিন্তু ডাকৰ বচনৰ স্বতন্ত্ৰতা তাৰ এই বাৰ-তেৰ প্ৰকৰণৰ ভিতৰত সোমাই আছে তাক "আন্ধাৰতো খুজি পাব লুকান নথায়।" সচা কথা 'দহৰ জ্ঞান, একৰ বাণী' 'যুগ যুগান্তৰৰ সঞ্চিত জ্ঞান-বস্তু' জীৱনৰ জুলা সমালোচনা' 'মিতব্যয়ী কথাৰ সাৰ গৰ্ভ চমু তীব্ৰ বাক্য' আদি পটন্তৰ-মালা আৰু ডাকৰ বচনৰ উমৈহতীয়া গুণ কিন্তু এনে হোৱা সত্ত্বেও ডাকৰ বচনৰ বৈশিষ্ট্য তাৰ নিজা। সুক্ষ্ম বিচাৰ-বিবেচনাৰে ইয়াৰ উদ্ধৃতিখিনিলৈ মন কৰিলেই এই সত্য সহজে ধৰা পৰিব।

ডাকৰ বচনৰ শব্দ সংক্ষিপ্ততা অনেক সময়ত যেনেকৈ অতি সৌন্দৰ্য্যব্যঞ্জক হৈছে, বহুতে ঠাইত ই সেইদৰে গুপ্তাৱস্থাত সোমাই পৰিছে। "শীত সৰিয়হ মীত মাহ" বোলোতে যথাক্ৰমে একাদশীৰ পৰা চতুৰ্দশী-আঊশীলৈকে আৰু পঞ্চমী পৰা দশমীলৈকে তিথিবোৰ বুজোৱা, "কলাপুলি বুৰী তিনিবাৰ কাটি" বোলোতে তিনি খোকা কল কটাৰ পাছত পুলি লবাই বোৱা কথা আদি তাৰ চূড়ান্ত উদাহৰণ।

"ডাকৰ বচন বেদৰ বাণী।" অধুত অসমীয়া নিৰক্ষৰ জন-গণৰ বাবে ডাকৰ বচন সচাকৈয়ে অলিখিত বেদ, আৰু ডাক তেওঁলোকৰ অখ্যাত ব্যাস। বেদ তেওঁলোকে নাজানিব-নাজানিব পাৰে, কিন্তু ডাকৰ বচন তেওঁলোকৰ হাড়ে-হিমজুৰে মিলি আছে, সেইবোৰ তেওঁলোকৰ নিজ বিবেক-বাণী স্বৰূপ।

তেওঁলোকৰ দিনেকীয়া জীৱনত বেদৰ বাণীৰ কেতিয়াবা স্খলন হব পাৰে, কিন্তু ডাকৰ বচনৰ সত্যৰ কেতিয়াও স্খলন নহয়। তদুপৰি অসমীয়া ছন্দ সমাজৰ বাবে এই বচন-সাহিত্য জানিবা পূৰ্ব্বৰ বিদ্বৎসমাজৰ সংস্কৃত সূত্র-সাহিত্য ঃ একেদৰে চমু, সাৰগৰ্ভ, আওবাবৰ আৰু আবৃত্তি কৰিবৰ বাবে অত্যন্ত উপাদেয়। এনেবোৰ গুণত অৱশ্যে অসমীয়া পটন্তৰ-মালাৰ লগত ইয়াৰ মিল যথেষ্ট। এই দুই বিধ সাহিত্যই ছন্দোবদ্ধ কিন্তু ছন্দৰ বান্ধ-ছাটত তেনেকৈ এইবোৰ সোমোৱা নাই। ইয়াৰ বহুত দিনৰ পাছত আৰু অতি সম্ভৱ এই উভয় সাহিত্যৰ কথাকে বেহা লগাই অসমীয়া পদ, দুলড়ি ছবি কুসুম-মালা আদিৰ ৰূপ দিয়া হৈছে। মিলিতান্ত হোৱাতকৈও ধ্বনি সামঞ্জস্য কথাটো ছন্দৰ প্ৰথম আৰু প্ৰধান গুণ পটন্তৰত 'বঙহ মঙহ খায়। বঙহ নহলে মঙহ পেলনি যায়।" "যেতেকতে নাটিছে। তেতেকতে ফাটিছে॥" "কিনো পৈ দুতাই-তাই। লোণ সানিবলৈ তং নাপায়॥" ডাকৰ বচনত "সাতত পাতল পাঁচত ঘন। ছয়ত তামোল নদন-বদন॥" "সীয়ে পিয়ে লিয়ে। এই তিনি ওপৰতে জীয়ে॥" "জাপি লাঠি টনা। ইয়াক এৰিবলে দিনতে কণা॥" "বৰাত কাতি। কুকুৰত মাটি॥ গজত উঠি। সাপত লাঠি॥ মহত পৰ। বাঘত ঘৰ॥" অসমীয়া পুৰণি ছন্দৰ ক্ৰমবিকাশত, সভ্যতাৰ ক্ৰমবিকাশত যোগোৱা দবেই এই ডাকৰ বচনে কি বৰঙনি যোগাইছিল সি এতিয়াও অধ্যয়ন আৰু গৱেষণাৰ বিষয়।

মুঠতে, ডাক-পুৰুষৰ ঐতিহাসিকতাৰ কথা এৰিও অকল ডাকৰ বচনবোৰৰে নিজা এটা বুৰঞ্জী আছে আৰু ডাকৰ বিজ্ঞানসম্মত জীৱনীতিকৈ এই বুৰঞ্জীৰ সম্বল বিচৰাহে অধিক আৱশ্যকীয়। ডাকৰ বচন আৰু পটন্তৰ-মালাৰ বুৰঞ্জীয়েই স্বৰূপতে আদি অসমীয়া সংস্কৃতি আৰু সভ্যতাৰ বুৰঞ্জীৰ শ্ৰেষ্ঠ উপাদান যোগাব তাৰ বাবে প্ৰথমতে বিজ্ঞান-সম্মতভাৱে সম্পাদিত ডাকৰ বচন এখনি অতি আৱশ্যকীয় কাম।

### (খ) চৰ্য্যাচৰ্য্যাবিনিশ্চয়—বৌদ্ধ গান

বৈষয়িক সাহিত্যৰ ছন্দ গীত-কাব্য-সাধু আদিৰ পৰা ধৰি ধৰ্মমূলক সাহিত্যৰ তান্ত্ৰিক প্ৰভাৱৰ আই-নাম আৰু তন্ত্ৰ-মন্ত্ৰবোৰ আৰু বৌদ্ধ প্ৰভাৱৰ ডাকৰ বচনলৈকে কতো লিখিত অসমীয়া সাহিত্যৰ সম্পূৰ্ণ বিশ্বাসযোগ্য পুৰণি চানেকি পাবলৈ নাই, কেৱল সেই কালৰ সাহিত্য দুদিন অনুমান কৰিব পৰা কিছুমান বৰ্ত্তমান নিদৰ্শনৰ আভাস দি অহা হৈছে। কিন্তু এই আদি-

যুগত লিখিত বুলি এতিয়া সঠিকভাৱে কব পৰা সম্পূৰ্ণৰূপে অসমীয়া সাহিত্য বুলিব নোৱাৰিলেও অসমীয়া ভাষাৰ সেই কালৰ শব্দাৱলী আৰু ব্যাকৰণ আদিৰ আভাস দিয়া সঠিক কিছুমান চানেকি পোৱা হয় বৌদ্ধ দোহা কিছুমানত। ১৯০০ খৃষ্টাব্দত নেপাল দৰবাৰৰ গ্ৰন্থশালত ৰক্ষিত চৰ্য্যাচৰ্য্য বিনিশ্চয় নামৰ এখন মূল পুথি আৰু তাৰ তিব্বতীয় সংস্কৃত অনুবাদ সংগ্ৰহ কৰি আনি মহামহোপাধ্যায় হৰপ্ৰসাদ শাস্ত্ৰীয়ে 'এক হাজাৰ বছৰৰ আগৰ বঙলা ভাষা'ৰ নমুনা বুলি প্ৰকাশ কৰিছিল আৰু তেতিয়াৰ পৰাই মৈথিলী উড়িয়া আৰু অসমীয়ায়ো সেই ভাষা নিজৰ বুলি দাবী কৰিছে। সুনীতিকুমাৰ চট্টোপাধ্যায়ে কবৰ দৰে এই উমৈহতীয়া দাবীৰ মৰ্ম এয়ে হয় মূলত এই আটাইকেইটা ভাষাই একে।

চৰ্য্যাচৰ্য্যবিনিশ্চয় (চৰ্য্য= আচৰণীয + অচৰ্য্য = অনাচৰণীয় + বিনিশ্চয়, = নিৰূপণ বা নিৰ্দ্ধাৰণ) স্বৰূপতে বৌদ্ধ ধৰ্মৰ বিধি নিষেধৰ শাস্ত্ৰ। ইয়াৰ ভাষা প্ৰকৃততে বঙলা মৈথিলী উড়িয়া বা অসমীয়া একো নহয়, কিন্তু এই আটাই কেইটা ভাষাৰ মূল অপভ্ৰংশ ভাষা। এংলো-ছেক্সন সাহিত্যৰ লগত ইংৰাজীৰ যি সম্বন্ধ আধুনিক উত্তৰ পূব ভাৰতীয় এই ভাষাবোৰৰ সৈতেও বৌদ্ধ দোহাৰ সেই সম্বন্ধ। এই বৌদ্ধ দোহাবোৰৰ ভাষাক "সন্ধ্যা" বোলা হয় হৰপ্ৰসাদ শাস্ত্ৰীয়ে ইয়াক সেইদেখি মুনিচুনি অৰ্থাৎ আন্ধাৰ-পোহৰ মিহলি বা প্ৰকাশ-অপ্ৰকাশৰ মাজৰ কথা বুলিছিল। কিন্তু স্বৰূপতে সন্ধ্যা [ সম্ +ধ্যৈ (ধ্যান-কৰা) + অ + (স্ত্ৰী) আপ্ ] শব্দই সঙ্কেত দিয়ে বিশেষ ধ্যান-ধাৰণাৰেহে এই দোহাবোৰৰ প্ৰচ্ছন্ন অৰ্থ উলিয়াব পৰা হয় আৰু দোহাবিলাক নিজে ইয়াৰ প্ৰমাণ।

এই পুথিৰ আঢ়ৈ কুৰি দোহাৰ ভিতৰৰ ত্ৰয়োবিংশটি আধৰুৱা চতুৰ্বিংশ, পঞ্চবিংশ আৰু অষ্টচত্বাৰিংশটি লুপ্ত এইখিনি মুঠতে একুৰি তিনিজন সিদ্ধাচাৰ্য্যৰ পদ, জাতীয় "ছন্দোবদ্ধ নাতিদীৰ্ঘ" ৰচনা। এই ছন্দও সংস্কৃতৰ 'জাতি' শ্ৰেণীয় নহয় আখৰৰ (ছীলেবোল) লেখেৰে থিৰ কৰা বৃত্ত শ্ৰেণীয় আৰু মিত্ৰাক্ষৰ ৰীতিৰ যেনে "মন তৰুৰৰ পাঞ্চ ইন্দি তসু সাহা। আসা বহল পাত ফল বাহা॥" পটন্তৰ আৰু ডাকৰ বচনৰ মৌখিক গঢ়ৰ দৰে লিখিত ৰূপত দুই চৰণৰ অন্ত্যাৰ্বৰ্ণৰ মিলেৰে এই মিত্ৰাক্ষৰী পদতে পুৰণি অসমীয়া পদ বা পয়াৰ আৰু দুলাড়ি বা ত্ৰিপদীৰ উৎপত্তি বা জন্ম হোৱা আচৰিত নহব পাৰে। তদুপৰি প্ৰত্যেকটো দোহাত বিশিষ্ট ৰাগ বন্ধা থকা কথাই পঞ্চদশ-

ষোড়শ শতিকাৰ অসমীয়া বৰগীত আৰু সেই কালৰ মৈথিলী ব্ৰজবুলি গীতলৈ মনত পেলায়। মুঠতে অকল বাহিৰৰ ৰূপতো এই বৌদ্ধ দোহাবোৰ অসমীয়া কবিতাৰ বাবে অতি আদৰ্শনীয়।

ভাবৰ ভালৰ পৰাও এই গীতবোৰ অতি গুৰুত্বপূৰ্ণ। পৰৱৰ্তী অসমীয়া বৰগীতৰ দৰেই ইয়াৰ প্ৰত্যেক খণ্ড-ৰচনাই বিবিধ দাৰ্শনিক তথ্য আৰু তত্ত্বপূৰ্ণ আলোচনা মহাযান, সহজযান আদি বৌদ্ধমতবোৰ যোগ আৰু তান্ত্ৰিক মতবাদ আদিৰে ভৰা। 'সৰ্বং অনিত্যম সৰ্বং অনাত্মম, নিৰ্বাণং শান্তম'—এয়ে বৌদ্ধ ধৰ্মৰ মূলতত্ত্ব আৰু ইয়াতেই শূন্যবাদৰ উৎপত্তি। বাসনাৰ নিবৃত্তি বা অহং ভাবৰ বিলোপ-সাধনেই নিৰ্বাণ এই নিৰ্বাণ বা মোক্ষ লাভেই দুখ নিৰোধৰ প্ৰকৃষ্ট উপায়। সহজযানৰ অদ্বৈতবাদেই সৰহখিনি দোহাৰ প্ৰতিপাদ্য বিষয়, আৰু ই গুৰুমুখী বিদ্যাৰ ওপৰতেই প্ৰায়ে হেচা দিছে , যোগ সাধনমূলক দোহাও তাকৰ নহয়।

ৰাহুল সাংকৃত্যায়নে সেই চৌৰাশী সিদ্ধ আৰু তাৰ ভিতৰতে এই বৌদ্ধ কবিসকলৰ নাম জাত, দেশ আৰু ৰজাৰ চিনাকি দিছে , কিন্তু সেইবোৰ একেবাৰে সম্পূৰ্ণ বা সঠিক বুলিব নোৱাৰি। উদাহৰণৰূপে তেওঁ লিখিছে 'চৌৰাশী সিদ্ধমে প্ৰথম পুৰুষ সৰহ হি হ্যায়। পূৰ্বদিশমে ৰাজ্ঞী নগৰমে ব্ৰাহ্মণ বংশমে ইনকা জন্ম হুৱা থা। নালন্দামে কেত না বৰ্ষতঃ বাস কিয়া সৱৰপাদ ইন্‌কা প্ৰধান শিষ্য থা। কৈ তান্ত্ৰিক নাগাৰ্জুন ভি ইনকা শিষ্য থা। তাঞ্জুৰ গ্ৰন্থমে ইনকা বত্ৰিশ গ্ৰন্থকা অনুবাদ মিলতা হ্যায়। সব বজ্ৰযান।" তিব্বতীয় জাৰ্মান আৰু অন্যান্য গ্ৰন্থত গইনা লৈয়েই ৰাহুল সাংকৃত্যায়নে এই কথা লিখিছে সচা কিন্তু এই "পূৰ্বদিশমে ৰাজ্ঞীনগৰ" ক'ত তাৰ নিৰ্ণয় দিয়া নাই। গুৱাহাটীৰ বোল মাইল দখিণে থকা ৰাজ্ঞী বা ৰাণী নামৰ পুৰণি ঠায়েই সৰহ বজ্ৰৰ জন্মস্থান বুলি বহুতৰ বিশ্বাস আৰু তেতিয়া হলে কামৰূপেই সেই "পূৰ্ব দিশ" বা "প্ৰাচ্য-দেশ" নিশ্চয়।

সৰহ বজ্ৰৰ কাল সম্পৰ্কে ৰাহুল সাংকৃত্যায়নে লিখিছে "ইন্ সিদ্ধোকি কবিতাকি ভাষা আঠমি সে বাৰহমি শতাব্দীকি ভাষা হ্যায়" কিন্তু সুনীতি-কুমাৰ চট্টোপাধ্যায়ৰ মতে এই বৌদ্ধ দোহাবোৰৰ ভাষা ৯৫০—১২০০ খৃষ্টাব্দৰ ভিতৰৰ। কিন্তু এই বিষয়ৰ শেষ নিৰ্ণয় হব এই বৌদ্ধ কবিসকলৰ দিনৰ ৰজাৰ কালৰ পৰা আৰু জয়কান্ত মিশ্ৰৰ মতে সেই সময়ৰ ৰজা ধৰ্মপাল (৭৯৬—৮৩৬ খৃঃ, কিন্তু কিছমানৰ মতে আঃ ৬৩০ খৃঃ), দেৱপাল (৮০৯—৪৯ খৃঃ)

আৰু মহীপাল (৯৭৪—১০২৬ খৃঃ) আদিৰ ৰাজত্বত এওঁলোক জীৱিত আছিল। তেনেহলে অলপ মুকলিকৈ ধৰিলে সপ্তমৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত এই দোহাবোৰ ৰচিত হৈছিল বুলিব পাৰি। সৰহৰ ৰচিত মুঠ চাৰিটি গীতৰ এটি ঃ—

২২। ৰাগ গুঞ্জৰী - সৰহপাদানাম

অপনে ৰচি ৰচি ভৱ নির্বাণা। মিছেঁ লোঅ বন্ধাব এ অপণা॥
অম্হে ণ জানহুঁ অচিন্ত জোই। জাম মৰণ ভৱ কইসণ হোই॥
জইসো জাম মৰণ বি তইসো। জীৱন্তে মইলেঁ নাহি বিশেসো॥
জা এথু জাম মৰণে বিসঙ্কা। সো কৰউ ৰস-ৰসানেৰে কঙ্খা॥
জে সচৰাচৰ তিঅস ভমন্তি। তে অজৰামৰ কিম্পি ন হোন্তি॥
জামে কাম কি কামে জাম। সৰহ ভণতি অচিন্ত সো ধাম॥

অসমীয়া অক্ষৰানুবাদ

আপুনি ৰচি ৰচি ভৱ নির্বাণক। মিছাতেই লোকে বান্ধিব আপোনক॥
আমি নজানোহোঁ অচিন্ত্য যোগীয়ে। জন্ম মৰণ-ভৱ কেনেনো হোৱে॥
যাদৃশ জনম (হেৰা) মৰণো তাদৃশ। জীৱন্তে (বা) মৰিলে (বা) নাই বিশেষ॥
যাৰ অত জন্ম মৰণৰ বিশঙ্কা। সি কৰক ৰস ৰসায়ণাকাঙ্ক্ষা॥
যি সচৰাচৰ (হায়) ত্রিদশ ভ্রময়। তেৰোঁ অজৰ অমৰ একোৱে নোহয়॥
জন্মত কর্ম কি কর্মত জন্ম। সৰহে ভণয় অচিন্ত্য সি ধর্ম॥

ইয়াৰ মূল তত্ত্ব, ভৱ আৰু নির্বাণৰ দ্বৈত জ্ঞান ভ্রান্তিমূলক কিয়নো ভৱৰ স্বৰূপ জ্ঞান জন্মিলেই চিত্ত নির্বাণত আৰোপিত হয়। তত্ত্ব বিচাৰত ভৱৰ কোনো অস্তিত্ব নাই ই ৰজ্জুত সর্প দেখাৰ দৰে অবিদ্যা বিমোহিত চিত্তৰ অলীক অনুভূতি মাত্র অথচ এই দৃশ্য জ্ঞানৰ বাবেই আমি ভৱৰ বন্ধুৱা। ভৱৰ যদি অস্তিত্বই নাই তাৰ ধ্বংস হব কৰ পৰা? এতেকে জন্ম মৃত্যুৰ কথাও বিভ্রম মাত্র। যাগ-যজ্ঞ বা তন্ত্র-মন্ত্র কৰি স্বর্গলৈ গলেও জানো অজৰ-অমৰ হব পাৰি? ভোগৰ শেষত সংসাৰলৈ নামি পুনৰ জন্ম-মৃত্যুৰ বাটত অহা-যোৱা কৰিবই লাগিব। এতেকে জন্মৰ পৰা কর্ম নে কর্মৰ পৰা জন্ম, এনেবোৰ তর্ক বিড়ম্বনা কিয়নো "ন জায়তে ন ম্রিয়তে কিঞ্চিদত্র জগত্রয়ে। ন চ ভাববিকাৰাণাং সত্তা ক্বচ ন বিদ্যতে॥" (যোগবাশিষ্ঠ)।

হৰপ্রসাদ শাস্ত্রীৰ মতে প্রথম আৰু উনত্রিংশ দোহাৰ বৌদ্ধ কবি লুইপাদেই

চৌৰাশী মহাসিদ্ধৰ ভিতৰত প্ৰথম আৰু তেওঁ শতাব্দী দশমৰ শেষ বা একাদশৰ আগভাগৰ লোক। অন্যতম বৌদ্ধ কবি সিদ্ধ দাৰিকপাদে লুইক তেওঁৰ গুৰু বুলিছে লুইপাদৰ আন নাম মৎস্যেন্দ্ৰ বা মৎস্যান্দ্ৰাদ। (অধ্যয়ন ৫৩ ৫৬ পিঃ)

২৯। ৰাগ পটমঞ্জৰী - লুইপাদানাম্

ভাব না হোই অভাৱ ন জাই। অইস সংবোহেঁ কো পতিআই॥
লুই ভণই বট দুলকখ বিণানা। তিঅ ধাএ বিলসই উহ লাগেনা॥
জাহেৰ বাণ চিহ্ন ৰুব ণ জানী। সো কইসে আগম বেএঁ বখানী॥
কাহেৰ কিস ভণি মই দিব পিৰিচছা। উদক চান্দ জিম সাচ বি মিচছা॥
লুই ভণই মই ভাইব [ ভাবই ] কিস। জা লই অচছম তাহেৰ উহ ণ দিস॥

অসমীয়া অক্ষৰানুবাদ

ভাব (ও) নহয় অভাৱ (বোলাও) নযায়। এনে সংবোধত কোনে পতিয়ায়॥
লুই ভণে বট (ৰূপ) দুৰ্লক্ষ্য বিজ্ঞান। তিনি ধাতু বিলাসিছে উহ লগা টান॥
যাৰ বৰ্ণ চিন ৰূপ (একোকে) নজানি। সিটো কেনেকৈ আগম বেদে বখানি॥
কাক কিবা ভণি মই দিম জিজ্ঞাসা। উদকত চান্দ যেন সচা বা মিছা॥
লুই ভণয় মই ভাবোঁ (যাৰু) কিটো। যি লই আছোঁ তাৰ উহ নেদেখোঁ॥

মূল তত্ত্ব • ভাব বা জগৎ অসৎ এতেকে তাৰ অভাৱ বা ধ্বংস হয় বুলি পতিয়াব নাপায়। কায়-বাক্য-চিত ৰূপ ত্ৰিধাতুৰ সহায়ত ইন্দ্ৰিয়াতীত সহজা নন্দৰ প্ৰকৃত অনুভূতি জন্মিব নোৱাৰে। যি নিৰ্বাণ বৰ্ণ-চিহ্ন-ৰূপ হীন তাক নো আগম বেদে বখানিব কেনেকৈ? পানীত প্ৰতিবিম্বিত চন্দ্ৰ যেনেকৈ সচাও নহয় মিছাও নহয় তদ্ৰূপ। "অবিম্বিতস্য চন্দ্ৰস্য চলনে কৰ্ত্ৰকৰ্ত্তৃতে। ন সত্যে নানতে যদ্বৎ তদ্বৎ কালস্য সন্তিং।" (যোগবাশিষ্ঠ)।

কাহ্নুপাদৰ তত্ত্বমূলক আন এটি গীত তাত লুইৰ "তৰু"ৰ উপমাকে ব্যৱহাৰ কৰিছে "মন তৰু" ইত্যাদি। তদুপৰি তেওঁৰ ৰূপাত্মক দোহা অক্ষৰানুবাদ।

১০। ৰাগ দেশাখ কাহ্নুপাদানাম্

নগৰ' বাহিৰে হেৰ' ডুম্বুনী, তোৰ ঘৰ।
ছুই ছুই যাৱ শাম্ভ্ৰাহ্মনী যতুণ নৰ॥
হেৰ ডুম্বুনী, তোৰ সমে মই কৰিব সঙ্গ।
নিৰ্ঘিণ কাহ্ন কাপালীক যোগী উলঙ্গ॥

এক সি পদুম চৌষষ্ঠী পাপৰি।
তাত চড়ি নাচ অ' ডুমুনী বাপুৰী॥
হেৰ ডুমুনী তোক পুছিম সদ ভাৱে।
আহ যাৱ তই ডুমুনী কাৰনো নাৱে॥
অবিদ্যা তন্ত্ৰী বিষয়ৰ চাঙী ডুমুনী বিক্রিয়ণা।
তোৰ হস্তে মই ভৱ-ৰূপ ছাড়িলোঁ নটৰ পেড়া॥
তোৰ তুল্য অ ডুমুনী, মইও কপালী।
তোৰ হন্তে এই গ্ৰহণিলোঁ হাড়ৰ মালী॥
কায়া সৰোবৰ ভাঙি অ' ডুমুনী খাৱ মোলান।
মাৰিম ডুমুনী তোক তোৰ লম পৰাণ॥

মূল তত্ত্ব : মহাসুখ স্বৰূপিণী পৰিশুদ্ধা অৱধূতী নৈৰাত্মা বা নিৰ্বাণ ইন্দ্ৰিয় গ্ৰাহ্য নহয় বাবে অস্পৃশ্য ডুমুনীৰ তুল্য আৰু ৰূপ আদি বিষয়ৰ অতীত বুলি সি নগৰৰ বাহিৰীয়াৰ দৰে। বামুণৰ দৰে অন-সহজযানী যোগীয়ে নৈৰাত্মাৰূপী ডুমুনীক ছুই ছুই যায় পিছে পাব নোৱাৰে। "পদ্মেকং নিৰ্মাণক্ৰং চতু ষষ্ঠী দলযুক্তম।" সৃষ্টি ৰহস্য নিহিত এই নিৰ্মাণচক্ৰৰ ওপৰত উঠি নৈৰাত্মাৰূপী ডুমুনী নাচে আৰু নিৰ্ঘিণ নাঙঠ সহজযানী যোগীয়ে তাক লাভ কৰে। কাপালীকৰূপী যোগীয়ে কুণ্ডল আৰু হাড়ৰ মালা পিন্ধিছে অপৰিশুদ্ধ অৱধূতীৰূপী ডুমুনীয়ে কায়া-ৰূপ সৰোবৰ ভাঙি বোধিচিত্ত-ৰূপ মৃণাল খাইছে এই অবিদ্যাৰূপিণীক হত্যা কৰা উচিত।

## ১৯। ৰাগ ভৈৰবী - কৃষ্ণ (বজ্ৰ) পাদানাম

ভৱ নিৰ্বাণে পড়হ মাদলা। মন পৱন বেণি কৰণ্ডকশালা॥
জঅ জঅ দুন্দুহি সাদ উছলিআঁ। কাহ্ন ডোম্বী বিবাহে চলিআ॥
ডোম্বী বিবাহিআ অহাৰিউ জাম। জউতুকে কিঅ আণুতু ধাম॥
অহৰ্ণিস সুৰঅ পসঙ্গে জাঅ। জোইনি জালে ৰঅণি পোহাঅ॥
ডোম্বী এৰ সঙ্গে জোই ৰত্তো। খণহ ন ছাড়এ সহজ উন্মত্তো॥

অসমীয়া অক্ষৰানুবাদ

ভৱ-নিৰ্বাণত (বাজে) পটহ মাদল। মন পৱন দুই কৰণ্ডক শাল॥
জয় জয় দুন্দুভি শবদ উছলি। কানু (কাহ্ন) ডুমুনীক বিবাহলৈ চলি॥

ডুমুনী বিবাহ কৰি বিনাশিম জন্ম। যৌতুকত লভিম অনুত্তৰ ধৰ্ম ॥
অহৰ্নিশি সুৰত প্ৰসঙ্গত যাব। যোগিনীৰ জ্যোতি জালে ৰজনী পোহাব ॥
ডুমুনীৰ সঙ্গে যি যি ৰত। খন্তেক নছাড়ে তাক সহজ উন্মত্ত ॥

মৰ্মাৰ্থ : ভৱ নিৰ্বাণ পটহ-মাদল (বাদ্য) আৰু মন-চিত দুই ধৰ্ম কৰণ্ডকৰ আলয়-স্বৰূপ আকাশত অনাহত দুন্দুভিৰ ধ্বনি কিয়নো কৃষ্ণাচাৰ্য্যই অপাৰ শুদ্ধা অৱধূতিকাক বিয়া কৰাব (অৰ্থাৎ ভৱ নিৰ্বাণ আৰু মন চিত ধ্বংস কৰি অবিদ্যা নাশিব) আৰু অনুত্তৰ ধাম (বা নিৰ্বাণ) যৌতুক ৰূপে লাভ কৰি পুনৰ্জন্মৰ হাত সাৰিব। তেতিয়াহে তেওঁ পৰিশুদ্ধা অৱধূতিকাৰ (নৈৰাত্মা ৰূপিণীৰ) সহায়ত মহাসুখে কাল কটাব। বীণাপাদৰ এনে এটি ৰূপকাত্মক দোহা—"সুজ লাউ সসি লাগেলি তান্তী।"

"ললনা প্ৰজ্ঞা স্বভাবেন ৰসনোপাসংস্থিতা।
অৱধূতী মধ্যদেশে তু গ্ৰাহ্যগ্ৰাহকৰ্বৰ্জিতা ॥"

সাহিত্যৰ ফালৰ পৰা ইয়াৰ অতি সৰহখিনি গীতেই অতীৱ সৌন্দৰ্য্যব্যঞ্জক আৰু ধৰ্মতত্ত্ব বা দাৰ্শনিক তথ্যৰ ফালৰ পৰাও বহুমূলীয়া। ভাষা তত্ত্বৰ ফালৰ পৰা অসমীয়া আদি পূৰ ভাৰতীয় ভাষাৰ আদিম অৱস্থাৰ নিদৰ্শন ৰূপে ইয়াৰ মূল্য ততোধিক।

বিশেষ মন কৰিব লগা কথা অসমীয়া কোনো পণ্ডিতে আজিলৈকে এই গীতবোৰৰ কোনো মূল পুথি চকুৰে দেখিবলৈ পোৱা নাই বঙালী আৰু মৈথিলী আদি ভাষাৰ পণ্ডিতসকলৰ চকুৰেহে এই পাঠবোৰ চাবলৈ পোৱা হৈছে। গতিকে অসমীয়াৰ ফালৰ পৰা এই পাঠবোৰৰ লৰ চৰ কৰিবৰ আশঙ্কা যে দূৰৰ কথাই অসমীয়া নজনা লিপিকাৰে ইয়াৰ অনেক অসমীয়া ৰূপ আনকালে পোনাই বিকৃত কৰাও অসম্ভৱ নহয় কিয়নো বঙালী পণ্ডিতসকলে মৈথিলী লিপিকাৰক আৰু মৈথিলী পণ্ডিতসকলে বঙালী সম্পাদকক মূল পাঠ বিকৃত কৰা বুলি পৰস্পৰ অভিযোগ কৰিবই লাগিছে।

আন এটি লাগতিয়াল কথা, এই বৌদ্ধ কবিসকলৰ ভিতৰত বিচাৰ কৰিলে অসমীয়া কবি কেইবাজনো ওলাব পাৰে বুলি সৰহপাদৰ প্ৰসঙ্গত উনুকিয়াই অহা হৈছে। "সাৰ কৰা হৰি নামৰ মালা। ফুলিছে কমল ফুল গন্ধেৰে ভমৰা ॥" এই দোহাৰ প্ৰসঙ্গত দেহ-বিচাৰৰ গীতৰ সম্পৰ্কত উল্লেখ কৰা বৌদ্ধ সিদ্ধাচাৰ্য্য মীননাথৰ কবিতা কেফাকি একবিংশ দোহাৰ সংস্কৃত টীকাৰ লগত দিয়া আছে। অন্ততঃ মীননাথ কামৰূপৰ লোক বুলি তিব্বতীয় গ্ৰন্থৰ ওপৰত

নির্ভৰ কৰি তাৰানাথ আৰু টুচ্চী আদিয়ে স্বীকাৰ কৰিছে। হৰপ্ৰসাদ শাস্ত্ৰীয়ে চৌৰাশী সিদ্ধাচাৰ্য্যৰ প্ৰথম বোলা প্ৰথম আৰু ঊনত্ৰিংশ ধৰ্ম-তত্ত্বমূলক দোহাৰ প্ৰসিদ্ধ কবি লুই পাদৰ নামটোও লৌহিত্যপাদৰ চমুকৰণ বুলি কোনোৱে ভাবে। এই বৌদ্ধ কবিসকলৰ কোনো কবিতা যে অসমত নাই, পৰবৰ্তী বৈষ্ণৱ ধৰ্মত অসমীয়া সমাজৰ সম্পূৰ্ণ শোধনেই তাৰ কাৰণ বুলিব লাগিব। অসমত পাল ৰাজত্ব একাদশ শতিকাৰ আৰম্ভৰ পৰা দ্বাদশৰ মাজলৈকে থাকে এওঁলোকৰ কেইবাজনো পাল ৰজা কোনো বৌদ্ধ সিদ্ধৰ লগত সংশ্লিষ্ট আছিল বুলি বুজিব পাৰি। ইয়াৰ তেৰাটি দোহাৰ কবি কাহ্নুপাদ বা কৃষ্ণাচাৰ্য্য সপ্তদশ সিদ্ধ এওঁ ষষ্ঠত্ৰিংশৎ দোহাত নিজক হাড়িপা বা জলন্ধৰিপাদৰ শিষ্য বুলি চিনাকি দিছে। এই হাড়িপাৰে আন এজন শিষ্য গোপীচন্দ্ৰ পুৰাণি কামৰূপৰ গোপীচন্দ্ৰৰ গান মাণিকচন্দ্ৰৰ গান বা ময়নামতীৰ গানৰ প্ৰসিদ্ধ নায়ক। তদুপৰি গোপীচন্দ্ৰ পুৰাণি কামৰূপ কমতাৰ ৰজা দুৰ্লভচন্দ্ৰ আৰু ধৰ্মপালৰ লগত অন্ততঃ জনশ্ৰুতিমতে জড়িত যেনেকৈয়ে হওক শ্ৰীশঙ্কৰদেৱৰ কাললৈকে কামৰূপ যে নানা বৌদ্ধ সম্প্ৰদায়ৰ তপত খোলা আছিল বৈষ্ণৱ-চৰিত কেবাখনেও তাৰ সাক্ষ্য দিয়ে।

আদি মধ্যযুগৰ এই বিচাৰ আমি নিজে সাম্প্ৰতিক বিবেচনা কৰিছোঁ যি হেতুকে এই কালছোৱাৰ আৰু তথ্য বিচাৰিলে ওলাব পাৰে বুলি আমাৰ বিশ্বাস। চৰ্যাচৰ্যবিনিশ্চয়ৰ অসমীয়া সম্পাদন এটি অচিৰে আৱশ্যক তাৰ তদ্ভৱ আৰু দেশজ শব্দমালা অসমীয়া কাৰক বিভক্তি প্ৰত্যয় প্ৰভৃতিৰ উৎপত্তিৰ উপৰি তাৰ ছন্দ আৰু কবিতাৰ গঢ়, বৰগীতৰ ৰচনাৰ লগত তাৰ গঠন-শৈলীৰ অপূৰ্ব সামঞ্জস্য তাৰ ৰূপক আৰু দাৰ্শনিক তত্ত্বসমূহৰ বিশেষ আলোচনা হলে সি বৰ্তমান অসমীয়া সাহিত্যত এটি নতুন প্ৰেৰণা যোগাব পাৰে। ইয়াৰ লগতে ডাকৰ বচনবো এটি বৈজ্ঞানিক বিচাৰ-সম্পন্ন সম্পাদন লাগে তাত অকল অসমৰ উজনি-নামনিয়েই নহয়, বঙালী আৰু উড়িয়া প্ৰভৃতিৰ বচনবোৰৰ তুলনামূলক আলোচনা থকা উচিত। এইদৰেই মণিকোঁৱৰ-ফুলকোঁৱৰ গীতৰ সংস্কৰণতো তাত সোমোৱা বা তাৰ লগত মিল থকা দেশী-বিদেশী সাহিত্যিক উপাদান আদি ফঁহিয়াই দেখুৱালে উপাদেয় পুথি হয়। সৰ্বাতোকৈ অসমীয়া বিপুল জন-সাহিত্যৰ গীত-মাত সাধু পটন্তৰ আদিবো বিশ্লেষণমূলক আৰু তুলনাত্মক সম্পাদন এটি অত্যন্ত বাঞ্ছনীয়।

# পুথি দুই

## শেষ মধ্যযুগৰ অসমীয়া সাহিত্য

আগকথা • (ক) ৰাজনৈতিক পৰিস্থিতি। পুষ্যবৰ্মা শালস্তম্ভ আৰু ব্ৰহ্মপালকে আদি কৰি নৰকবংশীয় ৰজাসকলৰ তিনিটা পৰিয়ালৰ ভিতৰেদি লিপিমূলক প্ৰমাণৰ যোগেদি দ্বাদশ শতিকাৰ মাজভাগলৈকে এটি ধাৰাবাহিক ৰাজ মালা পোৱা হল। ইয়াৰ উপৰি জয়পাল নামে পূৰ্বৰ কামৰূপৰ এজন ৰজাই তেওঁৰ তুলাপুৰুষ দানত প্ৰহাস নামৰ পণ্ডিত এজনক নয় শত সোণৰ মোহৰ আৰু এক সহস্ৰ দোণ ধান উৎপন্ন হোৱা মাটি দান দিয়া বুলি শিলিমপুৰ লিপিত উল্লেখ কৰা আছে। লণ্ডনৰ ইণ্ডিয়া অফিছত সংৰক্ষিত ছান্দোগ্য পৰিশিষ্ট প্ৰকাশ নামৰ পাণ্ডুলিপিতো জয়পাল ৰজাৰ নাম পোৱা হয় পদ্মনাথ ভট্টাচাৰ্য্যৰ মতে এই দুই লিপিৰ কাল আৰু সেইগুণে জয়পালৰ ৰাজত্ব, দ্বাদশ শতিকাৰ মাজ ভাগত নিৰ্দিষ্ট কৰিব পাৰি। ইহাতে ষোড়শ শতিকাৰ শঙ্কৰ চৰিতৰ ৰচয়িতা ৰামচৰণ ঠাকুৰে কৈছে, যেতিয়া ধৰ্মপাল ৰজাই "আপোনাৰ ৰাজ্য এৰি বিদেশক গৈলা" "দুৰ্লভ নাৰা(য়)ণ তাৰ বেলেগীয়া ভাই। সিও কতোদিনে ৰাজ্য ভৈলা এক ঠাই॥" তেনেহলে স্থানীয় শাসনমূলক আৰু চৰিতমূলক প্ৰমাণৰ পৰা ধৰ্মপালতে কামৰূপৰ পাল ৰাজত্ব শেষ বুলি ভবা হৈছিল যদিও বাহিৰৰ ঠিক তেনে প্ৰমাণৰ পৰা আমি আকৌ সেইদৰে ভাবিব নোৱৰা হওঁ এই উভয় সঙ্কটত একমাত্ৰ সমাধান ৰূপে দ্বাদশ শতিকাৰ শেষ ভাগত আগৰ ৰাজপৰিয়ালবোৰৰ মাজত পূৰ্বৰ কামৰূপ ৰাজ্য ভাগ ভাগ হয় বুলি ভাবিব পাৰি আৰু এই ধাৰণাও আকৌ লিপিমূলক আৰু চৰিতমূলক বিভিন্ন প্ৰমাণৰ পৰা সমৰ্থিত হয়। গুৱাহাটীৰ কানাই বৰশী শিলত কটা "শক ১১২৮ • শকে তুৰগযুগ্মেশে মধুমাস ত্ৰয়োদশে। কামৰূপম সমাগত্য তুৰুস্কাঃ ক্ষয়মায়যুঃ॥' এই কাল ১২০৬ খৃঃৰ ২৭ মাৰ্চ মান হয় মুছলমান বুৰঞ্জীলেখকৰ টোকায়ো এই সত্য সমৰ্থন কৰিছে। ১১৯৭ খৃঃ ত মহম্মদ বখ্‌তিয়াৰ খিলজিয়ে বঙ্গৰ সেন বংশৰ শেষ ৰজা লক্ষ্মণক পৰাজয় কৰে, তেওঁৰ তিব্বত আক্ৰমণৰ কাহিনী টাবাকোৱাৎ-ই-নাছিৰি আৰু ৰিয়াজ-উছ-

ছালাটিনত বৰ্ণোৱা আছে আৰু তাৰ মতে বখতিয়াৰ খিলজিয়ে উত্তৰলৈ আহি কামৰূপ ৰাজ্য আক্ৰমণ কৰিবৰ চেষ্টা কৰোঁতে তেওঁৰ ভালেমান সৈন্য হানি হৈ ঘাটি খাই ওলটে আৰু বখতিয়াৰে নিজে প্ৰাণ লৈ কানে কানমাৰিয়েহে সাৰি যায়। এয়ে কামৰূপৰ প্ৰথম মোগল আক্ৰমণ। আকৌ টাবাকোৱাৎ ই-নাছিৰি মতে ১২২৭ খৃঃ ত বঙ্গৰ ৰাজ্যপাল ঘিয়াছুদ্দিনে কামৰূপ আক্ৰমণৰ দ্বিতীয় অভিযান চলাই ব্যৰ্থ হয়। এই একে মূল মতেই ইখতিয়াৰুদ্দিন য়ুজবক টুঘ্ৰিখানে ১২৫৭ খৃঃ ত কামৰূপ তৃতীয় বাৰ আক্ৰমণ কৰি স্বয়ং ছুলটানকে আদি কৰি বহুত প্ৰাণ নাশেৰে ঘাটি খাই ওলটে। আকৌ আলম গিৰনামা মতে মহম্মদ শ্বাই ১৩৩৭ খৃ. ত কামৰূপৰ পঞ্চম আক্ৰমণৰ বাবে এক লাখ সুসজ্জিত অশ্বাৰোহী পঠায় কিন্তু সিহঁতৰ ছাঁ এটিও এই দেশৰ পৰা ঘূৰি যাবলৈ নাপালে। এই পৰাজয়ৰ পোতক তুলিবলৈ মহম্মদ শ্বাই পুনৰ বিপুলতৰ এদল সৈন্য পঠায়, কিন্তু সেই সৈন্যদলে বঙ্গ দেশৰ পৰা ইফালে উজাবলৈ সাহ নকৰাত এই ষষ্ঠ আক্ৰমণ ঢোপাতে মৰহে। "যৱনাং জিত্বা অস্ত্ৰমিদম প্ৰাপ্তম" বুলি খোদিত অসমৰ হাবিয়ে-বননিয়ে সিচৰতি হৈ পৰি থকা অনেক হিলৈ-বৰটোপে নেৰা-নেপেৰা মুছলমানৰ আক্ৰমণৰ ওপৰত জয় লাভৰ অলেখ প্ৰমাণ দিয়ে। পূৰ্বাণি এই বিপুল কামৰূপ ৰাজ্যৰ পছিমৰ ফালৰ পৰা ওপৰা উপৰিকৈ হোৱা মুছলমান আক্ৰমণবোৰেৰে প্ৰায় একে লগে এই ৰাজ্যৰ পূৰ ফালৰ পৰা ১২২৮ খৃঃ ত শ্যান জাতিৰ থাই ফৈদৰ আশ্যাম বা আহোমবিলাকে চুকাফাৰ নেতৃত্বত উজনি ব্ৰহ্মৰ উত্তৰ পূৰ পৰ্বত মালাৰ মোলুং বা তেনে কোনো ঠাইৰ পৰা আহি এই দেশ আক্ৰমণ কৰে আৰু ক্ৰমে ক্ৰমে ইয়াৰ পূৰ্ববৰ্তী মতক-মৰাণ, বৰাহী-কছাৰী চুটিয়া-বাৰভূঞা আদি শাসকসকলক ছলে-বলে জিনি এই দেশ অধিকাৰ কৰে।

(খ) সামাজিক আবাহণ। অসমৰ মিকিৰৰ পৰ্বতত পোৱা বৰগঙ্গা শিলালিপিয়েই অসমৰ বৈষ্ণৱ ধৰ্ম সম্পৰ্কে এতিয়ালৈকে ওলোৱা আটাইবোৰ লিপিতকৈ পূৰণি। এই শিলালিপিত ষষ্ঠ শতিকাৰ আগভাগৰ কামৰূপৰ ৰজা মহাভূত বৰ্মাক তেওঁক মন্ত্ৰী আৰ্য্যগুণে "পৰম ভাগৱত" বুলি উল্লেখ কৰিছে কিন্তু ৪০০-৪৬০ খৃঃ ত ভাৰতবৰ্ষত ৰাজত্ব কৰা চন্দ্ৰগুপ্ত কুমাৰ-গুপ্ত আৰু স্কন্দগুপ্ত আদি গুপ্ত ৰজাসকলৰ মোহৰঁতো তেওঁলোকৰ এই একে "পৰম ভাগৱত" উপাধি পোৱা হয়। সপ্তম শতিকাৰ আগছোৱাৰ পৰা ৰাদশৰ

আগছোৱালৈকে কামৰূপৰ নৰকবংশী ৰজাসকলৰ তাম্ৰৰ ফলিবোৰৰ শেষখনত বাজে আটাইকেখনেই শিৱৰ বন্দনাৰে আৰম্ভ হলেও "ধাত্ৰীমূদ্ধিকিপেসো ৰম্বুনিধে কপটকোল ৰূপস্য চক্ৰভূত" বিষ্ণুৰ অংশ বুলি নৰকৰ চিনাকি প্ৰায় প্ৰত্যেকখনতে থকাৰ উপৰিও বৈষ্ণৱ ধৰ্মৰ প্ৰতি ক্ৰমে বাঢ়ি অহা ভক্তিৰ চূড়ান্ত প্ৰকাশ পাইছে শেষজন ৰজা ধৰ্মপালৰ শেষখন তামৰ ফলিত। ঘোৰ শৈৱ এই নৰকবংশী ৰজাসকলৰ শত সহস্ৰ বছৰৰ পুৰণি ধৰ্মবিশ্বাস মতে এই শেষজন ৰজা ধৰ্মপালে তেওঁৰ প্ৰথম দুখন তামৰ ফলি শিৱৰ বন্দনাৰে আৰম্ভ কৰিও তেওঁৰ শেষৰ তৃতীয়খন ফলিত শিৱক একেবাৰে গুচাই তাৰ ঠাইত "স্বস্তি। শ্ৰীমান স ক্ৰোড়ৰূপো জয়তি" বুলি বিষ্ণুৰ বন্দনাৰে আৰম্ভ কৰিছে। অকল ইমানেই নহয়, বিষ্ণুৰ বন্দনাৰেই আৰম্ভ কৰি এই ফলিৰ প্ৰথম আঠটি শ্লোক ৰজাই আগ্ৰহেৰে নিজে ৰচনা কৰাৰ উপৰিও ৰজা বলবৰ্মাৰ ৰাজত্বৰ পৰা ধৰ্মপালৰ নিজৰ দ্বিতীয় ফলিৰ কাললৈকে দিয়া মাটিতকৈ সৰহ অৰ্থাৎ দশ সহস্ৰ দোণ ধান উৎপাদন কৰা মাটি দান দিছে—"সকলবিপ্ৰকুল প্ৰদীপঃ শ্ৰীমান বভূব মধুসূদননামধেয়ঃ। যো বাল্যতঃ প্ৰভৃতি মাধৱপাদ পদ্মপূজা প্ৰপঞ্চৰচনা(ং) সুচিৰং চকাৰ।" অসমৰ ধৰ্মমতৰ সামাজিক ৰুৰঞ্জীত এই পৰিবৰ্ত্তন নিশ্চয় সামান্য ঘটনা নহয়, আৰু ধৰ্মপালৰ বিষয়েও ই শুদা শুদি সাহস আৰু ধাউতিৰ কথা হব নোৱাৰে। শঙ্কৰ চৰিত মতে "ধৰ্মপাল ৰজা আছিলেক কামেশ্বৰ।" "কামাখ্যা দেৱীয়ে যেৱে তাঙ্ক শাপ দিলা। আপোনাৰ ৰাজ্য এৰি বিদেশক গৈলা॥' কামাখ্যাৰ শাপৰ কোনো কাৰণ উল্লেখ নথকাত নতুন ধৰ্মগ্ৰহণ সাহসৰ বিৰুদ্ধে ইয়াক জন-সাধাৰণৰ অন্ধ বিশ্বাস বুলি সহজে বুজিব পাৰি। পুৰণি কামৰূপত এই নব ধৰ্মৰ অভ্যুত্থানৰো অন্যতম প্ৰমাণ ভাৰত-প্ৰসিদ্ধ সমসাময়িক সংস্কৃত গ্ৰন্থ কালিকা পুৰাণ। ইয়াত এহাতে যেনেকৈ দেৱী-উপাসনাৰ বাবে পৱিত্ৰ বুলি পুৰণি কামৰূপৰ অসংখ্য নদ-নদী পৰ্বত-ভৈয়ামৰ বিৱৰণ পঞ্চ-মকাৰ সাধন আৰু নৰ-বলিৰ বৰ্ণনা দিয়া আছে সেইদৰেই এই কালিকা পুৰাণতে বিষ্ণুপূজাৰ উল্লেখ গোপভাৱে হলেও যথেষ্ট পোৱা হয়। ইয়াৰ উপৰিও উত্তৰ লখীমপুৰ মহকুমাত কিছুমান বছৰৰ আগতে আৱিষ্কাৰ কৰা ১৩৯২ আৰু ১৪০১ খৃঃ ত কোনোবা সধয়া পুৰীৰ (সম্ভৱ সদিয়াৰ) এজন ৰজাই বাসুদেৱৰ পৰম ভক্ত হৰি নামৰ বামুণ এজনক মাটি দান কৰা তাম্ৰৰ ফলিত শিৱ-পাৰ্বতীৰ লগতে কৰা বিষ্ণুৰ বন্দনা বিশেষ উল্লেখ যোগ্য। গতিকে শৈৱ-শাক্ত ধৰ্মৰ প্ৰভাৱ লগত থাকিলেও বৈষ্ণৱ ধৰ্মই দ্বাদশ শতিকাৰ পৰা আগ ঠাই লোৱা বুলি সহজে বুজিব পাৰি।

(গ) **সাহিত্যিক লক্ষণ**—ধৰ্মমূলক চিন্তা-ধাৰাত যেনেকৈ আদিযুগৰ সামৰ্থগত শৈৱ-শাক্ত আৰু বৌদ্ধ-বৈষ্ণৱ ভাবৰ যুজ-বাগৰ বৈষ্ণৱ ধৰ্মৰ প্ৰাধান্য-লাভত ওৰ পৰিল চৰ্য্যাচৰ্য্য বিনিশ্চয়ৰ মৈথিলী উড়িয়া বঙলা অসমীয়া ভাষাৰ সানমিহলি সেইদৰে এই যুগৰ পাতনিতে অসমীয়া আদি স্বকীয়া গঢ়লৈ আহিল। তথাপি বৈষ্ণৱ ধৰ্মৰ প্ৰাধান্য লাভ সত্ত্বেও শাক্ত ধৰ্মই যেনেকৈ তেতিয়াও ফেপেৰি পাতিয়ে থাকিল, অসমীয়া ভাষাই সেইদৰে স্বকীয়া গঢ় লৈও কিন্তু বঙলা ভাষাকো সামৰি আছিল। ইয়াৰ প্ৰমাণ স্বৰূপে শূন্যপুৰাণ আৰু কৃষ্ণকীৰ্ত্তন নামৰ প্ৰখ্যাত গ্ৰন্থ দুখনৰ ভাষা বৰ্ত্তমান বঙলাতকৈ অসমীয়াৰ লগতহে ঘনিষ্ঠৰূপে সম্পৰ্কিত হলেও বঙালী সাহিত্যকসকলে এই দুখন প্ৰাচীনতম বঙলাৰ নিদৰ্শন বুলিহে ধৰে। ভাবৰ ফালৰ পৰা, শূন্যপুৰাণ দীনেশচন্দ্ৰ সেনৰ মতে শৈৱ আৰু আমাৰ মতে বৌদ্ধধৰ্মমূলক আৰু কৃষ্ণ কীৰ্ত্তন সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে বৌদ্ধ প্ৰভাৱৰ আৰু আমাৰ মতে বৈষ্ণৱ প্ৰভাৱৰ কিন্তু অন বৈষ্ণৱ কাব্য। ইয়াৰ বাহিৰে, গোপীচন্দ্ৰৰ গানো এই যুগৰে বৈষয়িক সাহিত্য আৰু ই পুৰণি কামৰূপৰ ভিতৰুৱা ৰংপুৰ জিলাৰ পৰা গ্ৰিয়াৰ্ছনে সংগ্ৰহ কৰিলেও ইয়াকো বঙলা বুলি দাবী কৰা হয়। এইখিনি এৰি বৰ্ত্তমান অসমৰ চাৰি সীমাৰ ভিতৰত ৰচিত সাহিত্যৰ ভিতৰত ইয়াৰ পৰৱৰ্তী যুগৰ বৈষ্ণৱ ভণিতা থকা ৰামায়ণ মহাভাৰত আৰু পুৰাণৰ ভাঙনিবোৰক পূৰ্ব-বৈষ্ণৱ সাহিত্য বোলা হৈছে যিহেতুকে দেঢ়শ দুশ বছৰৰ আগৰ পাণ্ডুলিপিও বৰ্ত্তমান পাবলৈ নাই আৰু যিহেতুকে বৈষ্ণৱ-ধৰ্ম পৰিশোধিত অসমীয়া সমাজৰ মাজেদি এইবোৰ সাহিত্য বৰ্ত্তমান যুগলৈ সৰকি আহিছে। পূৰ্ববৈষ্ণৱ যুগৰ সাহিত্য বুলি গ্ৰহণ কৰাৰ আগতে “কথা গুৰুচৰিত”ত মাধৱ কন্দলীৰ ৰামায়ণ সম্পৰ্কে থকা এই স্বাভাৱিক কাহিনীয়েই সতৰ্ক-বাণী শুনায় নিশ্চয়—“তেহে (শঙ্কৰদেৱ মাধৱদেৱ) আদ্য উত্তৰা কৰিছে কাপৰ-পাৰি দৰে আগ-গোৰ সমে ৰল। উপদেশ আঁচুফুল হল। আগে উপদেশ নাই “শুভ শুভ” হে আছিল আধ্যাত ছোট আতা (মাধৱদেৱে) দিছে।”

**অন-বৈষ্ণৱ সাহিত্য—(১) গোপীচন্দ্ৰৰ গান**

ভাটিৰ ৰংপুৰৰ পৰা “ময়নামতীৰ গান” বুলি ৭কিছুমান মৌখিক গীত গোটাই ছাৰ জৰ্জ আব্ৰাহাম গ্ৰিয়াৰ্ছনে জয়ে জয়ে প্ৰকাশ কৰে। তাৰ দেঢ়কুৰি

বছৰ মানৰ ভিতৰত বিশ্বেশ্বৰ ভট্টাচাৰ্য্য বোলা এজনে এই গীতবোৰৰ আৰু এটি পাঠ গোটায়। তাৰ পাছত ত্রিপুৰা আৰু চাটগাঁৱত ভৱানী দাসৰ আৰু উত্তৰ বঙ্গত সুকুৰ মহম্মদৰ ৰচিত এই বিষয়ৰ গীতৰ পুথি দুখন পোৱা হয় অৱশ্যে ইয়াৰ কোনোখনেই দুশ বছৰ বা তাৰ অধিক পুৰণি নহয়। ইয়াৰ বাহিৰে প্রায় সপ্তদশ শতিকাত দুৰ্লভ মল্লিক নামে এজনেও গোপীচন্দ্র আৰু ময়নামতীৰ সম্পৰ্কে কিছুমান গীত ৰচিছিল বুলি কয়। হাতে চুকি পোৱা নোপোৱা এনে আটাইখিনি গীতৰ পৰা বসন্তৰঞ্জন ৰায় আৰু দীনেশচন্দ্র সেনৰ সম্পাদিত বৰ্ত্তমান "গোপীচন্দ্রেৰ গান" প্রকাশিত হৈছে।—

'মাণিকচন্দ্র ৰাজা ছিল ধৰ্ম্মী বৰ ৰাজা।
মএনাক বিয়া কৰিল তাৰ নও বুড়ি ভাৰ্যা॥
মএনাক বিয়া কৰি ৰাজাৰ নাপুৰিল মনেৰ আশ।
তাৰ পৰ দাৰপুৰেৰ পঞ্চ কন্যা বিয়া কৰি পুৰি গল মনৰ হাবিলাস॥
আজি আজি কালি কালি বাৰ বছৰ হৈল
দেখিবাৰ নপাৰি মহাৰাজ (মএনাক) ব্যাগল কৰি দিল॥"

এইদৰেই সংগ্রহটি আৰম্ভ হৈছে আৰু পাদটোকাত ইয়াৰ পাঠান্তৰ দিছে—

"ময়নামতীৰ বিআও হৈল মাণিকচন্দ্রেৰ ঘৰে।
সিন্দুৰমতীৰ বিআও হৈল নীলমণি ৰাজাৰ ঘৰে॥
মএনাক বিআও কৰি ৰাজা পঞ্চাস বিআও কৰে।
বুঢ়া দেখি মএনামতীক ব্যাগল কৰি দিলে॥
মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ।
মএনাক ঘৰ-বন্দী দিলে ফেৰুসাৰ বন্দৰ॥
মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ।
মএনামতী চৰ্খা কাটি ভাত খায় বন্দৰেৰ ভিতৰ॥"

বিশেষৰূপে মৌখিক গীতৰ ওপৰত সংগহীত হলেও আৰু সেই মৌখিক গীতবোৰো পুৰণি কামৰূপৰ কমতা ৰাজ্য বঙ্গদেশৰ অন্তৰ্ভুক্ত হোৱাৰ ভালেমান কালৰ পাছত লিখিত অৱস্থালৈ আনিলেও এইবোৰ যে পুৰণি কামৰূপ-কমতাৰ পুৰণি অসমীয়া ভাষা সেই কথা নাজানি বা পাহৰি অসমীয়া ভাষাৰ গভীৰ অজ্ঞতাৰে সংগ্রাহক বা সম্পাদকসকলে ইয়াক বঙলা গীত বুলি ব্যৱহাৰ কৰিলেও এই গীতৰ পাঠত, বাইকৈ পাঠান্তৰত, অসমীয়া শব্দাৱলী আৰু

অসমীয়া ব্যাকৰণৰ চিন চাব একেবাৰে মাৰি পেলাব পৰা নাই নিশ্চয়। শব্দাৱলী আৰু ব্যাকৰণ আদিত 'মএনাক বিআও কৰি পঞ্চাশ বিআও কৰে। বুঢ়া দেখি মএনামতীক ব্যাগল কৰি দিলে॥" আৰু ব্যৱহাৰতো "মহাৰাজা ৰাজ্য কৰি খায় পাটেৰ উপৰ। ময়নামতী চৰ্খা কাটি ভাত খায বন্দৰেৰ ভিতৰ॥" অৰ্থাৎ কটনা কাটি ভাত খোৱা কথা অসমীয়াৰো অসমীয়া নুবুলি নোৱাৰি। কিন্তু এই গীতিখিনি অন্তত অসমীয়া পণ্ডিতৰ সহায়ত সংগৃহীত আৰু সম্পাদিত হোৱা হলেও নিশ্চয় ইয়াৰ ৰূপৰ বহুত সলনি হলহেতেন। তথাপি বঙালী পণ্ডিতসকলে এই মাণিকচন্দ্ৰ ৰজাৰ সঠিক নিৰ্ণয় কৰিব নোৱাৰিলেও তেওঁলোকৰ মতে ভাষাৰ প্ৰাচীনতাৰ হেতুকে এই ৰজাজন একাদশ শতিকাৰ আগ ভাগৰ আৰু গীতবোৰ সেই শতিকাৰ পিছ ছোৱাৰ হব বুলি সেই প্ৰাচীনত্বৰ চানেকি দিছে।—

"জীৱৰ জীৱন ধন কন্যা সঙ্গে গেলে।
ৰান্ধিয়া দিমু অন্ন সন্ধ্যাৰ কালে॥
পিপাসাৰ কালে দিম পানী।
হাসিয়া খেলিয়া পুহামু ৰজনী॥
কে কয় এগুলা কথা কে পইতাই।
পুৰুষেৰ সঙ্গে গেলে স্ত্ৰীক বাঘে ধৰে খায়॥

আৰু "নবাইও নবাইও ৰাজ্য দৰ দেশান্তৰ।" এনে ভাষা নিতান্ত ত্ৰয়োদশ শতিকাৰ আগৰ অসমীয়া হব নোৱাৰে। যিহওক এতিয়া কাহিনীৰ ফালৰ পৰাই ইয়াৰ বিচাৰ কৰা হওক।

মাণিকচন্দ্ৰ ৰজা ন-বুৰি বা ন-কুৰি ভাৰ্য্যাৰ ভিতৰত মইনামতী পুৰণি আছিল। এওঁক বুঢ়ী দেখি ৰজাই বেলেগ কৰি দিয়া আদি নানা দোষৰ ফলত ৰাজ্যত অমঙ্গল মিলিল আৰু ৰজাৰো কাল কাষ চাপিল। অনেক অন্যায়ৰ সত্ত্বেও বিপদৰ সময়ত সতী মইনামতী আঁতৰি থাকিব নোৱাৰি স্বামীৰ উদ্ধাৰৰ বাবে প্ৰাণপণে যত্ন কৰিলে কিন্তু শেষত যম ৰজাই কিবা এটা চেলুৰে মইনামতীক আঁতৰাই মাণিকচন্দ্ৰৰ প্ৰাণ ললে। তাৰ পাছত মইনামতীৰ ধৰ্ম গুৰু গোৰক্ষনাথ আহি মইনামতীক সান্ত্বনা দিলে বোলে তেওঁৰ স্বামীৰ মৃত্যু হল যদিও অচিৰে তেওঁ এটি উপযুক্ত পুত্ৰ লাভ কৰিব। সেই মতেই গোপীচন্দ্ৰৰ জন্ম হল পিছে ভাতো লেঠা লাগিল— কিয়নো, গোপীচন্দ্ৰই পৰমায়ু পালে মুঠেই ওঠৰ বছৰ। ইয়াৰ বিৰুদ্ধে কৰা অভিযোগৰ ফলত এই

আশ্বাস পালে বোলে হাড়ি সিদ্ধক উপাসনা কৰিলে গোপীচন্দ্ৰ অমৰ হব পাৰিব। ন নে যাব বছৰত গোপীচন্দ্ৰই কোনোবা হৰিশ্চন্দ্ৰ ৰজাৰ "অদুনাক কিনাও কৈলে পদুনাক পাইলে দানে।" বোলিয়া মইনামতীয়ে অদুনা-পদুনাক এৰি হাড়ি সিদ্ধৰ শিষ্য হবলৈ সন্ন্যাস গ্ৰহণ কৰিবলৈ গোপীচন্দ্ৰক কলে, তেতিয়াই লাগিল মহা লেঠা। ভৱানী দাসৰ "গোপীচন্দ্ৰেৰ পাঁচালীত" এই ছোৱা আৰু সুকুৰ মহম্মদৰ "গোপীচন্দ্ৰেৰ সন্ন্যাস"ত তাৰ পিছৰ ছোৱা সুন্দৰকৈ বৰ্ণোৱা আছে। যিহওক অনেক কষ্ট আৰু পৰীক্ষাৰ পাছত গোপীচন্দ্ৰ হাড়ি সিদ্ধৰ শিষ্য হৈ পিতাকৰ ৰাজ্যলৈ ঘূৰি আহিল আৰু মাণিকচন্দ্ৰৰ দিনৰ অমঙ্গল আঁতৰাই দেশত সুখ-শান্তি থাপনা কৰিলে।

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা প্ৰকাশিত এই সংগ্ৰহটিৰ সুধী সম্পাদক দুজনে গোপীচন্দ্ৰ মাণিকচন্দ্ৰ বা গোৰক্ষনাথৰ যি ঐতিহাসিকতা ৰচিবৰ প্ৰয়াস পাইছে, সি প্ৰকৃত ঘটনাৰ লগত খাপ-খোৱা নহল, কিয়নো মাণিকচন্দ্ৰ বঙ্গদেশৰ ৰজা বুলি দাবী কৰিও সম্পাদকদুজনে সৈ কাঢ়িছে, অলপলৈকে সম্ভৱতঃ গ্ৰিয়াৰ্ছনৰ সংগৃহীত গীতবোৰৰ প্ৰচাৰৰ আগলৈকে এই দুজন ৰজাৰ নাম আৰু কাহিনী বঙ্গবাসীৰ কাণত আচহুৱা লাগিছিল। কিছু দিনৰ আগতে ঢাকা বিক্ৰমপুৰৰ পাইকপৰা গাঁৱত পোৱা বাসুদেৱ মূৰ্ত্তিৰ লগৰ লিপিত লিখিছে কোনোবা পৰোদাসৰ পুত্ৰেক গঙ্গাদাসে গোবিন্দচন্দ্ৰৰ ৰাজত্বৰ ত্ৰয়োবিংশ বছৰত সেই মূৰ্ত্তি থাপনা কৰিছিল। এই গোবিন্দচন্দ্ৰক গোপীচন্দ্ৰৰ লগত এক বুলিবৰ হেতু নাই কিয়নো দুইজন ৰজাৰ কাহিনী নিমিলে। উড়িষ্যাতো এই গোপীচন্দ্ৰৰ কাহিনী সংগহীত হৈছে আৰু অসমীয়া "জনা গাভৰুৰ গীত"ৰ নায়ক গোপীচন বা গোপীচন্দ্ৰও মূলত একে হব পাৰে কিয়নো এই গীতবোৰ পূৰভাৰতৰ "যুগী" (যোগী) বা নাথ শ্ৰেণীৰ মুখেই এইদৰে প্ৰচলিত হোৱা সম্ভৱপৰ। মাধৱ কন্দলীৰ চতুৰ্দশ শতিকাত ৰচিত ৰামায়ণত এই নাথ সম্প্ৰদায়ৰ লোকৰ এটি ধেমেলীয়া বৰ্ণনা আছে—

"যোগীৰ কান্ধত কানি-বুলি যত হাতে দোৱাদশ কাথি।
লৰবন্তে লৰ- বন্তে পাছে চান্তে হিয়া মান গৈল ফাটি॥৬।
পাইলেক ভাগৰ ভোকণ্ডা কাথৰ সৱে পৰি গৈল খসি।
মুখে শিৱ শিৱ সুমৰন্তে আতি পলাইলা যত তপসী॥৭।
আৰ্শ বুলি যোগী আচাৰি পেলাইলে পুজাৰ দেৱতা মান।
পুজি বাক লাগি পাছে পাইৰো দেৱ থাকয় যেৰে পৰাণ॥৮। (অযোধ্যাকাণ্ড)

সুধী সম্পাদক দুজনৰ মতে এই যোগী বা নাথ সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা একাধিক জনো হব পাৰে।

দুকুৰি সাত-আঠটি বৌদ্ধ দোহাৰ তেৰটিৰ ৰচয়িতা সিদ্ধ কাহ্নু পাদ বা কৃষ্ণাচাৰ্য্যই ষষ্ঠত্ৰিংশতম দোহাত নিজক জলন্ধৰিপাদ বা হাড়িপাৰ শিষ্য বুলি কৈছে আৰু গোপীচন্দ্ৰও এই হাড়িপাৰে আন এজন শিষ্য। স্থানীয় কিম্বদন্তী অনুসাৰেও অসমৰ পালবংশৰ এজন শেষ ৰজা ধৰ্মপালে কৰতোয়াৰ পাৰত থকা তেওঁৰ বোৱাৰীয়েক মীনাৱতীৰ (মইনামতীৰ) ৰাজ্য লবলৈ যত্ন কৰাত তিষ্টা নৈৰ পাৰত উভয় পক্ষৰ যি যুদ্ধ হয় তাত ধৰ্মপাল হাৰি সন্ন্যাসী হৈ আঁতৰি যায়। ৰামচৰণৰ শঙ্কৰ চৰিতত থকা ধৰ্মপালৰ বিষয়ক "নিজ ৰাজ্য এৰি বিদেশক গৈলা" কথাই সম্পূৰ্ণ সমৰ্থন কৰে। ১৮০৯-ত ভাটি ৰংপুৰ ডিমলাত এখন পুৰণি নগৰৰ ধ্বংসাৱশেষ চাই বকানন হেমিলটনে লিখিছিল— "তিষ্টাৰ মোচৰ এটাৰ পৰা দুমাইলমান দূৰত ডিমলাৰ নামনিত চাৰিওফালে গড় মৰা এখন নগৰৰ ভগ্নাৱশেষ আছে কামৰূপৰ পালবংশৰ প্ৰথম (শেষ ?) ৰজা ধৰ্মপালে ইয়াক সজোৱা বোলে। ধৰ্মপালৰ দুৰ্গৰ পৰা দুমাইলমান পছিমেই দেও নৈৰ পছিম পাৰত ধৰ্মপালৰ বোৱাৰীয়েক মইনাৱতীৰ (মীনাৱতী বা মইনামতীৰ) দুৰ্গ। ইয়াৰ দখিণে অলপ দূৰত হৰিশ্চন্দ্ৰৰ পাট বুলি ঘুৰণীয়া মৈদাম এটা আছে ইয়ে ধৰ্মপালৰ পাছত ৰজা হোৱা মইনাৱতীৰ পুতেক গোপীচন্দ্ৰৰ শহুৰেক হৰিশ্চন্দ্ৰৰ যে মৈদাম, তাত কোনো খুকুৰি নাই॥" তেন্তে গোপীচন্দ্ৰৰ গীত বা গোৰক্ষ বিজয়ত বৰ্ণোৱা সদৌ কাহিনীৰ লগত এইবোৰ প্ৰমাণ আৰু কিম্বদন্তীৰ সম্পূৰ্ণ মিল পোৱা হল, আৰু পুৰণি পছিম কামৰূপ বা কমতা ৰাজ্যৰ ভিতৰুৱা ৰংপুৰ আদি জিলাই গোপীচন্দ্ৰৰ ৰাজধানী।

আৰু এটি আৱশ্যকীয় প্ৰসঙ্গ গীতটিৰ আৰম্ভণিৰ—"মএনাক ধৰ-বন্দী দিলে ফেৰুসাৰ ভিতৰ" আৰু "মএনাম্রতী চৰ্খা কাটি ভাত খায় বন্দৰৰ ভিতৰ।" এই বন্দৰ ক'ত আৰু কেনেকৈ হ'ল অলপ ভাবি চালেই ওলায়। প্ৰাগজ্যোতিষৰ ৰজা ভগদত্তই যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞলৈ "সহ ম্লেচ্ছৈঃ সাগৰানূপবাসিভিঃ" গৈছিল বুলি সভাপৰ্বত লিখিছে। উদ্যোগ পৰ্বতো "ৰাজ্ঞো ভগদত্তে পূৰ্বসাগৰবাসিনে" বুলিছে। আৰ্য্যাবৰ্তৰ সীমা নিৰ্দেশতো কোৱা হৈছে—"আসমুদ্ৰাত্তু বৈ পূৰ্বাদাসমুদ্ৰাত্ত পশ্চিমাৎ। তয়োৰেবান্তৰং গিৰ্য্যোৰাৰ্য্যাবৰ্তং বিদুৰ্বুধাঃ॥" ব্ৰহ্মপুত্ৰ আৰু গঙ্গাৰ পৰ্বৰ সঙ্গমত বৰ্তমান ৰংপুৰৰ দখিণ সীমান্তে এই পূৰসাগৰ আছিল বুলি এনে অসংখ্য প্ৰমাণৰ পৰা

বুজিব পাৰি। বৌদ্ধ জাতকমালাৰ পৰা খৃষ্টপূৰ্ব চতুৰ্থ শতিকাত চম্পা বা বৰ্তমান ভাগলপুৰৰ পৰা সাগৰৰ জাহাজ চলাৰ কথা ভু পাব পাৰি। মেগাস্থেনিছ আদি গ্ৰীক লেখকৰ বৰ্ণনাত গঙ্গাৰ মুখত থকা দ্বীপপুঞ্জৰ উল্লেখ পোৱা হয়। দ্বিতীয় শতিকাৰ আগছোৱাত কেইবাখনো মুখেদি গঙ্গা সাগৰত পৰা বুলি টলেমীয়ে লিখাৰ পৰা বুজিব পাৰি। ১০০০ খৃঃ পূঃ কালত পূৰ্বসাগৰত থকা দ্বীপপুঞ্জ ইয়াৰ ভিতৰতে ব-দ্বীপত পৰিণত হৈ ক্ৰমে মূল ভূমিত পৰিণত হব খুজিছে। এইদৰে গঠিত হোৱা সাগৰৰ পাৰৰ নতুন ভূমিখণ্ডই য়ুৱান চোৱাঙে খৃষ্টীয় সপ্তম শতিকাৰ আগছোৱাত পোৱা বঙ্গদেশৰ সমতট। একাদশ শতিকাৰ আলবেৰুনীয়েও এই সমতটৰ পূবে থকা দখিণ মৈমনসিংহ পছিম শ্ৰীহট্ট কামলঙ্কা (কুমিল্লা) আৰু নোৱাখালিৰে গঠিত ভূমিখণ্ড তেতিয়া সাগৰৰ গৰ্ভত থকা বুলিছে।

পৰেশচন্দ্ৰ বানাৰ্জ্জিয়ে "বাঙালাৰ পুৰাবৃত্ত"ত স্পষ্টভাৱে লিখিছে, চৌবিশ পৰগণা খুলনা যশোহৰ, নদীয়া ফৰিদপুৰ বাখৰগঞ্জ, ঢাকাৰ কিছু অংশ, নোৱাখালি আৰু ত্ৰিপুৰা যে সমুদ্ৰৰ গৰ্ভত আছিল, তাৰ মাটিয়েই আজিও প্ৰমাণ দিব পূৰ্ণিয়া দিনাজপুৰ, মালদহ ৰাজসাহী পাবনা ৰংপুৰ আদি জিলাও অৰণ্যে সাগৰৰ বুকুত আছিল, কিন্তু সি বুৰঞ্জীয়ে ঢুকি পোৱাৰ ওপৰৰ কথা। তেন্তে বৰ্তমান অসম ত্ৰিপুৰা আৰু ত্ৰিপুৰাৰ পৰ্বতবোৰ তেতিয়াৰ পূৰ্বসাগৰৰ পাৰত আছিল এইটোও ভূ-তত্ত্বমূলক প্ৰমাণৰ কথাই হব। ইয়াৰ উপৰিও আঃ ১০৪৯ খৃঃ ৰ শ্ৰীহট্টৰ ৰজা গোবিন্দ কেশবদেৱৰ ভাটেৰা তাম্ৰলিপিত সমুদ্ৰক সীমা কৰি দিয়া মাটিৰ বৰ্ণনাই পূৰ্বসাগৰৰ প্ৰমাণ লেখবাৰ সমৰ্থন কৰে। শ্ৰীহট্টতো "বন্দৰ বজাৰ" নামৰ ঠাই এতিয়াও আছে গতিকে গোপীচন্দ্ৰৰ গীতৰ এই "বন্দৰ" ৰংপুৰত আছিল আৰু এই গীত সেইদেখি ৰংপুৰৰ ভিতৰতে ৰচিত বুলি শেষ সিদ্ধান্ত কৰিবৰ পৰা হয়।

"ময়নামতী চৰ্খা কাটি ভাত খায়" কথা বুজাবলৈ সুধী সম্পাদকদুজনে বৈদিক ভাৰতত তিৰুতাই সুতা কটা আৰু কপোৰ বোৱাৰ উদাহৰণ ৰূপে ঋক বেদৰ সূক্তকে উদ্ধৃত কৰি এবা নাই অসমীয়া তিৰুতাই এতিয়াও এণ্ডি-মুগাৰ সূতা কটা তাঁত-বোৱা আদিৰো উল্লেখ কৰিছে। কিন্তু সুধী সম্পাদকদুজনে, অসমীয়া ভাষাত অনভিজ্ঞ হোৱা হেতুকে অসমীয়াত সদায় চলি থকা শব্দবোৰৰ অৰ্থেৰে শব্দ-টীকা ওকন্দাই পেলাইছে , ইয়ানেই নহয়,

"সৰঙ্গ", "সৰু সৰু" "হেৰ' আদি শব্দবোৰৰ একেবাৰে ভুল আৰু বিপৰীত অৰ্থ দিছে। অসমীয়া পণ্ডিতৰ সহায়েৰে এই বহুমূলীয়া পুথিখন সম্পাদিত হোৱা হলে ইমান আসোঁৱাহ নোলালহেঁতেন।

(২) ৰামাইৰ "শূন্যপুৰাণ" আৰু (৩) চণ্ডীদাসৰ 'কৃষ্ণকীৰ্ত্তন"

দীনেশচন্দ্ৰ সেনৰ মতে "শূন্যপুৰাণ" প্ৰণেতা ৰামাই পণ্ডিতেই বঙ্গদেশত 'ধৰ্ম"মত প্ৰচাৰ কৰোতাসকলৰ ভিতৰত প্ৰধান আৰু এওঁ একাদশ শতিকাৰ আগ ভাগৰ গৌড়ৰ ৰজা ধৰ্মপালৰ সমসাময়িক। ৰাজেন্দ্ৰ চোলৰ ১০১২ খৃঃ ৰ শিলালিপিত দ্বিতীয় ধৰ্মপালৰ উল্লেখ আছে বুলিয়ে দীনেশচন্দ্ৰই সেইদৰে ভাবে আৰু বৰ্তমান বাঁকুৰা জিলাৰ দ্বাৰকেশ্বৰ নৈৰ পাৰত ৰামাই পণ্ডিতৰ জন্ম বুলি কয়। কিন্তু যোগেশচন্দ্ৰ বিদ্যানিধিৰ মতে শূন্যপুৰাণ চতুৰ্দশ শতিকাৰ আগৰ হব নোৱাৰে আৰু সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মতে ই পঞ্চদশ শতিকাৰ পূৰ্বৰ নহয়। ভাষামূলক বিচাৰ আৰু ঘাইকৈ অসমীয়া মন্ত্ৰ-সাহিত্যৰ লগত ইয়াৰ ভাব ভাষাৰ মিলৰ পৰা শূন্যপুৰাণৰ ৰচনা ত্ৰয়োদশ শতিকাৰ পাছত বুলি অনুমান নহয়। অৱশ্যে ৰামাই পণ্ডিতৰ জন্মস্থান বা শূন্যপুৰাণ পুথি বৰ্তমান অসমৰ ভিতৰত থকাৰ কোনো সহাৰি নাই। তদুপৰি "ধৰ্ম" আৰু "শূন্য" শব্দ দুটাৰ পৰাই এই গীতবোৰত শৈৱতকৈ বৌদ্ধ প্ৰভাৱৰ কথাহে সূচায় বুলি বুজিব পাৰি, পুথিৰ ভাষাও ঠায়ে ঠায়ে অঙ্গকৃত হোৱা যেন লাগে। (অধ্যয়ন ৮৯ ৯০ পিঠি)।

ইয়াৰ ভাব ভাষা বৌদ্ধ দোহাৰ শাৰীৰ কিন্তু তাত্ত্বিক অল্প অৰ্বাচীন অৱশ্যে লিপিকাৰ বা সম্পাদকৰ হাতৰ কিবা চিনো ইয়াত থকা যেন অনুমান হয়। দীনেশচন্দ্ৰই শূন্যপুৰাণত পোৱা গদ্যৰ আৰ্হিও দাঙি ধৰিছে—"হে ভগৱান বাব ভাই বাব আদিত্ত হাথ পাতি নেহ সেৱকৰ অৰ্ঘ পুষ্প পানী, সেৱক হব সুখী। ধমত কানুই গুৰু পণ্ডিত দেউল দান পতি সংসাৰ ভোজ এমনি সন্ন্যাসী গতি বাইতি।" "ৰাতিত পাথৰ চাৰি পতি কৰ। কতে হল সুদ সামৰ অৰ্হা। কাঞ্চন বান্ধিআ মাজে কবিলা কত কাল মণ্ডপে ফটিকৰ থাম লগে চন্দন নদন আৰু শত ডাকে লাগি গজন।" "দেউলে দেহৰ ভাঙ্গে। ক্যাৰ্হ ফিৰ্হ্যা খায় ৰঙ্গে। পথৰ পথৰ বোলে বোল॥" "শূন্যপুৰাণ"ৰ সুবিজ্ঞ সম্পাদকেও ইয়াৰ অৰ্থৰ প্ৰহেলিকা ভাঙিব নোৱাৰি দুখ প্ৰকাশ কৰিছে। কিন্তু ইয়াৰ অৰ্থ যিয়েই হওক, ভাষাত অসমীয়া ব্যাকিৰণৰ সাঁচ প্ৰায় পৰিস্ফুট যে সন্দেহ নাই।

প্ৰথমত বৌদ্ধ গান বা দোহা দ্বিতীয়ত শূন্য-পুৰাণ, আৰু তৃতীয়ত কৃষ্ণ-কীৰ্ত্তন অসমীয়া-বঙলা ভাষাৰ এই তিনটিয়েই ঘাই খাপ সন্দেহ নাই। বঙ্গীয় সাহিত্য পৰিষদৰ পৰা ৰামেন্দ্ৰসুন্দৰ ত্ৰিবেদীৰ পাতনিৰে কৃষ্ণকীৰ্ত্তন বসন্ত-ৰঞ্জন ৰায়ৰ হাতেদি সুসম্পাদিত হৈ ওলাইছে। সুবিজ্ঞ সম্পাদকে ভাঙি পাতি কৈছে বোলে এই পুথিৰ ৰচনা বা পাণ্ডুলিপিৰ কাল, ৰচয়িতাৰ বিৱৰণ, আন নালাগে পুথিখনৰ নামটোও তেওঁ তাত পোৱা নাই কেৱল একেখন পাণ্ডুলিপি, তাৰো প্ৰথম পাত ফটা আৰু শেষকেইটা পাত হেৰোৱা ; তাৰ পৰাই সদায় শুনি অহা "কৃষ্ণকীৰ্ত্তন" নামৰ পুথি এয়ে বুলি ভাবি তেওঁ সেইদৰে সম্পাদন কৰি উলিয়াইছে। পাণ্ডিত্যপূৰ্ণ পাতনিত ত্ৰিবেদীয়ে তিনটা কাৰণত এই পুথি অমূল্য বুলিছে প্ৰথমত লিপিবিশেষজ্ঞ ৰাখালদাস বানাৰ্জিৰ মতে এই পুথিৰ লিপি চতুৰ্দশ শতিকাৰ আৰু সেই অনুসাৰে ই প্ৰকৃত বঙলা ভাষা আৰু সম্ভৱ কবি চণ্ডীদাসৰ নিজ আখৰৰ প্ৰাচীনতম নিদৰ্শন দ্বিতীয়ত, ত্ৰিবেদীৰ মতে এই পুথিৰ ভাষা চতুৰ্দশ শতিকাৰ পশ্চিম বঙ্গৰ ভাষাৰ চানেকি , আৰু তৃতীয়ত, ৰাধা-কৃষ্ণ বিষয়ক অৰ্বাচীন ভাষাত ৰচিত প্ৰেম গীতবোৰৰ ৰচয়িতা নকল-চণ্ডীদাসৰ ঠাইত ইয়াত প্ৰকৃত চণ্ডীদাসৰ আবিষ্কাৰ। লগতে, অসমীয়া সাহিত্যৰ কাৰণে, অন্ততঃ অসমীয়া ভাষাৰ সম্পূৰ্ণ লক্ষণ থকা লেখৰ প্ৰাচীন গ্ৰন্থ এখন বঙলা সাহিত্যই আপোন বুলি দাবী কৰাৰ প্ৰমাণ স্বৰূপে দেখুৱাব পৰা হল।

লিপি-বিশেষজ্ঞ ৰাখালদাস বানাৰ্জিয়ে এহাতে স্বীকাৰ কৰিছে বোলে এই পুথিত প্ৰাচীন, প্ৰাচীনৰ অনুকৰণ, আৰু অৰ্বাচীন, তিনিবিধ লিপি পোৱা হয় , আৰু ইহাতে, "সন ১৪৪২ শাকে" লিখিত শুদ্ৰ-পদ্ধতি বোলা সংস্কৃত পুথিখনৰ আখৰৰ লগত মিলাই, তাক ১৪৪২ সম্বৎ বুলি ধৰি সেইমতে কৃষ্ণ-কীৰ্ত্তন ১৩৮৫ খৃঃৰ আগত লিখিত বুলিছে। কিন্তু হৰপ্ৰসাদ শাস্ত্ৰীয়ে ইয়াত আপত্তি জনাই কৈছে বোলে "শাকে" শব্দটো স্পষ্ট থকাত শুদ্ৰ-পদ্ধতি তথা কৃষ্ণকীৰ্ত্তনৰ লিপিৰ কাল সম্বৎ বুলি ধৰিবৰ কোনো হেতু নাই , গতিকে কৃষ্ণকীৰ্ত্তনৰ লিপি কোনোমতে ১৫২০ খৃঃৰ আগ বুলিব নোৱাৰি। তাৰ আলোচনাৰ পৰা ৰায় বাহাদুৰ বিদ্যানিধি এজনে মুকলিকৈ লিখিছে বোলে কৃষ্ণকীৰ্ত্তন পুথিখন হয় অসম দেশ ঘূৰি আহিছে, নহয় অসমীয়া আৰু পুৰণি বঙলা একে আছিল। আৰু আমি তেওঁৰ এই শিদ্ধৰ সিদ্ধান্তকে, অসমীয়া

আৰু পুৰাণ বঙলা যে একে আছিল স্থিৰ বুলি ভাবোঁ কিয়নো বঙলা সাহিত্যৰ আন এজন যশস্বী বুৰঞ্জী-লেখক ৰমেশচন্দ্ৰ দত্তই স্পষ্ট কৈছে ৰামায়ণ-মহাভাৰতৰ পদ ভাঙনিৰে পঞ্চদশ শতিকাতহে স্বৰূপতে বঙলা সাহিত্যৰ পাতনি হৈছে আৰু কাশীৰাম দাসেই সেইদেখি প্ৰকৃত বঙলা সাহিত্যৰ পিতা। পেটকটা ৰ আদিৰে পুথিখনৰ লিপিও সম্পূৰ্ণ অসমীয়া।

কৃষ্ণকীৰ্ত্তন দহ খণ্ডত বিভক্ত প্ৰত্যেক খণ্ডৰে একোটি উদ্ধৃতি চালেই ইয়াৰ ভাব আৰু ঘাইকৈ ভাষাৰ সম্পৰ্কে এটি আভাস পোৱা হয়। পুথিখনৰ প্ৰথম পাত ফটা দেখি অলপ মাজৰ পৰা আৰম্ভ হৈছে "সব দেৱে সভা পাতিল আকাশে।" শঙ্কৰদেৱৰ উত্তৰা কাণ্ড ৰামায়ণৰ ভাঙনিত আছে "আছন্ত ৰাঘৱ যেৱে দিব্য সভা পাতি।" আৰম্ভৰ পৰা শেষলৈকে পুথিখনত অসমীয়াৰ যি মাঁচৰ নোৱৰা চিন আছে উদ্ধৃতিত তাৰ যৎকিঞ্চিৎ আভাসহে পাব পাৰি। (অধ্যয়ন, ৯০ ৯৪ পি°)।

সেই "প্ৰাচীন বাঙ্গালা"ৰ আন নাম যে "অসমীয়া", তাত এতিয়া কাৰো খুকুৰি থাকিব নোৱাৰে। কিন্তু সাহিত্য স্বৰূপে ই কেতিয়াও অসমীয়া বৈষ্ণৱ সাহিত্যৰ লগত জীণ যাব পৰা বস্তু নহয় ইও সুনিশ্চিত ইয়াক অৰ্বাচীন অসমীয়া "ৰাধাহৰণ" আদিৰ লগৰ তল-শাৰীৰ পুথি বুলিব লাগিব। বঙ্কিমচন্দ্ৰ চেটাৰ্জিয়ে কবৰ দৰে কোনোবা ভট্টাচাৰ্য্যৰ "দুলাল" প্ৰায় একাদশ শতিকাত পেজা পেট-মচা ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণতে সহজীয়া জীয়ৰী ৰাধা জয়ে জয়ে অৱতীৰ্ণা। তাৰ পাছত বঙালী জয়দেৱৰ সংস্কৃত কাব্য "গীত-গোবিন্দ"ৰ কোলাত লহপহকৈ বাঢ়ি বিলাসী পাটগাভৰুজনী আৰু শেষত বিদ্যাপতি-চণ্ডীদাসৰ প্ৰেম-গীতৰ তালত নূপুৰ পিন্ধি পাক দি, নটৰ জীয়ৰী ফুলমতী ফলেশ্বৰী ৰাণী হোৱাৰ দৰে চৈতন্যদেৱৰ ধৰ্মত আৰাধ্যা গোসানী হয়।

এই প্ৰসঙ্গত এই মূল কথা মনত ৰাখিব লাগিব ৰাধা-চৰিত্ৰ শ্ৰীমদ্ভাগৱত আদি মূল গ্ৰন্থবোৰত নাই আৰু ই শ্ৰীমদ্‌গীতাৰ একশৰণ ধৰ্মৰ বিৰোধী। অৰ্বাচীন ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ প্ৰেম-কাহিনী লৈ বঙালী কবি জয়দেৱে যি গীত-গোবিন্দ কাব্য সংস্কৃতত ৰচনা কৰিলে সচাকৈয়ে তাত "গীত" আছে, "গোবিন্দ" নাই নিশ্চয়। মৈথিলী কবি বিদ্যাপতিৰো ৰাধাকৃষ্ণ বিষয়ক গীতবোৰ সেই একে মূলৰ পূৰ্ববাগ-অনুৰাগৰ কবিতা, ভক্তিমূলক কবিতা নহয়, কিয়নো বিদ্যাপতি প্ৰকৃততে বৈষ্ণৱপন্থী কবি নাছিল। ৰাধাকৃষ্ণৰ সহজীয়া প্ৰেমৰ গীত-

ৰচয়িতা ৰামী-ভক্ত চণ্ডীদাস একেজনেই হওক বা দুজনেই হওক তেওঁ যে বৈষ্ণৱ নহয় এই দুই বিধ ৰচনাই তাৰ প্ৰমাণ আৰু এই বাবেই এই গ্ৰন্থ অন বৈষ্ণৱ সাহিত্য স্বৰূপে আলোচনা কৰা হৈছে।

ভাষাৰ দৰেই শুদা সাহিত্যৰ ফালৰ পৰাও এই পুথিখনিত অনেক গুণ দেখিবলৈ পোৱা হয়। ইয়াৰ ৰচয়িতা চণ্ডীদাস যেনে তেনে শ্ৰীশঙ্কৰদেৱৰ পূৰ্ববৰ্তী আৰু প্ৰাকশঙ্কৰী অসমীয়া কবি মাধৱ কন্দলী আৰু মৈথিলী কবি বিদ্যাপতিৰ অন্ততঃ নবীন সম-সাময়িক। তাৰ প্ৰমাণ ৰূপে জয়দেৱৰ প্ৰখ্যাত "স্মৰগৰলখণ্ডনং মম শিৰসি মণ্ডনং দেহি পদপল্লৱমুদাৰম" শ্লোকৰ প্ৰতিধ্বনিৰূপে ইয়াৰ বৃন্দাবনখণ্ডত কৃষ্ণই ৰাধাৰ মান ভঞ্জন কৰিছে—

"মদন গৰল খণ্ডন ৰাধা মাথাৰ মণ্ডন মোৰে।
চৰণ পল্লৱ আৰোপ ৰাধা মোৰ মাথাৰ উপৰে ॥"

এই বৃন্দাবন-খণ্ডৰে এটি দীঘলীয়া কবিতাৰ বিৱৰণৰ মাজত—

"একে একে ঋতুগণে, বিলাস কৈল আপনে, কুসুমিত সব তৰুগণে।
তিন ভুবন মাঝে কথাহো নাদেখিলো দৈব নিয়োজন হেন থানে ॥
কুসুম সমূহ মধু পিআ মধুমত্ত মধুকৰ নিকৰে মধু ঝঙ্কাৰে।
কুসুমিত লতাকুঞ্জে, বেঢ়িল বিবিধ গুঞ্জে, মন্মথ কৰে ঝঙ্কাৰে ॥
বহে সুশীতল বাএ, কোকিলে পঞ্চম গাএ ৰএ আৰ নানা পক্ষিগণে।
সুনে মৃগকুলে বনে, গাইল বড়ু চণ্ডীদাসে বাস্কিআঁ বাসুলী চৰণে ॥"

ইয়াত এহাতে যেনেকৈ বিদ্যাপতিৰ ছন্দৰ জোকাৰ প্ৰতিধ্বনিত হৈছে, ইহাতে তেনেকৈ "কুহু কুহু ধ্বনি, কোকিলৰ শুনি বহয় মলয়া বায়" কীৰ্ত্তন-ঘোষাৰ এনে আগলি বাতৰি পোৱা পোৱা যেন লাগে। বিশেষকৈ কৃষ্ণ-কীৰ্ত্তনৰ বৃন্দাবন-খণ্ডৰ কুসুম-মালা ছন্দৰ এই কবিতাটি আদি-ৰসত বিদ্যাপতিৰ আৰু ভাষাত শ্ৰীশঙ্কৰদেৱৰ "হৰমোহন"ৰ "দিব্য উপবন"ৰ আগ জাননী যেন লাগে। শৃঙ্গাৰ-ৰস-প্ৰধান হলেও ঠায়ে ঠায়ে ৰচনা অতি সৰস আৰু কবিত্বপূৰ্ণ হৈছে—

"তোম্মাৰ যৌৱন ৰাধা কৃপণেৰ ধন। পোটলি বান্ধিআঁ ৰাখ নহুলী যৌৱন ॥"
তোৰ দুই কুচকুম্ভ বান্ধি নিজ গলে। বোল ৰাধা পৈসোম্যে লাৱণ্য গঙ্গাজলে ॥
নাভি গভীৰ তোৰ প্ৰয়াগ উপমা। উৰুযুগ ৰাম কদলী তৰু সমা ॥
মন্মথ গমনে যাসি ভাগিবাৰ তৰে। তা দেখিআঁ বনবাস কৈল কৰীৱৰে ॥"

**পূৰ্ব বৈষ্ণৱ সাহিত্য—(১) দুৰ্লভনাৰায়ণৰ আমোলৰ**

ৰামচৰণ ঠাকুৰৰ গুৰু চৰিত মতে দুৰ্লভনাৰায়ণৰ বংশাৱলী : সান্ধি বা সন্ধ্যাৰ পুত্ৰ সিদ্ধুপতি তেওঁৰ পুত্ৰ ৰূপ ৰূপৰ পুত্ৰ সিংহধ্বজ : এওঁক মাৰি এওঁৰ মন্ত্ৰী প্ৰতাপধ্বজ ৰজা হয় এওঁৰে পুত্ৰ দুৰ্লভনাৰায়ণ। গুণাভিৰামৰ মতে "এই দুৰ্লভনাৰায়ণ কোন বংশৰ ৰজা তাৰ নিৰ্ণয় নাই , কোনোৱে কয় পাল বংশৰ কোনোৱে কয় জিতাৰি বংশৰ।" জিতাৰিৰ পাছত সুবলিক ৰজা হয়। "এওঁৰ পাছত পদ্মনাৰায়ণ চন্দ্ৰনাৰায়ণ, মহেন্দ্ৰনাৰায়ণ গজেন্দ্ৰনাৰায়ণ, ৰামনাৰায়ণ জয়নাৰায়ণ খোবনাৰায়ণ, আৰু ৰামচন্দ্ৰ।" উক্ত চৰিত মতেই গৌড়েশ্বৰ দুৰ্লভনাৰায়ণ আৰু কামেশ্বৰ বা কমতেশ্বৰ ধৰ্মপালৰ যুদ্ধৰ পাছত হোৱা সান্ধিৰ সৰ্ত্ত অনুসাৰে ধৰ্মপালে সিজনৰ ৰাজ্যৰ পৰা যি সাত ঘৰ কায়স্থ আৰু সাত ঘৰ বামুণ আনে তাৰে প্ৰধান আছিল শ্ৰীশঙ্কৰদেৱৰ পূৰ্বপুৰুষ চণ্ডাদেৱৰ পুতেক চণ্ডীবৰ। ইহাতে ধৰ্মপালৰ ৰাজত্বৰ দ্বাদশ শতিকাৰ প্ৰথমাৰ্দ্ধত পাতনি হোৱাৰ আমি লিপিমূলক প্ৰমাণ পাওঁহঁক। সেই সময়ত চণ্ডাদেৱ জীৱিত আছিল আৰু তেওঁ শঙ্কৰদেৱৰ উৰ্দ্ধতন পঞ্চম পুৰুষ। শঙ্কৰদেৱৰ পূৰ্বপুৰুষ কুসুম্বৰ সূৰ্য্যবৰ, ৰাজ্যবৰ, চণ্ডীবৰ, প্ৰত্যেকেই কোনো দেৱতা বা ৰাইজৰ বৰত নিজ নিজ সুদীৰ্ঘজীৱী পিতৃৰ প্ৰসিদ্ধৰূপে প্ৰবীণ বয়সত ওপজা সন্তান বুলি চৰিত-পুথিবোৰত দৃঢ়ভাৱে বৰ্ণোৱা আছে। এম, এন ঘোষে তেওঁৰ অসমীয়াৰ ধৰ্মবিশ্বাস বোলা পুথিত সেইদেখি শঙ্কৰদেৱৰ বংশৰ এই অসাধাৰণ ৰীতিত তিনিকুৰি বছৰত এপুৰুষ ধৰাটো যুক্তিসঙ্গত বুলিছে। আৰু এইমতে চণ্ডাদেৱৰ, আৰু সেইদেখি দুৰ্লভ-নাৰায়ণৰ কাল শঙ্কৰদেৱৰ জন্মৰ পৰা উৰ্দ্ধতন ৩০০ বছৰ অৰ্থাৎ ১৪৪৯-৩০০ বা ১১৪৯ খৃষ্টাব্দ বা দ্বাদশ শতিকাৰ মাজভাগলৈ আহে। ইয়াৰ অলপ বঢ়া টুটাৰ বাবে ঠাই এৰিও যেনে তেনে দুৰ্লভনাৰায়ণ কাল দ্বাদশ শতিকাৰ শেষত প্ৰতিষ্ঠিত হয় আৰু গুণাভিৰাম বৰুৱাৰ বিচাৰ মতেও ই সমৰ্থিত হয়। তদুপৰি এই সিদ্ধান্ত গেইটৰ ত্ৰয়োদশ শতিকাৰ শেষ ভাগ, অসমৰ প্ৰাকৃত ভূগোলৰ ত্ৰয়োদশ শতিকাৰ আগভাগ আৰু এম্ এন্, ঘোষৰ একাদশ শতিকাৰ শেষভাগ আদি এমুৰীয়া মতৰ মধ্যম বা গড় স্বৰূপেও সুপ্ৰতিষ্ঠিত বুলি ধৰিব পাৰি।

দুৰ্লভনাৰায়ণৰ কাল সম্পৰ্কীয় কঠিন সমস্যাৰ এটি সুমীমাংসালৈ আহি আকৌ আন এটি সমস্যাৰ লগত ভেটা-ভেটি হ'ব লগা হয় পূৰ্বৈষ্ণৱ সাহিত্যৰ

স্বৰূপ সম্পৰ্কত। এতিয়ালৈকে পোৱা সাঁচিপতীয়া অসমীয়া পুথিৰ ভিতৰত যে দুশ আঢ়ৈশ বছৰৰ আগৰ লিপিয়েই পাবলৈ নাই অন্ততঃ পূৰ্ববৈষ্ণৱ বোলা সদো সাহিত্যই যে বৈষ্ণৱ যুগৰ ভিতৰেদি চালনি সৰকা দি আহিছে, বিশেষকৈ বৈষ্ণৱ যুগৰ অসমীয়া সমাজত যে অবৈষ্ণৱ কথা বুলিলেই অধৰ্ম বুলি বিবেচিত হোৱা হেতুকে সম্পাদকৰ ইচ্ছাকৃত ভাৱত বা লিপিকাৰৰ অজ্ঞাতসাৰে সেইবোৰ পুথি বৈষ্ণৱ গঢ়লৈ ৰূপান্তৰিত হৈছিল তাত সন্দেহ নাই। ইহাতেও এই পূৰ্ববৈষ্ণৱ বোলা কবিসকলৰ ৰচনা ঘাইকৈ পুৰাণ আৰু ৰামায়ণ মহাভাৰতৰ ভাঙনিতে সীমাবদ্ধ আৰু এইবোৰ সাধাৰণতে নিজাভাৱে বৈষ্ণৱ বা অবৈষ্ণৱ একো বুলিব নোৱাৰি। ভণিতাত কবিসকলে যি ৰহন দিয়ে তাৰ পৰাই সেইবোৰৰ বৈষ্ণৱ বা অবৈষ্ণৱ স্বৰূপৰ নিৰ্ণয় হয় কিন্তু সেই ভণিতাবোৰৰো আগতে প্ৰমাণ দিয়া "আঁচুফুল"ৰ উপৰিও "দেৱীৰ চৰণ সেৱি"ৰ পাঠান্তৰ ৰূপে 'হৰিৰ চৰণ সেৱি" যেতিয়া পোৱা হয়, তেতিয়া কোনটো মূল আৰু কোনটো নকল ধৰা অৱশ্যে কঠিন হৈ পৰে। তদুপৰি মৈথিলী কবি বিদ্যাপতি আৰু বঙালী কবি জয়দেৱ বা চণ্ডীদাসৰ ৰাধাকৃষ্ণ বিষয়ক গীতবোৰৰ পৰা তেওঁলোকক হঠাৎ বৈষ্ণৱ কবি যেন লাগিলেও যথাক্ৰমে শাক্ত বা সহজীয়া কবি স্বৰূপে তেওঁলোকে সাধাৰণ অনুৰাগমূলক কবিতাৰূপে সেইবোৰ লিখা বুলি প্ৰমাণিত হলেও তাক বিশ্বাস কৰিবলৈ টান লাগে নিশ্চয়। উদাহৰণ স্বৰূপে কালিকা-পুৰাণ বিশিষ্ট শাক্ত সংস্কৃত গ্ৰন্থ হলেও তাত বিষ্ণুপূজাৰ নিৰ্দেশ আছে, আৰু শঙ্কৰদেৱৰ সমসাময়িক কবি দুৰ্গাবৰ মনসা কবি হৈও ৰামায়ণ-গীতি ৰচক আছিল। গতিকে এই পূৰ্ববৈষ্ণৱ অসমীয়া সাহিত্যৰ আলোচনা কৰোঁতে নিশ্চয় মনৰ পৰা এনেবোৰ পূৰ্বসংস্কাৰ আঁতৰাই নিৰপেক্ষ বিচাৰ কৰিবলৈ সাজু হ'ব লাগিব।

দুৰ্লভনাৰায়ণৰ আমোলৰ পূৰ্ববৈষ্ণৱ কবিসকলৰ ভিতৰত নিশ্চিতভাৱে সৰ্বপ্ৰথম আৰু সৰ্বপ্ৰধান হেম সৰস্বতী। প্ৰহ্লাদ চৰিত পুথিত তেওঁৰ আত্ম-পৰিচয় প্ৰসঙ্গৰ মাথোন দুফাকি পদ—

| | | |
|---|---|---|
| কমতামণ্ডল | দুৰ্লভ নাৰাণ | নৃপবৰ অনুপাম। |
| তাহান ৰাজ্যত | ৰুদ্ৰ সৰস্বতী | দেৱযানী কন্যা নাম॥ |
| তাহান তনয় | হেম সৰস্বতী | ধ্ৰুৱৰ অনুজ ভাই। |
| পদবন্ধে তেহোঁ | প্ৰচাৰ কৰিলা | বামন পুৰাণ চাই॥" |

গোঁজিয়াৰ মতে যেন ৰংপী নীলধ্বজ ৰজাই (১২০৪-৬৬ খৃঃ) এই

কমতাপুৰ নগৰ পাতিছিল। বৰ্ত্তমান কোচবেহাৰ অঞ্চলত ধল্লা নৈৰ পূব পাৰত এই নগৰৰো ভগ্নাৱশেষ এতিয়াও আছে। বুকানন হেমিল্টনে ১৮০৯ খৃঃত ইয়াৰ পৰিধি ১৯ মাইল পাইছিল তাৰে ৫ মাইল ধল্লাই আৰু বাকীখিনি এটা দুৰ্গ আৰু ডাঙৰ খালে সম্পূৰ্ণ কৰিছিল বুলিছে। নীলধ্বজৰ পাছত চক্ৰধ্বজ, আৰু সৰশেষত নীলাম্বৰ (১৪৫৫ ৯৮) কমতাপুৰৰ ৰজা হয়। কামৰূপৰ সৰহখিনি, গোটেই ৰংপুৰ আৰু বঙ্গদেশৰ এছোৱা লৈ নীলাম্বৰে পৰম প্ৰতাপেৰে ৰাজত্ব কৰিছিল শেষত নিজ মন্ত্ৰী সচীপাত্ৰৰ ষড়যন্ত্ৰ আৰু হুছেন শ্বাহৰ (১৪৯৭ ১৫২১ খৃঃ) বিশ্বাসঘাতকতাত এই ৰাজ্যৰ পতন ঘটে ইয়াৰ ভালেমান বছৰৰ পাছত বিশ্বসিংহই (১৫১৫-৪০ খৃ ) কোচবংশৰ পাতনি মেলে। নন্দলাল দেইও খেনবংশী নীলধ্বজকে কমতাপুৰ নগৰ পাতোঁতা বোলে তেন্তে ১২০৪ ১৪৯৮ খৃঃৰ ভিতৰত দুৰ্লভনাৰায়ণৰ ঠাই ক'ত? প্ৰাকৃত ভূগোলৰ মতে ১২২০ খৃষ্টাব্দত চণ্ডীবৰ প্ৰমুখ্যে ভূঞাসকলৰ কামৰূপত প্ৰতিস্থাপনেই বা কেনেকৈ হয়?

এই সমস্যাৰ একমাত্ৰ সমাধান এয়ে, কমতাপুৰ নাম নীলধ্বজ বা আন যি ৰজাৰ দিনৰ পৰাই হওক কোচবেহাৰ সম্ভৱ ভাস্কৰবৰ্মাৰ দিনৰ পৰাই পুৰণি কামৰূপ ৰাজ্যৰ ৰাজধানী আছিল। চীন পৰিব্ৰাজক য়ুৱান চোৱাঙ্ পাৰ হৈ অহা ডাঙৰ নৈখন সম্ভৱ তিষ্টাহে, ব্ৰহ্মপুত্ৰ নহয়, আৰু পৌণ্ড্ৰবৰ্দ্ধন বা পাবনাৰ পৰা ৯০০ লী অৰ্থাৎ ১৫০ মাইল পূবলৈ আহি পোৱা নগৰখন কোচবেহাৰৰ কমতাপুৰ হে, কিয়নো গুৱাহাটী তাৰ পৰা ১৯০০ লী অৰ্থাৎ ৩১৭ মাইল দূৰ। তাৰ পৰা অন্ততঃ শালস্তম্ভ ফৈদৰ হৰ্জৰ, বনমালা আৰু বলবৰ্মা আদিৰ ৰাজত্বত বৰ্তমান তেজপুৰ অঞ্চলৰ হাৰুপেশ্বৰলৈ আৰু অসমৰ প্ৰথম পাল ৰজাসকলৰ দিনত সম্ভৱ বৰ্তমান নগাঁও অঞ্চলৰ দুৰ্জয়ালৈ কামৰূপৰ ৰাজধানী স্থানান্তৰিত হোৱাৰ প্ৰমাণ পোৱা হয়। কিন্তু সম্ভৱ কামৰূপৰ পালবংশৰ শেষ ৰজা ধৰ্মপালৰ ৰাজত্বৰ তৃতীয় অনুশাসনত 'কামৰূপনগৰে নৃপোঽভবৎ ধৰ্মপালঃ ইতি" বোলাৰ পৰা পুনৰ কামৰূপৰ ৰাজধানী ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ হাৰুপেশ্বৰ আৰু দখিণ পাৰৰ দুৰ্জয়াৰ পৰা আঁতৰাই সম্ভৱ বৰ্তমান কোচবেহাৰৰ অঞ্চলৰ কমতাপুৰতে পুনৰ প্ৰতিষ্ঠা কৰে। তদুপৰি ঘূৰি ঘূৰি এই সিদ্ধান্তলৈকে নাহি ধৰ্মপালৰ ৰাজত্বৰ পৰাই অৰ্থাৎ দ্বাদশ শতিকাৰ মাজ বা শেষ ভাগতে পুৰণি কামৰূপ ৰাজ্য ভাগি থান্‌থান্ হয় আৰু তাৰ ফলত নিশ্চিতভাৱে ত্ৰয়োদশ শতিকাৰ আৰম্ভতে

কামৰূপত মুছলমান আক্রমণ যে আৰম্ভ হয় ১২০৬ খৃঃ ৰ প্ৰায় ২৮ মাৰ্চৰ গুৱাহাটীৰ কানাই বৰশী শিলালিপিয়েই তাৰ প্ৰমাণ। তেন্তে দুৰ্লভনাৰায়ণে পুৰণি কামৰূপৰ একেবাৰে পছিম ভাগত আৰু ধৰ্মপালে তাৰ পুৱে অঞ্চলত ৰাজত্ব কৰিছিল। ৰামচৰণে লিখিছে—

"ধৰ্মপাল ৰাজা আছিলেক কামেশ্বৰ। তাহান্তে খাটয় যত ভূঞা নিৰন্তৰ॥
কামাখ্যা দেবীয়ে যেৱে তাঙ্ক শাপ দিলা। আপোনাৰ ৰাজ্য এৰি বিদেশক গৈলা॥
দেখিলেক লোক যেৱে ভৈলেক অৰাজ। গাঁৱে গাঁৱে ভৈলা তেৱে সবে ভূঞা ৰাজ॥
দুৰ্লভ নাৰাণ তাব বেলেগাঁয়া ভাই। সিও কত দিনে ৰাজা ভৈলা এক ঠাই॥
বেহাৰৰ পৰা তিনি পহৰৰ বাট। গড়িয়া নগৰ ৰজা দুৰ্লভৰ পাট॥
যেৱে বিশ্বসিংহ কামৰূপে ভৈল ৰজা। আপুনি বসিল আসি অসংখ্যাত প্ৰজা॥'

ইয়াৰ পৰা দুৰ্লভনাৰায়ণ আৰু ধৰ্মপালৰ ৰাজ্যৰ স্পষ্ট আভাস পাব পাৰি। বিশ্বসিংহই (১৫১৫ ৪০ খৃ°) কোচ ৰাজ্য স্থাপন কৰাৰ পাছত কামৰূপ নগৰ বা কমতাপুৰৰ নাম কোচবেহাৰ হয় আৰু দুৰ্লভনাৰায়ণ ধৰ্মপাল আদিৰ দ্বাদশ শতিকাৰ ৰাজত্বৰ পাছত ষোড়শ শতিকাৰ বিশ্বসিংহৰ কোচ ৰাজ্যৰ পাতনৰ কাললৈকে মাজৰ প্ৰায় ৩৫০ বছৰ পুৰণি কামৰূপৰ ৰাজ্যৰ এই পশ্চিম প্ৰান্ত অৰাজক আছিল বুলি বুজিব পাৰি। গতিকে দুৰ্লভনাৰায়ণৰ পাছতে বিশ্বসিংহ ৰজা হোৱা বা এজন দ্বিতীয় দুৰ্লভনাৰায়ণৰ জন্ম হোৱা কল্পনাৰ উদ্ভাৱন পাণ্ডিত্যৰ বিড়ম্বনা আৰু অৰান্তৰ মাত্ৰ। তেন্তে বুকানন হেমিল্টনে কোচবেহাৰত ১৮০৯ খৃ ত পোৱা ধৰ্মপালৰ ৰাজ্যৰ ভগ্নাৱশেষ ঠিক আৰু ৰামচৰণে দিয়া দুৰ্লভনাৰায়ণ আৰু ধৰ্মপালৰ ৰাজ্যৰ সীমা নিৰ্দেশো নিশ্চিত। চৰিত-পুথিবোৰত গৌড়েশ্বৰ আৰু কামেশ্বৰ বা কমতেশ্বৰ খেলি-মেলি লগোৱা বা সমাৰ্থক ৰূপে ব্যৱহাৰ কৰাৰ কাৰণো এতিয়া বুজা কঠিন নহয়, যিহেতুকে সেইটো ক'বৰ দৰে অষ্টম-নৱম শতিকাৰে পৰা অনেক ৰজা-পোৱালীয়ে গৌড়েশ্বৰ উপাধি দাবী কৰিছিল আৰু বৰ্তমান উত্তৰ বঙ্গৰ প্ৰায় দুজন মান এনে সৰু-সুৰা ৰজাই গৌড়েশ্বৰ উপাধি সেই কালত গ্ৰহণ কৰিছিল। তদুপৰি বৰ্তমান শ্ৰীহট্ট জিলাৰ এক অঞ্চলকো এসময়ত গৌড় বোলা হৈছিল এতেকে গৌড়েশ্বৰ দুৰ্লভনাৰায়ণৰ ৰাজত্বৰ কবি হেম সৰস্বতী বৰ্তমান কোচবেহাৰৰো "তিনি পহৰৰ বাটৰ" পছিমৰ বা দক্ষিণ পশ্চিমৰ গড়িয়া বা গৌড় নগৰত আছিল।

"এহি বুলি গৌড়েশ্বৰে দিলন্ত বিদায়। চলিল কামতেশ্বৰ সোহি আজ্ঞা পাই॥

নৌকাত চৰিয়া ব্ৰহ্মপুত্ৰে উজাইলন্ত। কতোদিনে আপোনাৰ ৰাজ্যক পাইলন্ত ॥
ঘোৰাঘাটে গৈয়া পাছে নৌকা চপাইলন্ত। তাম্ৰধ্বজে শুনিলেক পিতৃ আসিলন্ত ॥
সংগ্ৰামাগুৰিক লাগি সৱে লৈয়া গৈল। ব্ৰহ্মপুত্ৰে উজাই চৈধ্য দিনে গৈয়া পাইল ॥
আশীজন বাইচা তাহান লগে দিলা। বিদ্যুত সঞ্চাৰে তেতিক্ষণে চলি গৈলা ॥
বাৰ দিনা অন্তৰে পাইলন্ত উজাই। চণ্ডীবৰ মহামতি আছা সেহি ঠাই ॥"

ইয়াৰ পৰা অনুমান কৰিব পাৰি দুৰ্লভনাৰায়ণৰ ৰাজধানী গৌড় নগৰ ৰংপুৰ জিলাত সম্ভৱ তিষ্টা আৰু কৰতোয়া নদীৰ মাজত আছিল, গতিকে নাৱেৰে উজাই ব্ৰহ্মপুত্ৰইদি সাধাৰণভাৱে চৈধ্য দিনৰ আৰু কোবা-কুবিকৈ গলে বাৰ দিনৰ মূৰত কমতাপুৰৰ ঘোৰাঘাট পাইছিলগৈ। এই ঘোৰাঘাট শঙ্কলাদিৱৰ কাহিনীতো ফিৰদৌছিৰ শ্বাহনামাত আৰু ফেৰিষ্টাৰ বুৰঞ্জীত আফ্লাছিয়াবৰ উল্লেখেৰে প্ৰসিদ্ধ, ইয়াক চৰিত পুথিৰ লিপিকাৰৰ প্ৰমাদৰ "ঘৰঘাটে" লিখাকে টানি টুনি কৰা "ঘৰৰ ঘাট" অৰ্থ বঁজা পাণ্ডিত্যৰ বৰাই মাত্ৰ, যাইকৈ যি হেতুকে কমতাৰ ৰজাই ঘোৰা ঘাটত নানামি "ঘৰৰ ঘাট" বিচাৰি নাযায়।

বামদিয়া আৰু বৰপেটাৰ দুখন পুথি চাই অত্যধিক প্ৰমাদৰ বাবে বৰপেটাৰ পুথি এৰি বামদিয়াৰ পুথিৰ পৰাই ১৯২৩ ত কালিৰাম মেধিয়ে 'প্ৰহ্লাদ চৰিত্ৰ' ছপাই উলিয়াইছিল। জৰল্‌জৰল্ পটপট ওলাই থকা লিপিকাৰৰ অসংখ্য ভুলেৰে ছপা হোৱাত, তাৰ মাজৰ পৰা পুথিখনৰ আখৰ-জোটনিত প্ৰাকৃতৰ প্ৰভাৱ বিচাৰি উলিওৱা বিড়ম্বনা মাত্ৰ। "কেহো সুখী কেহো দুখী বহুত অন্তৰ। কেহো কাকো বায়ে কেহো কৰয় নফৰ ॥" সম্পাদকে তেওঁৰ "পাতনি"ত এই ইছ্‌লাম মূলৰ "নফৰ" শব্দটোৰ পৰা কৰিয়ে 'মুছলমানসকল গৌড়ত সোমোৱাৰ বহু আগে প্ৰহ্লাদ চৰিত্ৰ লিখিছিল বুলি মনে নধৰে" বুলি লিখিছে, এই মতেও হেম সৰস্বতী অন্ততঃ ত্ৰয়োদশ শতিকাৰ কবি। বামন পুৰাণৰ পৰা কবিয়ে এই পদ-ভাঙনি কৰিছে, আখৰ-জোটনিৰ কথা এৰিলেও, পুথিখনৰ ভাষা অৱশ্যে প্ৰাচীনগন্ধী।

"কীৰ্ত্তন"ৰ অন্তৰ্গত "প্ৰহ্লাদ চৰিত্ৰ"ৰ বৰ্ণনাৰ লগত ইয়াৰ ভাষাগতই নহয় ভাবগত পাৰ্থক্যও যথেষ্ট মন কৰিব লগীয়া আছে। বৰ্ত্তমান পুথিখনিৰ লিপিকৰণৰ কাল ১০ মাঘ, ১৭৬৯ শক, পদ-দুলড়ি মুঠ ১০০ কাকি, পুথিৰ আখৰ-জোটনিত প্ৰাকৃতৰ 'শষোঃ সঃ" সূত্ৰ সংৰক্ষিত বুলি সম্পাদকে সেইদৰে কৈছে, আৰু 'খ'ৰ ঠাইত 'খ' 'ী'ৰ ঠাইত 'ী', 'ই'ৰ ঠাইত 'খীৰ',

"প্ৰহ্লাদ"ৰ ঠাইত "প্ৰহ্লাদ" এনেও আছে। আৰম্ভৰ পৰাই ইয়াৰ বৰ্ণনাৰ বিশেষত্ব লক্ষ্য কৰিব লগীয়া। সৰশেহত প্ৰহ্লাদ আৰু হিৰণ্যকশিপুৰ ঈশ্বৰ বাদ-নিৰীশ্বৰবাদৰ যি তৰ্ক হয়, সি জীৱন্ত ঃ—"হিৰণ্যাকে বোলে অৰে সুনৰে বৰ্বৰ।" ইত্যাদি (অধ্যয়ন, ১৪-১৮)।

এনে বৰ্ণনাৰ উপৰিও ঠায়ে ঠায়ে একো শাৰী শঙ্কৰদেৱ-মাধৱদেৱৰ ৰচনাৰ দৰে প্ৰৱচনৰ উপযোগী ঃ "হৰি ৰক্ষা কৰে জাক মাৰে তাক কোনে।" "মোহোৰ বংশত উপজিলা ধূম্ৰকেতু।" "আচাৰত ভিন্ন হৰি বিচাৰত এক।" ইত্যাদি।

এনে ৰচনাৰে প্ৰায় তিনিশত বছৰৰ পূৰ্ববৰ্তী হেম সৰস্বতী শঙ্কৰদেৱৰ অতি সুযোগ্য পূৰ্বকবি বুলিব লাগিব। "হেম সৰস্বতি ভনে এড়ি আন কাম। পাতক চাৰোক ডাকি বোলা ৰাম ৰাম॥" "হেম সৰস্বতি, ৰচিলা সম্প্ৰতি, ডাকি বোলা হৰি হৰি॥" আদি বৈষ্ণৱ ভণিতাৰ বাহিৰে পুথিখনত প্ৰক্ষিপ্ত অংশ বিশেষ নাই যেন অনুমান হয়। "প্ৰহ্লাদ চৰিত্ৰ"ৰ বাহিৰেও হিৰণ্যকশিপুৰ মৃত্যুৰ পৰা ধৰি হৰগৌৰী সম্বাদ নামে হেম সৰস্বতীৰ আন এখন পুথি পোৱা হৈছে।

দুৰ্লভনাৰায়ণৰ আমোলৰ আন এজন কবি মহাভাৰতৰ অশ্বমেধ পৰ্বৰ অন্তৰ্গত "বব্ৰুবাহ পৰ্ব"ৰ অসমীয়া পদ-ভাঙনি কৰোঁতা হৰিহৰ বিপ্ৰ। 'বব্ৰুবাহ-পৰ্ব'ৰ ভণিতাত কবিয়ে আত্ম-পৰিচয় এইদৰে দিছে—

"জয় জয় নৃপবৰ, দুৰ্লভনাৰায়ণ ৰজা, কামাখ্যা গোসানী সেৱন্ত ৰৰ।
সপুত্ৰ-বান্ধৱে নিতে সবান্ধৱে মনোনীতে, জীৱন্তোক সহস্ৰ বৎসৰ॥
তাহান ৰাজ্যতে গত, সৰ্বজন মনোনীত, অশ্বমেধ পদমধ্যে সাৰ।
বিপ্ৰ হৰিহৰ কবি, হৰিৰ চৰণ সেৱি, পদবন্ধে কৰিলোঁ প্ৰচাৰ॥" ২০৯।

কিন্তু এই ভণিতাৰে পাঠান্তৰত বহুত প্ৰভেদ পোৱা হয়—

"জয় জয় নৰপতি, দুৰ্লভনাৰায়ণ ৰজা, কামপুৰে ভৈলা বীৰবৰ।
সপুত্ৰ-বান্ধৱে বেৰে, সুখে ৰাজ কৰন্তোক জীৱন্তোক সহস্ৰ বৎসৰ॥
তাহান ৰাজ্যত থিত, সাধুজন মনোনীত, অশ্বমেধ বিৰচিত সাৰ।
বিপ্ৰ হৰিহৰ কই, গৌৰীৰ চৰণ সেই, পদবন্ধে কৰিলোঁ প্ৰচাৰ॥"

এই দুই পাঠান্তৰৰ ভিতৰত প্ৰথমটোৰ "কামাখ্যা গোসানী" আৰু দ্বিতীয়টোৰ "গৌৰীৰ চৰণ সেই (সেৱি)" পাঠাংশৰ পৰা ৰজা আৰু কবি

উভয়েই শাক্তপন্থী আছিল বুলি ধৰা অযুক্তিকৰ নহব। কবিয়ে মহাভাৰতৰ এই ভাঙনি কৰিলেও বৈষ্ণৱ ধৰ্মত তেওঁ সম্পূৰ্ণ নিষ্ঠাবান নাছিল বুলি ধৰিব পাৰি, আৰু সেইদেখি এই পুথিত থকা "ডাকি বোলা হৰি হৰি" "ডাকি বোলা ৰাম ৰাম" আদি ভণিতাৰ "আঁচু ফুল" অৱশ্যে বৈষ্ণৱ যুগৰ হব লাগিব। পুথিখনিৰ ভাষা হেম সৰস্বতীৰ ভাষাতকৈ সবল আৰু সৰস। "গোত্ৰ হত্যা পাতকত তাৰণ কাৰণ। অশ্বমেধ যজ্ঞ আৰম্ভিলা পাণ্ডুগণ॥" ঘটনাত আৰম্ভ কৰি "অজ্জুৰ্ন পুত্ৰৰ যুদ্ধ যিমতে মিলিলা। জন্মেজয় নৃপতিক সাৰশেষে কৈলা॥" বুলি ৬০৫ ৰ অধিক পদত সম্পূৰ্ণ কৰা হৈছে। চিত্ৰাঙ্গদাৰ গৰ্ভত অজ্জুৰ্ন বীৰৰ পুত্ৰৰূপে বভ্ৰুবাহন কেনেকৈ জন্মিবলৈ পালে নিজে কৈছে—

কন্যাকালে আছে মাতৃ পিতৃৰ ভৱনে। নৃত্য গীত কৰি থাকে সৱে কন্যাগণে॥
একদিনা গীত গান্তে তাল ভৈল ভঙ্গ। হেন দেখি বাপৰ মনত ৰৰ খঙ্গ॥
যেৱে স্বৰূপত মই তোৰ হওঁ বাপ। আজি তোক দিওঁ নিদাৰুণ চন্ড শাপ॥
নিৰ্জ্জন গহন বন বুলিল যাহাক। গৰু হুয়া পাপীষ্ঠী তাহাত পৰি থাক॥
তীৰ্থযাত্ৰা কালে অজ্জুৰ্নক লাগ পাইবি। পূৰ্ব্বৰ স্বৰূপ হুয়া শাপক এৰাইবি॥

গোটেই পুথিখনত বভ্ৰুবাহনৰ বীৰত্ব আৰু মহত্ত্ব চিত্ৰাঙ্গদা আৰু উলুপীৰ সতীত্ব আদি এনে নিপুণভাৱে বৰ্ণোৱা হৈছে যে পঢ়িলে পূৰ্বশঙ্কৰী যুগৰ ৰচনা যেন অনুমান নহয়। ১০৫ পদত আছে—

"ধুনা—জয় হৰি জয় ৰাম। (ঝুমুৰী)
নাজানি যোৱা ধৰিলোঁ। বৰ দুখ লঘু হৈলোঁ।"

আদি প্ৰক্ষিপ্ত যেনেই লাগে। অজ্জুৰ্নৰ কাষত বভ্ৰুবাহনৰ অপমানৰ বৰ্ণনা—

'অজ্জুৰ্নে বোলয় দূৰ পাপিষ্ঠ দুজ্জৰ্ন। কেনমতে ভৈলি তই মোহোৰ নন্দন॥
কোনোবা বেশ্যাৰ পুত্ৰ কোনে জানে তোক।
নিচিনি নাজানি কেনে বাপ বোল মোক॥
আগেসে মনুষ্যে লৱে ভয় ক্ষয় কৰি। ছাগ বুলি বাঘৰ লাজত দেই জৰী॥
ভয়তে মনুষ্যে নেৰে পাছে নেৰে বাঘে। তোৰ মোৰ পটন্তৰ ভৈল সেহি ভাগে॥"

উত্তৰকাণ্ড ৰামায়ণৰ অন্তৰ্গত লৱ-কুশৰ যুদ্ধ বিষয়ক কোনো অজ্ঞাত কবিৰ এখন পুথিও ডিব্ৰুগড়ৰ ভট্টাচাৰ্য্য এজেন্সীৰ দ্বাৰাই ১৯২৫ ত প্ৰকাশিত হৈছে আগৰ পৰা পুৰিলে চাৰিশৰ অধিক পদৰ ভিতৰত ক'তো কবিৰ নাম বা পৰিচয় নথকাত বিজ্ঞ প্ৰকাশকে পাণ্ডিত্যৰ আড়ম্বৰ নকৰি "এজন মহাকবিৰ দ্বাৰা

অসমীয়া ভাষাত ৰচিত” বুলিছে। এই ছাপা পুথিখন অশ্বমেধৰ আৰম্ভৰ পৰা বৰ্ণনা কৰিছে কিন্তু বৰ্তমান কামৰূপ অনুসন্ধান সমিতিত থকা দুখন পুথিৰ এখনত লৱ-কুশৰ জন্মৰ আগৰ পৰা ধৰি এশমান পদৰ ভিতৰত লক্ষ্মণক ৰামে সীতা নিৰ্বাসনৰ আদেশ দিয়াত সামৰিছে, আৰু ইখন তাৰ পাঁচ-ছয়টা মান পদৰ পিছৰ পৰা ধৰি লক্ষ্মণে লৱ-কুশৰ সৈতে যুদ্ধ কৰিবলৈ সাজু হোৱালৈকে তিনিশ মান পদৰ ভিতৰত অন্ত হৈছে। কিন্তু আচৰিত কথা, ছাপা পুথিৰ লগত মিলা ছোৱাৰ হাতে-লিখা পুথিৰ ভণিতাতো ক'তো ঘুণাক্ষৰেও কবিৰ চিনাকি কিয় নাম পৰ্য্যন্ত নাই কিন্তু ছাপা পুথিত নথকা আগছোৱাত আগৰখন হাতে-লিখা পুথিত এবাৰমান আৰু ইখনত তিনি বাৰ-মান “কৃষ্ণৰ কিঙ্কৰে কহে হৰিবৰ কবি। পাতক ছাড়োক ডাকি বোলা হৰি হৰি॥” এনে ছন্দদুষ্ট ভণিতা আছে যদিও অৱশ্যে হাতে লিখা পুথি এখনতো ক'তো “বভ্ৰুবাহ পৰ্ব্ব” পুথিত থকাৰ দৰে কবিৰ চিনাকি নাই। এনে অৱস্থাত ছাপা-পুথিত কবিৰ নাম নথকাত সন্দেহ কৰিবলৈ কোনো যুক্তি নাই কিন্তু হাতে-লিখা পুথিত থকা “কবি হৰিবৰ” কথা অৱশ্যে সন্দেহজনক। দ্বিতীয় কথা বভ্ৰুবাহ পৰ্ব”ৰ কবি হৰিহৰ বিপ্ৰ, আৰু লৱ-কুশৰ যুদ্ধৰ অজ্ঞাত কবি একেজন বুলি ভাবিবৰ বিশেষ হেতু আছেনে? বা কামৰূপ অনুসন্ধান সমিতিৰ পুথি দুখন যদি জাল্ নহয়, তাৰ হৰিবৰ বিপ্ৰ নাম অনুসৰি বভ্ৰুবাহ পৰ্বৰ কবি হৰিহৰ বিপ্ৰৰ নাম শুধৰাবলৈ যোৱা দুঃসাহস নহয়নে? কিন্তু লৱ-কুশৰ যুদ্ধৰ ছাপা আৰু হাতে লিখা উভয় পুথিৰ উপদেশ আৰু “আঁচুফুল” যে বৈষ্ণৱ যুগৰ, ওপৰৰ মতেই তাত সন্দেহ কৰিবৰ ঠাই নাই। ভণিতাৰ উপৰিও আন আন ঠাইত বৈষ্ণৱ লিখনিৰ প্ৰভাৱৰ সাঁচ দেখিবলৈ পোৱা হয়, আৰু তাত বিচিত্ৰতা একো নাই। অন্ততঃ 'বভ্ৰুবাহ-পৰ্ব্ব'ৰ কবি হৰিহৰ বিপ্ৰ হেম সৰস্বতীৰ সমসাময়িক দুৰ্লভনাৰায়ণৰ আমোলৰ এজন পূৰ্ব-বৈষ্ণৱ কবি, আৰু “গৌৰীৰ চৰণ সেই (সেৱি)” হলেও তেওঁ মহাভাৰতৰ পদ ভাঙনি কৰিছিল। সঠিক প্ৰমাণৰ অভাৱত “লৱ-কুশৰ যুদ্ধ”ৰ অজ্ঞাত কবিৰ কাল নিৰূপণ কৰা সম্ভৱ নহলেও তেওঁৰ ৰচনাৰ উদ্ধৃতি দিয়া হল—

“ৰামচন্দ্ৰ বধ শুনি, কপালত মুষ্টি হানি,
কান্দে সীতা জগত মোহনী।
বিধি কুমনস ভৈলা, এহি দুঃখ লেখি থৈলা,
আমি গোৰী জগত-জননী॥

আছিলোঁ জনক জীয়া ৰামচন্দ্ৰে কৰে বিয়া,
মোক আনিলেক অযোধ্যাক।
পিতৃৰ যে আজ্ঞা পালি, বনবাসে গৈলা চলি
পৰে গৈলা দণ্ডকা বনক॥
কান্দি কান্দি কহে আই দুহানৰ মুখ চাই,
তোমাৰ অৱস্থা হেন ভৈলা।
হাতী গুচি মাখি ভৈলা, গো-খোজত তল গৈলা
ছাৱালৰ হাতে প্ৰাণ গৈলা॥"

কিন্তু এনে ৰচনা হেম সৰস্বতীৰ তুলনাত পূৰ্ব বৈষ্ণৱ যেন যি নালাগেই বৈষ্ণৱ কিয় উত্তৰ-বৈষ্ণৱ বুলি উদ্ধৃত কৰা হলেও আচৰিত যেন নালাগিল-হেতেন। মুঠতে "লৱকুশৰ যুদ্ধ"ৰ সমগ্ৰ ৰচনাৰ ভাষা প্ৰাচীনগন্ধী যেন অনুমান নহয়।

হেম সৰস্বতী আৰু হৰিহৰ বিপ্ৰৰ অৱশ্যে পৰৱৰ্তী দুৰ্লভনাৰায়ণ ৰজাৰ পুতেক ইন্দ্ৰনাৰায়ণৰ আমোলৰ কবি কবিৰত্ন সৰস্বতী। তেওঁ মহাভাৰতৰ দ্ৰোণপৰ্বৰ ভাঙনি কৰিছিল আৰু তাৰ কৈলাস বৰ্ণনাৰ লগত এইদৰে আত্ম-পৰিচয় দিছে—

"নৃপ শিৰোমণি দেৱ মহামানী দুৰ্লভনাৰা'ণ ৰাজা।
নিতে পুত্ৰৱতে পালিলা সততে পৃথিৱীৰ যত প্ৰজা॥
তাহান তনয় ভৈলা ধৰ্মময় ইন্দ্ৰনাৰায়ণ দেৱ।
মহাবীৰ ধীৰ স্বভাৱে গম্ভীৰ নিতে কৃত্য হৰিসেৱ॥
নিজ বাহুবলে পাইল অবিকলে অখণ্ড মহীমণ্ডল।
যাত খাটে নমি সততে প্ৰণমি বিপক্ষ নৃপসকল॥
যাত সৰ্বক্ষণ ইন্দ্ৰ নাৰায়ণ বৰ দেন্ত সদাশিৱ।
হোক নৰেশ্বৰ পাণ্ড গৌৰেশ্বৰ পিতা-পুত্ৰে চিৰজীৱ॥
ছোট শিলা নাম আছে এক গ্ৰাম যত গ্ৰাম মধ্যে সাৰ।
আছিল তথাত জগত-প্ৰখ্যাত চক্ৰপাণি শিকদাৰ॥
পটু নৰবৰ কায়স্থ প্ৰৱৰ ধৰ্মকৰ্ত্তা মহাযশী।
পণ্ডিত তিলক কুল-প্ৰকাশক নিষ্কলঙ্ক যেন শশী॥

দেৱ দ্বিজগণ     কৰিলা পূজন     সঘনে ধৰ্ম্মপ্ৰসঙ্গ।
নিত্য উপগত     যাৰ অভ্যাগত     নভৈলেক আশা ভঙ্গ॥
নিজ গুণবলে     লভিলা সকলে     ধন-ধান সত্তকাৰ।
নৃপতি প্ৰধান     দুৰ্লভ নাৰাণ     প্ৰশংসেয় বাৰবাৰ॥
তান পৰলোকে     ভৈল সৰ্ব্ব শোকে     নিজ তনু-ভঙ্গ ৰণে।
মেৰু ভঙ্গ হেন     সিন্ধু ভৈলা পঙ্ক     মাণিক বিৰ্জ্জিলা ঘুণে॥
তাহান তনয়     অতি শুভময়     কৱিৰত্ন সৰস্বতী।
দ্ৰোণপৰ্ব পদ     জয়দ্ৰথ বধ     কৌতুহলে নিগদতি॥"

দুৰ্লভনাৰায়ণক আমি দ্বাদশ শতিকাৰ শেষ ছোৱাৰ বুলি ঠাৱৰাই আহিছোঁ গতিকে তেওঁৰ পুতেক ইন্দ্ৰনাৰায়ণ তথা কবিৰত্ন সৰস্বতীক ত্ৰয়োদশ শতিকাৰ আগছোৱাৰ কবি বুলিব পাৰি। দুৰ্লভনাৰায়ণৰ কেইবা শত বছৰৰ পাছত কমতাপুৰৰ ওচৰত বিশ্বসিংহই কোচ ৰাজ্যৰ ৰাজধানী কোচবেহাৰ স্থাপন কৰে আৰু তেওঁৰ পুতেক নৰনাৰায়ণ কোচ ৰাজসিংহাসনত উঠি পৰম বিদ্যোৎসাহীৰূপে বিক্ৰমাদিত্যৰ নৱৰত্নৰ সভাৰ অনুৰূপ অসমৰ কবিসকল শঙ্কৰদেৱ মাধৱদেৱ ৰাম সৰস্বতী আদিৰ দিব্য সভা পাতে। এতেকে দুৰ্লভ নাৰায়ণক নৰনাৰায়ণ-সূৰ্য্যৰ আগমনি জনোৱা পূৰ্ৱতৰা বুলিব পাৰি আৰু তেওঁৰে আদৰ্শ অনুসৰি ইন্দ্ৰনাৰায়ণো বিদ্যোৎসাহী হৈছিল বুলি উক্তিৰ পৰা বুজিব পাৰি। কবিৰত্ন সৰস্বতীয়ে কৈলাস বৰ্ণনাত লিখিছে—

"স্ফটিক প্ৰকাশ     হুৰৰ কৈলাস     জ্বলে নানা ৰত্নময়।
আম জাম শ্যাম     অতি অভিৰাম     শাল তাল ভাল দেখি॥
ফুলিল কন্টকী     সুৱৰ্ণ কেতেকী     ফুল মধ্যে যাক লেখি॥
গুৱা নাৰিকল     জৰা পনিয়ল     লেতেকু টেঙ্গা দাড়িম্ব।
যোলেঙ্গ মধুৰি     আছে ডাল ভাঁৰ     বসে টুপ টুপ জিম্ব॥
কমলা কপুৰা     যেন চেনি চূড়া     স্বাদত আমোল-মোল।
পড়ন্টা কন্টুক     আছে জোক জোক     দৰশনে হোৱে ভোল॥
শীতল নিৰ্ম্মল     সৰোৱৰে জল     বুৰো বুৰো কৰে তীৰ।
আছো স্নান-পান     দেখি সুস্থ মন     নিৰ্ম্মল মন শৰীৰ॥
অমল কমল     সুকোমল দল     ফুলি ফুলি ভাল শোভে।
পৰি মধুকৰ     গুঞ্জে ৰুচিকৰ     তাৰ মধুপান লোভে॥

ভ্ৰমে জাক জাক হংস চক্ৰবাক জলচৰ পক্ষীগণ।
ক্ষণে ক্ষণে উৰি ফুৰি ফুৰি পৰি জলত কৰে ক্ৰীড়ণ॥
লৱঙ্গ মালতী ফুলিল সেউতী কুন্দ কুৰুবক জাই।
চম্পা নাগেশ্বৰ শিৰিষ বিস্তৰ হাত মেলি ফুল পায়॥
ৰঙ্গিন বেৱতী আছে থুপি থুপি তগৰ জয়ন্ত মালী।
ফুল ভৰে হালি পৰে ডাল ভাঙ্গি ফুলি বকুল জালি॥
ফুলিছে বন্দুলী গন্ধে নাহি তুলি কদম্ব দেখি শোভন।
কেতেকী প্ৰচুৰ কনক ধুত্তুৰ নেৱালি মাৰি দশন॥
হেনয় শোভন বিচিত্ৰ উদ্যান ফুলে তথা সৰ্ব্বকাল॥
যত মনোহৰ মন্দাৰ কুসুম পাৰিজাত তথা আছে।
স্থল অভিনৱ কুসুম পল্লৱ দেখি ভাল গাছে গাছে॥
তাত কল্পতৰু আছয় অগৰু শুনা তাত কোন কথা।
মহা তৰুবৰ মাগি পাইলা বৰ মনে অভিলাষী তথা॥
বসন্ত মিলিল আবাৰে কোকিল বহয় মলয়া বায়।
ভ্ৰমৰা গুঞ্জাৰ চিত্ত চুৰি কৰি কোকিলে ত্যেজিল বায়॥"

এই বৰ্ণনাই সৰ্বসাধাৰণ পঢ়ুৱৈকো অৱশ্যে "কীৰ্ত্তন"ৰ অন্তৰ্গত "হৰ-মোহন"ৰ ভিতৰুৱা "দিব্য উপবন"ৰ চিত্ৰলৈ সঘনে মনত পেলায়। অকল লালিত্য বা বৰ্ণনাতেই নহয় ভাষাতো "ফুলভৰে ভাগে ডাল" "বহয় মলয়া বায়" "কোকিলে তেজিলে বায়" আদি যেনেকৈ শঙ্কৰদেৱৰ প্ৰতিধ্বনি যেন লাগে "শাল তাল ভাল দেখি", "বুৰোঁ বুৰোঁ কৰে তীৰ", "হাত মেলি ফুল পায়' আদি ভাষা তুলনাত প্ৰাচীন হোৱাতকৈ "কীৰ্ত্তন"তকৈ অৰ্বাচীন যেনহে লাগে ইও বিশেষ চিন্তা কৰিব লগা কথা।

দুৰ্লভনাৰায়ণ ৰাজত্বৰ সমসাময়িক বুলিব পৰা এতিয়ালৈক জনাৰ ভিতৰৰ শেষ কবি ৰুদ্ৰ কন্দলী, কিন্তু "অসমীয়া সাহিত্যৰ চানেকি"ৰ সম্পাদক গোস্বামীয়ে এওঁক এই আটাইকেইজনৰ আগত ঠাই দিছে। তাৰ কাৰণ একো নিদিলেও গোস্বামীয়ে সম্ভৱ ৰুদ্ৰকন্দলীৰ পৃষ্ঠপোষক ৰজা তাম্ৰধ্বজক দুৰ্লভনাৰায়ণৰ পূৰ্ববৰ্তী বুলি ভাৱে, কিয়নো এই কবিয়ে মহাভাৰতৰ দ্ৰোণপৰ্বৰ অন্তৰ্গত সাত্যকী-প্ৰবেশৰ পদ-ভাঙনিত লিখিছে—

"শ্ৰীমন্ত তাম্ৰধ্বজ অনুজে সহিতে। ৰুদ্ৰৰ সমান ধৰ্ম সিন্ধু ৰয়সাতে।

বুদ্ধিত গম্ভীৰ ক্ষমাৱন্ত শুভ নয়। যাহাৰ যশক সৰ্বজনে প্ৰশংসয় ॥
বিষ্ণুৰ ভকত মহামায়াৰ সেৱক। পুত্ৰৰ সমান কৰি দৰিদ্ৰ পালক ॥
দুই ভাইৰ স্নেহ যেন ৰাম লক্ষ্মণৰ। সবাহুৰে জীয়ন্তোক সহস্ৰ বৎসৰ ॥"

গোৰেশ্বৰ দুৰ্লভনাৰায়ণ আৰু কমতেশ্বৰ ধৰ্মপালৰ যুদ্ধ আৰু সন্ধিৰ পাছত ধৰ্মপালে দুৰ্লভনাৰায়ণৰ পৰা সাত ঘৰ বামুণ আৰু সাত ঘৰ কায়স্থ লৈ ঘূৰি অহা সম্পৰ্কত ৰামচৰণ ঠাকুৰৰ "শঙ্কৰ চৰিত"ৰ প্ৰথম খণ্ডৰ পৰা উদ্ধৃত কৰা হৈছে—

"এহি বুলি গোৰেশ্বৰে দিলন্ত বিদায়।
লৰিল্ল কমতেশ্বৰ সেহি আজ্ঞা পাই ॥৮৯
নৌকাত চৰিয়া ব্ৰহ্মপুত্ৰে উজাইলন্ত। কতো দিনে আপোনাৰ ৰাজ্যক পাইলন্ত ॥
ঘোৰাঘাটে গৈয়া পাছে নৌকা চপাইলন্ত।
তাম্ৰধ্বজে শুনিলেক পিতৃ আসিলন্ত ॥'

গতিকে তাম্ৰধ্বজক ধৰ্মপালৰ পুত্ৰ বুলি ধৰি তেওঁক দুৰ্লভনাৰায়ণৰ পুতেক ইন্দ্ৰনাৰায়ণৰ সমসাময়িক বুলি ইয়াত হেম সৰস্বতী আদিৰ পাছত তাম্ৰধ্বজৰ আমোলৰ কবি ৰুদ্ৰ কন্দলীক ঠাই দিয়া হৈছে। 'সাত্যকী প্ৰবেশ"ৰ বৰ্ণনা—

'সকল পাঞ্চাল বলে হুৰা এক জুৰি। অস্ত্ৰশস্ত্ৰ প্ৰহাৰিলা দশোদিশে বেঢ়ি ॥
অস্ত্ৰশস্ত্ৰ হানিয়া দ্ৰোণক পাৰে গালি। মৰিলে মৰিলে ব্ৰহ্মবধী পাপশালী ॥
কিসক লাগিয়া ব্ৰহ্মকুলে উপজিলি। কিসক লাগিয়া তুমি তপ আচৰিলি ॥
পুৰাণ সংহিতা পাঢ়লাহা চাৰি বেদ। ধৰ্মৰো শাস্ত্ৰৰো তুমি জানা অবিচ্ছেদ ॥
কোন শাস্ত্ৰে বোলে ব্ৰাহ্মণৰ হিংসা ধৰ্ম। কিস লাগি এৰিলাহা আপোনাৰ কৰ্ম ॥
নিৰ্সাঙ্গি কৰিলা তুমি পাঞ্চাল সেনাক। ধন-ধাৰী ভৈলা তুমি কৌৰৱ ৰজাক ॥
শুজিবাক নোৱাৰিয়া বাহুতে যুজিয়া। বাপুতেয়ো মৰি যাইবা বিস্ত নুশুজিয়া ॥
তপ-জপ কৰি অন্য বীৰ স্বৰ্গে যায়। তোঠৈৰ বাপুতেৰ বা হৈব কোন ঠাই ॥
আমাক মাৰিলে জানো তুমি কত পাইবা। পেটৰ ভাতক লাগি অধোগতি যাইবা ॥
শাপ মাৰিবাক পাৰা কেনে কৰা যুদ্ধ। কিসক লাগিয়া হাতে ধৰিলা আয়ুধ ॥
প্ৰজা মাৰিবাৰ ফলে কৌৰৱ নৃপতি। পুত্ৰ-পৌত্ৰ মৰিয়া যাইবেক অধোগতি ॥
দশোদিশে গলাবাৰ দ্ৰোণে শুনিলন্ত। উচিত জানিয়া তাক নেদন্ত সিদ্ধান্ত ॥"

এই বৰ্ণনাত ভাষা আৰু ছন্দৰ নিয়ম গতিও বৈষ্ণৱ যুগৰ পূৰ্ববৰ্তী বুলি নকলে ধৰিব নোৱাৰি, কিয়নো প্ৰাচীনতাৰ গোন্ধ ইয়াত নাই বুলিব পাৰি। তদুপৰি তাম্ৰধ্বজৰ পৰিচয়ত লিখা কথাখিনিও চিন্তা কৰিব লগীয়া একে উশাহতে "বিষ্ণুৰ ভকত মহামায়াৰ সেৱক" হয় কেনেকৈ? সাম্প্ৰতিক লিখিছে—

"শুনিয়োক নৰলোক একচিত্ত মনে। মুক্তিৰ কাৰণ হৰি বিনে নাহি আনে॥
শিশু মাধৱক তিনি লোকত বিদিত। ভকত জনাৰ নানা ৰূপে সন্নিহিত॥
এক ৰূপে হৰি ব্ৰহ্মৰূপে অৱতাৰ। চক্ষুৰে দেখিলে সংসাৰত পাই পাৰ॥
দ্ৰৱ ব্ৰহ্ম গঙ্গাজলে তাত কৰি স্নান। পাপক এৰায়া চলে বৈকুণ্ঠ ভুৱন॥
আৰো ব্ৰহ্মৰূপ বেদ পুৰাণ ভাৰত। পঢ়িলে শুনিলে থাকে বৈকুণ্ঠ পুৰত॥
হেন জানি একচিত্তে শুনিয়া ভাৰত। হৰিত ভকতি হৈব অচিৰ কালত॥
জ্ঞানে বা অজ্ঞানে যত পাপক সঞ্চিয়া। তাক বিনাশিবা যমপুৰক বাঞ্ছিয়া॥
সাত্যকী প্ৰবেশ এহি মানে সমাপতি। হৰিৰ সেৱক ৰুদ্ৰ কন্দলী বদতি॥
মহাভাৰতৰ পদ অতি মনোহৰ। কৰ্ণ ভৰি শুনা আক পাপ যাউক দূৰ॥"

ইও সম্পূৰ্ণ বৈষ্ণৱ ভণিতা বুলি কব পাৰি, কিন্তু ইয়াতকৈ সৰহ কোৱা যুক্তিসঙ্গত নহব, কিয়নো ৰুদ্ৰ কন্দলীত শৈৱ-শাক্ত ধৰ্মৰ পৰা বৈষ্ণৱ ধৰ্মলৈ পৰিবৰ্ত্তন অহা একেবাৰে অসম্ভৱ নহয়।

## (২) "কমাহ" ৰজা শ্ৰীমহামাণিক্যৰ আমোলৰ—মাধৱ কন্দলী

ইংলণ্ডৰ বিশিষ্ট সামাজিক আৰু সাংস্কৃতিক ইতিহাস যেনেকৈ খৃষ্ট ধৰ্ম্ম প্ৰচাৰৰ পৰাই আৰম্ভ হয়, অসমৰো সমাজ আৰু সংস্কৃতিৰ বিশিষ্ট বুৰঞ্জী সেইদৰে শ্ৰীশঙ্কৰদেৱৰ প্ৰৱৰ্তিত বৈষ্ণৱ আন্দোলনৰ পৰাই মুকলি হয় বুলিব পাৰি। গোড়ীয় আৰু কামৰূপীয় বৈষ্ণৱ ধৰ্মৰ তুলনামূলক সমালোচনা কৰোঁতাসকলে দিয়া চৈতন্য-চন্দ্ৰ আৰু শঙ্কৰ-সূৰ্য্যৰ অতি অৰ্থব্যঞ্জক উপমাটিকে ব্যৱহাৰ কৰি কব পাৰি অসমৰ আকাশত শঙ্কৰ-সূৰ্য্যৰ আগমনি জনোৱা যিকেইটি জ্যোতিষ্ক আছিল, মাধৱ কন্দলী নিৰ্বিবাদে সেইসকলৰ মাজৰ পুৱতী তোৰা তৰা। ইংৰাজী সাহিত্যৰ বুৰঞ্জীৰ তুলনা আনিবলৈ হলে চতুৰ্দশ শতিকাৰ চছাৰ যেনেকৈ ষোড়শ শতিকাৰ স্পেন্সাৰ-শেক্সপীয়েৰৰ উপযুক্ত পথ-প্ৰদৰ্শক, মাধৱ কন্দলীও তেনেকৈয়ে শ্ৰীশঙ্কৰদেৱৰ সুযোগ্য পূৰ্ববৰ্তী উত্তৰকাণ্ড ৰামায়ণৰ পদ-ভাঙনিত শ্ৰীশঙ্কৰদেৱে লিখিছে—

"পূৰ্ব কবি অপ্ৰমাদী, মাধৱ কন্দলী আদি,
বিৰচিলা পদে ৰাম কথা।"

দুৰ্ভাগ্যক্ৰমে এনে এজন শ্ৰেষ্ঠ পূৰ্ব-শঙ্কৰী কবিৰ সম্পৰ্কে প্ৰায় সকলো কথাই অজ্ঞান আন্ধাৰত ঢাক খোৱা। লঙ্কাকাণ্ডৰ ভণিতাৰ মাজত বৰ্ণিত কবিয়ে নি

আত্ম-পৰিচয় দিয়া পোৱা হৈছে তাৰ পৰাই তেওঁৰ যৎকিঞ্চিৎ চিনাকি পোৱা হয়, কিন্তু সি কোনোমতেই একেবাৰে মুকলি নহয় —

কবিৰাজ কন্দলী যে আমাকেসে বুলি কয়
কৰিলোঁহো সৰ্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহ্য মাণিক্য যে
বৰাহ ৰাজাৰ অনুৰোধে ।।২৩।।
সাত(?) কাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ,
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিক্যৰ বোলে কাব্য-ৰস কিছু দিলোঁ
দুগ্ধক মথিলে যেন ঘৃত ।।২৪।।"

১৮৯৯ ত প্ৰথম ছপা হোৱা মাধৱ কন্দলীৰ সম্পাদিত ৰামায়ণত এইদৰে পোৱা হয় কিন্তু কুৰি শতিকাৰ তৃতীয় দশকত ছপোৱা হেমচন্দ্ৰ গোস্বামীৰ সম্পাদিত "অসমীয়া সাহিত্যৰ চানেকি"'ত এই আত্ম-পৰিচয় অস্বাভাৱিক ৰূপে পৰিবৰ্তিত আৰু পৰিবৰ্দ্ধিত হৈ এনে বিভিন্ন আকাৰত ছপা হৈছে —

"কবিৰাজ কন্দলী যে আমাকেসে বুলি কয়
মাধৱ কন্দলী আৰো নাম।
সপোনে-সচিতে মঞি জ্ঞান-কায়-বাক্য-মনে,
অহৰ্নিশে চিন্তো ৰাম ৰাম ।।
শ্লোক সংস্কৃতে আমি, গঢ়িবাক পাৰিছয়(?)
কৰিলোঁহো সৰ্বজন বোধে।
ৰামায়ণ সুপয়াৰ শ্ৰীমহ্য মাণিক্য যে
ৰবাহী ৰাজাৰ অনুৰোধে ।।
সাতকাণ্ড ৰামায়ণ, পদবন্ধে নিবন্ধিলোঁ,
লম্ভা পৰিহৰি সাৰোদ্ধৃত[১]।
মহামাণিক্যৰ বোলে, কাব্য-ৰস কিছু দিলোঁ
দুগ্ধক মথিলে যেন ঘৃত ।।"

ওপৰৰ ভণিতাৰ সামৰণিত "মাধৱ কন্দলী গাইলা, শ্ৰীৰামে অযোধ্যা পাইলা, জয় জয়

আনন্দ বৰ্ধাই ।।২৮।। গতিকে 'চানেকি'ত "মাধৱ কন্দলী আৰো নাম । শ্লোক সংস্কৃতে আমি গঢ়িবাক পাৰিছয় বোলা খিনিলৈকে অন্যায় প্ৰক্ষিপ্ত আৰু অনন্ত কন্দলীৰ পদাদি বুলি সহজে বুজিব পাৰি ।

দ্বিতীয় কথা শঙ্কৰদেৱ-মাধৱদেৱৰ কালতেই মাধৱ কন্দলীৰ ৰচিত আদিকাণ্ড-উত্তৰাকাণ্ড নিশ্চয় বিচাৰি পোৱা নহৈছিল । কোনোৱে কয় আহোম-কছাৰীৰ যুদ্ধৰ কালত ধ্বংস হল কোনোৱে কয় জুয়ে পুৰিলে, আৰু কোনোৱে কয় মূল বাল্মীকি ৰামায়ণো আদিতে মাজৰ পাঁচকাণ্ড ৰামায়ণত সম্পূৰ্ণ থকাৰ দৰে মাধৱ কন্দলীৰ ৰামায়ণো মূলতেই পঞ্চকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ আছিল আৰু লঙ্কাকাণ্ডতে আত্মপৰিচয় দি সামৰণি মৰা কথাই এই তৃতীয় মত সমৰ্থন কৰে । যেনেকৈয়ে হওক শঙ্কৰদেৱ মাধৱদেৱে মাধৱ কন্দলীৰ ৰচিত কোনো আদিকাণ্ড উত্তৰাকাণ্ড ৰামায়ণ নাপাইহে যে সেই দুমূৰৰ দুই কাণ্ড দুয়ো লিখি সাতকাণ্ড ৰামায়ণ সম্পূৰ্ণ কৰিছিল সি নিশ্চিত। কিন্তু তাৰ পাঁচশ বছৰৰ পাছত এতিয়া কুৰি শতিকাৰ তৃতীয দশকত 'অসমীয়া সাহিত্যৰ চানেকি'ত দিবলৈ হেমচন্দ্ৰ গোস্বামীয়ে মাধৱ কন্দলীৰ উত্তৰাকাণ্ড পালে ক'ৰ পৰা বা? সি যে 'জাল' ৰচনা নহয় তাক বুজিলে কেনেকৈ ? আচৰিত কোৱা হয় কামৰূপ অনুসন্ধান সমিতিত মাধৱ কন্দলীৰ উত্তৰাকাণ্ড এতিয়া ওলাল আৰু সেইদৰে আগতে কৈ অহা অজ্ঞাত কবিৰ 'লব-কুশৰ যুদ্ধ' পুথিৰ আগছোৱাত 'নতুন সাঁচিপতীয়া পুথিত 'হৰিবৰ নাম জ্ঞাত হল।। ভবিষ্যত গৱেষণাকাৰীৰ বাবে এইবোৰ চিন্তাৰ বিষয় হোৱা উচিত ।

মাধৱ কন্দলীৰ পাঁচকাণ্ড ৰামায়ণৰ ভিতৰৰ বৈষ্ণৱ ভণিতা মাধৱদেৱৰ বুলি কথা-গুৰুচৰিতৰ স্পষ্ট প্ৰমাণ আগতে দি অহা হৈছে । তদুপৰি মাধৱ কন্দলীৰ পাঁচকাণ্ড ৰামায়ণ থকাতো বৈষ্ণৱ কবি অনন্ত কন্দলীয়ে সেই পাঁচকাণ্ড ৰামায়ণকে পুনৰ কিয় ৰচনা কৰিব লগা হল, তাৰ "কৈফিয়ৎ' অনন্ত কন্দলীয়েই অতি সন্তোষজনকভাৱে অযোধ্যা কাণ্ডত (১৩/১৪) দি গৈছে –

মাধৱ কন্দলী বিৰচিলা ৰামায়ণ । তাক শুনি আমাৰ আকুল কৰে মন ।।
ৰামৰ সামান্য সত্তকথা যথাৰত । ভজনীয় গুণ যত নকৈলা ৰেকত ।।
এতেকে যতন কৰোঁ ভকতিৰ পদে। নুবুলিবা নিন্দা সদা গুনা সভাসদে ।।

গতিকে 'অসমীয়া সাহিত্যৰ চানেকি'ৰ বিকৃত আত্মপৰিচাৰ প্ৰক্ষিপ্ত ৰচনাত মাধৱ কন্দলীক "সপোনে সচিতে মৰিল, [illegible] [illegible] [illegible], অহৰ্নিশে চিন্তো ৰাম ৰাম" বোলাবলৈ যোৱা অপচেষ্টা নিন্দনীয় ।

শ্ৰীশঙ্কৰদেৱৰ "উত্তৰকাণ্ড'ৰ আত্মপৰিচয়- প্ৰসংগত থকা মাধৱ কন্দলীৰ উল্লেখে নিশ্চয় এওঁক শঙ্কৰদেৱৰ পূৰ্ববৰ্তী কবি বুলি প্ৰমাণ কৰে, কিন্তু মাধৱ কন্দলীৰ পৃষ্ঠপোষক "বৰাহ" ৰজা শ্ৰীমহামাণিক্যৰ কাল কিম্বা বংশই ভালদৰে নিৰূপিত নহলে মাধৱ কন্দলীৰ স্থান-কাল আদি সম্পূৰ্ণ সঠিক নহয়। মাধৱ কন্দলী ৰামায়ণৰ প্ৰথম প্ৰকাশক মাধৱচন্দ্ৰ বৰদলৈয়ে সেই ৰামায়ণৰ পাতনিত ১৮৯৯ ত জয়ে জয়ে এই কথাৰ বিচাৰ কৰে আৰু দ্বাদশ আৰু চতুৰ্দশ শতিকাৰ ভিতৰত কছাৰী ৰজাসকলেই 'বৰাহী" নাম লৈ জয়ন্তপুৰলৈকে ৰাজত্ব কৰিছিল আৰু নগাঁৱৰ আলিপুখুৰীও সেই ৰাজ্যৰ ভিতৰত সোমাইছিল বাবে চতুৰ্দশ শতিকাত আলিপুখুৰীত মাধৱ কন্দলী জন্মিছিল বুলি স্থিৰ কৰে। হেমচন্দ্ৰ গোস্বামীয়ে অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে বৰ্ত্তমান প্ৰকাশ কৰা কছাৰী বুৰঞ্জীৰ ওপৰত ভিৰ দি বিচাৰপতি ফাৰ অৰ্দ্ধতন তৃতীয় কছাৰী ৰজাজনকে শ্ৰীমহামাণিক্য বুলিছে। গেইটৰ মতে ১২২৮ত চুকাফাই পাটকাই পৰ্বতেদি অসম সোমাই সেই পূৱ প্ৰান্তৰ মৰাণ ৰজা বদৌছা আৰু বৰাহী ৰজা থাকুম ফাৰে মিতিৰালি কৰি তেওঁলোকক বৰাই মৰাণ আৰু বৰাহী ৰাজ্য অধিকাৰ কৰে। বিচাৰপতি ফাৰ পৰা অৰ্দ্ধতন সপ্তমজন ৰজা দেৎছা বা দোৎছোং ফা, আৰু আহোমৰ দিহিঙীয়া ৰজা চুহমুঙৰ মৰাণ্ডিত হোৱা যুদ্ধৰ ফলত কছাৰীবিলাকক খাছপুৰলৈ খেদি কাজলী মুখলৈকে আহোমে ৰাজ্য বহলায় বুলি গেইটে কয়। কিন্তু এই বৰাহী জাতিৰ কোনো মহামাণিক্য ৰজাৰ নাম পোৱা নহয়।

বিচাৰপতি ফাৰ পাছত মহামাণিক্য ফাৰ পিতাক বিক্ৰমাদিত্য ফা ৰজা হৈ মিকিৰ পৰ্বতত বাণপুৰ আৰু সোণাপুৰ নামে দুখন নগৰ পাতি ওচৰতে এহেজাৰ হাত দীঘল আৰু চাৰি শত হাত বহল এটা পুখুৰী খনায়। মহামণি ফাৰ পাছত মাণিক্য ফা, লৰ ফা, খোৰা ফা আৰু দেৎছোং ফা আদি ৰজা হয়। চুহুম্মুং বা দিহিঙীয়া ৰজা পাটত উঠা কাল সম্পৰ্কে নানা মুনিৰ নানা মত, কোনোৱে কয় ১৪০৮ কোনোৱে কয় ১৪৯৭ আৰু কোনোৱে ১৫০৪ বোলে। দেৎছা বা দেৎছোং ফাৰ ১৫৩৬ ত মৃত্যু হয় আৰু মহামাণিকা বা মহামাণিক্য তেওঁৰ পৰা উৰ্দ্ধতন পঞ্চম পুৰুষ গতিকে এই পাঁচ পুৰুষৰ বাবে দেড়শত বছৰ এৰিলে মহামাণিক্য তথা মাধৱ কন্দলীৰ কাল চতুৰ্দশ শতাব্দীৰ আগছোৱা পোৱা হয়।

পাছে এই বিচাৰতো আসোঁৱাহ নোলোৱা নহয়, পোনতে, কি শিলালিপি, কি তাম্ৰ ফলি বা আন লিপি, সকলোতে এই কছাৰী বা বড়ো ৰজাসকলে নিজক হয় হেড়ম্বেশ্বৰ নতুবা হৈড়ম্বাধিপ বা হেড়ম্বপতি বুলিছে; কিন্তু ক'তো "বৰাহী" বুলি নিজক

কোৱা নাই। ইয়াতে কামৰূপৰ শেষৰ দুজন পাল ৰজা ইন্দ্ৰপাল আৰু ধৰ্মপালৰ তাম্ৰ ফলিত তেওঁলোকে নিজক 'বাৰাহ" বুলি চিনাকি দিছে, আৰু কপিলী উপত্যকালৈকে এওলোকৰ ৰাজ্য বিস্তৃত আছিল। গতিকে এই বংশৰ কোনোবা এজনক সেই "ৰবাহী" ৰজা বুলিলে মাধৱ কন্দলীৰ কাল দুশ বছৰমান উজাই আহে। এওলোকৰ মতে সেইদেখি 'বাৰাহ'ৰ ঠাইত 'বৰাহ' কৰা আৰু সেইদৰে মহামাণিক্য আৰু মাণিক্য স্বৰূপতে মহামাণিফা আৰু মাণিফাৰ ঠাইত লিপিকাৰৰ প্ৰমাদ কিন্তু বিচাৰপতি যা আদিত "ফা' শব্দই যেতিয়া ৰজা বুজায় তেতিয়া 'ৰজা মাণিফা' লিখিলেও অলঙ্কাৰ শাস্ত্ৰৰ ঘাটি নালাগিব নে? তদুপৰি ভূমি (পৃথিৱী) আৰু বৰাহৰ মিলনৰ ফলত জন্ম পোৱা নৰকৰ বংশইহে অকল ভূমিপাল পাল বা বৰাহ উপাধি দাবী কৰিব পাৰে যদি বোলা হয় সিও হাকুটি লগোৱা অৰ্থহে হয় কিয়নো ভূৰ (পৃথিৱীৰ) একো খণ্ডত ৰাজত্ব কৰা বাবে প্ৰতি ৰজাই ভূপতি ভূমিপাল ভূপাল বা পাল আৰু সৰহ নালাগে স্বুইদেনৰ ৰজাসকলেও হেনো নৰক বংশৰ দৰেই পৃথিৱী আৰু বৰাহৰ মিলনৰ পৰা উৎপত্তি পোৱা বুলি দাবী কৰে।

দেবেন্দ্ৰনাথ বেজবৰুৱাৰ মতে বিজয় মাণিক (১৫৬৪-৮০) ধনমাণিক (১৫৯৬-১৬০৫) যশমাণিক (১৬০৫-২৫) আদি কেইবাজনো জয়ন্তীয়া ৰজা আছিল, মহামাণিক্যও এওঁলোকৰে কোনোবা এজন হব পাৰে, কিন্তু এই মত বুৰঞ্জীয়ে সমৰ্থন নকৰে যিহেতুকে পৰ্বতৰায়ৰ (১৫০০-১৬) সৈতেহে শঙ্কৰদেৱৰ জন্মৰ আঢৈ কুৰি বছৰৰ পাছত এই জয়ন্তীয়া বংশৰ উৎপত্তি হয়। কিন্তু ত্ৰিপুৰাৰ ৰজা ৰত্নফাই বোলে (১৩৮২-১৩৮৬) ছুলটান্ টুগ্ৰলখানক এটি বহুমূলীয়া মণি উপহাৰ দি মাণিক্য উপাধি লৈছিল, আৰু ৰত্নমাণিক্যৰ পাছত প্ৰতাপমাণিক্য আৰু এওৰ ভায়েক মুকুটমাণিক্য যথাক্ৰমে ৰজা হয়। এওঁলোকৰ পাছত মহামাণিক্য (১৩৯৬-১৪০৬? - ১৪১৩?) আৰু তাৰ পাছত এওঁৰ পুতেক ধৰ্মমাণিক্য ত্ৰিপুৰাৰ ৰাজপাটত বহে, কনকলাল বৰুৱাৰ মতে এই ধৰ্মমাণিক্যৰ আমোলতে শুক্ৰেশ্বৰ আৰু বাণেশ্বৰ নামে দুজন অসমীয়া পণ্ডিতে ত্ৰিপুৰা ৰাজমালা ৰচে আৰু এয়ে হলে এওঁৰ পিতৃয়েক মহামাণিক্যৰ ৰাজত্বতে চতুৰ্দশ শতিকাৰ শেষ হোৱাত মাধৱ কন্দলীয়ে অসমীয়া ৰামায়ণ ৰচনা কৰা সম্ভৱপৰ।

এতেকে ত্ৰিপুৰাৰ ৰজা মহামাণিক্যকে মাধৱ কন্দলীৰ পৃষ্ঠপোষক আৰু চতুৰ্দশ শতাব্দীৰ শেষ হোৱাকে মহামাণিক্য তথা মাধৱ কন্দলীৰ কাল বুলি ঠাৱৰোৱা হয়, তেতিয়া হলে শ্ৰীশঙ্কৰদেৱৰ "উত্তৰাকাণ্ড" পূৰ্ব্বকবি অপ্ৰমাদী, মাধৱ কন্দলী আদি, বিৰচিলা পদে ৰাম কথা" (১১।৬) আৰু মাধৱদেৱৰ আদিকাণ্ডৰ "বাল্য

চৰিত্ৰ বিৰচি আছন্ত মহা মহা কবিজনে (২৫।১৫) বাক্য সাৰ্থক হয়। বৰ্তমান নগাঁও জিলাৰ সদৰৰ ১২ মাইল দখিণ-পূবে থকা কদলী মৌজাৰ কন্দলী গাঁও বা সেই জিলাৰ আলিপুখুৰী বোলা ঠায়েই তেওঁৰ প্ৰায় তিনিকুৰি বছৰৰ পৰবৰ্তী শ্ৰীশঙ্কৰদেৱৰ দৰেই মাধৱকন্দলীৰ জন্মস্থান এই দুই মতৰ পিছৰটিয়েই পুৰণি আৰু এতিয়া অখণ্ডিত। মাধৱ কন্দলীয়ে তথা অনন্ত কন্দলীয়ে তথা বাল্মীকিয়েও পাঁচকাণ্ড ৰামায়ণহে ৰচিছিল বোলা হৈছে মূল ৰামায়ণৰ পাঁচকাণ্ডত ৰামক আদৰ্শ মানৱৰূপে দেখুওৱা হৈছিল, পাছত তেওঁত ঈশ্বৰত্ব আৰোপিবৰ বাবে আগে-গুৰিয়ে আদিকাণ্ড-উত্তৰাকাণ্ড যে জোৰা দিয়া হৈছে মূল পাঁচকাণ্ডৰ তুলনাত এই দুই কাণ্ডৰ ভাষাৰ অৰ্বাচীনতাই প্ৰমাণ বুলি প্ৰাচ্য-পাশ্চাত্য অনেক আধুনিক পণ্ডিতে আঙুলিয়াইছে।

বাল্মীকিগিৰিসম্ভূতা ৰামাম্ভোনিধিসঙ্গতা। শ্ৰীমদ্ৰামায়ণী গঙ্গা পুণাতি ভুবনত্ৰয়ম।। ৰামায়ণ-ৰূপিণী গঙ্গা বাল্মীকি-স্বৰূপ পৰ্বতৰ পৰা ওলাই ৰাম ৰূপ সাগৰত পৰি তিনিও ভুবন পৰিত্ৰাণ কৰা কথা সচাকৈয়ে নামানি নোৱাৰি। ৰামায়ণ আৰু মহাভাৰতক আকৌ গঙ্গা আৰু সিন্ধুৰ লগতো তুলনা কৰে, এই দুই নৈয়ে যেনেকৈ নানান শাখা-উপশাখাৰে সদৌ আৰ্য্যাবৰ্ত্ত সাৰুৱা কৰিছে, সেই দুই মহাকাব্যয়ো তেনেকৈ ভাৰতীয় সভ্যতা আৰু সংস্কৃতিক চিৰকাল জীপ দি আহিছে। সেইহে প্ৰাচীন কালৰ পৰা বৰ্তমানলৈকে ভাৰতীয় মাত্ৰা ভাষা কিয়, ভাৰতৰ বাহিৰৰো বিভিন্ন ভাষালৈ ৰামায়ণ অনূদিত হৈছে। কোনোৱে প্ৰায় ২৫০খৃঃত চীনা ভাষালৈ ৰামায়ণ অনূদিত হৈছিল বুলি কয় কিন্তু এই কথা ঠাৱৰোৱা যোৱা নাই। ডক্টৰ বুল্‌হ্ ব্লকে তিব্বত, ইণ্ডচীন আৰু জাভা দ্বীপৰ ভাষাত কেইবাখনো ৰামায়ণ পঢ়িবলৈ পাইছে বুলি জনাইছে। স্বৰূপতে ৰাম আৰু ৰাৱণ, অযোধ্যা আৰু লঙ্কা, আৰ্য্য আৰু অনাৰ্য্য সুৰ আৰু অসুৰ, ভিন্ন সভ্যতা আৰু সংস্কৃতিৰ প্ৰতীকৰূপে বৰ্ণোৱা, আৰু সীতাহৰণ উত্তৰ-ভাৰতীয় কৃষি সভ্যতাৰ দিবলুৰ দ্ৰাবিড় দেশত বিস্তাৰ বুলিও বুজিব পাৰি। বুদ্ধদেৱৰ পৰবৰ্তী কালত পালি ভাষালৈ, নৱম শতিকাত দ্ৰাবিড়ী তামিল ভাষালৈ, আৰু একাদশ শতিকাত জৈন সাহিত্যলৈ ৰামায়ণ অনূদিত হৈছিল, যাহওক মূল বাল্মীকি ৰামায়ণ কিমান পুৰণি হওক, ৫০০ খৃঃ পূৰ্বাব্দতহে ই বৰ্তমান মৌলিক গঢ় পাইছে বুলি পণ্ডিতসকলে স্বীকাৰ কৰে।

ভাৰতীয় প্ৰাদেশিক ভাষাৰ ভিতৰত চতুৰ্দশ শতিকাত ৰচা মাধৱ

কন্দলীৰ এই অসমীয়া ৰামায়ণেই আটাইতকৈ পুৰণি বুলি প্ৰমাণিত হয়। 'আদিত্যবাৰ শ্ৰীপঞ্চমী পূৰ্ণ মাঘমাস। তথি মধ্যে জন্ম লভিলাম কৃত্তিবাস।' এই উক্তিৰ পৰা ১৪৩২ খৃ ৰ মাঘী সংক্ৰান্তিত কৃত্তিবাসৰ জন্ম বুলি ধৰা হয় আৰু তুলসীদাসৰ জন্ম ১৫৮৯খৃঃ মৃত্যু ১৬৮০ ৰামায়ণ-ৰচনাৰ আৰম্ভকাল ১৬৩১খৃ । এতেকে বঙলা আৰু হিন্দী ৰামায়ণ মাধৱ কন্দলীৰ অসমীয়া ৰামায়ণতকৈ সেই অনুপাতে এশৰ পৰা তিনিশ বছৰমানৰ পিছৰ। প্ৰাচ্যবিদ্যামহাৰ্ণৱ নগেন্দ্ৰনাথৰ বিশ্বকোষ 'ৰ মতে মাৰাথীত ৮ তৈলঙ্গীত ৫ তামিলত ১২ উৎকলত ৬ হিন্দীত ১১ আৰু বঙলাত ২৫ খন সুকীয়া ৰামায়ণ আছে। অসমীয়াতো সেইদৰে মাধৱ কন্দলী আৰু অনন্ত কন্দলীৰ বাহিৰে গীত-পদ্য-গদ্যত আন কেইবাখনিও ৰামায়ণ আছে উত্তৰ-বৈষ্ণৱ যুগৰ অনন্ত ঠাকুৰে ৰচা এখন ৰামায়ণত শঙ্কৰদেৱৰ শিশুকালৰ এজন শিক্ষক কলাপচন্দ্ৰ দ্বিজই এখন ৰামায়ণ-চন্দ্ৰিকা লিখিছে বুলিছে আদিকাণ্ড উত্তৰাকাণ্ডৰ লগতে অযোধ্যা কাণ্ডৰ বাহিৰে কবি দুৰ্গাবৰে ৰচনা কৰা চাৰিকাণ্ড ৰামায়ণ পোৱা হৈছে বিদ্যা পঞ্চাননৰ পাতালীকাণ্ড ৰামায়ণ আৰু গঙ্গাৰামৰ সীতাৰ বনবাসৰ বাহিৰে ৰঘুনাথৰ গদ্য ৰামায়ণ উল্লেখযোগ্য এজন অজ্ঞাত অসমীয়া কবিৰ লৱকুশৰ যুদ্ধ ও অসমীয়া ৰামায়ণৰ ভিতৰুৱা।

সাত(?) কাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলোঁ
লম্ভা পৰিহৰি সাৰোদ্ধৃত।
মহামাণিক্যৰ বোলে কাব্য-ৰস কিছু দিলোঁ
দুগ্ধক মথিলে যেন ঘৃত ।।
পণ্ডিতলোকৰ যেৱে, অসন্তোষ উপজয়
হাতযোৰে ব্যেলোঁ শুদ্ধ বাক।
পুস্তক বিচাৰি যেৱে নৈত কথা নপাৱাহা,
তেৱে সৱে নিন্দিবা আমাক ।। ২৫"

মাধৱ কন্দলীৰ লঙ্কাকাণ্ডৰ এই ভণিতাতে এই ৰামায়ণৰ মৰ্মবাণী সোমাই আছে বুলি বুজিব পাৰি, ই বাল্মীকি ৰামায়ণৰ মূলগত অথচ সংক্ষিপ্ত ভাঙনি,

কেৱল তাত কবিৰ ব্যক্তিগত আৰু জাতিগত প্ৰতিভাৰ বেখাপাত হৈছে। কিষ্কিন্ধ্যাকাণ্ডৰ সামৰণিত কবিয়ে আকৌ কৈছে (২৬।৭১-৭৮ )-

এহিমানে কিষ্কিন্ধ্যাৰ ভৈলা সমাপতি । দ্বিজৰাজ মাধৱ কন্দলী নিগদতি।।
শুনিলাহা সামাজিক ৰামৰ চৰিত্ৰ । নানাৰসে ৰসৱন্ত পৰম পৱিত্ৰ ।।
আক শুনি হুয়ো সৱে মনত সন্তোষ কিন্তু বঢ়া-টুটা নধৰিবা গুণ-দোষ ।।
বাল্মীকি ৰচিলা শাস্ত্ৰ গদ্য-পদ্য ছন্দে । তাহ্যক বিচাৰ আমি কৰিয়া প্ৰবন্ধে।।
আপোনাৰ বুদ্ধি অৰ্থ যিমত বুঝিলোঁ। সঙ্খেকপ কৰিয়া তাক পদ বিৰচিলোঁ।।
সমস্ত ৰসক কোনে জানিবাক পাৰে । পক্ষীসৱ উৰই যেন পথা অনুসাৰে ।।
কবিসৱ নিবন্ধয় লোক ব্যৱহাৰে । কতো নিজ কতো লম্ভা কথা অনুসাৰে।।
দেৱবাণী নুহি ইটো লৌকিকসে কথা । এতেক ইহ্যাৰ দোষ নলৈবা সৰ্ব্বথা।।"

সুন্দৰাকাণ্ডৰ ভণিতাতো সেই মৰ্ম্মেই কবিয়ে সামৰিছে (৪১।৮-১২) । অসম্পূৰ্ণ হলেও মাধৱচন্দ্ৰ বৰদলৈৰ প্ৰকাশিত ৰামায়ণৰ আগতে ১৮৯৭ ত বেণুধৰ ৰাজখোৱাৰ পাতনিৰে এখন অসমীয়া ৰামায়ণ গণেশৰাম আগৰৱালাৰ দ্বাৰা প্ৰকাশিত হয় । মাধৱচন্দ্ৰ বৰদলৈ আদিৰ সম্পাদিত ৰামায়ণতো এনেবোৰ বাক্য আধুনিক যেন লাগে, অযোধ্যাকাণ্ডত ঘোড়াৰ পিঠিত মই অজয় পাথৰ। (৭।৬) 'অৰি বিমৰ্দ্দন সাজ্জাতে মই যম। (৭।৭) সেনাপতি যুথপতি মন্ত্ৰী সন্ধিকৈ। (২৩।১৪) অৰণ্যকাণ্ডত, "আপোনাৰ প্ৰাণ খালি ৰাখিবাক চাইলি।" (৮।১৫) 'টাঙ্গি চুৰি কটাৰি শকতি ধনুশৰ।" (৮।২৯) সুন্দৰাকাণ্ডত "ৰাজাৰ কুমাৰ অঙ্ক যেতিয়া পৰিল" (২৪।১৬) "ধৰিৰ নোৱাৰ যেৱে সমৰত মাৰ" (২৪।২৮) " ডাঙ্গৰ দীঘল আছিলেক কলেবৰ" (২৭।৪২) লঙ্কাকাণ্ডত "বাপেকৰ চৰণত বন্দিলা সাদৰে" (২৫।৩৪) "উপায় বোলোহোঁ ঝাণ্টে আনাগৈ ঔষধি। (২৭।২)ইত্যাদি।কিন্তু ইয়াৰ লগে লগে অনেক শব্দ বা বাক্য প্ৰাচীন গন্ধী যেনো লাগে • অযোধ্যাকাণ্ডত "উপৰে শকতি ধনু নৰাচ কটাৰ ।" (১।২০), "মহামহা বীৰৰ হৃদয় কোথে কোড়োঁ । খাণ্ডাৰ প্ৰহাৰে আজি বিপুলিৰ তোড়োঁ ।।" (৭।৯), "দাৰ সুহাৱন মোৰ নোহে চন্দ্ৰহাস । টোন হাত সুহাৱন নোহে বনবাস।।" (১০।৫৫), ইত্যাদি । এই দুই বিধৰ উদাহৰণ অলেখ দিবলৈ আছে ।

ভাঙনি হলেও এই "অপ্ৰমাদী" পূৰ্ব্বকবিৰ ৰচনাত তেওঁৰ ব্যক্তিগত আৰু জাতিগত প্ৰতিভা একেলগে কিদৰে প্ৰস্ফুটিত হৈছে, তাক অকল অযোধ্যাকাণ্ডৰ বৰ্ণনাৰ পৰাই বুজিব পাৰি । ধনুৰ্দ্ধৰ কবি ৰাম-লক্ষ্মণে যেতিয়া সীতাৰ সৈতে অযোধ্যা প্ৰবেশ কৰে —

"চন্দ্ৰৰ উদয়ে যেন কুমুদ প্ৰকাশ। ৰামক দেখিয়া সৰ্ব্বজনৰ উল্লাস।।
ৰাজ্যৰ পাতন যেন স্বৰ্গৰ ভুবন। সুপক্ক কদলী কইল বাহিৰে তোৰণ।।
ৰাম সীতা আগমন দেখি সৰ্ব্বলোকে। থানে থানে উৰুলি পাৰয় ঝোকে ঝোকে।।
থাপিলন্ত গৃহৰ সুবৰ্ণময় ঘট। কন্যাসৱে পাৰিল বাটত নেতপট।।
হাসো হাসো কৰে পুৰী অযোধ্যা সম্প্ৰতি। নৃত্যগীত বাদ্যে যেন দেখি অম্ৰাৱতী।।"

এইদৰেই সুন্দৰাকাণ্ডত লঙ্কাৰ বৰ্ণনাতো এই পূৰ্ব্বকবিয়ে যথেষ্ট নিপুণতা দেখাইছে,

লঙ্কাপুৰী দেখিলন্ত ত্ৰিকূট উপৰে। দুতী অম্ৰাৱতী যেন সমুদ্ৰ ভিতৰে।।
ৰাৰয় বসন্তে অনুকূলে বহে বায়। ষড ঋতু নছাডয় কোকিলৰ ৰাব।।
ঠাৱে ঠাৱে দেখন্ত ৰাক্ষসে পঢে বেদ। শাস্ত্ৰসব পঢন্ত শুনন্ত অবিচ্ছেদ।।
সুবৰ্ণৰ হংস লড় অলি চক্ৰবাক। সুবৰ্ণৰ শৰালি উডয ঝাকে ঝাক।।
সুবৰ্ণৰ ময়না ভাটৌ চুটিয়া শালিক। সুবৰ্ণৰ কপৰতি কিঙ্কা পুণ্ডৰীক।।
ৰঙ্গথানে কৌতূহলে ৰাক্ষস মিলিলা। কৌতূহলে খেলাৱয় সুবৰ্ণৰ ঘিলা।।

সেইদৰেই অযোধ্যাকাণ্ডত চিত্ৰকূটত ৰাম-সীতাৰ মনোভাব বৰ্ণনা –

বসন্ত সময়ে কাম ৰাজাৰ পয়ান। পুষ্পৰ ধনুত আৰোহিয়া পঞ্চবাণ।।
সেনাপতি লৰি ভৈল মলয়ৰ বায়। মহা বীৰনাদ ভৈল কোকিলৰ ৰাব।।
পক্ষীগণ ৰাৱে যেন বাৱে বাদ্যভণ্ড। নাগেশ্বৰ ফুল কাম নৃপতিৰ দণ্ড।।
কোকিল ভ্ৰমৰ পক্ষী ময়ূৰৰ ৰাৱে। কাম-ব্যাধি পীড়িয়া নসহে মোৰ গাৱে।।
মন্দাকিনী নদীত দেখিয়া পক্ষীগণ। সীতাক সম্মুখি ৰামে বুলিলা বচন।।
ৰাজহংস দেখা সীতা তোমাৰ গমন। চক্ৰবাক যুগল তোমাৰ দুই তন।।
জনকৰ জীয় দেখ নদী মন্দাকিনী। তোমাৰ সদৃশ সুশোভিত মধ্যক্ষিণী।।
চিত্ৰকূট পৰ্ব্বতক দেখিয়োক সীতা। পকা আমে গৌৰবৰ্ণ কৰিল চৌভিতা।।
ওপৰত মেঘ যেন দেখিয় শোভন। বাঢ়িল নিকলি যেন পৃথিবীৰ তন।।
শিখৰী ওপৰে মন্দাকিনী শুক্ৰজল। তনক ঢাকিয়া যেন বস্ত্ৰৰ অঞ্চল।।"

এই শেষৰ কেশাৰীৰ লগত কালিদাসৰ পূৰ্ব্বমেঘৰ অষ্টাদশ শ্লোক তুলনীয় –

"ছন্নোপান্তঃপৰিণত ফলদ্যোতিভিঃ কাননাম্ৰৈ
ত্বয্যাৰূঢে শিখৰমচলঃ স্নিগ্ধবেণীসবৰ্ণে।
নূনং যাস্যত্যমৰমিথুন-প্ৰেক্ষণীয়ামৱস্থাং
মধ্যে শ্যামঃ স্তন ইৱ ভুবঃ শেষবিস্তাৰপাণ্ডুঃ।।"

উিকতাৰ ৰূপ-বৰ্ণনাত মাধৱ কন্দলীৰ নৈপুণ্য-প্ৰকাশো বিশেষ মন কৰিবলগীয়া। অযোধ্যা কাণ্ডত সীতাৰ ৰূপ-বৰ্ণনাটি শঙ্কৰদেৱৰ ৰাম-বিজয় নাটত সীতাৰে আৰু ৰুক্মিণীহৰণ কাব্য আৰু নাটৰ বৰ্ণনাত ৰুক্মিণীৰে তুলনীয় :–

"ভ্ৰূৰযুগ ধনুত কটাক্ষ যেন শৰ । চমকিয়া ৰাহু গৈল গগন ওপৰ ।।
নীলোৎপল দল সম নয়ন যুগল। দেখি মুনিগণ হোৱে মোহিত সকল।।
নাসা ভৈল তিল ফুল বন্দুলি অধৰ। মুকুতা পংকেতি দন্তপাত্তি মনোহৰ।।
মনোহৰ অধিক অধিক বিম্বফল । তিনি ৰেখা সমুজ্জ্বল সুশোভিত গল ।।
বাহু দুইখানি তোৰ মৃণালত সৰি । উদৰত ত্রিবলি কামৰ সাতসৰি ।।
হৰকোপ-বহ্নি পীড়ে খুজি নাপাই জুৰ। নাভি-সৰোবৰে কামদেৱে দিল বুৰ ।।
নিজ পুৰ পশি কামে মুদিল দুৱাৰ। উদৰৰ লোম পান্তি ধূম ভৈল তাৰ ।।
ডম্বৰুৰ মধ্যদেশ সদৃশ কঙ্কাল। কাঞ্চিয়ে ৰঞ্জিত অতি নিতম্ব বিশাল ।।
অমৃতৰ কূপ সম মন্মথৰ পুৰ । সৰস জঘন তাৰ প্ৰকাশে প্ৰচুৰ ।।
সুকুমাৰ উৰু ৰাম-কদলীৰ সম । জঙ্ঘা দুইৰ কান্তি আতি দেখি মনোৰম ।।
সুগুপুত গ্ৰন্থি আতি ৰঙ্গা দুই পাৱ। নৱ কিশলয় দল সদৃশ স্বভাৱ ।।"

স্ত্রী চৰিত্র আৰু তিক্তভাৱ ভিতৰ-জগতৰ কথা সীতাৰ একাকি কথাত মাত্র ব্যক্ত হৈছে ৰামে সীতাক এৰি বনলৈ যাব খোজাত –

চম্পক কলিকা যেন মোৰ কলেৱৰ । লুণ্ডি-ঘুণ্ডি আছিলাহা যেহেন ভ্রমৰ ।।
যেৱে আসি বিকশিত হৈল ফুল-ফল। উপভোগ এৰি কেন কৰাঁহা নিষ্ফল।।'

সৰহ নালাগে সীতাহৰণৰ পূৰ্ব-মুহূৰ্তত ৰাৱণৰ মুখত অৰণ্যকাণ্ডত সীতাৰ ৰূপৰ যি বৰ্ণনা দিয়া হৈছে, সিও শ্রীশঙ্কৰদেৱৰ সুযোগ্য পূৰ্বকবিৰ উপযুক্ত প্রাচীন বৰ্ণনা –

তোহ্মেৰ বদন পূৰ্ণচন্দ্ৰৰ উদয় । চামৰক জিনিয়া প্রকাশে কেশচয় ।।
ভ্ৰূৰ যুগ জ্বলৈ যেন চাপ মদনৰ । মনোহৰ কটাক্ষ কামৰ পঞ্চশৰ ।।
কুণ্ডল শ্রৱয় দেখি মিলিল তৰাস । তোৰ মুখ দেখি ৰাহু গৈল সমীপাশ ।।
যুৱত মোহন কিনো অধৰৰ কান্তি । সুপক্ক দাড়িম বীজ দশনৰ পান্তি ।।
বদন উপৰে দুই নয়ন জ্বলয় । খঞ্জন যুগল যেন কমলে চৰয়।।
ললিত বলিত নিৰন্তৰ স্তন-ভাৰ । উপৰত পৰি জ্বলৈ গজমতি হাৰ ।।
গগনত যেন চন্দ্ৰ-ৰেখা দ্বিতীয়াৰ । আতিশয় ৰঞ্জয় গঞ্জয় যত তাৰা।
ৰাতুল কমল যেন পদতল তোৰ। বলিত অঙ্গুলী যেন চক্ৰকৰ কোৰ ।।
ত্রিবলিত উদাৰ কঙ্কাল আতি সৰু। সাক্ষাত দেখিয়া যেন হৰৰ ডম্বৰু।।
সুবলিত বাহু পীন নিতম্ব জঘন। ৰাতুল চৰণ যুগে মোহে মুনিগণ।।
দেখি তোৰ লীলাগতি আতি বন মাজে । মত্ত গজ গুচি গৈল সৰোবৰ মাজে।।
বজ্ৰকাঞ্চি কঙ্কণ নূপুৰ কণকুণ। জলে পশি থাকিল সকলে হংসগণ।।

তোৰ ৰূপে অলঙ্কাৰ শোভে আতিশয় । কমল প্ৰকাশে যেন ৰবিৰ উদয় ।।
জগতৰ ৰূপ-গুণ একত্ৰ কৰিল । অনেক প্ৰবন্ধে তোক বিধিয়ে গঢ়িল ।।

এই অৰণ্যকাণ্ডৰে প্ৰথম অধ্যায়ত উৰ্ম্মিলাৰ বৰ্ণনাও অতি মনোৰম—

'আপোনাৰ জীউ আছে জনক ৰাজাৰ। কনিষ্ঠা উৰ্ম্মিলা নামে বহিনী আমাৰ।।
ত্ৰৈলোক্য মোহিনী কন্যা মহা ৰূপৱতী । সুন্দৰ নাসিকা দন্ত মুকুতাৰ পান্তি ।।
মৃণাল যুগল বাহু কৃশ মধ্য দেশ । কমল-নয়নী আতি আকুঞ্চিত কেশ।।
বন্দুলিকো জিনিয়া অধৰ ৰুচিকৰ । পূৰ্ণচন্দ্ৰ জিনি মুখ পদ্ম সমসৰ ।।
কৰ্ণত কুণ্ডল কম্বুকণ্ঠ মনোহৰ । উন্নত কঠিন স্তন ত্ৰিবলি উদৰ।।
গলে গজমুক্তা শোভে সাতসৰি হাৰ । বাহুত কঙ্কণ টাড বলয়া সোণাৰ ।।
ৰত্নৰ শলকা সম আঙ্গুলিৰ পান্তি। আঙ্গুঠি উজ্জ্বল নখ-চন্দ্ৰে কৰে কান্তি।।
জঙ্ঘা মনোহৰ উৰু যেন ৰামকল । ৰত্নৰ নূপুৰে শোভে চৰণ যুগল।।
চম্পাৰ পাকৰি সম আঙ্গুলিৰ পান্তি । উজটী উজ্জ্বল নখ মণি কৰে কান্তি ।।
আৰকত পদহস্তে প্ৰকাশে কমলে । শৰীৰৰ কান্তিএ চন্দ্ৰতো কৰি ঝলে।।
চন্দ্ৰকলা সম বাঢ়ে গজেন্দ্ৰ গমন । লক্ষ্মীসম ৰূপে-গুণে মোহে মুনিগণ।।

মনস্তত্ত্বমূলক বৰ্ণনাতো মাধৱ কন্দলী সিদ্ধহস্ত আছিল । অযোধ্যাকাণ্ডত ৰাম দশৰথৰ পৰস্পৰ ওপৰা-উপৰি কথাৰ বৰ্ণনা —

'সুমন্ত্ৰ মন্ত্ৰীক বুলিলন্ত ৰামে 'শীঘ্ৰে ৰথখান ডাক।
শুনৰে সুমন্ত্ৰ নাডাকিবি ৰথ' দশৰথে দেন্ত হাক।।
'নযা থাক থাক 'ডাক ডাক ডাক', উথলিল দুই বোল।
সুমন্ত্ৰ মন্ত্ৰীৰ মন দোধা ভৈল কৰয় চিত্ত আন্দোল।।"

এই একেদৰেই বিভৎস বা হাস্যৰসৰ বা অৱতাৰণাতো মাধৱ কন্দলী হীন নাছিল সুন্দৰাকাণ্ডৰ ৮ম-৯ম অধ্যায়ত দিয়া ৰাক্ষসৰ বৰ্ণনা ঃ—

'হাণ্ডি চিঙ্গালিৰ বৰ্ণ বিহাড়া সোগড়া । বিকৃত খসুৰা লালি গণ্ডা কুজা খোৰা ।।
অঙ্গলাৰ কান্ধত পেঙ্গুৰা যাই চড়ি । পেঙ্গুৰাৰ উদ্দেশে অঙ্গলা কাঢ়ে ভৰি ।।
কতো কুজা কতো খোৰা কতো গোট কণা। কতোহো নাৰঙ্গা সোভা কুণ্ডলীয়া শোলা ।।
চালিয়া বিলুনিয়া পিটুৱা কতো গোধা । গলগুীয়া কতোহো সুনিয়া জোলা জোধা।।"

সুন্দৰাকাণ্ডৰ চতুৰ্দশ অধ্যায়তে ৰাক্ষসিনীৰ বৰ্ণনাও হাঁহি-উঠা—

"শিংশপা বৃক্ষক দেখিলন্ত কতোক্ষণে । গুৰি গোট বেড়ি আছে ৰাক্ষসিনীগণে ।।
বিকৃত বিভাস কতো পেচাৰ স্বভাৱ । ভেকুৰা স্বভাৱ কতো দেখিতে কুভাৱ ।।

কতো ঊৰ্দ্ধ নাসিকা হস্তীৰ যেন শুণ্ড । গাৰ গোট কৃশ দেখি টোলবিয়া মুণ্ড ।।
কতো নাক চেপেটা পতিলা গোটমান। গাৰত পবয় হালি কুলা হেন কাণ।।
অজামুখী গোমুখী শূকৰ শ্বানমুখী। গোলৈ-পেটী উৰু হাতে নপাবয় ঢুকি ।।
বিহুৰিয়া আছয় হস্তীৰ যেন দান্ত। ছাগলৰ হেন মুখ সিংহৰ আক্ৰান্ত ।।
কেহোঁজনীৰ মুণ্ড কেশাইল যেন দল। দুই তন লম্বিত সাক্ষাতে যেন ঢোল।।
কতো কাণী কতো খুৰী কতোহো গলণ্ডী। কনৈয়াৰী গঞ্জকাৰী প্ৰচণ্ডী চামুণ্ডী ।।
আগ-গুৰি সৰু যেন শিলিখাৰ ভাঞ্জ । হাসন্তে দেখিয় যেন দশনৰ মাঞ্জ ।।
আলখনী পিশাচনী কুলক্ষী ছাৰী । এৰৈক শোৰতে পীয়ে মদ্য একো জাৰি ।।
এক পাৰ দুই পাৰ তিনি পাৰ চাৰি । জিগুখন মেলি থাকে শৰীৰ আবৰি।।
এক আখি দুই আখি কাৰো তিনি আখি । দুই কাণ হালৈ যেন চটকৰ পাখি ।।”

মাধৱ কন্দলীৰ অসমীয়া ৰামায়ণৰ লগত কৃত্তিবাসৰ বঙলা ৰামায়ণক কোনো কোনোৱে তুলনা কৰিব খোজে, কিন্তু সি যেনে অন্যায় তেনে অবান্তৰ আৰু অপ্ৰাসঙ্গিক কিয়নো বঙলা ৰামায়ণ সংস্কৃতৰ ভাঙনি নহয় আনৰ মুখে বাল্মীকি ৰামায়ণৰ অৰ্থ শুনি স্বাভাৱিক কবিত্ববশত কৃত্তিবাসে তাক বঙলা পদত গায়। মাধৱ কন্দলী পণ্ডিত কবি আছিল গতিকে তেওঁ ‘পুস্তক বিচাৰি যেৱে তৈত কথা নপাবাহা তেৱে সৱে নিন্দিবা আমাক’ বুলি বুকু ডাঠি আহ্বান জনাব পাৰিছিল কৃত্তিবাস কথক বা গায়ক কবি আছিল এতেকে সংস্কৃত ৰামায়ণৰ অৰ্থ শুনি মনত থকা আৰু মনে গঢ়া কথাৰে ৰামায়ণ -কাহিনী গাইছিল গুণেই তাত বাল্মীকিৰ লগত মিলা-নিমিলা নানা কথা গুলায় । গোবৰৰ ভেকৰ লাইৰ দৰে প্ৰেম-প্ৰৱণ বঙালী কবিৰ কল্পনা-বিলাসিতাত পৰি কৌশল্যাৰ কোলাত বহি থকা ৰামচন্দ্ৰ —

“পৰম বৈষ্ণৱ তাৰা ভাই দুই জন । চতুৰ্ভুজ ৰূপ দেখিলেক নাৰায়ণ।।
শঙ্খ চক্ৰ গদা পদ্ম চতুৰ্ভুজ কলা । কিৰীটি কুণ্ডল গলে হৃদে বনমালা।।”

কিন্তু বাল্মীকিৰ তথা মাধৱ কন্দলীৰ ৰামচন্দ্ৰ সদায় এজন আদৰ্শ পুৰুষ, মহামানৱ। অযোধ্যা কাণ্ডত ভৰতে যেতিয়া পালি-পহৰীয়া লৈ ৰামক বনৰ পৰা ওলটাই আনিবলৈ আৰু লাগিলে ৰামৰ সলনি নিজে পিতৃবাক্য পালি বনবাস খাটিবলৈ গৈছে, তেতিয়াও ৰামৰ উত্তৰত ভেওঁৰ সেই আদৰ্শ চৰিত্ৰই ফুটি ওলাইছে —

“সবাকো বোলন্ত ৰামে কৰি দৃঢ় মন । সবে লোকে মোক ৰহ কৰা কি কাৰণ ।।
জলৰ বুদ্বুদ যেন অথিৰ জীৱন । আমি কেনে এৰিবোহো বাপৰ বচন।।...

বৰিষণ জল যেন শোষে ৰবিজালে । সংহৰয় সবাকো দুৰ্ব্বাৰ যমকালে ।।
পূৰ্ণ চন্দ্ৰমাৰ কান্তি হৰয় সকল । যেবে শুকাই পৰে সাত সাগৰৰ জল।।
পাতাল পৰ্যন্ত শতো পৃথিবী নসয় । মেৰু মন্দৰক আদি পৰ্ব্বত খসয়।।
সূৰ্য্য আদি গ্ৰহ খসি ভূমিত পৰিব । তথাপিতো আমি পিতৃবাক্যক নেৰিব।।
প্ৰাণৰ সংশয় যেবে মিলয় আমাৰ । তথাপিতো নযাইবে মোহোৰ অঙ্গীকাৰ ।।

কৃত্তিবাসৰ সীতাও ভীতা অবলা কিন্তু বাল্মীকিৰ তথা মাধৱ কন্দলীৰ সীতা আদৰ্শ শক্তিৰূপা বীৰাঙ্গনা। সীতাহৰণৰ সময়ত যি ৰাৱণক দেখি –

"তমুগ্ৰং পাপকৰ্ম্মাণং জনস্থানগতা দ্ৰুমা ।সংদৃশ্য ন প্ৰকম্পন্তে ন প্ৰবাতি স মাৰুত ।। শীঘ্ৰস্ৰোতাশ্চ তং দৃষ্টা বীক্ষন্তং ৰক্তলোচনম। স্তিমিতং গন্তুমাৰেভে ভয়াদ গোদাবৰী নদী।। সেই ৰাৱণে হাবিত অকলে পাই হৰণ কৰিব খোজাত তেওক মাধৱ কন্দলীৰ সীতাই কি নিৰ্ভীক উত্তৰ দিছিল –

"দাৰুণ বচন শুনি সীতা কুপিলন্ত। নিষ্ঠুৰ বচন তাক বুলিবে লৈলন্ত।।
হাওৰে ৰাৱণ বৰ্ব্বৰ নিশাচৰ । অবিলম্বে যাইবাক চাহ যম-ঘৰ ।।
ৰামৰ ঘৰিণী মোক ভজিবাক চাস । মৰিবাক লাগি কালকূট বিষ খাস।।
ত্ৰিশূলৰ ওপৰত নাচিবাক চাস । মহাপাপী হুয়া তই স্বৰ্গে কৰ আশ ।।
হুয়া জুই আঙুলী চন্দ্ৰক ধাৰ দেস । জ্বলন্ত অগ্নিক বেটা বস্ত্ৰে বান্ধি নেস ।।
তিখান খাণ্ডাত জিহ্বা ঘৰিবাক চাস । বহ্নিকুণ্ড মাজে যেন পতঙ্গৰ ৰাস ।।
ৰামৰ ভাৰ্য্যাক নীচ ৰাক্ষসে বাঞ্ছস । সূচিৰ মুখত দিয়া নয়ন জাণ্ডস।।
গলে শিলা বান্ধি এই তৰ সমুদ্ৰক । ক্ষুদ্ৰ পক্ষী হুয়া ধাৰ দেহ গৰুড়ক।।
বেঙ্গ হুয়া তেৰখৰ আগত মিলস । এণি সাপ হুয়া তই পৰ্ব্বত গিলস ।।
বিৰাল বাঘিনী সমে কৰ পৰিহাস । পৃথিবীৰ জন্তু আদিত্যৰ ধাৰে যাস।।
সিংহৰ ভাৰ্য্যাক শৃগালৰ অভিলাষ। শান্তী সীতা মোক তই ভজিবাক চাস।।
সুখৰ ভিতৰে তোৰ মতি ভৈল মন্দ । অবিলম্বে ৰামৰে ছেদিব দশ স্কন্ধ ।।
গৰুড়ৰে কাকৰে যেহ্নে পটন্তৰ । শিয়াল সিংহৰ হোৰে যেহ্নে অন্তৰ ।।
গিৰি-নদী সমুদ্ৰে অন্তৰ হোৰে যত । ৰাম দেবে তোহোৰ দেখয় সেহি মত।।
স্বপ্নে-জ্ঞানে মনে ৰাঘৱত দৃঢ় কায়া । চৰণে নুছুইবোঁ পৰ পুৰুষৰ ছায়া ।।"

মুঠতে কৃত্তিবাসৰ ৰাম-সীতা বঙালীৰ, আৰু মাধৱ কন্দলীৰ, তথা বাল্মীকিৰ ৰাম-সীতা অসমীয়াৰ, তথা ভাৰতীয়ৰ , আদৰ্শ নৰ-নাৰী, তথা দেৱ-দেৱী। দুৰ্ভাগ্যক্ৰমে, কৃত্তিবাসী

ৰামায়ণ অসমত কিছুকাল প্ৰচলিত থকা বাবে বাল্মীকি ৰামায়ণত নোহোৱা শ্ৰীৰামচন্দ্ৰৰ দুৰ্গোৎসৱৰ অকালবোধন আৰু ভগৱতীৰ পূজা আদি অসংখ্য ' মামুলি" কথা বহুতে' সচা বুলি ধৰে । কিন্তু প্ৰচলিত বাল্মীকি ৰামায়ণত নথকা দুই এটা কথা মাধৱ কন্দলীৰ পদ-ৰামায়ণ আৰু ৰঘুনাথৰ কথা-ৰামায়ণ উভয়তে কেনেকৈ সোমাবলৈ পালে তাকহে বিচাৰ কৰিব লগীয়া যাইকৈ মাধৱ কন্দলীয়ে মূলত নোহোৱা কোনো কথা লিখা নাই বুলি ডাঠি কৈছে যেতিয়া সেই সময়ত প্ৰচলিত বাল্মীকি ৰামায়ণৰ বিভিন্ন পাঠৰ কৰবাত সি নিশ্চয় আছিল। কৃত্তিবাসে বাল্মীকি ৰামায়ণ নপঢ়াকৈ তাত নথকা কথা লিখা বুলি নিজেই কৈছে—

'কৃত্তিবাস পণ্ডিত বিদিত সৰ্ব্বলোকে । পুৰাণ শুনিয়া গীত ৰচিলা কৌতুকে ।।
নাহিকে ইসব কথা বাল্মীকি বচনে। বিস্তাৰিত লিখিল অদ্ভুত ৰামায়ণে ।।"

মাধৱ কন্দলী আৰু ৰঘুনাথ উভয়তে থকা কিন্তু বৰ্ত্তমান প্ৰচলিত বাল্মীকি ৰামায়ণৰ পাঠত নথকা তেনে এটি কাহিনী অযোধ্যাকাণ্ডৰ (৩৫ অধ্যায়) পৰা দিয়া হ'ল—

'মৃগ হেতু লক্ষ্মণ চলিল আন ভিতি। শৃঙ্গাৰে থাকিলা ৰাম সীতায়ে সহিতি ।।
অনেক হৰিষ ভৈল ৰামৰ শৰীৰে। সীতাৰ উৰুত শিৰে শুইলা নদীতীৰে ।।
লক্ষ্মণ গৈলন্ত যেৱে মৃগ মাৰিবাক । সীতাৰ সন্নিতে বৃক্ষডালে পৰি কাক ।।
সীতাৰ ৰূপক দেখি কাক ভৈল ভোল । এক ঢ়েৰ কৰি গৈয়া চাপিলেক কোল ।।
ৰাঘৱৰ অতিশয় নিদ্ৰাক দেখিয়া । সীতাৰ স্তনত পৰিলেক ঝাম্প দিয়া ।।
স্তন মাঝে গোসানীক কৰিলেক ঘাৱ । ক্ৰোধিলন্ত সীতা মাৱ কম্পে হাত-পাৱ ।।
কোপে-শোকে সীতা দেবী ক্ৰন্দন কৰিল। ৰামৰ শৰীৰ সৱে লোতকে ভৰিল ।।
সীতাৰ আগত কাকে কেলি কৰে ৰৱে । থপা মুঠি দিয়া বেগে স্তন মাঝে পৰে ।।
মাৰিবে নপাৰে সীতা কান্দিল বহুত। জাগিয়া দেখিলা ৰাম দশৰথ-সুত ।।
সীতাৰ স্তনৰ মাঝে বহয় ৰুধিৰ। ক্ৰোধিলন্ত ৰামে দেখি নসহে শৰীৰ ।।
নগণিয়া ৰামক সীতাক প্ৰহাৰয় । পুনু পুনু প্ৰহাৰিয়া স্তনত পৰয় ।।
ক্ৰোধিয়া বোলন্ত ৰাম লৈবোঁহো পৰাণ। মন্ত্ৰ পঢ়ি মাৰিলেক ঈষিকৰ বাণ ।।
ইন্দ্ৰৰ তনয় কাক অতি বৰ খল । শৰে খেদি নেৱ পলায় গগন মণ্ডল ।।"

১৯১০ ত হৰিশচন্দ্ৰ, দেৱ গোস্বামী আৰু ধৰ্ম্মদত্ত শইকৰৰ দ্বাৰা প্ৰকাশিত "দেৱজিত" নামৰ এখন পুথি বেটুপাতত মাধৱ কন্দলী বিৰচিত বুলি ছপা হৈ ওলাইছিল । পুথিৰ মূল কথা হ'ল ইন্দ্ৰই এটা যজ্ঞ পাতি তাতে ব্ৰহ্মা, বিষ্ণু আৰু কয়জনো নিমন্ত্ৰণ কৰিলে; কৃষ্ণক সেই যজ্ঞৰ প্ৰধান দেৱতা পাতি উপাসনা কৰিবলৈ নাৰদ মুনিয়ে পৰামৰ্শ দিলে; ইন্দ্ৰই

তাক নামানি কৃষ্ণক গালি শপিলে। ইয়াৰ ফলত ইন্দ্ৰৰ লগত অৰ্জুনৰ যুদ্ধ হ'ল আৰু শেষত অৰ্জুনে দেৱতাৰ ওপৰত জয় -লাভ কৰিলে । এই কাহিনীকে লৈ কবিয়ে কৃষ্ণৰ নাম লবলৈ উপদেশ দিছে— এতেকে নামক লোৱাঁ সৱে সাধুজন। ইত্যাদি ।

এই কবিতাটিৰ ভাব-ভাষাৰ লগত শ্ৰীশঙ্কৰদেৱৰ শুনিয়োক সৰ্ব্বজন কৃষ্ণৰ চৰিত্ৰ বুলি আৰম্ভ হোৱা উপদেশৰ অকণো অমিল দেখিবলৈ পোৱা নহয় বাস্তৱতে সেই উপদেশৰ 'নাহিকে চেতন কাল-অজগৰে গিলে। ধন-জন জীৱন যাইব একত্তিলে।।" ইয়াৰ "দেহা নতু নপৰন্তে কালে নতু গিলে। ধন-জন জীৱন যৌৱন একতিলে ।।' আদি আখৰে আখৰে মিলে কেনেকৈ? তদুপৰি ৰামায়ণৰ দৰে ইয়াত ক'তো কবিৰ আত্ম-পৰিচয় যি নায়েই, ভণিতাত সদায় "মাধৱে ৰচিলা বুলিহে আছে অসমীয়া সাহিত্যৰ চানেকি 'ত তুলি দিয়া শেষৰ ভণিতাত মাত্ৰ এঠাইত 'মাধৱ কন্দলী ৰচিলন্ত ইটো পদ বুলিছে' গতিকে ভাব-ভাষা সকলো ফালৰ পৰা 'দেৱজিত সম্পূৰ্ণ বৈষ্ণৱ গ্ৰন্থ আৰু ই ৰামায়ণ-ৰচয়িতা মাধৱ কন্দলীৰ ৰচনা নহয় বুলিয়ে প্ৰতীয়মান হয । 'আকে জানি সভাসদ এৰি আন কাম। খণ্ডোক পাতক ডাকি বোলা ৰাম ৰাম ।। আদি বৈষ্ণৱ ভণিতাৰ 'আঁচু ফুল্ল যে অৱশ্যে বৈষ্ণৱ যুগৰ আগতে তাৰ প্ৰমাণ দি অহা হৈছে । কোনো চৰিত-পুথি আদিত নোপোৱাত ভণিতাৰ 'মাধৱ নামৰ পৰাই ইয়াক মাধৱদেৱৰ ৰচনা বোলাও দুঃসাহসৰ কথা হব যদিও অৱশ্যেই কোনোমতে মাধৱদেৱৰ নামৰ অযোগ্য পুথি নহলহেতেন।

# পুথি তিনি

## নৱ-জন্ম যুগত ফুলি উঠা অসমীয়া সাহিত্য

**আগকথা (ক) ঐতিহাসিক জৰিপ** – এই যুগ ভাৰত ইতিহাসৰ লডি বংশৰ (১৪৫১ ১৫২৬) উত্থান আৰু আকবৰ (১৫৫৬-১৬০৫) আৰু শ্বাজাহান (১৬২৭-৫৮) প্ৰভৃতি শ্ৰেষ্ঠ মোগল সম্ৰাটসকলৰ ৰাজত্বৰ সমকক্ষ। অসম বুৰঞ্জীৰ এই যুগ ছুহুংমুংকাৰ আমোলত (১৪৩৯ ৮৮) আৰম্ভ হৈ ছুতাম্লাৰ আমোলত (১৬৪৮-৬৩) শেষ হয় আৰু তাত খেন বংশৰ নীলাম্বৰ (১৪৫৫-৯৮) কোচ কৈদৰ নৰনাৰায়ণ (১৫৪০-৮৪) চুটিয়া ৰজা নীতিপাল (আং ১৫২৩) আৰু কছাৰী ৰজা ডেংছোঙ (১৫৩১-৩৬) আৰু এবুৰি ছৰ্অঁৰা বিখ্যাত ৰজাৰ উত্থান পতন ঘটে। এই যুগৰ ভিতৰতে আকৌ দহ বাৰ মোগলে এই দেশ আক্ৰমণ কৰে আৰু দহ বাৰেই সেই আক্ৰমণবোৰ ব্যৰ্থ হয় প্ৰথম চাৰিটা আক্ৰমণৰ কাল যথাক্ৰমে ১২০৬ ১২২৭ ১২৫৭ আৰু ১৩৫৭। পঞ্চম আক্ৰমণত মোগল সৈন্য হাৰি পলাই যাবলগা হোৱাত মোগল সেনাপতি হুছেন শ্বাহে মিতিৰালি পাতিবৰ ছলেৰে বিশ্বাস-ঘাতকতা কৰি ১৪৯৮ত চিৰপ্ৰসিদ্ধ কমতাপুৰৰ ৰাজধানী ধ্বংস কৰে তথাপি কামৰূপ ৰাজ্যৰ ভিতৰত মোগলৰ শাসন ১৫০২ ৰ ইফালে নিটিকিল। ইউৰপীয় পুৰাণৰ ফীনিক্স্ চৰাইৰ দৰে কমতাপুৰৰ ধ্বংসাৱশেষৰ ওপৰতে বিশ্বসিংহৰ ৰাজত্বৰে (১৫১৫-৪০) কোচবেহাৰ ৰাজধানীৰে কোচ ৰাজ্য গঢ়ি উঠিল, পিছে আকৌ এই যুগৰ ভিতৰতে প্ৰাণনাৰায়ণৰ ৰাজত্বৰ (১৬৩৩-৬৬) লগে লগে এই কোচ ৰাজ্যৰো পতন ঘটে। ইয়াতে, পূব ফালৰ পৰা পৰাক্ৰমী টাই আক্ৰমনকাৰীসকলে বৰাহী, মৰাণ, মতক, চুটিয়া বাৰভূঞা আদিৰ সৰু সৰু ৰাজ্যবিলাক ক্ৰমে নানা বুদ্ধি-সাঁজিৰে এখন এখনকৈ জয় কৰি নিজ ৰাজ্যৰ লগত জাপি দি এখন আহোম সাম্ৰাজ্য গঢ়ি আহিবলৈ ধৰিলে। এই যুগত বিপুল প্ৰাচীন কছাৰী ৰাজশক্তিৰ লগত আহোমৰ সংঘৰ্ষ হয় আৰু তাৰ ফলত আহোমে কছাৰীক গোলতে দিখৌৰ আৰু তাৰ পাছত কলঙিৰিৰ পছিমলৈ ঠেলি নি শেষত কছাৰী ৰাজধানী ডিমাপুৰৰ পৰা মাইবঙলৈ তুলি নিবলৈ বাধ্য কৰে। এতিয়া মোগলবিলাকে তেওঁলোকৰ

ষষ্ঠ, সপ্তম আৰু অষ্টম আক্ৰমণত যথাক্ৰমে ১৫২৭ ১৫৩১ আৰু ১৫৮৭ত জয়ে জয়ে এই আহোম সাম্ৰাজ্যবাদীবিলাকৰ লগত তেওঁলোকৰ চুহংমুং বা দিহিঙীয়া ৰজাৰ ( ১৪৯৭-১৫৩৯ ) দিনত ভেটা- ভেটি হয় । ১৫২৭ ৰ আক্ৰমণত মোগল-সেনাপতি বিত মালিকক খাগৰিজানত ( বৰ্ত্তমান নগাঁও ) হত্যা কৰা হয় আৰু পলৰীয়া মুছলমান সেনাৰ পৰা ঘোৰা বৰটোপ আৰু হিলৈ অসংখ্য পৰিমাণে কাঢ়ি লোৱা হয় । ১৫৩২ ৰ এপ্ৰিলত মোগল সেনাপতি তুৰ্বক হুছেনক বধ কৰা হয় আৰু প্ৰায় এক হাজাৰ হাতী আৰু ঘোৰা অলেখ হিলৈ আৰু বৰটোপ ধন সোণ আৰু আন বহুমুলীয়া বস্তু-বাহানি এৰি মুছলমান সৈন্যবিলাক পলাই যায় আৰু জয়ে জয়ে এই যুদ্ধতে আহোম সৈন্যই খাৰ-বাৰুদ চলায় বুলি কয় । টেৱাৰ্ণিয়াৰৰ মতে এই আহোমবিলাকেই পোনতে খাৰ-বাৰুদ উলিয়ায় পাছত অসমৰ পৰা এই খাৰ-বাৰুদ পেগুলৈ আৰু পেগুৰ পৰা চীন দেশলৈ যায় এই বাবেই বহুতে খাৰ বাৰুদৰ চীনাই উলিওৱা বুলি ভুল কৰে । মীৰজুমলাই অসম আক্ৰমণ কৰোঁতে যে অসমত তৈয়াৰি বহুত হিলৈ বৰটোপ আৰু খাৰ-বাৰুদ গোটাই লৈ গৈছিল তাত কোনো ভুল নাই আৰু সেই খাৰ-বাৰুদবোৰ ইংলণ্ডত তৈয়াৰি কৰাৰ নিচিনা ঘুৰণীয়া আৰু উত্তম। নৱমৰ পৰা চতুৰ্দ্দশলৈ মোগল আক্ৰমণ যথাক্ৰমে ১৫৬৮ ১৬১৫, ১৬১৭ ১৬৩৫ (দুবাৰ) আৰু ১৬৩৭ত হয় আৰু আক্ৰমণকাৰী মুছলমান সৈন্য ঘাটি খাই পলাই যায় । মোগল আক্ৰমণৰ উপৰিও আহোমবিলাক ছলে-বলে জয় কৰা কছাৰী বিলাকৰ লগত গৃহযুদ্ধ আৰু মল্লদেৱ বা নৰনাৰায়ণ (১৫৪০-৮৪) আৰু তেওৰ ৰাজভ্ৰাতৃ আৰু সেনাপতি শুক্লধ্বজ বা চিলাৰায়ৰ নেতৃত্বত গঢ়ি উঠা নৱোদিত কোচ ৰাজশক্তিৰ সৈতে সংঘৰ্ষ হয় । মোগলৰ লগত কোচ আৰু আহোমৰ সুকীয়াকৈ লগা যুদ্ধৰ ফলত গৃহ-কন্দল আদিৰ বাবে দুৰ্বল হৈ পৰা কোচ ৰাজশক্তিয়ে প্ৰাণনাৰায়ণ ৰজাৰ দিনত (৬৩৩-৬৬) মোগলৰ ওচৰত আত্মসমৰ্পণ কৰে, আৰু আহোম ৰজাই ১৬৩৮ত অস্থায়ীভাৱে সন্ধি কৰে মুছলমান বুৰঞ্জীৰ দ্বাৰা এইবিলাক ঘটনা সম্পূৰ্ণ সমৰ্থিত হয় ।

**(খ) সামাজিক পৰিস্থিতি :** — পুৰণি অসমত যথাক্ৰমে দশম আৰু পঞ্চদশ শতিকা মানত ৰচিত বোলা ভাৰত-প্ৰসিদ্ধ সংস্কৃত গ্ৰন্থ কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰই অন্ধকাৰময় প্ৰাচীন অসমীয়া সমাজৰ সৱহুবিনিত কষ্ট কৰীৱা পাহৰ পেলায় । বাহিৰে দেখাত ৰাজনৈতিক কালৰ দৰেই সমাজ-নৈতিক কালেও ই এক যুদ্ধ-বাগৰৰ কাল, আহোমবিলাকৰ ধৰ্ম আদিতে কি আছিল কোৱা টান হলেও তেওঁলোকৰ পূৰ্ব্বৱৰ্তী বাৰভূঞা

আৰু চুটিয়া বিলাক যে বিভিন্ন শাক্ত ধৰ্মাবলম্বী আছিল তাত সন্দেহ নাই। সদিয়াৰ কেচাইখাতী তাম্ৰেশ্বৰী মন্দিৰ বুকাননে স্বৰূপভাৱেই পূবৰ কামাখ্যা মন্দিৰ বুলিছে যিহেতুকে কামাখ্যাত আৰ্য্য গঢ়ত আৰু তাম্ৰেশ্বৰীত অনাৰ্য্য গঢ়ত একে শক্তি পূজাই চলিছিল চুটিয়া ৰাজ্যৰ পতনৰ পাছতো আহোমৰ আমোলত দেউৰীবিলাকে কামাখ্যাত চলা দৰেই দুৰ্যোৰ নৰ-বলি চলাইছিল। কামাখ্যাৰ নৰবলি সম্পৰ্কত আইন-ই-আকবৰি আদি মুছলমান বুৰঞ্জীলেখকে লিখাৰ দৰেই তাম্ৰেশ্বৰীৰ বলিবিলাকো ভোগী নামে অভিহিত হৈ ঘাইকৈ তিৰুতাৰ সম্পৰ্কত যি ব্যভিচাৰ কৰিব পাৰিছিল তাৰ পৰা সমসাময়িক অসমীয়া সমাজৰ দুৰ্যোৰ বিশৃঙ্খল অৱস্থাৰ অনুমান কৰিব পাৰি। এই কালত আৰ্য্য আৰু অনাৰ্য্য ধৰ্মৰ খিচিৰিৰ পাতন আৰু নৱগঠন কি দৰে সম্পন্ন হৈছিল তাৰো প্ৰকৃষ্ট প্ৰমাণ এই কালিকা-পুৰাণ আৰু যোগিনী-তন্ত্ৰ গ্ৰন্থ দুখনিয়েই। মদ্য মাংস আৰু স্ত্ৰী সম্ভোগ আৰু নৰ-বলিৰ বিধান কালিকা পুৰাণত স্পষ্টভাৱে বৰ্ণাইছে, ষোড়শীৰ বিভিন্ন অঙ্গৰ ৰূপ ধ্যানৰ বিধান আৰু মদ্যমাংস আৰু স্ত্ৰী-সম্ভোগৰ সমৰ্থন যোগিনীতন্ত্ৰত বিশদভাৱে দিয়া হৈছে। এই যোগিনীতন্ত্ৰতে উপভোগৰ বাবে কেনে মদ্য আৰু স্ত্ৰী উপযুক্ত তাক বৰ্ণাইছে আৰু "মাতৃযোনিম্ পৰিত্যজ্য মৈথুনম সৰ্বযোনীষু 'দ্বাদশব্দাধিকযোনিৰ্যাবৎ যতি প্ৰজায়তে। তাবন্তু মৈথুনম তস্মাৎ স্বয়ম্ভুব" বুলিছে। হীনযান মহাযান বজ্ৰযান বৌদ্ধ তান্ত্ৰিক আদি বিভিন্ন পৰবৰ্তী বৌদ্ধ সম্প্ৰদায়েও ধৰ্মৰ নামত এনে অধৰ্মৰ ইন্ধন যোগাইছিল বুলি বৈষ্ণৱ-চৰিতবোৰৰ পৰা বুজিব পাৰি জলসাই থলসাই আদি নানা আদিম পূজা-পদ্ধতিৰ উপৰিও কছাৰীবিলাকে ব্ৰা-ব্ৰী-পূজা কৰিছিল। অতিশয় উত্তাপৰ ছাটি-ফুটিয়েও আৰু অত্যন্ত খৰাং বতৰৰ ধূলিমাকতিয়েও যেনেকৈ এছাটি জুৰ বতাহ আৰু এজাকি শান্তিময় বৃষ্টিৰ সঙ্কেত দিয়ে ধৰ্মৰ নামত অধৰ্মৰ এই তাণ্ডৱ নৃত্য বা প্ৰলয়-নাচোনো নতুন সৃষ্টিৰে আগ-জাননী বুলি বুজিব পাৰি গতিকে অতি স্বাভাৱিক ৰূপেই এই সময়ত বহু দেৱদেৱীৰ ঠাইত "এক-দেৱ এক-সেৱ" বহু-পূজা-পাতলৰ কপটতা আৰু আড়ম্বৰৰ ঠাইত চিত্ত শুদ্ধিদায়ক সহজ সৰল ভক্তিৰে নাম-ধৰ্ম শ্ৰীশঙ্কৰদেৱে যেতিয়া প্ৰচাৰ কৰিলে তাকো সেইদৰেই জন-গণে আদৰেৰে যে গ্ৰহণ কৰিব ইয়াকো সহজে আশা কৰিব পাৰি, কিন্তু ইয়াতেও ঠিক সমানেই তেনেকৈয়ে স্বাৰ্থ-জড়িত সুবিধা-প্ৰাপ্তসকলে তাৰ বিৰুদ্ধে যে প্ৰতিক্ৰিয়া কৰিবই তাতো বিস্ময় মানিবলৈ একো নাই। এতেকে আমি দেখা

পাওঁ ৰাজনৈতিক ক্ষেত্ৰত বাহিৰৰ নানা যুজ-বাগৰ চলি থকা অৱস্থাৰ ভিতৰতে যেনেকৈ এই যুগতে বিপুল আহোম ৰাজশক্তি গঢ়ি উঠিল সমাজ-নৈতিক ক্ষেত্ৰতো বিভিন্ন ধৰ্মৰ এনে তয়া মায়া ৰণ চলি থকাৰ মাজতেই বিৰাট বৈষ্ণৱ ধৰ্মই আধিপত্য লাভ কৰি বহিল।

**(গ) জ্ঞানৰ নৱজন্ম ঃ** অসমৰ এই বৈষ্ণৱ যুগ ইফালেও ইংৰাজী সাহিত্যৰ ৰেনেছেঞ্চ (১৪০০-১৫৫০) এলিজাবেথীয় (১৫৫০-১৬২০) আৰু পিউৰিটান (১৬২০ ১৬৬০) এই তিনি যুগৰ সমকক্ষ। আনন্দৰ বিষয় এই বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যই ইংৰাজী সাহিত্যৰ সেই তিনিও যুগৰ ঘাই গুণ আৰু লক্ষণবিলাক সামৰি লৈছে। পোনতে ইংলণ্ডৰ ৰেনেছেঞ্চ যুগৰ দৰেই অসমৰো এই বৈষ্ণৱ যুগ পৰিবৰ্ত্তনৰ আগ্নেয়-গিৰিৰ যুগ বুলিব পাৰি কিয়নো লেবাৰটাইনে কবৰ দৰে এই যুগতে মানুহে চকু মেলিলে আৰু দেখিলে নিজক আৰু বিশ্বক বিচাৰি পালে। এই যুগতে নৈতিকতা আৰু অধিকাৰিতাৰ মূৰত বাম-টাঙোন পৰিল কিন্তু এতিয়া অকল সত্যই হে নৈতিক আৰু অধিকাৰসম্পন্ন বুলি গণ্য হল। মানুহ চক খাই উঠিল কিয়নো তেওলোকৰ অন্তৰচকুৰ আগত এক অভিনৱ মানসিক জগতৰ নতুন চক্ৰবাল ৰেখা জিলিকি উঠিল। দ্বিতীয়ত গৰিমাময় এলিজাবেথীয় যুগৰ ইংৰাজী সাহিত্যৰ দৰেই বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যতো এয়ে প্ৰবল জাতীয় চৈতন্য দেশ-প্ৰেম ধৰ্ম-ভাব সমাজ-শান্তি মানসিক উন্নতি আৰু অপৰিসীম উদ্দীপনাপূৰ্ণ এক মহৎ চিন্তা আৰু এক মহৎ কাৰ্য্যৰ যুগ। আকৌ এলিজাবেথীয় যুগৰ দৰেই এই বৈষ্ণৱ যুগ ঘাইকৈ কবিতাৰ যুগ আৰু ইংলণ্ডৰ শ্বেক্সপীয়েৰতকৈ অনেক অধিকৰূপে বহুমুখী আৰু শ্ৰেষ্ঠ প্ৰতিভাৰ শঙ্কৰদেৱক পিতৃৰূপে লৈ অসমীয়া নাটক অসমীয়া গদ্য আদিয়ে অতিবিক্তৰূপে গঢ় লৈ উঠিছিল। তৃতীয়ত, সেই যুগৰ ইংলণ্ডৰ পিউৰিটান আন্দোলনৰ দৰেই অসমৰ এই বৈষ্ণৱ আন্দোলনৰ যুগতে মানসিক জাগৰণৰ পাছত নৈতিক জাগৃতি বা অসমীয়া জাতিৰ ওপৰে বৈ যোৱা নীতি-সংস্কাৰৰ অভূতপূৰ্ব আন্দোলন। বৈষ্ণৱ আন্দোলনৰ মহৎ সংস্কাৰ সাধন কৰিবলৈ আগৰ বাহিৰে ৰং চং ভিতৰি-কোৰাভাতুৰীৰ নিচিনা আড়ম্বৰপূৰ্ণ ধৰ্ম-প্ৰণালী এৰুৱাই আত্ম-শুদ্ধি আৰু চৰিত্ৰ-শোধনমূলক মুকলি-হিয়াৰ মুকলি-দুৱাৰৰ নাম-ধৰ্ম্ম উলিয়াই, বহু-দেৱ-দেৱীৰ বহু-মুখী সেৱাৰ ঠাইত এই খি

একদেৱ- একসেৱ নীতি প্ৰবৰ্ত্তন কৰিলে অন্ততঃ অসমৰ বুৰঞ্জীত আগে-পিছে তাৰ তুলনা নাই । এলিজাবেথীয় যুগৰ ইংৰাজী সাহিত্যৰ তুলনাতো অসমৰ এই বৈষ্ণৱ সাহিত্য অসামান্যভাৱে ব্যাপক হলেও এলিজাবেথীয় সাহিত্যতকৈ ইয়াৰ প্ৰাণ-বস্তুৰ ঐক্য অধিক বুলিব পাৰি আৰু গঢ়ত প্ৰাচীন হলেও অসমীয়া বৈষ্ণৱ সাহিত্য এলিজাবেথীয় সাহিত্যৰ দৰেই যৌৱন আশা আৰু বীৰ্য্যময় বুলি নৱন্যাস সাহিত্যৰ দৰে স্পন্দনপূৰ্ণ আছিল । শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱৰ লগে লগেই যেন কিম্বা ঐন্দ্ৰজালিক প্ৰভাৱত সেই আন্ধাৰ আৰু বেমেজালিৰ নিশা পলাই ফাঁট মাৰিলে পোহৰ আৰু আশাৰ সোণালী পুৱাই ভুমুকি মাৰিলে । এলিজাবেথৰ ৰাজত্বৰ ইংলণ্ডৰ বিষয়ে মিল্টনে কৈছিল 'শক্তিধৰ মানুহ এটা টোপনিৰ পৰা উঠাৰ দৰে গৰীয়সী শক্তিৰূপ ইংৰাজ জাতিয়ে সাৰ পাই উঠি সামাজিক বন্ধনৰ শিকলি ছিঙি মোহাৰি পেলালে । বৈষ্ণৱ যুগৰ অসমীয়া জাতিৰ বিষয়েও সেই কথা ততোধিক ৰূপে খাটে আৰু প্ৰতি অসমীয়াই যেন প্ৰকৃততে অনুভৱ কৰিলে - 'ভিদ্যতে হৃদয়গ্ৰন্থি ছিদ্যন্তে সৰ্বসংশয়া' । আকৌ এলিজাবেথৰ ইংলণ্ডৰ সামাজিক ৰাজনৈতিক আদি বাহ্যিক জয়জয় ময়ময় অৱস্থাৰ লগত বৈষ্ণৱ যুগৰ সামাজিক ৰাজনৈতিক আদি জয়জয়-ময়ময় অৱস্থাৰ তুলনা কৰিব পাৰি কিন্তু বৈষ্ণৱ ধৰ্মৰ নিচিনা সম্পূৰ্ণ আধ্যাত্মিক আন্দোলনৰ লগত সেই বৈষয়িক উন্নতিৰ যোগসূত্ৰ কি থাকিব পাৰে সি ভাবিব লগা বিষয় কিয়নো ইছ্লামৰ দৰে এই ধৰ্মৰ লগত বৈষয়িক সম্বন্ধ থকাতকৈ বৈষয়িক উন্নতিৰ বিৰুদ্ধেহে ই প্ৰকাশ্যে আগবাঢ়িছিল । বৈষ্ণৱ অসমৰ সেই অৱস্থাৰ লগত অকল বৌদ্ধ ভাৰতৰহে মিলনি হব পাৰে , বৌদ্ধ ধৰ্ম কোনো বৈষয়িক উন্নতিৰ লগত সংশ্লিষ্ট ধৰ্ম নাছিল নিশ্চয় কিন্তু যেনেকৈয়ে হওক বৌদ্ধ ধৰ্ম প্ৰচাৰৰ লগে লগে অশোক আদি ৰজাৰ কালতো ভাৰতবৰ্ষৰ জয়জয় ময়ময় অৱস্থা হৈ পৰিছিল। অশোক আদি ৰজাই বৌদ্ধ ধৰ্মৰ প্ৰচাৰৰ বাবে যি কৰিছিল তাৰ ভালেমান শতিকাৰ পাছত খৃষ্টীয় পঞ্চম ষষ্ঠ শতিকা আদিত গুপ্ত ৰজাসকলেও বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰৰ বাবে তাকেই কৰিছিল , আৰু সেই গুপ্ত যুগ অৱশ্যে ভাৰতবৰ্ষৰ এক সোণালী যুগ । এই দুই উদাহৰণৰ পৰা ইয়াকে বুজিব পাৰি, যি হৃদয়-দুৰ্বলতা আৰু অনীতি-অধৰ্মৰ বেমোৰে ব্যক্তিৰ দৰে জাতিক খুলি খুলি খায় কোনো শ্ৰেষ্ঠ ধৰ্মৰ আধ্যাত্মিক আন্দোলনে সেই দুৰ্বলতা আৰু বেমোৰ গুচাই ব্যক্তিৰ দৰে জাতিকো সুস্থ অৱস্থালৈ আনে ; তদুপৰি সেই দুই দোষৰ

লগত জড়িত হীনতা নীচতা আদিৰ যি ছাই-মাকতিয়ে আত্মাৰ সেই ফিৰিঙতি ঢাকি থয় তাক এইদৰে গুচাই দিয়া মাত্ৰই তাৰ সেই পৱিত্ৰ অম্লান জ্যোতিয়ে সকলো আন্ধাৰ দূৰ কৰে । জড়তা আৰু বন্ধনৰ পৰা মুক্ত এনে আত্মাই কি আধ্যাত্মিক কি বৈষয়িক সকলো ক্ষেত্ৰতে অসাধ্য সাধন কৰিব পাৰে আৰু তাৰ ফলতেই বৈষয়িক কোনো লক্ষ্য নোহোৱাকৈও অসমৰ বৈষ্ণৱ আন্দোলনে অসমীয়া জাতিৰ বৈষয়িক উন্নতিতো অতুলনীয় বৰঙণি যোগাব পাৰিছিল । ইয়াৰ অন্যতম জ্বলজ্বল-পটপট উদাহৰণ পোৱা হয় উত্তৰ বৈষ্ণৱ যুগৰ অনুপম মায়ামৰা আন্দোলনত আহোমৰ দৰে সেই কালৰ এটি প্ৰবল প্ৰতাপী ৰাজশক্তিক এমুঠি নিৰস্ত্ৰ নিৰামিষী মায়ামৰা প্ৰজাই কিদৰে থৰ হৰি কম্পমান কৰিছিল । শত শত বৰ্ষৰ সুপ্ৰতিষ্ঠিত আহোম ৰাজসিংহাসন বলেৰে কাঢ়ি লৈ ভালেমান বছৰ নিজে চলোৱা কথাৰ পৰাই উলঙ্গ আত্মা আণৱিক বোমাতকৈও কেনে শক্তিধৰ তাক অনুমান কৰিব পাৰি ।

## বৈষয়িক সাহিত্য - গণিত -জ্যোতিষ-ব্যাকৰণ

ইংলণ্ডত যেনেকৈ যি এলিজাবেথীয় যুগে সাহিত্যত শ্বেক্সপীয়েৰৰ জন্ম দিছিল সেই এলিজাবেথীয় যুগেই আকৌ ধৰ্মত হুকাৰ আৰু বিজ্ঞানত বেকনৰ জন্ম দিছিল অসমতো ঠিক তেনেকৈয়ে যি বৈষ্ণৱ আন্দোলনত শ্ৰীশঙ্কৰদেৱ মাধৱদেৱ ৰামসৰস্বতী অনন্ত কন্দলী আদিৰ আবিৰ্ভাৱ হৈছিল সেই বৈষ্ণৱ আন্দোলনৰ লগতেই গণিতত বকুল কায়স্থ আৰু কবিৰত্ন জ্যোতিষত চূড়ামণি আৰু ব্যাকৰণত পুৰুষোত্তম ঠাকুৰ বিদ্যাবাগীশ আদিয়েও দেখা দিয়ে । ওপৰে ওপৰে চালে এনে কথা আচৰিত যেন লাগিলেও, ইয়াত বিস্ময়ৰ কাৰণ নাই কিয়নো আগতে উনুকিয়াই অহাৰ দৰে জড়তা বন্ধনৰ পৰা মুক্ত হোৱা এটা জাতিৰ বাবে উন্নতিৰ সকলো পথেই মুকলি হয় । ১৭৯৮ ত ৰচিত সূৰ্য্যখৰি দৈৱজ্ঞৰ 'দৰং-ৰাজবংশাৱলী'ত এইসকলৰ বিষয়ে লিখিছে (৫৫৬-৬১১পদ)—

শুনিয়োক সভাসদ ৰাজাৰ চৰিত্ৰ । নৰনাৰায়ণ ৰজা পৰম পৱিত্ৰ ।। ৫৫৬
কলি যুগে মনুষ্য সবাৰ চিন্তি হিত । শাস্ত্ৰ সমস্তৰ গ্ৰন্থ কৰাইলা বিদিত ।।
ব্যাকৰ্ণৰ গ্ৰন্থ ৰত্ন-মালা কৰাইলন্ত । যতেক কৰাইলা পদ নাহি আদি-অন্ত ।।
গোড় কাম-ৰূপে যত পণ্ডিত আছিলা । সমস্তকে আনি সভ্ৰ-দেৱান পাতিলা ।।৬০৪

শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ । কৰিয়োক বস্ত্ৰ মালা ব্যাকৰ্ণৰ বীজ ।।৬০৫
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী । অল্পতে বুজয় যেন কায়ন্থে সম্প্ৰতি ।।৬০৯
পণ্ডিত সবক পাচে কৰিলা সম্মান । ধন বস্ত্ৰ বস্ত্ৰ-অলঙ্কাৰ দিলা দান ।।৬১১"

বকুল কায়স্থ বহুতৰ মতে শ্ৰীশঙ্কৰদেৱৰ পূৰ্ববৰ্ত্তী দেবেন্দ্ৰনাথ বেজবৰুৱাৰ মতে এওঁৰ কিতাবত মঞ্জৰী পুথি ১৫০৮ ত লিখা। কিন্তু "দৰং-ৰাজবংশাৱলী'ৰ মতে ই ১৫৪০ ৰ আগৰ হব নোৱাৰে কিয়নো সেই বছৰতহে নৰনাৰায়ণ ৰাজপাটত উঠে। আত্ম পৰিচয়ত বকুল কায়স্থই লিখিছে —

'কিতাবত শাস্ত্ৰখন পৰম গহন । তাক আৰম্ভিলোঁ আমি হুয়া মূঢ়জন ।।
দোষ নিদি ক্ষমা কৰা মূৰ্খ হেন জানি বকুল বৰ্ণালা শিৱ বন্দিয়া ভবানী ।।

ইয়াৰ পৰা লেখক শৈৱ ব শাক্ত আছিল বুলি বুজিব পাৰি । পুথিখন লীলাৱতী গণিতৰ পদ ভাঙনি আৰু বিষয় অনুসাৰে তিনি ভাগত বিভক্ত । ৰচনাৰ চানেকি —

গোমুত্ৰ সমভূমি দেখি এ যাক। ভেজুৰ ভেস্থনা দিবা তাক।।
দীৰ্ঘ অঙ্কক লক্ষে পুৰি । ভেসুৰ প্ৰমাণি লখিতে হৰি ।।
চতুৰ বযন সৈতে হৰিবা ভাগ । পূটক অঙ্কক পাইবা লাগ।।

কবিৰত্ন আন এজন লীলাৱতী ভাঙোতা এওঁৰ ঘাই নাম পোৱা হোৱা নাই । অসমৰ মজিন্দাৰ বংশৰ এজন দুৰ্গাৰাম কায়স্থই প্ৰাচীন ভাৰতৰ অঙ্কশাস্ত্ৰ-বিশাৰদা লীলাৱতীৰ মূল সংস্কৃত পুথি ১৪৬৮ খৃ. মানত অসমলৈ আনে বুলি জনা হয় । কবিৰত্নৰ ভাঙনিৰ গদ্যৰ আৰ্হি এনে — "প্ৰথমে প্ৰথমে অঙ্কৰ নববিধ প্ৰক্ৰিয়া যথা পূৰণ হৰণ ছেদন যোজন ঘনকৰণ ঘনমূলকৰণ বৰ্গকৰণ বৰ্গমূলকৰণ সঙ্কলিত কৰণ এই নববিধ। পূৰ্ব চাৰি প্ৰায় লোকে সংক্ষেপে জানে আন পঞ্চবিধক জনাটো বিৰলহে প্ৰায় । এখন পূৰণ-কৰণ কাক বোলে তাক কহি । যিহেতু পূৰিব সেই প্ৰমাণেৰে পূৰ্য্য অঙ্কক বঢ়োৱাৰ নাম পূৰণ ।"

চূড়ামণি বুলি আৰু এজন লেখকৰ "জ্যোতিষ চূড়ামণি" বোলা পদ-পুথিত জ্যোতিষৰ বাহিৰেও লীলাৱতীৰ গণিতৰ বিষয়ৰ কথা আছে, যেনে, —

চাৰি শত দিয়া তাৰ হৰিবাহ্য ভাগ । যত পুৰা মাটি লাগে তত পাইবা লাগ ।।
পুৰা নহয় যদি যোড়শে নুপুৰিবা । যদি পুৰা হয় যোড়শে পূৰিবা।।

দুকড় কেকড তেকড় নেমু, কড়াই চাৰি জাম ।
কুৰি কড়ায় কুৰি ফল কিনি আনা ৰাম ।।

লেখকৰ আত্ম-পৰিচয় সম্পৰ্কে মাত্ৰ একাকি কথা –

জ্যোতিষ যে আক চূড়ামণি কহে, বালকসবক প্ৰতি ।
কায়স্থসকলে নিন্দা নকৰিবা মহাশয়ে অনুমতি ।।

এই পুথিত থকা 'বিৰাণী শকত আছিলেক কিছু ছাত্ৰ কথাৰ পৰা ইয়াক ১৩৮২ শক তথা ১৪৬০ খৃ ত লিখা বুলি কোনো-কোনোৱে ঠাৱৰ কৰিবলৈ বিচাৰে কিন্তু এই পুথিত বকুল কায়স্থৰ উল্লেখ আছে, আৰু বকুল কায়স্থ 'দৰং ৰাজবংশাৱলী মতে ১৫৪০ ৰ আগৰ নহয় বুলি দেখুৱাই অহা হৈছে । তদুপৰি বকুল কায়স্থৰ পুথিৰ সাম্ৰগিত আকৌ নাৰায়ণ দাস উমাপতি সিদ্ধ হৃদয়ানন্দ কায়স্থ আৰু দুৰ্গাদাস প্ৰভৃতিৰ নাম আছে এওলোকৰ ভিতৰত হৃদয়ানন্দ কায়স্থ শ্ৰীৰাম কীৰ্ত্তন বা অনন্তৰামায়ণ ৰচোঁতা অনন্ত ঠাকুৰৰ আন নাম আৰু এও সপ্তদশ শতিকাৰ মাজছোৱাৰ কবি । সত্য ত্ৰেতা দ্বাপৰ কলিৰ বছৰগণনাও বকুল কায়স্থই লিখিছে আৰু ভাৰতৰ পুৰণি ৰাজপৰিয়ালবোৰৰ কাল নিৰ্ণয়ো ইয়াত দিছে। "প্ৰয়োগ-ৰত্নমালা ব্যাকৰণ প্ৰণেতা পুৰুষোত্তম ঠাকুৰ বিশ্বকবি ৰবীন্দ্ৰনাথৰ পূৰ্বপুৰুষ বুলি জনাজাত।

## মনসা-সাহিত্য - মনকৰ, দুৰ্গাবৰ আদি কবিসকল

স্বয়ং ভাৰতবৰ্ষৰ ধৰ্মৰ ইতিহাসত মনসা বা সাপ-পূজা অন্ততঃ বৈষ্ণৱ ধৰ্মতকৈ যে প্ৰাচীন তাত সন্দেহ নাই । ভাগৱতী বা বৈষ্ণৱ ধৰ্মৰ ঘাই ঘৰ মথুৰাতে শক-কুশান ৰাজত্বৰ যুগতো জৈন আৰু বৌদ্ধ-ধৰ্মৰ লগে লগে সাপ-পূজাই পুনৰ মেৰাই ধৰিছিল বুলি ঐতিহাসিক বিচাৰে দেখুৱায় , কিয়নো গ্ৰীক লেখক মেগাস্থেনিছে তেওঁৰ সময়ত যি মথুৰাত ভাগৱতী ধৰ্মৰ ইমান প্ৰভাৱ দেখিবলৈ পাইছিল, তেওঁৰ পাছত সেই শক-কুশান ৰাজত্বৰ কালত য'ত ৮৭ খন জৈন আৰু ৫৬ খন বৌদ্ধলিপি পোৱা হৈছে, ত'ত ভাগৱতী ধৰ্মৰ এখন মাত্ৰ লিপি এতিয়ালৈকে পোৱা হৈছে । এই শক-কুশান ৰজাসকলে খৃষ্টপূৰ্ব প্ৰথম শতিকাৰপৰা খৃষ্টাব্দৰ তৃতীয় শতিকালৈকে ৰাজত্ব কৰিছিল, আৰু তেওঁলোকৰ সকলখিনিয়েই সম্ভৱ ভাগৱতী ধৰ্মৰ বিৰোধী শৈৱ বা বৌদ্ধ ৰজা আছিল, আৰু ৰজাৰ নহলেও সাপ পূজা সৰ্বসাধাৰণৰ ধৰ্ম থকাটো সম্ভৱপৰ । দক্ষ-ৰজাৰ কাহিনীৰপৰা যেনেকৈ দক্ষ ৰজাৰ কাললৈকে শিৱ

আৰ্য্যদেৱতা বাপে গণ্য নোহোৱা বুলি বুজিব পাৰি অতি সম্ভৱ গুপ্ত ৰাজত্বত ৰচনা কৰা ভাগৱত আদি পুৰাণৰ কালীয়দমন কাহিনীয়েও এক পৰৱৰ্তী কালত ভাগৱতী বৈষ্ণৱ ধৰ্মই তাৰ পূৰ্ব্ববৰ্ত্তী মনসা পূজাক জয় কৰা কথাকে চিৰস্মৰণীয় কৰে বুলি বুজিব পাৰি।

অসমত তথা অসমীয়া সাহিত্যতো সেইদেখি মনসা-সাহিত্য আগৰ তৰপৰ হব পাৰে বুলি ভাবিব পাৰি । এই মনসা- কবিসকলৰ ভিতৰত মনকৰ আটাইতকৈ পুৰণি যেন লাগে গতিকে এওঁক কোনোৱে দ্বাদশ শতিকাৰ শেষ ছোৱা বা ত্ৰয়োদশ শতিকাৰ আগছোৱাৰ কবি বুলিব খোজে। কিন্তু এওঁৰ আত্ম পৰিচয়মূলক মুঠেই এফাকি পদৰ পৰাই বিশেষভাৱে ইয়াৰ বিচাৰ কৰিব লাগিব-

কামৰূপৰ কামাখ্যা বন্দো ঢেকেৰীয়াৰ নাতি।
পাতালৰ নাগ বন্দো এ নাগ দেউতি ।।
দুতি অমৰাৱতী বন্দো জল্লেশ্বৰ লোক।
স্বৰ্গ-মৰ্ত্ত্য-পাতাল বন্দো এ তিনি ত্ৰৈলোক।।
কমতাৰ ৰাজা বন্দো ৰাজা জল্লেশ্বৰ ।
একশত মহিষী বন্দো ওঠৰ কুমৰ ।।"

ইয়াৰ পৰা মাত্ৰ বুজিব পাৰি মনকৰ কোনোবা ঢেকেৰীয়াৰ নাতি আৰু তেওঁ কমতাৰ কোনোবা জল্লেশ্বৰ ৰজাৰ আমোলৰ কবি , শেষৰ ফাকি পদ কবি দুৰ্গাবৰৰ আত্মপৰিচয়ৰ ভনিতাতো পোৱা হয় । সি যি হওক এই কমতাৰ ৰজা জল্লেশ্বৰ কোন? দুৰ্লভনাৰায়ণ আদি কমতাৰ ৰজাক গৌড়েশ্বৰ বোলা পোৱা হয় কিন্তু জল্লেশ্বৰ উপাধি (নাম ?) অকল ইয়াতেই পোৱা হয়। জল্লেশ বা জল্লেশ্বৰ কোনো দেৱতাৰ উল্লেখ নে জল্পাইগুৰি অঞ্চলৰ কোনো ৰজাৰ উপাধি? ইফালে কামৰূপ আৰু কমতা নাম আছে আৰু পাল ৰাজত্বৰ শেষ ভাগত কামৰূপৰ ৰাজধানী 'কামৰূপ নগৰ'লৈ স্থানান্তৰিত হোৱা কথাও তাম্ৰ ফলিত পোৱা বুলি উল্লেখ কৰি অহা হৈছে । ইফালে এই কামৰূপ-নগৰ সম্ভৱ কমতাপুৰেই বুলিও নানা বিচাৰৰ পৰা ঠাৱৰাই অহা হৈছে , আৰু অন্ততঃ চতুৰ্থ শতিকাৰ পৰা দ্বাদশ শতিকাৰ মাজভাগলৈ লিপিমূলক প্ৰমাণৰ দ্বাৰা প্ৰতিষ্ঠিত কামৰূপৰ এটি সম্পূৰ্ণ ৰাজমালা পাওঁহক, তাত বাহিৰৰ এজন ৰজা আনি বহুৱাবৰ ঠাই নাই । তাৰ পাছত খেন বংশৰ ৰজা নীলধ্বজ (১২০৪-৫৬) ৰাজপাটত উঠে আৰু নীলাম্বৰ (১৪৫৩-৯৮) তাত বন্দী পোৱা হয় । শেষৰ ঘটনা,

হুছেন শ্বাহৰ বিশ্বাস-ঘাতকতাত ১৪৯৮ত কমতাপুৰ ধ্বংস আৰু ১৫১৫ত বিশ্বসিংহৰ নেতৃত্বত সেই কমতাৰ ভেটিতে কোচবেহাৰত নতুন কোচ ৰাজ্যৰ ৰাজধানী পতা হয়।

এতিয়া সেই বাবে মনকৰৰ কালৰ ৰজাজন দ্বাদশ শতিকাৰ শেষ ভাগত অৰ্থাৎ নীলধ্বজৰ (১২০৪-৫৬) আগত আনি বহুৱাব নোৱাৰিলে ভণিতাৰ মিললৈ চাই দুৰ্গাবৰ তথা বিশ্বসিংহৰ কাললৈ আনিব লাগিব। এই বিষয়ত তেনেহলে আভ্যন্তৰিক অৰ্থাৎ কবিৰ নিজ ৰচনাৰ ভাষাৰ বিচাৰৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব তালৈকো মনকৰৰ ৰচনাৰ চানেকিও বিৰল। অনাদিপাতন বা সৃষ্টিৰ আৰম্ভ সম্পৰ্কে মনকৰৰ ভণিতাৰ যি কবিতাটি আছে তাৰো প্ৰথম পদটি ৰামাই পণ্ডিতৰ 'শূণ্য পুৰাণ'ৰ ভাষাৰে একে বাকিখিনিও অনুৰূপ।

'নাহি জল নাহি স্থল নাহিক আকাশ। এ মেৰু মন্দাৰ নাহি নাহিক কৈলাস ।।
নাহি ধৰ্ম নাহি কৰ্ম নাহি বসুমতী। গঙ্গা দুৰ্গা নাহি গোসাঁই লক্ষ্মী সৰস্বতী ।।
নাহি উদয়গিৰি গোসাঁই নাহি অস্তগিৰি। বাসুকী যে নাগ নাহি দ্বাৰকা যে পুৰী ।।
দিবা ৰাত্ৰি নাহি গোসাঁই নাহি অন্ধকাৰ। তিথি যে নক্ষত্ৰ নাহি নাহি দিন-বাৰ ।।
নাহি ঋদ্ধি নাহি সিদ্ধি এযোগ ধিয়ান। অষ্টবসু নাহি গোসাঁই আগম পুৰাণ ।।
নাহি যতি নাহি সতী নাহি ক্ৰিয়াধাৰী। ঋষি যে তপস্বী নাহি নাহি ব্ৰহ্মচাৰী ।।
নাহি যমৰাজা গোসাঁই নাহি যমালয়। গো যে মনুষ্য নাহি উৎপত্তি প্ৰলয় ।।
স্বৰ্গ নাহি মৰ্ত্ত্য নাহি নাহিক পাতাল। স্থূলৰূপ দেৱৰ দেৱ ভাসে কতকাল ।।
স্থূলৰূপে ৰৈলা বটপত্ৰৰ উপৰ। হাত ভৰি নাহি গোসাঁই আছে দিগম্বৰ ।।
সৃষ্টি পাতিবাক গোসাঁই কৰিলা যুগুতি। মনকৰে ৰচিলেক সৃষ্টিৰ উৎপত্তি ।।

এই বৰ্ণনাৰ ভাষা অৱশ্যে ত্ৰয়োদশ শতিকাৰ আগছোৱাৰ বুলিলেও একেবাৰে নুই কৰা কঠিন হব কিয়নো ই সামান্যভাৱে হলেও পৰিবৰ্তিত হৈ আহিছে।

দুৰ্গাবৰ অৱশ্যে এই মনসা-কবিসকলৰ ভিতৰত যেনে মুৰ-জিলিকা তেনে সৰ্বৱহী। তেওঁৰ আত্ম-পৰিচয়ৰ ভণিতাত লিখিছে

"কমতা-ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপৰ্বী।
আঠচল্লিশ মহিষী বন্দো ওঠৰ কোঞৰ ।।

নীলাচল নামে গ্ৰাম সংসাৰত সাৰ ।
আছয় পাৰ্বতী অসুৰৰ ক্ষয়ঙ্কাৰ ।।
'কায়স্থ শ্ৰীধৰ তান পুত্ৰ দুৰ্গাবৰ
বিৰচিলা গীত বিতোপন ।
বাহবল্ল থিকদাৰ গন্ধৰ্ব যে অৱতাৰ
সৰ্বক্ষণে ব্ৰহ্মাণী প্ৰসন্ন ।।

ইয়াৰ পৰা তেওঁ বিশ্বসিংহৰ (১৫১৫-৪০) আমোলৰ কবি নীলাচল কামাখ্যাৰ বাসিন্দা শ্ৰীধৰ কায়স্থৰ পুত্ৰ আৰু দেৱ- উপাসক বুলি বুজিব পাৰি। দুৰ্গাবৰৰো মনসা গীত বিৰল আৰু যিখিনি বিচাৰি পোৱা হয় সি অৱশ্যে প্ৰাচীনগন্ধী(১৩৩) —

"হাতত চঞ্চল বেত পালত গোট ধৰি । নমিলা উত্তৰ হুস্তে ওঝা ধন্বন্তৰী ।।
সনেকাৰ বাক্য শুনি ৰাণ্ডিচয় বহু। দীপ জ্বালি চাহিবাক লৈলা লহু লহু ।।
লাজ নাহি মুখত আমাক বোলা চেঙি । খুকুমাক কিসক তুলিয়া দিবো খৰি ।।
বেহুলাই বোলে ভাসা কৰিস বুকুত । কেহ্নে ৰা ভাবক দেখোঁ তোৰ শৰীৰত ।।"

কিন্তু দুৰ্গাবৰৰ ৰামায়ণ গীত প্ৰচুৰ আৰু চাৰি পাঁচ কাণ্ড ব্যাপি আছে, আৰু তেওঁৰ বিশিষ্ট কবিত্ব গুণ এই গীতবোৰত ফুটি উঠিছে । মায়া মৃগ মাৰি উলটি আহি সীতাক নাপাই ৰাম ব্যাকুল হৈ চেতন-অচেতন সকলো প্ৰাণীক সীতাৰ বাৰ্ত্তা সোধা বিৱৰণ বিত্তোপন

'শশীমুখী বুলিয়া যে কান্দন্ত ৰাঘৱ । হা হা কৈক গৈলি মোৰ ৰমণী বান্ধৱ ।
চকোৰাৰ সমীপ চাপিলা হৃষিকেশ । ধীৰে ধীৰে পোছয় বচন উপদেশ ।।
আকুল কুৰঙ্গ আমি কৈয়ো এক বাৰ্ত্তা । যাইতে দেখিলি কি তই জনক -দুহিতা ।
একেশ্বৰে গৈলা কিবা অনেকে সহিতে। পূৰ্বৰ পশ্চিম কিবা দক্ষিণ দিশতে ।।
বা ঈশান্য কিবা অগ্নি কোণ যে নৈঋত। কোন পথে গৈলা সীতা কহ ফলাপত ।।"

এনে বৰ্ণনাই কৃষ্ণক নাপাই গোপীসকল বলিয়াৰ দৰে হৈ গছ-গছনি আদিত বাৰ্ত্তা সোধা শ্ৰীশঙ্কৰদেৱৰ ৰাস-ক্ৰীড়াৰ অনুপম বচনালৈ মনত পেলায়। (কীৰ্ত্তন, ৮৫৪-৬১ পদ )।

আচৰিতভাৱে দুৰ্গাবৰী ৰামায়ণ গীতৰ ভণিতাত পোৱা হয়

"ৰামৰ চৰণ সেৱি, ৰচিলা ই গীত কৱি
দুৰ্গাবৰ মহাভক্তি মনে।"

"ৰামৰ চৰণ সেৱি অনুক্ষণে এ ভণে দুৰ্গাবৰ দাস ।

"সৰস্বতী চৰণত, কৰি শিৰ অৱনত

কবিবৰ দুৰ্গাবৰে ভণে ।।

পাৰ্ব্বতী 'ব্ৰহ্মাণী "সৰস্বতী ৰ সেৱক হৈ ৰামৰ ভক্ত হোৱা কথা অৱশ্যে এক প্ৰকাৰে অস্বাভাৱিক আৰু সেইদেখি ভক্তিমূলক ভণিতাখিনি প্ৰক্ষিপ্ত বুলি ভাবিবৰ মন যায়। আকৌ জটায়ুৰ বৰ্ণনাত দুৰ্গাবৰে ভক্তৰ ভাষাৰে লিখিছে —

'জটায়ু বোলন্ত হেন নুবুলিবা মোক । যেবে দয়া আছে তেবে নকৰিবা শোক ।।
আত পৰে ভাগ্য কোন আছয় আমাৰ । তোমাৰ প্ৰসাদে পাইবোঁ সংসাৰৰ পাৰ ।।
নিজ কৰ্ম্মে হুও প্ৰভু যেহি সেহি গতি । সেহি সেহি জন্মে হৌক তোমাত ভকতি ।।
বৈষ্ণৱৰ সঙ্গতেসে ৰহোক সৰ্ব্বথা । মুখে তয়ু যশ গাইবোঁ কৰ্ণে তয়ু কথা ।।

ক্ৰমবৰ্দ্ধমান বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱলৈ চাই অৱশ্যে আন ফালৰ ইয়াক অস্বাভাৱিক বুলিবও নোৱাৰি আৰু দুৰ্গাবৰ আদি কবিসকলে প্ৰকাশ্যৰূপে বৈষ্ণৱ ধৰ্ম গ্ৰহণ নকৰিলেও সেই মতবাদে যে আটাইকে গিলি আনিছে তাক সহজে ধৰিব পাৰি । গতিকে দুৰ্গাবৰৰ নিজৰ লিখনিতো এনে ভক্তিবাদ একেবাৰে অসম্ভৱ নহয় ।

নাৰায়ণদেৱ ক্ৰমত তৃতীয় হলেও মনসা কবিৰূপে আটাইতকৈ প্ৰসিদ্ধ আৰু বঙ্গদেশৰ নানা ঠাইতো এওঁৰ গীত-মাত বিশেষভাৱে প্ৰচলিত ।

'নৰসিংহ সুত কবি নাম নাৰায়ণ । ৰচিলা প্ৰবন্ধ সেৱি ভৱানী চৰণ ।।" এই ভণিতাৰ পৰা এওঁৰ পিতাক নৰসিংহ বুলি বুজিব পাৰি ঘৰ ক'ত কব নোৱাৰি কিন্তু প্ৰচলিত কিম্বদন্তী অনুসাৰে তেওঁৰ পদ্ম-পুৰাণৰ গীতৰ নায়ক লখীন্দৰৰ বিখ্যাত মেৰ-ঘৰ থকা ছয় গাঁও অঞ্চলৰ দাঁতিকাষৰীয়া পচৰিয়া গাঁৱতে নাৰায়ণ-দেৱৰ জন্ম । এওঁৰ ৰচিত গীতবোৰ সুকন্নান্নী অৰ্থাৎ সুকবি-নাৰায়ণী গীত বুলি প্ৰখ্যাত আৰু আজি কালিও এইবোৰ নামনি অসমৰ ওজা-পালীসকলে গায়। এই ওজা-পালী অসমৰ এক প্ৰাক্শঙ্কৰী অনুষ্ঠান আৰু শঙ্কৰদেৱে নাম-কীৰ্ত্তনৰ প্ৰণালী উলিয়াওঁতে ইয়াকেই উপযোগী কৰি ব্যৱহাৰ কৰিছে বুলি ভাবিবৰ হেতু আছে । শ্ৰীশঙ্কৰদেৱে ধৰ্মপ্ৰচাৰ কৰা প্ৰথম অৱস্থাৰ বৰ্ণনা দৈত্যাৰিৰ গুৰু-চৰিতত লিখিছে (২৮৬-৯৫ পদ)-

"ৰাম ৰাম গুৰু ৰামদাস ওজা দুই । মাধৱে কীৰ্ত্তন কৰা ভুইনা-পালি হুই ।।
কংসবধ ঘোষা ৰাম ৰাম গুৰু গান্ত । সেহি সময়ত প্ৰেম উপজিল তান্ত ।।
দিনেক শঙ্কৰদেৱ সভাত আছন্ত। মহাৰঙ্গে ৰামদাস কীৰ্ত্তন কৰন্ত ।।

অমৃত বৰিষে যেন শুনিয়া লোকক । প্ৰহ্লাদ-চৰিত্ৰ-পদ যোৰা-কীৰ্ত্তনৰ ।।"

পূজা-পাৰ্বণ আদিত নাৰায়ণদেৱৰ পদ্মপুৰাণ বা মনসা-গীত নামনি অঞ্চলত আজিও গোৱা হয় । এনেদৰে গীত গোৱা ৰীতি অকল প্ৰাক্‌শঙ্কৰী যুগতে কিয় সদৌ ভাৰতত আগৰে পৰা নৱ-কুশৰ ৰামায়ণী-গীত আৰু ইউৰপতো তেনে প্ৰসঙ্গত চলিত থকা কথাই প্ৰমাণিত কৰে ।

সুকন্নানীৰ বিভিন্ন ভাগ আছে তাৰে কিছুমান মন্ত্ৰৰ দৰে সাপে-কামোৰাৰ প্ৰতিষেধক ৰূপে ব্যৱহাৰ কৰে দুৰ্গাবৰী আৰু সুকন্নানী গীত নামনি অসমৰ মুছলমান সমাজতো প্ৰচলিত আছে। সুকন্নানীৰ এটি খণ্ডৰ নাম ভাইঠেলী কিয়নো এই খণ্ডৰ মন্ত্ৰ ব্যৱহাৰ কৰিলে সাপৰ বিষ ভটিয়াই অৰ্থাৎ নামি আহে । ইয়াৰ উপখণ্ডও আছে, প্ৰথমতে পদ্মাই লখীন্দাৰ আৰু চন্দ্ৰধৰৰ প্ৰিয় পৰিজনৰ প্ৰাণ লোৱাৰ পৰিকল্পনা দ্বিতীয়ত বেউলা-লখীন্দাৰৰ শৱটি লৈ উটি যোৱা তৃতীয়ত বেউলা-লখীন্দাৰ আৰু তেওঁৰ আন প্ৰিয় পৰিজনৰ পুনৰুদ্ধাৰৰ কথা ইত্যাদি। পদ্মাৰ নিষ্ঠুৰ আদেশ পাই কালী নাগে নৱ-দম্পতীৰ প্ৰথম মিলন-নিশাত লখীন্দাৰক খুটিবলৈ দোধোৰ-মোৰ কৰি যোৱা গীতটি নাৰায়ণদেৱৰ কবিত্বৰ শ্ৰেষ্ঠ নিদৰ্শন (অধ্যয়ন ৮০-৮১)।

ভাইঠেলী খণ্ডৰ বাহিৰেও সুকবি নাৰায়ণদেৱৰ ৰচিত বিষহৰিৰ জন্ম পৰীক্ষিত বধ পুষ্পধাৰী খণ্ড আদি প্ৰকাশিত হৈছে আৰু বহুত খণ্ড চাগৈ এতিয়াও আন্ধাৰতে। এইখিনিৰ পৰা নাৰায়ণদেৱ এজন ৰচনা বহুল লেখক বুলি বুজিব পাৰি কিন্তু এওঁৰো বহুত ৰচনাত বৈষ্ণৱ লিপিকাৰে হাতে কুৰোৱাৰ প্ৰমাণ পোৱা হয়। উদাহৰণৰূপে বিষহৰিৰ জন্মখণ্ড আচৰিতভাৱে আৰম্ভ কৰা হৈছে, "ও মনাই হৰি আছে মোৰ বদুৱাৰ ।" পৰীক্ষিত-বধ খণ্ড ৰাম-কল্পনাৰ এটি সম্পূৰ্ণ কবিতাৰে আৰম্ভ কৰি সামৰণি মাৰিছে, "নাৰায়ণদেৱে বোলে প্ৰভু ৰাম পদতলে বিপ্ৰক (?) জানকীনাথে গই ।" আৰু এটি গীতৰ ভণিতাত আছে "নামে ভৱ নামে সিন্ধু মুকুন্দ মুৰাৰি । সভাৰে দুৰ্গতি খণ্ডোক বোলা জয় হৰি ।।" পুষ্পধাৰী খণ্ডও এটি বৈষ্ণৱ যোৰাৰে মুকলি কৰিছে, "এ জয় হৰি বোল হৰি বোল মুখে । এ ভাই, হেলায় জন্ম গৈল দুখে ।।" দ্বিতীয় যোৰাত লিখিছে , "আজু বৃন্দাবনে চলিল গোপাল । সঙ্গত ক্ৰীড়িয়া কুৰে বত ৰাখোৱাল ।।" আৰু বিপৰীতভাৱে সামৰণি মাৰিছে "নাৰায়ণদেৱে গায় মধুৰ সঙ্গীত। পদ্মাৱতী চৰণে মজিৰা যৌক চিত ।।"

নাৰায়ণদেৱৰ কাল-সম্পৰ্কে দুই এটি বিভিন্ন মত বা ভুল ধাৰণা আছে । ভাইঠেলী খণ্ডৰ এটি ভণিতাত –

শুনা কুমাৰ কেশাই, হাছান হোছেন দুই ভাই
দিল্লীপুৰে আছিল মহাৰজা।
মোৰ সঙ্গে বিবাদ কৰি ভাঙ্গিলা মোৰ ঘৰবাৰী
ভায়ে দিযে নৰ লক্ষ পূজা ।।

আন কোনো ভণিতাত আছে 'নিকটে আছয় বৈৰী হাছান হোছেন। ইয়াকে কোনোৱে বিশ্বাস ঘাতকতাৰে কমতাপুৰ ধ্বংসকাৰী বঙ্গৰ শাসক হুছেন শ্বাহৰ উল্লেখ বুলি হুতাই তাইকৈ ধৰি নাৰায়ণদেৱৰ কাল নিৰ্ণয় কৰিব খোজে কিন্তু বিখ্যাত কাৰবালাৰ কাহিনীৰ হাছান হুছেন দুই ভাই থাকোতেও দুইকো মোহাৰি এক হোছেন শ্বাহ সাজিবৰ হেতু বিচাৰি পোৱা টান । নামনি অসমৰ মুছলমানে গোৱা মনসা-গীতত এনে জোৰা দিয়া ভণিতাৰ অৰ্থ বিচৰা বনৰীয়া হাঁহ ধৰিবলৈ যোৱাৰ নিচিনা নিশ্চয়। তদুপৰি শ্ৰীহট্ট আৰু পূৰ্ববঙ্গত প্ৰচলিত মনসা গীতৰ পৰা বঙ্গীয় সাহিত্যৰ বুৰঞ্জী লেখক দীনেশচন্দ্ৰ সেনে নাৰায়ণদেৱক পঞ্চদশ শতিকাৰ আগভাগত বহুৱাব খোজে কিন্তু তাৰ বিশেষ যুক্তি বিচাৰি পোৱা টান। মনকৰ আৰু দুৰ্গাবৰ এই দুজন মনসা কবিৰ ভাষাতকৈ নাৰায়ণ দেৱৰ গীতৰ ভাষা অধিক প্ৰাচীন যেন নালাগে দুৰ্গাবৰৰ ভণিতাৰ পৰা তেওঁক বিশ্বসিংহৰ সমসাময়িক আৰু এই বাবেই ষোড়শ শতিকাৰ আগভাগ বা পঞ্চদশ শতিকাৰ শেষ ভাগৰ বুলি ঠাৱৰোৱা হৈছে এতেকে নাৰায়ণদেৱৰ কাল তাৰ আগত নহয় বুলি ধৰিব পাৰি ।

ষষ্ঠীবৰ নামৰ চতুৰ্থ এজন মনসা-কবিৰ নাম আৰু ৰচনাৰ চানেকি বেণুধৰ ৰাজখোৱাৰ পৰা পোৱা হয়। নাৰায়ণদেৱ আৰু ষষ্ঠীবৰ দুই জনৰে ঘৰ শ্ৰীহট্টত বুলি তেওলোকক বঙালীৰ ফালে দাবী কৰা হয়। কিন্তু এই কবি দুজনৰ তথা শ্ৰীহট্টৰ ভাষাও যে পুৰণি অসমীয়াই তাক বেণুধৰ ৰাজখোৱাই সুপ্ৰমাণিত কৰিছে। ষষ্ঠীবৰৰ প্ৰাঞ্জল ভাষাৰ চানেকি ৰূপে চান্দ সদাগৰৰ লঙ্কা-যাত্ৰা আৰু ফুলৰ মেলৰ বৰ্ণনা দুটি মন কৰিব লগীয়া (অধ্যয়ন ৮২ পি°)।

## মহাভাৰতৰ কবিসকল - কবীন্দ্ৰ, সঞ্জয়, আদি

বৰ্তমান গোৱালপাৰা জিলাৰ খুটাঘাট পৰগণাৰ চিকণগড় গাঁৱত হাড়িয়া

মণ্ডলৰ পুত্ৰৰূপে সামান্য এঘৰ মানুহত বিশুৰ জন্ম হয়, হুচেন শ্বাহ বঙ্গৰ ৰাজ-পাটিত থকা কালৰ (১৪৯৪-১৫২৫) ভিতৰত বিশ্বসিংহ নাম লৈ চিকণগাড়ৰ পৰা আহি কোচবেহাৰত ৰাজধানী পাতি কৰতোয়া আৰু বৰনদীৰ মাজৰ দেশত ৰাজত্ব (১৫১৫-৪০) কৰে। মিথিলাৰ পৰা নৰহৰি নামৰ এজন কায়স্থ আনি বিশ্বসিংহই তেওক মন্ত্ৰী পাতে নৰহৰি জীৱিত কালতে এওৰ পয়োনিধি নামৰ এজন পুতেক ঢুকায় আৰু পাছত কৰিকৰ্ণপুৰ উপাধি পোৱা আন এজন পুতেক সন্ন্যাসী হৈ যায়। নৰহৰিৰ তৃতীয় পুতেক বাণীনাথে পাণ্ডিত্যৰ বাবে 'কবীন্দ্ৰ' আৰু নৰনাৰায়ণৰ মন্ত্ৰীৰূপে পাত্ৰ উপাধি পায় ১৫৮০ লৈকে এও নৰনাৰায়ণৰ (১৫৪০ ৮৪) মন্ত্ৰী আছিল। বাণীনাথ মল্লদেৱ (নৰনাৰায়ণ) আৰু শুক্লধ্বজৰ (চিলাৰায়) বাল্যবন্ধু আছিল আৰু এও তেওলোক কাশীত পঢ়িবলৈ যোৱাৰ আগলৈকে বিশ্বসিংহৰ ৰাজসভাত থকা মৈথিলী পণ্ডিত সাৰ্বভৌমৰ অধীনত ৰাজপুত্ৰৰ সমানেই শিক্ষা-লাভ কৰিছিল। কাশীৰ পৰা উলটি আহি মল্লদেৱ আৰু শুক্লধ্বজ ক্ৰমে ৰজা আৰু ৰাজসেনাপতি হোৱাত বাণীনাথ ৰাজমন্ত্ৰী হল আৰু কোনো দিগ্বিজয় আদিতো বাণীনাথ কবীন্দ্ৰ পাত্ৰ এওলোকৰ লগৰীয়া হৈছিল। দৰং-ৰাজবংশাৱলী'ত পোৱা হয় হেড়ম্বপুৰ জয়ৰ কাৰণে চিলাৰায় অকলে যাব খোজোঁতে নৰনাৰায়ণে তেওক নিৰ্দেশ দিছে ৰাজা বোলে যায়ো বাপু বিলম্ব নকৰি। কবি ইন্দ্ৰ পাত্ৰকো নিয়োক লগ কৰি ।।৩৮৯।' কবীন্দ্ৰ পাত্ৰ কবি আৰু যোদ্ধা আছিল এইবাবে তেনে এজন ইংৰাজ কবি যোদ্ধাৰ লগত তুলনা কৰি এওক অসমৰ স্যাৰ ফিলিপ ছিদনী বোলা হৈছে।

বঙ্গৰ ৰজা আলাউদ্দীন হুছেন শ্বাহৰ (১৪৯৪ ১৫২৫) দুজন সেনাপতিৰ এজন স্বয়ং ৰাজকুমাৰ ভাবী সম্ৰাট নছৰৎ শ্বাহ আৰু ইজন পৰাগল খাঁ। এই পৰাগল খাঁৰ নিৰ্দেশ অনুসাৰেই কবীন্দ্ৰই মহাভাৰতৰ পদ ভাঙনি কৰে (৪-১১ পদ)।—

"সুলতান আলাউদ্দীন প্ৰভু গৌড়েশ্বৰ। এ তিন ভুবনে যাৰ যশেৰ প্ৰসাৰ ।।
লস্কৰ পৰাগল খান শুনহ কাহিনী। যেন মতে পাণ্ডৱে হাৰাইলা ৰাজধানী।।
এই সব কথা কহ অতি সংক্ষেপিয়া। দিনেকে শুনিতে পাৰি পাঁচালী ৰচিয়া ।।
তাঁহাৰ আদেশ মান্য মস্তকে কৰিয়া। কবীন্দ্ৰ পৰম যত্নে পাঁচালী ৰচিয়া ।।"

"বাঙ্গলাৰ ইতিহাস" লেখক ৰাখালদাস বন্দ্যোপাধ্যায়ে লিখিছে, "হুসেন সাহ

পৰাগল খাঁ নামক একজন সেনাপতিকে চট্টগ্রাম প্রদেশে ভূসম্পত্তি প্রদান কৰিয়াছিলেন এই পৰাগল খাঁৰ আদেশে কৰীন্দ্র পৰমেশ্বৰ মহাভাৰতেৰ আদি পর্ব হইতে স্ত্রীপর্ব বাঙ্গলা ভাষায় অনুবাদ কৰিয়াছিলেন। তদুপৰি "বঙ্গভাষা ও সাহিত্য'ত দীনেশচন্দ্র সেনে লিখিছে, - ফণী (আধুনিক ফেনা) নদীৰ তীৰে চট্টগ্রাম জোৰওয়াৰগঞ্জ থানাৰ অধীন পৰাগলপুৰ এখনও বর্ত্তমান পৰাগল খাঁৰ প্রাসাদাবলী এখন ৰাশিকৃত ভগ্ন ইষ্টকস্তূপে পৰিণত। কিন্তু একখানি তুলট কাগজে লিখিত কীটদ্ৰ-ষ্ট্ৰাবিদ্ধ লূতাতন্তুজড়িত প্রাচীন পুথি লুপ্ত স্মৃতি উদ্ধাৰ কৰিয়াছে সে পুথিখানি পৰাগলী ভাৰত" অথবা কৰীন্দ্র পৰমেশ্বৰ বিৰচিত মহাভাৰত।' (১৫৮ পিঠি)।

এই মহাভাৰতৰ 'বাঙলা ভাষা আৰু লেখকৰ 'কৰীন্দ্র পৰমেশ্বৰ নাম উভয়েই সমান ৰহস্যজনক। পুথিৰ ভিতৰত ক'তো কৰীন্দ্র পৰমেশ্বৰ উপাধি নাই, হবও নোৱাৰে উদ্ধৃত পদৰ শেষ শাৰী কৰীন্দ্র পৰমযত্নে পাঁচালী ৰচিয়া। তাকেই কৰীন্দ্র পৰমেশ্বৰ পাঁচালী ৰচিয়া বুলি আবিষ্কাৰ কৰাই অতি সম্ভৱপৰ। এই পুথিৰ নকল পোনতে চট্টগ্রামত পাই তাৰ ভাষাৰ বিশেষত্ব ভালদৰে উপলব্ধি কৰিব নোৱাৰি তাক পুৰণি বঙলা ভাষা বুলি কথা চমু চপাই থোৱাও স্বাভাৱিক। কিন্তু ইয়াৰ পাছত ১৯২০ৰ পাছত অসমৰ গৌৰীপুৰৰ ৰাজপৰিয়ালৰ পুথি-ভঁৰালত যেতিয়া এই মহাভাৰতৰ তিনটি সুকীয়া নকল পোৱা হল তেতিয়া তাৰ মূল ৰহস্য উদঘাটিত হৈ কৰীন্দ্র পাত্র যে সেই ৰাজপৰিয়ালৰ পুৰ্বপুৰুষ সি ওলাই পৰিল। সৌভাগ্যক্রমে সেই ৰাজপৰিয়ালৰ যত্নত ১৯৩০-৩১ত গৌৰীনাথ চক্ৰবৰ্ত্তী শাস্ত্রীৰ দ্বাৰা ই সম্পাদিত হৈ ওলাল অলপ মাত্র দুখৰ কথা লেখকৰ অসমীয়া ভাষাৰ জ্ঞান বা তাৰ প্রতি শ্রদ্ধা সিমান গভীৰ নথকা হেতুকে পুথিখন বঙলা নুবুলিলেও বঙলা সাজত ওলাল। সম্পাদকে ব্লক কটাই ছপাই দিয়া পাততিনি প্রতিকৃতি আৰু '১০৭ বৎসৰেৰ আৰু '২০০ বৎসৰেৰ পুৰাতন পুস্তক আদর্শলিপি (বানানেৰ আদর্শ)" যি আহিঁ দিছে, তাৰ পৰা স্পষ্ট প্রমাণ হয় যে পুথিখন সম্পূর্ণ অসমীয়া আখৰ ব্যাকৰণ আৰু ভাষাৰ নিদর্শন। সম্পাদকৰ সৌজন্যত ছপাৰলৈ নকল কৰোৱাৰ আগতে পুৰণি পাণ্ডুলিপিকেইটি আমি মিলাই চাবৰ সুযোগ পাইছিলো; কিন্তু কবলৈ দুখ লাগে, লেখকে আমাৰ পৰামর্শ সত্ত্বেও " ৰেহ"ক "ব্যুহ" কৰাৰ দৰে ভালেখিনি ঠাইত পুথিখন অন্যায়ভাৱে হাত ফুৰাই "শুধৰাই" পুৰণি অসমীয়া গঢ়ৰ চিন ভালেখিনি

মোহাৰিলে। তথাপি যি আছে আৰু যেনেকৈ ছপা হৈছে, তাতো অসমীয়া ভাষাৰ বৈশিষ্ট্য একেবাৰে লুপ্ত হোৱা নাই নিশ্চয়। এই মহাভাৰতখনি অতি সংক্ষিপ্ত হলেও মূলৰ লগত যে ভাঙনিৰ সম্পূৰ্ণ মিল আছে তাক দীনেশচন্দ্ৰ সেনে উদ্ধৃতিৰে দেখুৱাইছে (অধ্যয়ন ১০৬-০৭)।

কবীন্দ্ৰ মহাভাৰতৰ ৰচনা তেন্তে হৰিহৰ বিপ্ৰ কবিৰত্ন সৰস্বতী আদিৰ আংশিক ভাঙনিতকৈ পাছৰ হলেও ৰাম সৰস্বতীৰ পাছ নহব ই কাশীনাথ দাসৰ বঙলা মহাভাৰততকৈ যেনে মৌলিক তেনে প্ৰাচীন সন্দেহ নাই। এই সকলো ফালৰ পৰাই অসমীয়া সাহিত্যলৈ ই এটি বিশিষ্ট অৱদান।

সঞ্জয় কবি মহাভাৰতৰ আৰু এজন পদ-ভাঙনি কৰোঁতা। এওঁৰ ৰচিত মহাভাৰত বঙ্গদেশৰ বিক্ৰমপুৰ শ্ৰীহট্ট ত্ৰিপুৰা নোৱাখালি চট্টগ্ৰাম, ফৰিদপুৰ ৰাজসাহী প্ৰভৃতি ঠাইত পোৱা হৈছে বুলি "বঙ্গভাষা ও সাহিত্য" লেখক দীনেশ চন্দ্ৰ সেনে কৈছে, আৰু সঞ্জয়ৰ গ্ৰাম্য ভাষা ও প্ৰাচীন বিভক্তিৰ জটিলতা অনেক স্থলেই বিৰক্তিকৰ বুলিছে। কিন্তু তেওঁৰ উদ্ধৃতিৰ পৰাই ই সুন্দৰ সহজ অসমীয়া বুলি বুজিব পাৰি যদিও অৱশ্যে আধুনিক বঙলা ভাষাৰ বাবে ই আচহুৱা—

'ৰাজাৰ আদেশ পাই, দুঃশাসন গৈলা ধাই,
সভাত আনিল একেশ্বৰী।
একবস্ত্ৰা ৰজস্বলা দ্ৰুপদ-নন্দিনী বালা
ৰাহুএ যেন চন্দ্ৰ নিল হৰি।।
মন্দ বোলে সভাজন ধৰ্ম্মশাস্ত্ৰ অকাৰণ
উচিত নোবোলে কোন জনা।
কাঁদয়ে সুন্দৰী ৰামা, ৰূপে-গুণে অনুপমা,
নয়নে বহয়ে জলধাৰা।।
আপনে হাৰিল পতি, মোহোৰ যে কোন গতি,
উত্তৰ নাদিওঁ সভাজন।
দ্ৰৌপদীৰ বাক্য শুনি, সভাসদে কানাকাণি,
অন্যোঅন্যে মুখ নিৰীক্ষণ।।"

পীতাম্বৰ কবি জন-বৈষ্ণৱ শংকৰী যুগৰ কবিৰ ভিতৰত বৰ জনাজাত- তাৰ কাৰণ একাধিক শংকৰ-চৰিতত এওঁৰ বিশেষ উল্লেখ আছে। শ্ৰীশংকৰদেৱে নামকি

অসমত ধৰ্মপ্ৰচাৰ কৰোঁতে চুণপোৰাত (বৰ্তমান বৰপেটা) ভবানন্দ সাউদে (পাছত নাৰায়ণ ঠাকুৰ আতা) এইজন কবিৰ ৰুক্মিণীহৰণ কাব্যৰ পদ শঙ্কৰদেৱৰ আজ্ঞামতে আবৃত্তি কৰাৰ প্ৰসঙ্গ ৰামচৰণ ঠাকুৰৰ শঙ্কৰ চৰিতত (২ ৪২১ ২৪ পদ) এনেদৰে আছে—

'নাৰায়ণো বসিলন্ত পুছিলা শঙ্কৰ। ইতো ৰাজ্যে উত্তম আছয় কোন নৰ ।।
নাৰায়ণে কহিলন্ত চৰণত সেৱি। আছে একজন পীতাম্বৰ নাম কবি ।।
শঙ্কৰে বোলন্ত কেনে কবিতা কৰয়। গোৱাঁ নাৰায়ণ শুনো গীতৰ অন্বয় ।।
শুনি নাৰায়ণে পাছে সুঁৱৰি মনত। কবি-কৃত গীত গান্ত শঙ্কৰ আগত ।।
বিলাপ কৰিয়া কান্দে দেৱী ৰুকমিনী। কোন অঙ্গ খুণ দেখি নাইলা পদ্মপাণি ।।
আৰ গাইবে নিদিলা শঙ্কৰ মহামতি। জানিলোহো নাৰায়ণ সিটো অল্পমতি ।।
গীততে জানিলোঁ কাম-বশ্য সিটো জন। আন কোন আছে কহিয়োক নাৰায়ণ ।।

ৰামানন্দৰ গুৰু-চৰিততো প্ৰায় অবিকৃতভাৱে আছে (৮০১ ০৩)

"শঙ্কৰ বদতি নাৰায়ণ শুনিযোক। তৈত কোন আছে হৰি পৰাযণ লোক ।।
নাৰাযণে কন্ত তান নাম পীতাম্বৰ। কৰিছন্ত পদ তেন্তে দশম স্কন্ধৰ।
শঙ্কৰে বোলন্ত নাৰায়ণ মহাশয়। তাহান কবিতা মুখে আসে কি নাসয় ।।
নাৰায়ণ ঠাকুৰে পাছে গাইবাক লাগিলা। যেনমতে ৰুক্মিণীয়ে কৃষ্ণক ভাবিলা ।।
শুনিযা বোলন্ত আৰ গাইবে নলাগয়। গৰ্ব্ব পৰ্ব্বতত সিটো উঠিয়া আছয় ।।
ধৰ্ম্ম ধৰিবাৰ সিটো নোহে যোগ্য লোক। আন কোন আছে নাৰায়ণ কহিয়োক ।।

অৱশ্যে বৰ্তমান পীতাম্বৰ কবিৰ এই ৰুক্মিণী হৰণ কাব্য পাবলৈ নাই কিন্তু শঙ্কৰদেৱে নিজে দশম স্কন্ধৰ ভাঙনিৰ উপৰিও ৰুক্মিণীহৰণ কাব্য আৰু নাট দুই ধৰণে লিখি পীতাম্বৰৰ এই কাব্য নিন্দিলে কিয়? শঙ্কৰদেৱে ইয়াত ইন্দ্ৰিয়ালুতা তথা লৌকিকতাৰ যি গোন্ধ পাইছিল সেয়ে সম্ভৱ প্ৰাকশঙ্কৰী সাহিত্যক শঙ্কৰী সাহিত্যৰ পৰা পৃথক কৰিছিল আৰু পূৰ্বশঙ্কৰী তেনে লৌকিক গীত মাতভকৈ পৃথক বা শ্ৰেষ্ঠ বুজাবৰ বাবেই "বৰগীত"ৰ জন্ম। সি যি হওক পীতাম্বৰৰ 'উষা-পৰিণয় কাব্যৰ পৰাও আমি কবিৰ এই ইন্দ্ৰিয়ালু স্বভাৱৰ গম ধৰিব পাৰোঁহঁক

"দেখিয়া কুমাৰী উষা গুণে মনে মনে। কন্যা নাৰী পুৰুষ বিলাপ কৰে বনে ।।
হেনয় সময়ে যাৰ কোলে নাহি পতি। অকাৰণ প্ৰাণ ধৰে সেহিসে যুৱতী ।।
বসন্ত সময়ে যাৰ কোলে নাহি পতি। কলসি বান্ধিয়া জলে মৰোক যুৱতী ।।

ব্যৰ্থ মোৰ জন্ম ভৈল ৰাজাৰ কুমাৰী। হেন বনে একলে ফেৰাও মই নাৰী।।
উষাৰ বিবাহ কথা পুণ্যময় অতি। শুনিলে বাঞ্ছিত সিদ্ধি বাঢ়য় বিভূতি ।।
বাঢে পুত্ৰ-পৰিয়াল নাশ কৰে দুঃখ। শৰীৰ ছাড়িয়া গিয়া ভুঞ্জে স্বৰ্গ-সুখ।।"

এই বৰ্ণনাতো ইন্দ্ৰিয়ালুতাৰ কথা এৰিও পুণ্যৰ ফল স্বৰূপে বৈষয়িক সুখ আৰু স্বৰ্গ-লাভৰ প্ৰলোভন অবশ্যে অন বৈষ্ণৱ ভাবাবেশ। "উষা-পৰিণয়'ৰ ভণিতাৰ পৰা তাৰ ৰচনা-কাল আৰু কবিৰ আত্ম-পৰিচয় পোৱা হয়।

পীতাম্বৰ নামে কবি শিশুমতি অতি। উষা-পৰিণয়-ন্যাস কথা ৰস-ৰতি।।
বাণ যুত বাণ বেদ শশাঙ্ক সময়। বৈশাখৰ সিত শুভ পঞ্চত সময়।।
সৰ্বসিদ্ধি যোগ আৰু শুভ গুৰুবাৰ। কহে পীতাম্বৰে উষা-বিবাহ পয়াৰ।।"

অৰ্থাৎ ১৪৫৫ শকৰ (১৫৩৩খৃঃ) বহাগত এই কাব্য ৰচনা কৰা হয়। ভাগৱত দশম স্কন্ধ আৰু মহাভাৰতৰ এনে আখ্যানৰ উপৰিও মাৰ্কণ্ডেয় পুৰাণৰ চণ্ডী আখ্যান আদি পীতাম্বৰে ৰচিছিল বুলি জানিবলৈ পোৱা হয়।

এইসকলৰ উপৰিও এই যুগৰ আন কেইবাজনো অন-বৈষ্ণৱ কবিৰ নাম পোৱা হয়। "শিয়াল গোসাঁই নামে এখন পুথি কবিৰাজ মিশ্ৰই আ' ১৬১৬ ত লিখা বুলি ধৰা হয়। তাৰ কাহিনী ধৰ্মদেৱ ভূঞা নামে এজন বামুণ তীৰ্থলৈ যাওতে চন্দ্ৰভৰা নামৰ থৈশীয়েকৰ এটি লৰা ওপজাত সতিনীয়েক কুন্দভৰাই বুদ্ধি কৰি লৰাটি হাবিত পেলাই দিয়ালে বামুণ ঘূৰি আহি শিয়ালৰ গাতৰ পৰা লৰাটি উদ্ধাৰ কৰিলে আৰু তেতিয়াই কালত শিয়াল গোসাঁই নাম পালে। ঘটনাটি কাল্পনিক আৰু ৰচয়িতা এজন গাঁৱলীয়া কবি-

'সূৰ্য্য বিপ্ৰকুলে জন্ম এই অধমৰ। দৰঙৰ মধ্যে গ্ৰাম হুপাৰাত ঘৰ ।।
নামে কবিৰাজ কবি সুহৃদ সদায়। চাউল মাগি কুৰোঁ এহি কবিতা কণাই।।"

১৫৯৩ ত ৰামপতি নামে এজনেও চাণক্যৰ পদ-ভাঙনি কৰে তাত ১৩৬ মান পদ আছে, তাৰ উদাহৰণ-

"অতি দান অতি দৰ্প নুহিকন্ত ভাল। অতি ৰূপৱতী কন্যা নুহিকন্ত ভাল ।।
অতি দানে বলি ৰজা পাইলেক বন্ধন। অতি দৰ্পে নষ্ট ভৈলা লঙ্কাৰ ৰাৱণ।।
অতি ৰূপে সীতাৰ দুখৰ নাহি পাৰ। তিনিও নুহিকে ভাল জানা সাৰাসাৰ।।"

## ৪। নৱ-জন্মৰ বৈষ্ণৱ-সাহিত্য -শ্ৰীশংকৰ-সূৰ্য্যৰ উদয়

ৰাজনীতি আৰু ধৰ্মনীতিত বিভিন্ন শক্তিৰ যুদ্ধ-বাগৰ চলি থকাৰ কথা আগতে উল্লেখ কৰা হৈছে; সমাজ-নীতি কেনেভো লৈছিলে এই যুগত প্ৰকৃততে

তলৰ মাটি ওপৰ হয় বুলিব পাৰি। ধৰ্মৰ নামত অধৰ্ম, সত্যৰ নামত অসত্য আৰু পুণ্যৰ নামত পাপৰ প্ৰচলন কৰা হেতুকে ধৰ্মাধিকাৰসকলৰ বিৰুদ্ধে জন গণৰ অকল অসন্তোষেই নহয় অশ্ৰদ্ধাৰ ভাবো বাঢ়ি আহিল, আৰু ইয়াৰ সমানে সমানে সেই সুবিধা-প্ৰাপ্ত শ্ৰেণীৰ সম্মান আৰু প্ৰভাব টুটি আহিল। তেওঁলোকৰ অধিকাৰিত্বৰ বিৰুদ্ধে ফেপেৰি পাতি উঠাৰ লগে লগে সংস্কৃতিৰ একস্বত্ববাদ গুচিবলৈ ধৰিলে আৰু চছাৰৰ যুগৰ (১৩৫০-১৪০০খৃঃ) ইংলণ্ডৰ বিবেক জাগ্ৰত কৰিবলৈ জন উইক্লিফে (১৩২৪?-১৩৮৪ খৃ°) প্ৰপীড়িত সমাজৰ হাতত বাইবেল ভাঙনি কৰি দিয়াৰ দৰে এই যুগতে হিন্দু ধৰ্মশাস্ত্ৰবোৰ অসমীয়ালৈ ভাঙিবৰ দিহা হয়। আকৌ ইংলণ্ডৰ জ্ঞানৰ নৱজন্মৰ যুগৰ (১৪০০-১৫৫০ খৃঃ) দৰে এই যুগতেই ঘোৰ পৰিবৰ্তনৰ অঙ্কুৰ পাত হয় আৰু এলিজাবেথৰ যুগৰ(১৫৫০-১৬২০ খৃ ) দৰে শ্ৰীশঙ্কৰদেৱৰ আৱিৰ্ভাৱৰ লগে লগে শুই থকা অৱস্থাত বুকুৰ পৰা হাত গুচিলেই টোপনিত মোকমোকোৱা ৰোগ গুচাৰ দৰে অসমীয়া জাতিৰ সকলো ভয়-সংশয় আৰু সন্দেহ দূৰীভূত হয়। তদুপৰি অসমীয়া সমাজ-সাহিত্যৰ মহান্ কেন্দ্ৰৰূপে শ্ৰীশঙ্কৰদেৱকে ঘাই কৰি এই সকলো আন্দোলন অতি সুচাৰুৰূপে সম্পন্ন হয়।

আত্ম-পৰিচয়মূলক ভণিতাত শঙ্কৰদেৱে দশম স্কন্ধ ভাগৱত আৰু উত্তৰাকাণ্ড ৰামায়ণত একেদৰেই লিখিছে-

"বৰদোৱা নামে গ্ৰাম শস্যে-মৎসে অনুপাম,
লোহিত্যৰ অতি অনুকূল।
সেই মহাগ্ৰামেশ্বৰ, আছিলন্ত ৰাজ্যধৰ,
কায়স্থ কুলত পদ্মফুল।।
তান পুত্ৰ সূৰ্য্যবৰ, মহাবলী দেশধৰ,
দানী মানী পৰম বিশিষ্ট।
যাৰ যশ এতু স্থলে, জয়ন্ত মাধৱ দলে
দুয়ো ভাই যাহাৰ কণিষ্ঠ।।
তান পুত্ৰ কুলোজ্বাৰ, ভৌমিক মধ্যত সাৰ,
প্ৰসিদ্ধ কুসুম নাম যাৰ।
তান পুত্ৰ শিত্তমতি, কৃষ্ণ পাৱে কৰি মতি,
বিৰচিলা শঙ্কৰে পয়াৰ।।"

এই ৰাজধৰৰ পিতাক চণ্ডীবৰ আৰু তেঁওৰ পিতাক লণ্ডাদেৱ(বাম,৫০৫৫)-

"লণ্ডাদেৱ নামে সিটো পুৰুষ অদ্ভুত। অস্ত্ৰ-শস্ত্ৰ শাস্ত্ৰত যে বৰাই পাৰ্গত।।
পৰম গম্ভীৰ ধীৰ বুদ্ধিত সাগৰ। পৃথিৱীত নাহি লণ্ডাদেৱ সমসৰ।।
বঙ্গাল মাৰিবে গৌৰেশ্বৰে শক্তি দিল। সমস্ত ৰাজ্যক তিনি একত্ৰ কৰিল।।
সৈন্যৰ শোণিতে এক নদী বহি যাই। চক ভৰি শোণিতক লৈলা সেহি ঠাই।।
সেহি তেজে লণ্ডাদেৱ পূজিলন্ত চণ্ডী। দিয়ো বৰ মাৰ বন্ধ্যা নাম যাওক খণ্ডি।।
তুষ্ট হয়া চণ্ডী মাৰ মোক দিয়ো বৰ। এক গুটি পুত্ৰ হৌক তমু সমসৰ।।
সিদ্ধি হৌক বুলি সতী গৈলা দিয়া বৰ। ভৈল পুত্ৰ তান তেৰে নাম চণ্ডীবৰ।।
সৰ্বগুণান্বিত মহা বীৰ্য্যৱন্ত মতি। গৌড়েশ্বৰে দয়া পাছে কৰিলা সম্প্ৰতি।।
কনৌজপুৰত বাসা জানা তাসবাৰ। দেৱীপূজা কৰ্ম্ম তেজে কৰন্ত বিস্তাৰ।।
ভক্তি কৰি দেৱীক কৰিলা দাসী প্ৰায়। দেৱীদাস নাম ভৈলা এহি কাৰ্য্যে যাই।।"

গৌড়েশ্বৰ দুৰ্লভনাৰায়ণ আৰু কমতেশ্বৰ ধৰ্মপালৰ মাজত হোৱা এখন যুদ্ধৰ সন্ধিৰ সৰ্ত্তৰূপে ধৰ্মপালে দুৰ্লভনাৰায়ণৰ ৰাজ্যৰ পৰা যি সাত ঘৰ বামুণ আৰু সাতঘৰ কায়স্থ নিজ ৰাজ্যলৈ আনে সেইসকলৰ নায়কৰূপে চণ্ডীবৰ আহি পোনতে লেঙ্গামাগুৰীয়া নামে ঠাইত বসতি কৰে। এওঁলোক ভূঞা আছিল আৰু এই ভূঞাসকলে বিশ্বসিংহৰ ৰাজত্বৰ আগলৈকে পূৰণি অসমত বিশেষ প্ৰতিপত্তি যে চলাইছিল আগতে উদ্ধৃত কৰা ৰামচৰণ ঠাকুৰৰ অন্যান্য পদৰ পৰাই বুজিব পাৰি (২৫২৬-৩০)-

"পূৰ্বে বাৰভূঞা চণ্ডীবৰ আদি কৰি। অনুক্ৰমে ভুঞ্জে কামৰূপ বসুন্ধৰী।।
স বাৰে মধ্যত কৰি ভূঞা চণ্ডীবৰ। ক্ৰমে মহেশ্বৰ যেন পাইক ধনুৰ্দ্ধৰ।।
ধৰ্মপাল ৰাজা আছিলেক কামেশ্বৰ। তাহান্তে খাটিয় যত ভূঞা নিৰন্তৰ।।
কামাখ্যা দেৱীয়ে যেৱে তাক শাপ দিলা। আপুনাৰ ৰাজ্য এৰি বিদেশক গৈলা।।
দেখিলেক লোক যেৱে ভৈলেক অৰাজ। গাঁৱে গাঁৱে ভৈল তেৱে সৱে ভূঞা-ৰাজ।।
দুৰ্লভনাৰায়ণ তাৰ বেলেগীয়া ভাই। সিয়ো কতো দিনে ৰাজ্য ভৈল এক ঠাই।।
বেহুৰৰ পৰা তিনি পাহৰ বাট। পৰিৱ্ৰা নগৰ ৰাজা দুৰ্লভৰ পাট।।
যেৱে বিশ্বসিংহ কামৰূপে ভৈল ৰাজা। আপুনি বসিল আনি অসংখ্যাত প্ৰজা।।
জনুৱান ৰাৰ তাৰা ৰাজা সাজি তাৰ। বধিলেক ভূঞা যুদ্ধ কৰি পৰিচ্ছেৰ।।"

ভূষণ দ্বিজৰ গুৰু-চৰিতত ভূঞাসকলৰ প্ৰতিপত্তিৰ কথা আছে-

"চণ্ডীবৰ নাম তাৰে লণ্ডাদেৱ সুত। সকলো জানিলা মহা পণ্ডিত অদ্ভুত।।

ভৈলন্ত প্ৰসিদ্ধ ভূঞা বহু লোকপাল। লগতে উঠয় যাৰ আশীখান ঢাল।।
ধনুৰ্ধৰ পাইক সৱে খাটে বহুতৰ। গৌড়েশ্বৰ পাশক নযায় চণ্ডীবৰ।।

ৰামচৰণৰ মতেও দুৰ্লভ নাৰায়ণৰ আদেশমতে "পৰম স্নেহৰ মোৰ এন্তে চণ্ডীবৰ। আসিবে আমাৰ পাশে বৎসৰ অন্তৰ।।৮৯। আৰু এই আদেশ পালন নকৰাত দীপ নামৰ কটোৱালে বজাক নিৰ্দেশ দিয়ে চণ্ডীবৰ নামে সিতো পৰম প্ৰচণ্ড। তাক আনি তুমি এৱে কৰিয়োক দণ্ড। ১১২। দৰং-ৰাজবংশাৱলীৰ পৰাও ভূঞা-দমনৰ চেষ্টাৰ গম পাব পাৰি (৮৯ ৯৭ আৰু ১১৮ ২২ পদ) আৰু শঙ্কৰদেৱৰ পিতৃৰ সম্পৰ্কেও লিখিছে কুসুম ভূঞাক পাছে খেদিয়া গৈলেক। আপুনি বিষয় কুসুমেও এৰিলেক।।৯২। এই ভূঞাসকলৰে শিৰোমণিৰ ঘৰত শ্ৰীশঙ্কৰদেৱৰ জন্ম হয় গতিকে ধৰ্মনীতি বা আধ্যাত্মিক সম্পৰ্কতকৈ বৈষয়িক সম্পৰ্কই এই পৰিয়ালৰ ঘাই কথা আছিল বুলি বুজিব পাৰি তথাপি মানসিক সম্পৰ্কতো এওলোক আগৰনুৱা আছিল নিশ্চয়।

'ভাদ্ৰ মাহত শুক্লা দ্বিতীয়া তিথি ভৈলা। সেহিদিনা গুৰু নৱ-নাটিক এৰিলা।।
বৰিষেক মন্দ আয়ু ভৈল ছয় কুৰি। তেৱে চলি গৈলা গুৰু নৰ-দেহ এৰি।।

ভূষণত মৃত্যু-শকো সঠিক নাই, ৰামানন্দৰ ছপা চৰিত্ৰত ৰামচৰণৰ সেই পদকে অলপ ইফাল-সিফালকৈ দিয়া আছে; কিন্তু দৈত্যাৰিয়ে সঠিক কৈছে—

"চৌধশ নব্বই, শকত নিশ্চয় শঙ্কৰ বৈকুণ্ঠে গৈলা।
তাত পাছে আৰ আঠাইশ বছৰ মাধব দেৱ আছিলা।।
পঞ্চদশ শত আঠাৰ শকত বৈকুণ্ঠে গৈলা মাধব।"

উল্লিখিত পৰৱৰ্ত্তী চৰিত-কাৰ অনিৰুদ্ধয়ো মৃত্যু-কাল সঠিকভাৱে দিছে—

যেতিক্ষণে গুৰুদেৱ বৈকুণ্ঠক গৈলা। ভাদ্ৰ মাস শুক্লা দ্বিতীয়া তিথি ভৈলা।।
বৎসৰৰ কথা কহোঁ শুনিয়োক তাক। বিন্দু ৰন্ধ্ৰ বেদ চন্দ্ৰ বুজিয়োক শক।।

সাৰ্বভৌম ভট্টাচাৰ্য্যয়ো তেওঁৰ শঙ্কৰ-চৰিত্ৰত লিখিছে এক বান ছয় বিংশ বৰিষ ভৈলন্ত। ২০৬।' গতিকে সকলো মতেই ১৪৯০ শকত তিৰোভাৱ আৰু ১১৯ বছৰ আয়ুস ধৰিলে ১৩৭১ শকৰ আহিনত শঙ্কৰদেৱৰ আবিৰ্ভাৱ সুনিশ্চিত। ইমান দিন জীয়াই থকা সম্ভৱপৰ নহয় বুলি গৈইটে শঙ্কৰদেৱৰ জন্ম কাল পিছুৱাব খোজা আৰু তেওঁৰ পিছ ধৰি লাগি-লুগাকৈ"এক বৰিষ মন্দ আয়ু"ৰ ঠাইত "তেৰ বৰিষ", কোনোৱে আকৌ "তেৰ বৰিষ" কৰি কোনোৰা অনিৰুদ্ধৰ আধুনিক

পুথিৰ পৰা ইয়াকে ঠিয় কৰিবলৈ চোৱা অন্যায় আৰু অমূলক। উল্লিখিত বৰদোৱা-চৰিতত আহোম ৰজা ছুহেন ফাৰ(১৪৩৯-৮৮ খৃঃ) ৰাজত্বত শঙ্কৰদেৱৰ জন্ম বুলিছে, তদুপৰি ১৫৬২ শকত অসমীয়ালৈ ভঙা "মঞ্জুৰী" নামৰ কাইঠালী অক্ষৰ পুথিত যে কলিৰ ৩১৯৭ বছৰত শকাব্দৰ আৰম্ভ আৰু সংস্কৃত ৰুদ্র-যামল গ্রন্থত কলিৰ ৪৫৫০ বছৰত শঙ্কৰদেৱৰ জন্ম বুলিছে তাৰ পৰাও ১৪৭১ শক (১৪৪৯ খৃ ) ওলাই পৰে।

ৰামচৰণে শঙ্কৰদেৱৰ জীৱনৰ ঘটনাৱলী পোনতে দিনে দিনে তাৰ পাছত পাছত মাহে মাহে আৰু শেষ ছোৱাত বছৰে বছৰে বৰ্ণাইছে। তাৰ পৰা শঙ্কৰদেৱৰ জন্মৰ পোন্ধৰ দিনা মাক সত্যসন্ধা(৬২৪-২৮ পদ) সপ্তম মাহত ককাক সূৰ্য্যবৰ (৯৫১ ৬৯ পদ) আৰু পঞ্চম বছৰত পিতাক কুসুমবৰৰ (১০৬৭ ১১৩৪পদ) মৃত্যু হয় বুলি বুজিব পাৰি। কিন্তু দৈত্যাৰিৰ মতে কুসুমবৰৰ মৃত্যুত সত্যসন্ধা সতী গৈছিল (৩৬ পদ), ভূষণ (১১৪ ১৯ পদ) আৰু ৰামানন্দয়ো (১১৭ পদ) তাকে কয় আৰু শঙ্কৰদেৱ ওপজাৰ সাত বছৰৰ পাছত এইবোৰ হোৱা বোলে। বৰদোৱাৰ গুৰুচৰিতে ভূষণ আদিতকৈও এখোজ আগবাঢ়ি শঙ্কৰদেৱ-সূৰ্য্যৱতীৰ বিয়াৰ পাছতহে কুসুমবৰ সত্যসন্ধাৰ মৃত্যু বুলি কয়, কিন্তু লক্ষ্মীনাথ বেজবৰুৱাই শঙ্কৰদেৱৰ জন্মৰ তৃতীয় দিনা সত্যসন্ধাৰ মৃত্যু হয় বোলে।

ৰামচৰণৰ মতে বুঢ়ীমাক খেৰসুতিৰ বকনি, অনুযোগ আৰু অনুৰোধত আৰু ককাক সূৰ্য্যবৰৰ তিনি ভাই জয়ন্ত মাধৱ আৰু হলায়ুধৰ নিৰ্দ্দেশমতে শঙ্কৰদেৱ তেৰ বছৰ বয়সত পঢ়াশালিলৈ গৈছিল (১৩৩৬-৪১পদ) ৰামানন্দ (১১৮-১৩১পদ) আৰু দৈত্যাৰিয়েও সেই মৰ্ম্মেই লিখে (৪০-৪৪); কিন্তু ভূষণ দ্বিজৰ মতে পিতাক কুসুমবৰে নিজে শঙ্কৰদেৱক পঢ়াশালিলৈ নিয়ে (২৯ ৪৬ পদ) । এই সকলো মতৰ পৰা অন্ততঃ এইটো ঠাৱৰ হয় যে শঙ্কৰদেৱ বাৰ-তেৰ বছৰ বয়সৰ আগত পঢ়াশালিলৈ যোৱা নাছিল আৰু তাৰ আগত তেওঁ নানান লৰালি খেমালিত অতিশয় অনুৰক্ত আছিল আৰু পিতাক বা বুঢ়ীমাক বা যাৰ অনুপ্রেৰণাতেই হওক, পঢ়াশালিলৈ গৈও শঙ্কৰদেৱে খেমালিৰ পৰা সততাই মন আঁতৰাই আনিব পৰা নাছিল। তাৰ প্রমাণ ৰবাণে এবাৰ ৰবৰ পৰা মনে মনে ৰাণ ষুটিকা আৰু কাপোৰ মুখন নি নিজাওতক ভাতি দি উজলিবলৈ যোৱা কথা ৰামচৰণে (১৩৮৬-৯২) বিতোপনকৈ বৰ্ণিছে। কিন্তু পঢ়া-শুনাত

মন দিয়াৰ লগে লগেই শঙ্কৰদেৱে অচিৰে সকলো ছাত্ৰক চেৰ পেলাই শিক্ষক আৰু অভিভাৱক সদৌৱে মনত বিস্ময় আৰু আনন্দ দিছিল যে আটাইকেইখন চৰিতৰ পৰাই প্ৰমাণিত হয়। ৰামানন্দৰ মতে স্বৰবৰ্ণৰ লগত নৌ চিনাকি হওঁতেই শঙ্কৰদেৱে এই কবিতাটি ৰচিছিল (১৪২-৪৫ পদ) -

| | |
|---|---|
| কৰতল কমল কমলদল নয়ন। | ভৱদৱদহন গহন বন শয়ন।। |
| নপৰ নপৰ পৰ শতৰত গময়। | সময় নভয় ভয় সমহৰ সততয়।। |
| খৰ তত বৰ শৰ হত দশবদন। | খগচৰ নগধৰ ফণধৰ শয়ন।। |
| জগদঘমপহৰ ভৱভয় তৰণ। | পৰপদলয় কমলজ নয়ন।।" |

বৈষ্ণৱ বৰ্ণনা মতে "লোণ নাই, তেল নাই, শুদা ব্যঞ্জনৰ ইমান সোৱাদ।" শঙ্কৰদেৱৰ সেই কালতে ব্যাকৰণ কাব্যকোষ পুৰাণ ৰামায়ণ মহাভাৰত আদিৰ তুলনামূলক অধ্যয়নৰ ৰীতি ভূষণে (৪৭-৫০ পদ ) ধুনীয়াকৈ বৰ্ণাইছে। শঙ্কৰদেৱৰ শাৰীৰিক উৎকৰ্ষৰ প্ৰমাণ ৰূপে বৰ্ণোৱা লৌকিক-অলৌকিক অলেখ ঘটনাৰ ভিতৰত এঘাৰ বছৰ বয়সত ভাদমহীয়া ব্ৰহ্মপুত্ৰ সাঁতুৰি দুবাৰ পাৰ হোৱা ঘটনা ৰামচৰণ(১২৯০-৯৮ পদ) দৈত্যাৰি (৬৬-৬৭ পদ) ভূষণ (৬১-৬৬ পদ) আদি আটায়ে বিৱৰিছে। তদুপৰি ভক্তিগ্ৰন্থ ভাগৱত পাই যোগ-অভ্যাস ত্যাগ নকৰালৈকে তাত শঙ্কৰদেৱে কিমানখিনি আগবাঢ়িছিল ভূষণে (৫৬-৬৮ পদ) তাৰো বিতোপন বিৱৰণ দিছে।

শঙ্কৰদেৱে কাৰ পঢ়াশালিত শিক্ষালাভ কৰিছিল ভূষণ বা দৈত্যাৰিয়ে স্পষ্ট কোৱা নাই, কিন্তু ৰামানন্দই ( ১৩২ পদ) কল্যাণকেশ্বৰীৰ পঢ়াশালিলৈ ককাক সূৰ্য্যবৰে প্ৰথম দিনা লৈ যোৱা বুলিছে। ৰামচৰণে সেই প্ৰসঙ্গত এফো নকলেও মহেন্দ্ৰ কন্দলীৰ সম্পৰ্কত এইদৰে লিখিছে (১৫৪৬-৪৮) -

| | |
|---|---|
| "এইমতে চিহ্নযাত্ৰা বেৰে সাঙ্গ ভৈল। | শঙ্কৰেয়ো মহেন্দ্ৰ কন্দলী পাশে গৈল।। |
| নমস্কাৰ কৰিবাক গুৰুক চাহন্ত। | দেখিয়া কন্দলী আথেবেথে উঠিলন্ত।। |
| তোমাকেসে নমস্কাৰ কৰিবে লাগয়। | তুমি যে ঈশ্বৰ স্বামী জানিলোঁ নিশ্চয়।।" |

ৰামৰাম গুৰু শঙ্কৰদেৱৰ কুল-পুৰোহিত আৰু মহেন্দ্ৰ কন্দলী শিক্ষাগুৰু। কল্যাণকেশ্বৰী বা মহেন্দ্ৰ কন্দলী, যিজনৰ কাষতেই হওক যোল বছৰ বয়সত পঢ়া সাং কৰি সত্তৰণ বছৰত গুৰু-গৃহৰ পৰা উলটি আহি ককাক সূৰ্য্যবৰৰ তালৈক জয়ন্তৰ পৰা শিৰোমণি ভূঞাৰ ৰাব নিজে লয়।

"জয়ন্তে কৰয় চৰ্চা যত ৰাজকাম। সত্তৰশ বৎসৰে শঙ্কৰ ভৈলা গ্ৰাম।।১৪০৫।।

সমস্ত ভূঞাৰে আসি তাহাত থাটিন্ত । পিতৃৰ সমান ভূঞা প্ৰসিদ্ধ ভৈলন্ত।।১৪০৬।"
এই বিষয়-বাৰ সূৰ্য্যবৰ পৰা কুসুমবৰে পোৱাৰ বিষয়ে ভূষণে লিখিছে(১৩-১৪ পদ)-

"তাহান তনয় পাছে কুসুম ভৈলন্ত। পৰম পণ্ডিত মহাগুণে গুণৱন্ত।।
ধন-ধান্য সৰাতে অধিক ভৈল চাৰ। শিৰোমণি ভূঞা ভৈল সমস্ত ভূঞাৰ।।"

শঙ্কৰদেৱৰ কেচুৱা কালতে যে কুসুমবৰৰ মৃত্যু হল আৰু সেইবাবেই সূৰ্য্যবৰে পোনে পোনে নিজ ভায়েকক শঙ্কৰদেৱৰ অভিভাৱকৰূপে এই বিষয় চলাবলৈ দিছিল ভূষণৰ পৰা তাক পৰিপাটিকৈ বুজিব পাৰি-

পাছে সূৰ্য্যবৰে জয়ন্ত ভ্ৰাতৃক গৃহক মাতি আনিলা।
সমস্ত লোকক শুনায়া সভাত বুলিবে বাক্য লাগিলা।।
আমি বৃদ্ধ ভৈলোঁ নুহিকোঁ সমৰ্থ পুত্ৰ গৈল পৰলোক।
সমস্ত লোকক প্ৰতিপাল কৰি বিষয়ক চৰ্চিয়োক।।১১৯।
শুনিয়া জয়ন্তে বোলে দাদা তুমি তেজিয়োক চিন্তা মন।
অনেক কালৰ ৰাজ্য আমাসাৰ কৰিবোঁ মই পালন।।১২০।"

ৰামচৰণে শঙ্কৰদেৱৰ পূৰ্বপুৰুষবোৰ অতি বিস্তৃত বিবৃতি দিছে। তাৰ পৰা স্পষ্ট বুজিব পাৰি যে এই বংশত শঙ্কৰদেৱৰ আগলৈকে তিনি পুৰুষ বা তেনে ভাটি বয়সতহে সন্তান জন্ম হৈছিল। নণ্ডাদেৱে চণ্ডীক উপাসি ভাটি বয়সত চণ্ডীবৰক লাভ কৰে ( ৫১-৫৪ পদ ) । তাৰ পাছত গৌড়ৰ গণৰীয়াপুৰত ব্ৰহ্মপুত্ৰৰ বানপানীয়ে বহুবি উপদ্ৰৱ কৰাত বিশেষ কৌশলেৰে তাৰ জান বান্ধি দিয়াত ৰাইজৰ বৰত চণ্ডীবৰৰ ভাটি বয়সত ৰাজ্যধৰ বা ৰাজ্যধৰৰ জন্ম হয় (৬৪-৭৭ পদ)। এই ৰাজ্যধৰৰ সাত বছৰ বয়সত গৌড়েশ্বৰ-কামেশ্বৰৰ ৰণ বা যুদ্ধ হয় আৰু তাৰ সন্ধিৰ সৰ্ত অনুসাৰেই কমতা ৰাজ্যলৈ গৌড়ৰ সাত ঘৰ ব্ৰাহ্মণ আৰু সাত ঘৰ কায়স্থ যুক্তিয়াল হৈ চণ্ডীবৰ আহে। প্ৰথম বাৰ আহি চণ্ডীবৰে কমতাৰ লেঙামাগুৰীয়াত থকা ঠাই ঠিক কৰি পুনৰ গৌড়ৰ কনৌজপুৰৰ নিজ ঘৰলৈ আহে; তাতে নণ্ডাদেৱক শেষ অৱস্থাত শুশ্ৰূষা কৰি, তেওঁ ঢুকোৱাত তেওঁৰ কাজ-কাম কৰি, একেবাৰে লেঙামাগুৰীয়ালৈ উঠি আহে (৭৮-১০৯ পদ)। দুৰ্লভ নাৰায়ণৰ আদেশ মতে বছৰি একেবাৰকৈ চণ্ডীবৰ গৌড়লৈ গৈ সেৱা নকৰাৰ বাবে কমতাৰ লেঙামাগুৰীয়াৰ পৰা বজাই চণ্ডীবৰক বলেৰে ধৰাই নি বন্দী কৰি ৰাখে । এইদৰে বন্দীশালত বহু বছৰ আছে, একেতে বন্দীয়াৰ পদ চত্ৰ

কবি নামে এজন পণ্ডিত আহি গৌড়ৰ সকলো পণ্ডিতক পৰাস্ত কৰে। তেওঁৰে আগ্ৰহ অনুসাৰে বন্দীশালৰ পৰা মোকলাই আনি চণ্ডীবৰক তৰ্ক কৰিবলৈ দিয়াত চন্দ্ৰ কবি সম্পূৰ্ণ পৰাজিত হৈ দেশলৈ উলটি যায় আৰু দুৰ্লভনাৰায়ণে তাৰ বাবে কৃতজ্ঞতাৰ চিন ৰূপে অনেক মান সম্মান ধন-সোণ যচাতো চণ্ডীবৰে সেইবোৰ একোকে গ্ৰহণ নকৰি কমতালৈ উলটি আহে (১৯০ ১৯১ পদ)। তাৰ পাছত লেঙ্গামাগুৰীয়ালৈকে গোটেই কমতাত ভোটৰ মাৰণ বা আক্ৰমণ হোৱাত তাতো প্ৰচণ্ড বিক্ৰমেৰে চণ্ডীবৰে ভোটবোৰ কাটি-মাৰি খাস্তাং কৰি খেদি দি কামেশ্বৰৰ পৰা বহুত প্ৰশংসা আৰু ধন-সোণ লাভ কৰে (১৮২-২১০ পদ )। আকৌ ভাটি বয়সলৈকে ৰাজধৰৰ পুত্ৰ নোহোৱা বাবে তেৰোঁ পিতৃৰ আদেশক্ৰমে সূৰ্য্যৰ আৰাধনা কৰি সূৰ্য্যৰ বৰত পুত্ৰ সূৰ্য্যবৰক লাভ কৰে (২১১ ১৬ পদ )। ভোটৰ শত্ৰুতা বঢ়াত ৰজাৰ পৰামৰ্শক্ৰমে চণ্ডীবৰ প্ৰমুখ্যে ভূঞাসকল বৰদোৱাৰ টেম্বুৱানি জানলৈ উঠি আহে, তাতে চণ্ডীবৰৰ মৃত্যু হয় তেতিয়া ৰাজধৰৰ বয়স তিনি বছৰ দুমাহ (২১৭-২৭ পদ)। বৰদোৱাৰ এই টেম্বুৱানি জানতো ব্ৰহ্মপুত্ৰৰ বাঢ়ন পানীয়ে শস্য বছৰি নষ্ট কৰিবলৈ ধৰাত ৰাজ্যধৰৰ বাষষ্ঠী বছৰ বয়সত আলিপুখুৰী যে নামে গ্ৰাম এক আছে। সৱে লোকে তহিকে গৈলন্ত উঠি পাছে।। ২২৯। এই আলিপুখুৰীতে ৰাজধৰৰ তিনি পুত্ৰ জয়ন্ত মাধৱ আৰু হলায়ুধৰ জন্ম হয় ইয়াৰ আগতে তেওঁলোক ২৫ বছৰ টেম্বুৱানিত থাকে আৰু তাত তিনি জীউ আৰু দুই পুত্ৰৰ মৃত্যু হয় (২৩২ ৪৪ পদ) সূৰ্যাবৰে আলিপুখুৰীতে খেৰসুতিক বিয়া কৰায়, কিন্তু আকৌ ভাটি বয়সলৈকে চাৰিও ককাই-ভাইৰ পুত্ৰ নজন্মাত সূৰ্য্যবৰে অমোঘ মন্ত্ৰ জপাত তেওঁৰ মুৰত পাৰিজাত কুসুম পৰে আৰু তাৰ ফলত মাঘ মাসত গৰ্ভস্থিত হৈ আহিনৰ এদিন থকাত শুক্লা দশমীত কুসুমবৰৰ জন্ম হয় (২৪৮-৬৬ পদ)। আলিপুখুৰীতে ৰাজধৰৰ মৃত্যুৰ পাছত সত্যসন্ধাৰ লগত কুসুমবৰৰ বিবাহ হয়, আৰু এই সত্যসন্ধাৰ গৰ্ভত পিতাক কুসুমবৰৰ দৰেই মাঘ মাসত স্থিত হৈ আহিনত শ্ৰীশঙ্কৰদেৱৰ জন্ম হয় (২৬৬-৩৬০পদ)।

শ্ৰী শঙ্কৰদেৱৰ জন্মকাল সম্পৰ্কে বিভিন্ন মত। ৰামচৰণে লিখিছে (৩৬০-৬৭)-

"আশ্বিন প্ৰবেশি পঞ্চ দিন বহি গৈল। সেহি দিনা শঙ্কৰদেৱৰ জন্ম ভৈল।।
শুকুলা দশমী আসি ভৈলা শুক্ৰবাৰে। ধৰ্ম কহি পাপ নষ্ট কৈলা জগতৰে।।
চাৰি দণ্ড ৰাত্ৰি যেৱে গৈল সিদিনাৰ। তেৱেসে জানিবা ভৈল জন্ম শঙ্কৰৰ ।।"

আন তিনিখন শঙ্কৰ-চৰিতৰ ভিতৰত দৈত্যাৰি ঠাকুৰ আৰু ভূষণ দ্বিজই এই বিষয়ে সঠিক একো কোৱা নাই, কিন্তু ৰামানন্দ দ্বিজই জন্ম-শক নিদিয়াকৈ মাত্র জন্ম-মাহ দিছে-

"ফাল্গুন মাসত শুক্লা দ্বিতীয়াত, অৰ্দ্ধৰাত্রি যেবে গৈল।
মহা শুভযোগে উত্তম লগ্নত শঙ্কৰৰ জন্ম ভৈল।। ১০৬।"

এই মূল চাৰিখন চৰিতৰ বাহিৰে ৰবদোৱা সত্ৰৰ এখন পৰবর্তী কথা-চৰিতত শঙ্কৰদেৱৰ জন্ম ১৩৭১ শকৰ (১৪৪৯ খৃ°) কাতি মাহৰ বৃহস্পতিবাৰে অমাৱস্যা তিথিত মাজৰাতি বুলিছে। অনিৰুদ্ধ নামে আন এজন পৰবর্তী চৰিতলেখকে ১৩৮৫ শকত শঙ্কৰদেৱৰ জন্ম বুলিছে, ই নিশ্চয় ভুল এই পুথি 'সিন্ধু সৌদ্ধৰ চন্দ্রেন্দু অৰ্থাৎ ১৬৭৭ শকত (১৭৫৫ খৃঃ) লিখিত। শঙ্কৰদেৱৰ মৃত্যু-কালৰ বিষয়ে বিশেষ মতভেদ নাই বুলিব পাৰি গতিকে জীৱন-কাল ঠিকভাৱে জানিলে এই দুই কালৰ প'ৰা জন্মকাল সহজে নির্ণয় কৰিব পাৰি। (ৰামচৰণ ৩৮৩৪-৩৫ পদ)।

অসমীয়া সাহিত্য আৰু সমাজৰ বাবে শ্রীশঙ্কৰদেৱৰ প্রথম লেখৰ ঘটনাৰ আৰম্ভ হয় উনৈশ বছৰ বয়সত (১৪৬৮ খৃ°)। পেহাক বুঢ়াখাই, জয়ন্ত, মাধৱ কৰ্ণপুৰ চতুর্ভুজ আৰু আন ভূঞা সুহৃদ-সজ্জনৰ লগ লৈ গৈ ৰামচৰণৰ মতে বৈকুণ্ঠৰ দৃশ্য পট দেখুৱাবলৈ শঙ্কৰদেৱক কোৱাত তেওঁ মান্তি হল (ৰা, চ ১৪৫৩-৬৪)। এই চিহ্নযাত্ৰাৰ অভিনয় এনে অপূৰ্বৰূপে সম্পন্ন হৈছিল যে শঙ্কৰ দেৱৰ শিক্ষাগুৰু মহেন্দ্ৰ কন্দলী আৰু কুল-পুৰোহিত ৰামৰাম গুৰু আদি অনেক বামুণে তত্তালিকে শঙ্কৰদেৱত শৰণ লবৰ বাবে সাজু হল (ৰা-চ ১৫৪৮-৮৪ পদ)।

তেন্তে শঙ্কৰদেৱৰ প্রথম নাট চিহ্নযাত্রা আৰু প্রথম কাব্য উদ্ধৱ সম্বাদ আৰু প্রথম অসমীয়া নাটঘৰৰ বুৰঞ্জীও একেলগে ১৪৮৬ ত আৰম্ভ হয়। তুলনা কৰিলে আমি দেখিবলৈ পাওঁ এলিজাবেথ যুগৰ ইংলণ্ডত অভিনয় পাতিবলৈ ভয়ে ভয়ে ১৫৭৪ ত এটি ৰাজসম্মতি ঘোষণা কৰা হয় আৰু এইমতে ১৫৭৬ ত সভৰ ইংলণ্ডৰ উত্তৰত প্রথমে সজা নাটশালত খেক্সপীয়েৰ কামত সোমায়। এই সময়ৰ বহুত পাছলৈকে ইংলণ্ডৰ নাটশালত দৃশ্যপটৰ ব্যৱহাৰ নাছিল বুলিব পাৰি বিশেষ সঙ্কেত আৰু ভাৱৰীয়াসকলৰ বচনৰ পৰাহে পট-পৰিবর্তনৰ আভাস পাব লগা হৈছিল। তেতিয়া ইংলণ্ডৰ নাট্যকবি মাত্ৰই ভাৱাৰীয়া আছিল আৰু শ্রোতৃমণ্ডলীৰ অভিৰুচি অনুসৰি নাট লিখিছিল। ১৫৮৭ ৰ পৰা ১৬১১ লৈ এই ২৪।২৫ বছৰৰ ভিতৰত খেক্সপীয়েৰে তেওঁৰ শ্রেষ্ঠ নাটখিনি লিখিছিল, আৰু সেই কালতহে ইংলণ্ডত নিয়মিতভাৱে চিত্রিত দৃশ্যপটৰ ব্যৱহাৰ

হৈছিল। ১৬০০ খৃষ্টাব্দতো ইংলণ্ড মুঠেই এক লাখ নাগৰিকৰ এখন সৰু ছহৰ বুলিব পাৰি। তেন্তে চিহ্ন যাত্ৰা নাট আৰু তাৰ নাটশাল ইংলণ্ডৰ নিয়মিত নাট আৰু নাটশালতকৈ নাই বুলিও ছকুৰি বছৰৰ যে আগ তাক ঠাৱৰাব পাৰি।

শঙ্কৰদেৱৰ এই প্ৰথম নাট চিহ্নযাত্ৰা আজি পাবলৈ নাই বাবেই সি নাছিল এনে আশঙ্কা অমূলক, কিয়নো শঙ্কৰদেৱৰ প্ৰায় ছকুৰি বছৰৰ পাছৰ খেক্সপীয়েৰেও তেওঁৰ নাটবোৰ শেষ কাললৈকে নিজে সাঁচি-সামৰি ৰখা নাছিল। যি অনুষ্ঠানৰ বাবে ৰচা হৈছিল তাৰ অভূতপূৰ্ব সফলতাই নিশ্চয় সেই প্ৰথম নাট আৰু প্ৰথম কাব্যবো সফলতাৰ অপূৰ্ব নিদৰ্শন। ৰামচৰণৰ মতে ১৪৬৯ ত শ্ৰীশঙ্কৰদেৱ প্ৰমুখ্যে ভূঞাসকল পুনৰ টেম্বুৱানী বৰদোৱালৈ উঠি যায় আৰু তাত পোহাক বুঢ়াখাই শঙ্কৰদেৱক পিতামহ আৰু অন্যান্য ভূঞাসকলৰ পুৰণি ভেটি দেখুৱাই আপোনাৰ থানে থানে সৱে বসন্তোক। ১৬১৩। বুলি আদেশ কৰাত আটায়ে 'সুকি সুকি আপোনাৰ ভিটিক লৈলন্ত। ১৬১৪। এইদৰে আলি-পুখুৰীৰ পৰা সদৌ ভূঞা পুৰণি ভেটিলৈ উঠি অহাৰ পাছত (১৬১৫ ১৮ পদ)-

"শঙ্কৰে কীৰ্ত্তন ঘৰ সাজিবাক কৈল। ভিঠি বান্ধিবাক লাগি সমস্তে আসিল।।
আপুনি শঙ্কৰে পাছে কোৰক ধৰিলা। পৃথিবীত চতুৰ্ভুজ মূৰ্ত্তিক দেখিলা।।
শিলৰ প্ৰতিমা গাৱ কালা অতিশয়। চিকমিক কৰি গাৱ অধিক শোভয়।।
পুজিবো ঈশ্বৰ ঐত সিদ্ধি হৈবে কাম। দেৱী-পূজা এড়ি সৱে লৈবে কৃষ্ণ নাম।।"

১৪৬৭ তে তেন্তে শঙ্কৰদেৱৰ নামঘৰ আৰু নাম-কীৰ্ত্তনৰ অনুষ্ঠান আৰম্ভ হয় আৰু ১৪৭০ ত অসমত প্ৰথম ফাগুৱা উৎসৱ শঙ্কৰদেৱে পাতে ঃ-

"শঙ্কৰেয়ো ৰঙ্গে আতি বসিয়া সমাজ পাতি
হৰিৰ নামক সদা কন্ত।
ভকতসকল যেৱে শঙ্কৰৰ মুখে তেৱে
হৰি-কথা আনন্দে শুনন্ত।। ১৬৩২
ভূঞাসকলাক কৈলা, শঙ্কৰে বুলিবে লৈলা
দৌল এক বান্ধিবাক মন।
সমীপন্তে কাণ্ড তৈল, সন্ধ্যা আমাত কৈল,
ভূঞাসৱ কৰিয়ো যতন।।১৬৩৩"

এইদৰে নাম-কীৰ্ত্তনত ৰত হৈ শাস্ত্ৰ-ৰচনাত মন দিবৰ বাবে শঙ্কৰদেৱে বিষয়-সম্পত্তি জয়ন্ত-মাধৱক ভগাই দিবৰ দিহা কৰাত তেওঁলোকে বুদ্ধি কৰি ১৪৭১ ত হৰিবাৰ জীয়েক সূৰ্যবতীৰ সৈতে শঙ্কৰদেৱৰ বিয়া পাতি দিয়ে (১৬৫৩-৮০ পদ)। ৰামানন্দৰ মতে কিন্তু সেতিয়া "শঙ্কৰ ভৈলা পঞ্চবিংশতি বৎসৰ।—

"শঙ্কৰদেৱক ভূঞা পাতিবাক মনে। ৰঙ্গমনে একস্থান ভৈলা সৰ্ব্বজনে ।।"
পৰম পণ্ডিত এন্তে জানন্তা ধৰ্মক। মহা সন্ত শিষ্ট নকৰিব অন্যায়ক।।
শুনিয়া শঙ্কৰদেৱে বুলিলন্ত বাক। তোমাসবে বোলা মোক ৰাজ্য চৰ্চ্চিবাক।
ইসৱ কাৰ্য্যত মোৰ নাহি প্ৰয়োজন। তোমাসাৰ বাক্য ৰাখি কৰিবো চৰ্চ্চন ।।
বিষয়ত ইচ্ছা নাই শঙ্কৰ দেৱৰ। তথাপি চৰ্চ্চিলা ৰাজ্য আগ্ৰহে লোকৰ।।"

অনিচ্ছাসত্বেও শিৰোমণি ভূঞা ৰাৰ লৈ শঙ্কৰদেৱে যে সেই বিষয় অতি উপযুক্তভাৱে আৰু বিশেষ প্ৰতিপত্তিৰে চলাইছিল, ৰৰদোৱাৰ টেম্বুৱানী জান বন্ধা প্ৰসঙ্গত ৰামচৰণে দিয়া বৰ্ণনাৰ পৰাই বুজিব পাৰি (১৬৭১ ৭৩ পদ)।

"এহিমতে সব লোকে কাণ্ঠক কাটয়। সেহি বিলাতৰ যত বিপ্ৰ আছিলয়।।
কপিলীৰ হন্তে চামধৰা সীমা কৰি। ভূঞাসকলৰ দূতগণে নেই ধৰি।।
শিঙ্গৰীৰ হন্তে উত্তৰৰ সীমা কৰি। ভূঞাসৱে লোক যত আসিলা হঙ্কাৰি।।
হাজাৰ দশেক লোক ভৈত এক ঠাই। আনিলা ব্ৰাহ্মণগণ দূতক পঠাই।।
শঙ্কৰে বোলন্ত আৰ চাইবা নালাগে। মাটি কাটি চাঙ্গি ভৰি বুন্দা দেউক আগে।।"

১৪৭২ খৃঃত পুহৰ আঠ দিনত শঙ্কৰদেৱৰ ভাৰ্য্যা সূৰ্য্যবতীয়ে কন্যা মনুৰ জন্ম দি, ১৪৭৩ খৃঃৰ আহিনৰ দুদিনত বুধবাৰে দুই দণ্ড বেলা ভাটি দিয়াত মৃত্যুৰ মুখত পৰে (১৭৪০-৬২ পদ)। কেচুৱাতে পিতৃ-মাতৃৰ আৰু বিয়াৰ দেড়-দুই বছৰৰ ভিতৰতে পত্নীৰ হানি এই সকলো ঘটনাই বুদ্ধদেৱৰ বাবে হোৱাৰ দৰে "পূৰ্বনিমিত্ত" হৈ শঙ্কৰদেৱৰ বিষয়ত বিৰক্তি বঢ়ালে (১৮১৮-৩৭ পদ)—

"শঙ্কৰে বোলন্ত বিলম্বত কাৰ্য্য নাই। তিনি পিতামহ তাকো আনিলা মতাই ।।
ক্ষেত্ৰক বাইবাক মোৰ হয়া আছে মন। মনুৰ বৰক লাগি কৰিয়ো যতন।।
ৰামচন্দ্ৰ কায়স্থৰ আছয় কুমৰ। তাক বিহা দেওঁ কন্যা সাত বৎসৰৰ।।
শঙ্কৰে বোলন্ত কালি বৃহস্পতিবাৰ। আঘণ মাসতে বিহা দিয়ো মিটে তাৰ।।"

ভূষণ (১২৩-২৭ পদ) আৰু ৰামানন্দয়ো (২০০-০১ পদ) এইখিনি কথা প্ৰায় একেদৰেই লিখিছে, কিন্তু এওঁলোকৰ মতে মনুৰ বিয়াৰ পাছতহে মাক

সূৰ্যৱতীৰ মৃত্যু ঘটে তদুপৰি আচৰিত কথা ৰামানন্দই শঙ্কৰদেৱৰ জীয়েকক হৰিপ্ৰিয়া আৰু জোঁৱায়েকক ভুলকৈ মনু বুলিছে। ভূষণ দ্বিজে লিখিছে-

"ভৈলন্ত উদাস পাছে শঙ্কৰৰ মন।"(১২৪ পদ)

আৰু ৰামচৰণৰ মতে মহেন্দ্ৰ কন্দলী ৰামৰাম গুৰু আদি অনেক লগৰীয়া লৈ তেন্তে ১৪৭৯ ত শঙ্কৰদেৱে প্ৰথম বাৰ দেশ-ভ্ৰমণ কৰে আৰু তেওঁ ইয়াৰ বিশদ বিৱৰণ দিছে(১৮৩৭-৫৬ পদ)। ভূষণ (১২৮-৩৫ পদ) আৰু ৰামানন্দয়ো (২১০-১৩ পদ) এই বৰ্ণনা সম্পূৰ্ণ সমৰ্থন কৰি গৈছে আৰু শ্ৰীক্ষেত্ৰৰ জগন্নাথ মন্দিৰত ব্ৰহ্মপুৰাণৰ ব্যাখ্যা আদিৰ বাবে শঙ্কৰদেৱৰ প্ৰতি উড়িষ্যাৰ পণ্ডিত সমাজৰ সাদৰ ভক্তি তাত থকা পাঁচ মাহ কাল দিনক দিনে বাঢ়িছিল বুলি তিনিও লিখিছে। ৰামানন্দত (২১৯-২১ পদ)—

| | |
|---|---|
| মাস চাৰি পাঞ্চ তাত কৰিলা বঞ্চন। | মহন্ত বুলিয়া সবে কৰে আদৰণ।। |
| ব্ৰহ্মপুৰাণত জগন্নাথৰ মহত্ব। | পাণ্ডা সমস্তৰ আগে কৰন্ত বেকত।। |
| যতেক পণ্ডিত আছে ওড়েৰাপুৰৰ । | তত স্নেহ বাঢ়ি গৈল লগে শঙ্কৰৰ।। |
| পাণ্ডাগণ ৰাত্ৰি-দিন থাকয় লগত। | শঙ্কৰৰ ভাৱ দেখি উৎসুক মনত।। |
| ৰাত্ৰি-দিনে শাস্ত্ৰ ব্যাখ্যা কৰিয়া থাকন্ত। | ক্ষেত্ৰবাসী লোকে শুনি অমৃত পীয়ন্ত।।" |

শঙ্কৰদেৱৰ এই প্ৰথম দেশ-ভ্ৰমণৰ কালৰ (১৪৭৯-৮১ খৃ°) ভিতৰত চৈতন্য দেৱৰ (১৪৮৫ ১৫৩৩ খৃ°) জন্ম নৌ হয় অথচ ৰামানন্দই এইবাৰতে শঙ্কৰদেৱ-চৈতন্যদেৱৰ মিলনৰ (২২১ ২৮ পদ) বৰ্ণনা কৰিছে। ইয়াৰ পৰাই ৰামানন্দৰ গুৰুচৰিত কিম্বদন্তিমূলক গতিকে নিৰ্ভৰযোগ্য নোহোৱাৰ স্পষ্ট প্ৰমাণ পোৱা হয়।

পুৰী শ্ৰীক্ষেত্ৰ এৰি শঙ্কৰদেৱ বৃন্দাবনলৈ আৰু তাৰ পৰা উত্তৰ-বাহিনী গঙ্গা চাই যেতিয়া বৰাহ ক্ষেত্ৰলৈ আহে, তেত্ৰে আসি ভৈলা তান চল্লিশ বৎসৰ। ২০৫৩। গতিকে ইয়াৰ পৰা দেড়-কুৰি বছৰ বয়সত শঙ্কৰদেৱৰ প্ৰথম দেশ-ভ্ৰমণত গুলাই অহা কথা সম্পূৰ্ণ সমৰ্থিত হয় । তাৰ পাছত প্ৰয়াগ পুষ্কৰিণী আদি ঘূৰি মথুৰাত দুমাহ থাকি লগৰীয়াই "আমাক দেখাৱো বাপ দ্বাৰকা নগৰ" বোলাত শঙ্কৰদেৱে ১৪৯০ খৃঃৰ বহাগ বিহুৰ দিনা দ্বাৰকালৈ গমন কৰে ( পদ ২০৬৩-৬৮ ) তাৰ পাছত গোকুল সোমাই ১৪৯১ খৃত শঙ্কৰদেৱে "দ্বাদশ বৎসৰ তীৰ্থ ফুৰিলন্ত। অনন্তৰে আসি নিজ মন্দিৰ পাইলন্ত। ২১২৯।" ৰামানন্দই ইয়াৰ বাহিৰেও শঙ্কৰদেৱৰ সেতুবন্ধ, বাৰাণসী আৰু বদৰিকাশ্ৰমৰ ভ্ৰমণ-কাহিনী (২২৯-৩৩ পদ) বৰ্ণাইছে।

ৰামচৰণৰ মতে দেশ-ভ্ৰমণৰ পৰা উলটি অহাৰ পাছত প্ৰথম লাগতিয়াল ঘটনা জয়ন্ত-মাধৱৰ উপদেশ মতে ৰামভূঞাৰ জীয়েক কালিন্দীৰ লগত শঙ্কৰদেৱৰ দ্বিতীয় বিবাহ (২১৩৯ ৪০ পদ) আৰু দ্বিতীয় আৰু প্ৰধান ঘটনা হল জয়ন্ত-মাধৱৰ একান্ত অনুৰোধত সাম্প্ৰতিকভাৱে গোমস্তা হলেও এতিয়া শঙ্কৰদেৱ ধৰ্মপ্ৰচাৰৰ বাবে সম্পূৰ্ণ সাজু হয় (২১৪৯-৫১ পদ)। আচৰিত কথা, আগৰে পৰা ভূষণ দ্বিজৰ এইখিনি পদ (১৫৪ ৫৯) ৰামচৰণেৰে একে ঃ-

"জয়ন্ত মাধৱ দুয়ো প্ৰিয়বাক্যে আশ্বাসিয়া
সম্বুধি বুলিলা শঙ্কৰক।
তোমাৰ পিতৃৰ লোক তোমাতে খাটোক বাপ
চৰ্চ্চিয়োক পূৰ্ব্ব বিষয়ক।।
শঙ্কৰে বোলন্ত মোক নলাগে পিতৃৰ লোক
প্ৰয়োজন নাহিক আমাৰ।
পঢ়িলোঁহো শাস্ত্ৰ দুখে গৃহস্থ বহিয়া সুখে
কৰিবোঁহো অৰ্থক বিচাৰ।।১৫৪
তথাপিতো দুয়োজনে বুলিলন্ত বহু মানে
পূৰ্ব্বাপৰ কৰিয়া ব্যৱস্থা।
এক শত তাম্ৰীগিৰি দিয়া তাত অধিকাৰী
শঙ্কৰক পাতিলা গোমস্তা।।১৫৫
শঙ্কৰে বোলন্ত ভাই, শুনিয়োক ৰামৰায়
দেৱগৃহ সাজিয়ো যতনে।
হেন কথা শুনিলন্ত, সত্ৰ-গৃহ সাজিলন্ত
ৰামৰাম মহানন্দ মনে।।
ৰাম ৰাম গুৰু সঙ্গে সেহি গৃহে বসি ৰঙ্গে
ভাগৱত কৰিলা বিচাৰ।
তত্ত্ব-মৰ্ম্ম জানিলন্ত, মনে খেদ কৰিলন্ত,
মায়াময় অনিত্য সংসাৰ।।১৫৯"

ত্ৰিহুটৰ পৰা জগদীশ মিশ্ৰ নামৰ এজন পণ্ডিত দুমাহে বাটিকুৰি বাই আহি পুৰীৰ জগন্নাথৰ আদেশ মতে বৰদোৱাত শঙ্কৰদেৱৰ আগত বাৰ স্কন্ধ ভাগৱত পাঠ কৰা কথা ৰামচৰণ (২১৫৮-৫৯ পদ) আৰু ভূষণ (১৬৪-৬৫ পদ) দুয়ো

লিখিছে। এই কাহিনীৰ পৰা ভাল-জোৰা দি দৈত্যাৰিয়ে তেতিয়াৰ পৰাহে শঙ্কৰদেৱে কীৰ্ত্তন, চপয়, ভটিমা আদি ৰচে বুলি কল্পনা কৰে (৯৩-৯৭ পদ)। এনে কথা যে প্ৰমাদজনিত তাক তেওঁৰ পিতাক ৰামাচৰণৰ পদেই প্ৰমাণ কৰে। জগদীশ আহিছিল নবীনৰূপে প্ৰবীণৰ বা শিষ্যৰূপে গুৰুৰ কাষত নিজ ভাগৱত-পাণ্ডিত্যৰ পাৰ-পত্ৰ পাবলৈ তলৰ বিৱৰণৰ পৰা সি স্পষ্ট হয় (২১৭৫-৮২ পদ)—

'শঙ্কৰ বদন্তি শুনা বিপ্ৰ মহাশয়। জগন্নাথ দয়া মোত সম্পূৰ্ণ আছয়।।
কালি আৰম্ভিবাঁ মহাগ্ৰন্থ ভাগৱত। গীত-পদ কৰি মই আছোঁহো পূৰ্ব্বত।।
তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়। শুনিবাক মোৰ মহা আনন্দ আছয়।।
এত হন্তে ভক্তসৱ আসিয়া মিলিলা। দেৱগৃহে পশি মহা নাট আৰম্ভিলা।।
যিসৱ অৰ্থক কহে গীতা- ভাগৱতে। সৱ অৰ্থ ব্যক্ত হয়া আছয় গীততে।।
হাতে তাল ধৰি গীত গায়নে গাৱয়। শঙ্কৰৰ গীত শুনি হুইলা বিস্ময়।।
অনন্তৰে নাম ধৰিলন্ত ভক্তগণে। অমৃত বৰিষে যেন ব্ৰাহ্মণৰ মনে।।
কীৰ্ত্তন কৰয় পালী ঘোষাক গাৱয়। ওঝা পদ বোলে যেন অমৃত সিঞ্চয় ।।
কীৰ্ত্তনক সমাপিয়া গৃহে চলি গৈলা। ৰঙ্গমনে বিপ্ৰে শয্যান্ত শুতিলা।।
শঙ্কৰে হৰিষে পাছে শয্যাত শুতিলা। ৰজনী প্ৰভাত জানি শয্যাৰ উঠিলা।।
স্নান কৰি বসিলান্ত দেৱৰ মন্দিৰে । ভাগৱত পাঠ আৰম্ভিলা বিপ্ৰবৰে।।
প্ৰথম স্কন্ধৰ পৰা পৰা দ্বাদশ পৰ্য্যন্ত। পঢ়িলন্ত বিপ্ৰে ব্যাখ্যা কৰি ভাগৱত।।
পৰম হৰিব মনে পঢ়ে বিপ্ৰবৰ। দোষণ সিদ্ধান্ত দেন্ত আপুনি শঙ্কৰ।।
মহাগ্ৰন্থ ভাগৱত তত্ত্বক বিচাৰি। শঙ্কৰে কৰিছে পদ মহা যত্ন কৰি।।

১২২৮ ত চুকাফাৰ নেতৃত্বত আহোমৰ মাৰণ পূৰ কালৰ পৰা আৰম্ভ হোৱাৰ লগে লগে চুটিয়া, কছাৰী, বাৰভূঞা কোচ আদিৰ স্বি গৃহযুদ্ধ আৰম্ভ হয়, তাৰ উল্লেখ আগতে কৰি অহা হৈছে। বৈষ্ণৱ যুগত সেই গৃহ-যুদ্ধবোৰৰ ফলাফল সম্পৰ্কে যাইকৈ চৰিত-পুথিৰ পোহৰত ওলোৱা প্ৰাসঙ্গিক ঘটনাবিলাকিও উল্লেখ কৰি থোৱা নিতান্ত আৱশ্যক। ৰামচৰণৰ মতে ১৪৫০ খৃঃৰ আহিলত অৰ্থাৎ শঙ্কৰদেৱৰ জেৰ মহীয়া হওঁতেই ভূঞা ৰাজ্যত আলিপুখুৰীয়ে সৈতে কছাৰীৰ মাৰণ আৰম্ভ হয় (১০২৪-৩৩ পদ)। ৰামানন্দয়ো এই বিবাটি বা কছাৰীৰ মাৰণ বৰ্ণাইছে (১৪৭-৫২ পদ), কিন্তু তাত শঙ্কৰদেৱৰ ডেকা বয়সত বল-বীৰ্য্য আৰু ভাগৱত আৰু গীতা পুথি পোৱা কথা উল্লেখ কৰিছে (১৪৭-৫৯ পদ)।

দৈত্যাৰিয়ে এই কাহিনীকে ভাগৱতৰ সলনি কীৰ্ত্তন-ঘোষাৰ কথাৰে বৰ্ণাইছে (৯৮-১০৬ পদ) আৰু কিৰাট বা কছাৰীৰ লগত আসাম বা আহোমৰ খেলি মেলি কৰিছে (৯৮-১৬৫)।

এইখিনিতে অৱশ্যে দৈত্যাৰিয়ে কছাৰীৰ মাৰণক আহোমৰ মাৰণৰ সৈতে সানি-পূতকি পেলাইছে, আহোমৰ মাৰণ নিশ্চয় ইয়াৰ বহুত পাছত। এই কছাৰী মাৰণ কেতিয়া হৈছিল বা শঙ্কৰদেৱ গাঙমুখ বা গাঙমৌলৈ কেতিয়া আহিছিল সঠিক কৰা টান সম্ভৱ ১৫১৫ খৃঃৰ আগত শঙ্কৰদেৱ বৰ্ত্তমান বিহ্নাটীৰ ওচৰৰ গাঙমোলৈ আহে, তাৰ পৰা ধুএনাহাটলৈ কিয় আৰু কেতিয়া উঠি গল, ৰামানন্দই লিখিছে (৩১৪-১৯ পদ)

"এহিমতে গাঙমুখে আছে ৰঙ্গমনে। শুনা ধুএনাহাটক গৈলন্ত যি কাৰণে।।
দুৰ্লভনাৰায়ণ কমতাৰ অধিপতি। তান মৃত্যু ভৈল একো নৈবেল সন্ততি।।
ৰাজাৰ বিনাশে দুখ ভৈল সমস্তৰ। অন্যো অন্যে কৰে যুদ্ধ লোক নিৰন্তৰ।।
কটাকটি কৰি মৰে নিমিত্তে ৰাজ্যৰ। এহিমতে বহি গৈল দ্বাদশ বৎসৰ।।
অৰাজক দেখি জগতৰ চিন্তি হিত। উপজিলা পুত্ৰ হৈয়া কুৱচ নাৰীত।।
অপ্ৰয়াসে কৰি বশ্য প্ৰজা সমস্তয়। ভূএগ সমস্তক মাৰি নিবাক খোজয়।।
সেহি ভয়ে শঙ্কৰ সহিতে প্ৰজা তাক। ব্ৰহ্মপুত্ৰে উজাইলন্ত ধুমযাহাটাক।।"

১৫১৫ ত বিশ্বসিংহ ৰাজপাটত উঠে আৰু ইয়াৰ পাছতে ভূএগসকল ধুএনা-হাটলৈ উঠি আহে বুলি বুজিব পাৰি। তেন্তে যি কছাৰীৰ মাৰণত শঙ্কৰদেৱ টেম্বুৱানী বৰদোৱাৰ পৰা গাঙমুখলৈ উজাই আহে, সেই কছাৰীৰ মাৰণ, ওপৰত অনুমান কৰা মতে পঞ্চদশ শতিকাৰ শেষভাগ বা ১৪১০ খৃঃ মানত হব পাৰে।

বৰ্ত্তমান মাজুলীৰ আহতগুৰিৰ ওপৰত এই ধুএনাহাটতে শঙ্কৰদেৱৰ জীৱনৰ শ্ৰেষ্ঠতম কাহিনী, মাধৱদেৱৰ লগত মিলন সংঘটিত হয়। এই মিলনৰ পাছৰ পৰা শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মৰ তেজ অনেক গুণে বাঢ়ে।

ইয়াৰ পৰা বুজিব পাৰি টেম্বুৱানি বৰদোৱা, গাঙমুখ আৰু ধুএনাহাটত থকাৰ ভিতৰতে কীৰ্ত্তন-ঘোষাৰ অন্ততঃ প্ৰদ্যুম্ন-চৰিত্ৰ আৰু কংস-বধ পৰ্য্যন্ত শঙ্কৰদেৱে ৰচনা কৰি থৈছিল। "চৌদ্দ বছৰ আছে ধুএনাহাটা থানে।। ২৪২১ (" যি ঘাই কাৰণত শঙ্কৰদেৱে ধুএনাহাট এৰি যাব লগা হৈছিল সি হল আহোম ৰজাই হাতী-ধৰা কামত অবিবেচনাৰে হৰি জোঁৱাইৰ মূৰ কটোৱা; ৰামচৰণ (২৩৩৩-

৯৫) আৰু দৈত্যাৰি (৪১৪-২৭ পদ) উভয়েই এই কাহিনী হুবহু বৰ্ণাইছে দ্বিতীয় কাৰণ ৰামচৰণে কৈছে (২৪৩০-৪১)

নৰনাৰায়ণ নামে আছে এক ৰজা। পৰম পণ্ডিত ধৰ্ম্মপথে পালে প্ৰজা।।
শুক্লধ্বজ নামে তান ভাই শুভময়। ধুৱাহাটা হন্তে শুনে লোক সুমন্তয়।।
গীত-কবিত্ব গুণ শুনিয়া ৰাজাৰ। তান ৰাজ্যে যাইবে মন সমস্ত প্ৰজাৰ।।
নৰনাৰায়ণ ভৈলা কামৰূপে ৰাজা। আপনি বৰিল সৱে অসমৰ প্ৰজা।।
শঙ্কৰে বোলন্ত মই ই গ্ৰাম এৰিবোঁ। এহি সময়ত শীঘ্ৰে কামৰূপে যাইবোঁ ।।
সমস্ত লোকত গাঁৱে গাঁৱে জ্ঞান দিলা। ভকতসকলে শীঘ্ৰে নাৱক সাজিলা।।

দৈত্যাৰিৰ মতে সেহি সময়ত নৰনাৰায়ণ ৰজা। মাৰিবে অসম ৰাজা গৈল সাজি প্ৰজা ।। ৪৩৯। বুৰঞ্জীৰ মতে ১৫৪০ ত নৰনাৰায়ণ ৰাজপাটত উঠি ১৫৪৬ ত আহোম ৰাজ্য মাৰে 'বাঢ ভূঞা সম বীৰ নাহি ত্ৰিভুবনে।২৪১৮। কাৰো কাৰো মতে কোচৰ মাৰণত ভূঞাসকল সহায় হৈ আছে। যেনেকৈয়ে হওক ১৫৪০ খৃ°ৰ পাছতে প্ৰায় ৯১ বছৰ বয়সত শঙ্কৰদেৱে নামনি অসম আৰু কোচবেহাৰৰ ফালে মু কৰে, তেন্তে ৰামচৰণৰ মতে চৈধ্য বছৰ ধুৱাহাটত থাকিলে ১৫২৬ মানত শঙ্কৰদেৱে গাংমৌ বা গাঙ্গমুখ এৰি আহে। সি যি হওক মাধৱদেৱৰ লগত মিলন হোৱা ঘটনাৰ উপৰিও ধুৱাহাটতে শঙ্কৰদেৱৰ প্ৰচাৰিত নতুন ধৰ্ম্মমত সম্পৰ্কে আহোম ৰজাৰ ওচৰত বিচাৰ হয় আৰু শঙ্কৰদেৱে তাত জয়ী হৈ ৰজাৰ প্ৰশংসা পায় (২৪২০-২৮ পদ)। দৈত্যাৰিও এই বিৱৰণ (৪২৮-৩৯) হুবহু একে। ৰামচৰণত (২৬৩৭-৩৮)। —

"ধুৱাহাটা বিলাতে আছোঁ আমি সুখে। শুনিলোঁহো পাছে এক মনুষ্যৰ মুখে।।
লোহিতৰ সিপাৰত ডাক দিয়া গৈল। কোচ মাৰ্না আইল হেৰা আমাত কহিল।।
আকাশী বচন যেন তাহাৰ শুনিলোঁ। সি কাৰণে আমি ইটো ৰাজ্যক আসিলোঁ।।"

তেনেহলে ১৫৪৬ ত নৰনাৰায়ণৰ আক্ৰমণত শঙ্কৰদেৱ ভটিয়াই যোৱাই সঠিক হয়। ধুৱাহাট এৰাৰ আগতে শঙ্কৰদেৱৰ পুত্ৰ-পুত্ৰী (২৩৪৪-৪৬)-

'অনন্তৰে শঙ্কৰৰ পুত্ৰ উপজিল। হৰিচৰণ নাম তাক আনন্দতে দিল।।
তাত অনন্তৰে ৰুক্মিণীয়ো জন্মিলন্ত। ৰূপ দেখি নাম তান শঙ্কৰে দিলন্ত।।
তিনি পুত্ৰ দুই জীউ ভৈলা শঙ্কৰৰ। দেখি সন্তোষিত বড় সমস্ত ভকতৰ।।
বড় ভৈল ৰামানন্দ কমললোচন। মধ্যম ভৈলন্ত ইটো হৰি যে চৰণ।।"

"ইটো কথা ধুৱাহাটা গ্ৰামত নিশ্চয় । ২৩৮৩", তাৰ পৰা ভটিয়াই আহোঁতে

শঙ্কৰদেৱে ক'ত কেনেকৈ বৈ আছিছিল ৰামচৰণে (২৪৪১ পদৰ পৰা) বিতংকৈ কৈছে। "খাগৰিকটা এৰাই কলিয়াবৰ পাইলা। ২৪৪১।" তাৰ পাছত-

উত্তৰত সিঙ্গৰী দক্ষিণে বৰদোৱা। সেহি থানে আছিলন্ত জানা বাৰভূঞা।।
ভক্তি প্ৰকাশিতে কামৰূপে আছে মন। সেহি হেতু নুঠিলন্ত বৰদোৱা থান।।
কপলা নামে বিল জগতে প্ৰখ্যাত। ছয় মাস শঙ্কৰেয়ো থাকিলন্ত তাত।।
মাধৱদেৱৰ মাতৃ পৰলোকে গৈলা। কপলা বিলৰ তীৰে চিতাক সাজিলা।।
গয়াজান এৰাই বৰপেটা বিল পাইলা।" "আছে চুণ পৰা বৃক্ষ উচ্চত ডাঙ্গৰ।।"
হাবি কাটি মুকলি কৰিল সিটো ঠাই। বাৰাদীৰ পৰা মাধৱেও তৈক যাই।।

ধুৱাহাটত মাধৱদেৱৰ লগত মিলন হোৱাৰ দৰে এই চুণপৰাতো এজন বিশিষ্ট শিষ্য নাৰায়ণ আতাক (ভৱানন্দ সাউদ) শঙ্কৰদেৱে লাভ কৰে। মাধৱদেৱৰ লগত ঘটা মিলন কাহিনীৰ দৰেই নাৰায়ণৰ লগত হোৱা মিলনো অতি ৰহস্যপূৰ্ণ-ৰূপে ৰামচৰণে (২৪৯৩ ২৫৩১ পদ) বৰ্ণাইছে—

ধুৱাহাটা গ্ৰামে পূৰ্বে আছিলা শঙ্কৰ। গীতত ৰসিক এক ব্ৰাহ্মণ ভাস্কৰ।।
শঙ্কৰৰ কৃত গীত গাইলা নানা মত। পৰম বৈৰাগ্য ভৈল বিপ্ৰৰ মনত।।
আছন্ত শঙ্কৰ কৃষ্ণ অংশে অৱতাৰ। পদবন্ধে ভাগৱত কৰিলা প্ৰচাৰ।।
কৃষ্ণৰ ভকতি পথ কৰিছা বেকত। নামৰ কীৰ্ত্তন কৰি তৰয় জগত।।
বাৰাদীৰ সমীপক পাইলন্ত যাই। তিনিখন নাও আছে পানী ভটিয়াই।।
শঙ্কৰদেৱৰ গীতে পৰম হৰিষে। ভণিতাৰ সমে গায় নাৱৰ মানুষে।।
শঙ্কৰদেৱৰ ভণিতাক শুনিলন্ত। নাও ৰাখি নাৰায়ণে বাৰ্ত্তা পুছিলন্ত।।

তাৰ পৰা বুজিব পাৰি অন্ততঃ ধুৱাহাটত থকা কালৰ পৰাই শঙ্কৰদেৱৰ গীত-পদ বিয়পি পৰি ভক্তসকলক চাৰিও ফালৰ পৰা টানি আনিছিল। আগতে উল্লেখ কৰা পীতাম্বৰ কবিৰ প্ৰসঙ্গত এই মুহূৰ্ত্ততে উত্থাপিত (২৫২১ ২৪)—

নাৰায়ণো বসিলন্ত পুছিলা শঙ্কৰ। ইটো বাক্যে উত্তম আছয় কোন নৰ।।
নাৰায়ণে কহিলন্ত চৰণত সেৱি। আছে একজন পীতাম্বৰ নাম কৱি।
শঙ্কৰে বোলন্ত কেনে কৱিতা কৰয়। গোৰী নাৰায়ণ শুনো গীতৰ আশয়।।
শুনি নাৰায়ণে পাছে সুমৰি মনত। কবিকৃত গীত গান্ত শঙ্কৰ আগত।।
বিলাপ কৰিয়া কান্দে দেৱী ৰুক্মিণী। কোন অঙ্গ খুন দেখি নাইলা পদ্মপাণি।।
আৰ গাইবে নেদিলা শঙ্কৰ মহামতি। জানিলোঁহো নাৰায়ণ সিটো অল্পমতি।।
গীততে জানিলোঁ কাম-কন্যা সিটো জন। আন কোন আছে কহিয়োক নাৰায়ণ।।

ৰামানন্দয়ো এই ঘটনা অবিকৃতভাবে কৈছে (৮০১-০৩)—

শঙ্কৰ বদতি নাৰায়ণ শুনিয়োক। ঐত কোন আছে হৰি-পৰায়ণ লোক।।
নাৰায়ণ কন্ত তান নাম পীতাম্বৰ। কৰিছন্ত পদ তেন্তে দশম স্কন্ধৰ।।
শঙ্কৰে বোলন্ত নাৰায়ণ মহাশয়। তাহান কবিতা মুখে আসে কি নাসয়।।
নাৰায়ণ ঠাকুৰে পাছে গাইবাক লাগিলা। যেন মতে ৰুক্মিণীয়ে কৃষ্ণক ভাবিলা।।
শুনিয়া বোলন্ত আৰ গাইবে নলাগয়। গৰ্ব-পৰ্বতত সিটো উঠিয়া আছয়।।
ধৰ্ম ধৰিবাৰ সিটো নোহে যোগ্য লোক। আন কোন আছে নাৰায়ণ কহিয়োক।।

এওঁক পাই "শঙ্কৰে বোলন্ত তুমি শুনিয়ো মাধৱ। ভক্তৰ কঠিয়া ঐত পাইলোঁহো বান্ধৱ।।২৭৮৩। তাৰ পাছতেই মাধৱদেৱৰ মাকৰ আদ্য তিথিৰ আয়োজন (২৭৮৫-৯২)। তেন্তে চিহ্ন-যাত্ৰাৰ দৰেই পত্নী-প্ৰসাদ নাটো এই উপলক্ষত বিশেষ সফলতাৰে অভিনীত হৈছিল। তদুপৰি নাৰায়ণ আতাই তেওঁৰ পৰিয়ালক শৰণ লগাবৰ বাবে ভক্তিপ্ৰদীপ পুথি খুজি নিয়ে—

পুথি একখানি দিয়াঁ মোক জানি মাথে বান্ধি লই যাঞ।
হে প্ৰাণনাথ চৰণত মাগোঁ হেনয় প্ৰসাদ পাঞ।।
নিজগৃহে গই পুথি আগে থই সবে পৰিয়ালগণ।
উপবাস কৰি দণ্ডবতে পৰি কৰিবোঁ তাত শৰণ।২৮১৩।
শুনি নাৰায়ণে আদৰি তেখনে অমোঘ প্ৰসাদ লৈলা।
দৈব-নিৰ্বাণী গৰুড় পুৰাণি ভকতি-প্ৰদীপ দিলা।।২৮১৯।

তাৰ পাছত মাধৱদেৱে গণককুচিত আৰু শঙ্কৰদেৱে ওচৰা-উচৰিকৈ পাটবাউসীত বাস কৰিবলৈ ললে (২৮৪১-৩৬ পদ) তাৰ আগতে কুমাৰপাৰত শঙ্কৰদেৱৰ কন্যা বিষ্ণু ঢুকায় (২৮৪৩ পদ)। পাটবাউসীলৈ অহাৰ আগতেই শঙ্কৰদেৱে দশম-স্কন্ধত ৰচনা কৰে, আৰু নাম-ঘৰত তাৰ পাঠ আৰু ব্যাখ্যা চলে:

আপোনাৰ ঘৰখানি দক্ষিণ প্ৰান্তৰে। কৃষ্ণৰ মন্দিৰ ভৈলা তাহাৰ উত্তৰে।।২৮৬৪।
কৃষ্ণৰ মন্দিৰে সবে বসি থাকে তথা। শঙ্কৰে আনন্দ মনে কয়ে কৃষ্ণকথা।।২৮৬৮।
নামৰ কীৰ্তন কৰি সমৰ্পিয়া থৈল। দশম পয়াৰ মেলি পঢ়িবে লাগিল।।২৮৭৮।

ধুৱাহাটত মাধৱদেৱ আৰু চুনপৰাত নাৰায়ণ ঠাকুৰক লাভ কৰাৰ দৰে পাট-বাউসীত শঙ্কৰদেৱে দামোদৰক নিজ ভকতৰূপে লাভ কৰে (ৰাম, ২৯৫২-৮৭)। ১৫৪৬ খৃষ্টত কোচৰ মাৰণত ধুৱাহাট এৰি ভাটিয়াই অহাটো ধৰলে তেতিয়া শঙ্কৰদেৱৰ বয়স ৯৭ বছৰ, আৰু ১৫৪০ ত নৰনাৰায়ণ ৰাজপাটত উঠা

দেখিয়েই অহাটো হলে ৯১ বছৰ হয়। তাৰ পাছত কপলার্ত আৰু চুণপৰাত ছমাহকৈ থাকি পাটবাউসীত এবছৰ বসতি কৰাৰ পাছতো দ্বিতীয় বাৰ দেশ পৰ্যটন কৰিবলৈ ওলোৱা কথা মানিলে শংকৰদেৱৰ ৯৯ বা ৯৩ বছৰ বয়সত পৰে। ই স্বাভাৱিক নহয় দেখি আৰু আটাইকেইখন পুৰণি চৰিত আৰু সন্ত-সকলে মুখেৰে তোলা চৰিত মতেও দ্বিতীয়বাৰ দেশভ্ৰমণৰ কথা কয় যাবে, লক্ষ্মীনাথ বেজবৰুৱাই নৰনাৰায়ণৰ কোচৰ মাৰণ তথা ৰাজপাটত উঠা কালটোত সন্দেহ কৰি বৰদোৱাৰ পৰবৰ্তী চৰিত-পুথি এখনৰ মতে লেখ কৰি সেই কাল ১৫ বছৰমান পিছুৱাব খোজে। এনে কৰিবলৈ বিচৰাত বেজবৰুৱাৰ আন দুটা বিচাৰ হল ১৫৩৪ খৃষ্ট চুকোৱা চৈতন্যদেৱক চৰিতমতে এই দ্বিতীয়বাৰ তীৰ্থ-ভ্ৰমণত পুৰীত শঙ্কৰদেৱে লগ পোৱা, আৰু ভৱানন্দ সাউদে শঙ্কৰদেৱৰ "চাৰি শৰণ" ধৰাৰ আগতে চৈতন্যদেৱৰ 'ষোল নাম" লবৰ দিহা কৰা অৰ্থাৎ বঙ্গীয় বৈষ্ণৱ ধৰ্ম নামনি অসমত প্ৰচাৰিত হবলৈ আৰম্ভ কৰাৰ কাল মিলোৱা। কিন্তু চৈতন্যদেৱক লগ পোৱাৰ নিচিনা একোটা ধাৰ্মিক কিম্বদন্তীৰ বাবেই তিনিশ দুশ বছৰৰ পাছৰ এখন চৰিতৰ ওপৰত ভৰ দি বিজ্ঞানসম্মত বিচাৰৰ এটা লাগ-তিয়াল ঐতিহাসিক সময় পৰিবৰ্তিত কৰিব পাৰি বুলি কব নোৱাৰি, ইয়াতেও প্ৰথমৰ বাৰ বছৰীয়া সুদীৰ্ঘ আৰু সুসমাপ্ত তীৰ্থভ্ৰমণৰ পাছত দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণ কৰিবলৈ যোৱা কথাহে অস্বাভাৱিক যেন লাগে। সি যি হওক, ৰামচৰণে (৩১৪৬-৩৪০৭ পদ) গতানুগতিকভাৱে ইয়াৰ বৰ্ণনা দিছে।

কবি সাৰোভাৰ জনমযাত্ৰাৰ অন্ত কৈলা নিৰন্তৰে।।
কৰিয়া প্ৰবন্ধ একাদশ স্কন্ধ পদ কৰিলন্ত পাছে।।
উত্তৰ বিদুৰ তৃতীয় স্কন্ধৰ সম্বাদ লেখিয়ো তাক।
কৰিয়োক মন পাতৱ নিৰ্বান প্ৰথম স্কন্ধত আৰু।।
তিনি স্কন্ধ চাই বিচাৰিয়া পাই এক ঠাৱে লেখি কথা।
বাচস্কনীয়া সদাগৰে যেন এক ঠাই কৰি তথা ।।
প্ৰথম স্কন্ধৰ পঞ্চ অধ্যা পঢ়ি কৰিলন্ত ভাৱো পদ।।
অনন্ত কন্দলী কৰি কৃতাঞ্জলি শঙ্কৰক প্ৰাৰ্থিলন্ত।
দশমৰ শেষ পদ কৰি শেষ কৰিয়া আনি দিলন্ত।।
শঙ্কৰে দেখিয়া তুষিল হৰষিয়া তাক তনু কৃতাঞ্জলি।

কিন্তু আৰু তত্ব　থাকিল মাজত　কহিলন্ত হাসি জানি।।
তাৰ অৰ্থ তত্ব　কহি কন্দলীত　এহি মতে সবে আছে।
হৰিবংশে তথা　চাহি কৃষ্ণকথা　পদ কৰিলন্ত পাছে।।
ৰুক্মিণী-হৰণ　জগত তাৰণ　কুৰুক্ষেত্ৰ আৰো কৈলা।
কৰিয়া প্ৰবন্ধ　সেহি বাৰ স্কন্ধ　গীত আৰো বিৰচিলা।।
আছে যত মত　পুৰাণ ভাৰত　ভাগৱত আদি চাই।
মথি তাৰ ৰস　ভকতৰ সৰ্ব্বস　দিলা আনি ঠাই ঠাই।।
মহা মনোৰম　কীৰ্ত্তন দশম　স্বাদতো স্বাদ বিশেষ।
কায়বাক্যে চাইল　যত সাৰ পাইল　পয়াৰে দিলন্ত ৰস।।
লিঙ্গ পুৰাণৰ　গোপীসকলৰ　আনিলা নাম উদ্ধাৰি।
পৰম যতনে　দশম কীৰ্ত্তনে　দিলা নাম পূৰ কৰি।।
পুৰাণ ভাৰত　ভাগৱত যত　কথাৰূপে ৰচিলন্ত।।
ৰাম ৰাম গুৰু সন্ত　শঙ্কৰক বুলিলন্ত　একদিনা বচনে সাদৰি
বোলে দশমৰ সাৰ　ঘোষা-ছন্দ আৰো বাৰ　পদ কৰি দিয়ো ডেকাগিৰি।।
শুনি ৰঙ্গ শঙ্কৰৰ　তেতিক্ষণে দশমৰ　সাৰ কাঢ়ি পদ কৰিলন্ত।
সাধে ধৰ্ম্ম অৰ্থ কাম　লীলামালা হেন নাম　ৰঙ্গে গুৰু তাহ্যৰ থৈলন্ত।।
পাৰিজাত হেন নাম　অঙ্ক মহা অনুপাম　কৰিলা শঙ্কৰে তাত পাছে ।।
শুনা নিৰন্তৰে　যিমতে শঙ্কৰে　কৰিছন্ত ৰত্নাকৰ।
বাৰ স্কন্ধ সাৰ　বিচাৰি তাহ্যৰ　কৰিলা সাৰ উদ্ধাৰ।।৩৪১৩-৩৮

তেন্তে শঙ্কৰদেৱে নবৈৰ পাছত পাটবাউসীত এই সকলো গ্ৰন্থ ৰচে। তদুপৰি আহোম ৰাজ্যৰ দৰে কোচ ৰাজ্যতো শঙ্কৰদেৱে প্ৰতিক্ৰিয়াশীল দলৰ হাত নাসাৰিল। কীৰ্ত্তনৰ অন্তৰ্গত পাষণ্ডমৰ্দ্দন কিয় ৰচা হৈছিল দৈত্যাৰিয়ে তাৰো এটি বিৱৰণ দিছে, ভক্তসকলক বিদ্রূপ কৰি বিপক্ষবাদীবিলাকে কিবা ৰচনা কৰিছিল বাবে (৭১২-১৬ পদ)— 'নানান শাস্ত্ৰৰ তত্ব উদ্ধাৰি।.. ব্ৰাহ্মণসবে ছুইবে যোগ্য নয়। দেখাইলা কবি কবিতাচয় ।।৭১৮।' তেতিয়া মাধৱদেৱে কাবৌকৈ শঙ্কৰদেৱক কলে, "ব্ৰাহ্মণে বোলক যত লাগয়। আমাৰ বুলিবে যোগ্য নহয়।।৭১৯। তেতিয়া শঙ্কৰদেৱে সেইখিনি নষ্ট কৰি বহল ভাৱে আনন্দেৰে লিখিলে-—

কৰিলা পাষণ্ডমৰ্দ্দন নাম।　কীৰ্ত্তন-ঘোষা অতি অনুপাম।।
আগম পুৰাণ সংহিতা যত।　সহস্ৰ-নাম গীতা-ভাগৱত।।৭২২।

সমস্ত শাস্ত্ৰৰ তত্ত্ব উদ্ধাৰি। বুলিলা অভক্তক নিন্দা কৰি ।।৭২৩।

শঙ্কৰদেৱৰ কোচবেহাৰত বাস আৰু ধৰ্মপ্ৰচাৰ আদিয়ে ৰামচৰণৰ শঙ্কৰ-চৰিতৰ মূল ষষ্ঠখণ্ড পাবলৈ নাই। দৈত্যাৰিৰ মতে কামৰূপৰ বিপক্ষবাদী বামুণ বিলাকে অন্যায়কৈ লগোৱাত বিৰক্ত হৈ নৰনাৰায়ণে তৎক্ষণাত শঙ্কৰদেৱক ধৰি নিবলৈ মানুহ পঠিয়াল শঙ্কৰদেৱক নাপাই সেই মানুহে গোকুলচান্দ আৰু নাৰায়ণ ঠাকুৰক ধৰি নি গোসানী-সেৱা কৰিবলৈ দিলে আৰু তাত অমান্তি হোৱাত তেওলোকক নানান অত্যাচাৰ কৰিল (৭২৯ ৪১ পদ) শঙ্কৰদেৱে পাটবাউসীত থাকি তাঁতিকুচিৰ তাঁতশালৰ নিৰীক্ষকৰূপে সহায় কৰোঁতে তেতিয়া ষোল নাম লবলৈ বিচৰা সেই তাঁতী-দলপতি গোপালক শৰণ দি মথুৰাদাস আতা নাম দিয়ে আৰু এৱেঁই পাছত বৰপেটা সত্ৰৰ প্ৰতিষ্ঠাতা হয়। বৰপেটাৰ পৰা ধৰাই নিওতে শঙ্কৰদেৱে নৰনাৰায়ণৰ আগত ৰচি গোৱা তোটয়টি—

"মধুদানৱ দাৰণদেৱবৰং। বৰ বাৰিজলোচন চক্ৰধৰং।।
ধৰণীধৰ ধাৰণ ধ্যেয় পৰং। পৰমাৰ্থ বিদ্যাগুণ নাশকৰং।।
কৰ চূৰ্ণিত চেদিপ ভূবিভগং। জগভূষণ কোৰ্চিচত পাদযুগং।।
যুগনায়ক নাগৰ বেশৰুচিং ৰুচি বাংগুলিধান শৰীৰশুচিং ।।
শুচি চামৰ বায়ু নিসেব্য তনুং। তনুমধ্যগদেহ সুকেশহনুং।।
হনুমন্ত হৃষীশ সহায় ৰতং। ৰতিৰাজপৰায়ণ শক্ৰনতং।।
নত বৰ্ত্তুল স্থূল সুদীৰ্ঘ ভুজং। ভুজগাধিপ অপশয়ান মজং।।
অজৰামৰ বিগ্ৰহ বিশ্বগুৰুং। গুৰুগোধন কামদ কল্পতৰুং।।
তৰুণীমনমোহন সৰ্ব্বশুভং। শুভমঙ্গলদায়ক নীল নিভং।।
ইভ কুম্ভজ মৌক্তিক মাল্য ধৰং। ধৰ লোৰ সমৰ্চ্চিত সৰ্বসহং।।
সহ জায়তে পদ্মজীক চিদং। চিদানন্দ বিনোদন কেলিৱিদং।।
বিদুৰাদ্ন মণ্ডন ৰত্ন গলং। গলশোভিত কৌস্তুভ ভীমবলং।।
বলভদ্ৰ-সহোদৰ সত্য বপুং। বপুনিন্দিত বিশ্বমু ৰাৰি বিপুং।।
বিপু যূথপ যূথপ দৰ্পহৰং। হৰ মৌলি নিবৃষ্ট পদাজ পৰং।।
পৰলোক সহায় সহস্ৰমুখং। মুখৰালি কুলাকুল মাল্যসুখং।।
সুখমোক্ষদ দক্ষ বধূ ৰমণং। মনসোপৰিমেয় সহস্ৰ কলং।।
যদতোপ্তি ন তোপ্তি ন তোপ্তিহৰিং। হৃদি বৈৰী হতোজন তোগ্য হৰিং।।
হৃদি-কিঙ্কৰ শঙ্কৰ ঈশপদে। পদদ্বিতয়ম্ গায়তি চামৃত দে।।"

শঙ্কৰদেৱৰ অভ্ৰভেদী ব্যক্তিত্বই নৰনাৰায়ণক সম্পূৰ্ণ জিনিলে, আৰু ৰাজকীয় সকলো মান-অভিমান শঙ্কৰদেৱৰ পদত পেলাই দি সন্তুষ্ট কৰিব খুজিলে (৮০৭-১০ পদ)। ভূষণৰ এইখিনি কথা ৰামানন্দৰ সৈতে মিলে। তদুপৰি ৰামানন্দই লিখিছে—

ৰামৰ বিবাহ কথা সীতা স্বয়ম্বৰ। অঙ্কত লিখিলা তৈত শ্ৰীমন্ত শঙ্কৰ।।
শুক্লধ্বজ নৃপতিকো অঙ্কে নিবন্ধিলা। অঙ্কতে শ্লোকক কৰি অঙ্ক সমাপিলা।।

নৰনাৰায়ণৰ ৰাজ্যত এই বোৰ অঙ্কীয়া নাটৰ অভিনয়েও কেনে আলোড়ন তুলিছিল ৰামানন্দই তাকো সুন্দৰকৈ বৰ্ণাইছে (১৫০৬-০৯ পদ)। শেষ দেখা-দেখিত শঙ্কৰদেৱে মাধৱদেৱক আৰু গ্ৰন্থ লিখিবৰ নিৰ্দেশ দিয়া সম্পৰ্কে ৰামানন্দত আছে (১৬১১-১২):—

তোমাত কহিলোঁ ইটো ৰহস্য ভকতি। ঘোষা ৰত্নাৱলী পুথি লিখিবাঁ সম্প্ৰতি।।
পদ দুলড়ী জানা ছবিৰ অৰ্থক। ঝুমুৰি লেছাৰি ছন্দ তাহাৰ ৰসক।।
নমস্কাৰ শৰণ ভজন আত্মনিন্দা। তাৎপৰ্য্য উপদেশ প্ৰশংসা প্ৰাৰ্থনা।।
নামৰ মহিমা যত কাৰুণ্য আছয়। ঘোষাৰ মাজত তাক দিবাঁহা নিশ্চয়।।

শঙ্কৰদেৱৰ তিৰোভাৱৰ কাহিনী বিস্ময়কৰ বিদগ্ধ পণ্ডিত হলেও নৰনাৰায়ণ ৰজাক নিজ ধৰ্ম-নীতিৰ বিৰুদ্ধে শৰণ দিবলৈ অমান্তি হোৱাই তাৰ গুৰি। এই হোৱাও ৰামচৰণৰ আৰু ৰামানন্দৰ পদ (১৬১৫-৮৩) একে—

একদিনা ৰাজা শঙ্কৰক মাতি আনি। কোমল মধুৰ কৰি বুলিলন্ত বাণী।।
কৃষ্ণত শৰণ তুমি কৰায়ো আমাক। নিশ্চয় কৰিয়া আমি বুলিলোঁ তোমাক।।
নৃপতি বোলন্ত দিন চাৰি থাকিয়োক। কৃষ্ণত শৰণ কৰাওক তুমি মোক।।
শঙ্কৰে বোলন্ত শুনা ৰাজা মহাশয়। শৰণ হৈবাক খোজা নুবুজি আশয়।।
হাঁস ছাগ কাটি তুমি দেৱ-দেৱী পূজা। মূৰ্খৰ স্বভাৱ যেন তৈলাহা নুবুজা।
ৰাজ-নীতি ধৰ্ম্ম তুমি কিমতে এড়িবা। হৰিভক্তি ধৰি ৰাজ্য কিমতে চৰ্চ্চিবা।।
হেন শুনি ৰাজা বুলিলন্ত শঙ্কৰক। সবাক এড়িয়া আমি ভজিবোঁ কৃষ্ণক।।
নিশ্চয় কৰিয়া আমি বুলিলোঁ তোমাক। হেন জানি বাধা বাপ নকৰা আমাক।।
গৃহক গৈলন্ত গুৰু উঠি হেন শুনি। উপায় নপান্ত একো মনে গুণি গুণি।।
মই তাৰ হাত আৰে কিমতে এৰাওঁ। নৰ-লোক এড়িয়া পৰ-লোকে যাওঁ।।
এহি বুলি তথাতে ৰহিলা মহামতি। বৈকুণ্ঠক যাইবে মন হৈলন্ত সম্প্ৰতি।।
নৃপতি শুনিয়া খেদি আইলা তুমি পাছে। মায়া শৰীৰত সৈৱে কৰি নমস্কাৰে।।

হৰি হৰি কিনো মোৰ ভৈল বিড়ম্বন। আগে পাপী কিনো মই নলভৌ শৰণ।।
এহি বুলি দুঃখ ৰাজা অনেক কৰিলা। সো-শৰীৰতে পাছে শৰণক লৈলা।।

নৰনাৰায়ণৰ শঙ্কৰদেৱৰ শৰত শৰণ লোৱা এই অভিনৱ ঘটনাৰ এটি সমান্তৰাল কাহিনী আছে কান্তীপূৰ্ণ নিজে হীন জাতিৰ বুলি বামুণ ৰামচন্দ্ৰক শৰণ দিদি বিমুখ কৰাত শেষত আন এজন হীন জাতিৰ কিন্তু ধেৰব সথাৰি-সূত্ৰ লেখক সথকোপৰ মৰিশালিত এই বুলি শৰণ লৈছিল—

"বকুল-ধ্বৱল মত বৰুসম বেদবাহ্যপ্ৰবল সাম্য বলচ্ছেদনম্ পূজনীয়ম ।
বিপুল কুৰুক নাথম কবিসুনম্ কবীশম্শকামুপগতোঅহম্ চক্ৰহস্তে বৰতম ।।

## শঙ্কৰী কাব্য— কীৰ্ত্তন-ঘোষা ভাগৱত-ভাঙনি আদি

১৪৬৮ত শঙ্কৰদেৱৰ চিহ্নযাত্ৰা অভীয়া নাটৰ আৰু গীত পদৰ ৰচনা আৰু অভিনয় আৰু তাৰ লগে লগেই উদ্ধৱ-সম্বাদ কাব্যৰ ৰচনা আৰু শৰণ-দানৰ কথা উল্লেখ কৰি অহা হৈছে, চিহ্নযাত্ৰা ৰচনাৰ সম্পৰ্কে চৰিত পুথিৰ যি বৰ্ণনা তাৰো আভাস দিয়া হৈছে আৰু বৰ্ত্তমান তাৰ কোনো নিদৰ্শন নাই বুলিও কোৱা হৈছে । শঙ্কৰদেৱৰ তৃতীয় আৰু প্ৰধান কাব্যকোষ কীৰ্ত্তন-ঘোষাও সম্ভৱ কোনো আকাৰত ১৪৬৯ ত পোনতে ৰৰদোৱাতে গৈ নাম-ঘৰ আৰু নাম-কীৰ্ত্তনৰ দিহা আৰু ১৪৭০ত তাতে কাওৱাৰ দিহা কৰোঁতেই আৰম্ভ কৰা, ১৪৯১ত দেশ-ভ্ৰমণৰ পৰা ঘূৰি অহাত আৰু ত্ৰিহুটৰ জগদীশ মিশ্ৰই জগন্নাথৰ আদেশমতে ভাগৱত পাঠ কৰি শুনোৱাৰ আগতে শঙ্কৰদেৱে গীতা-ভাগৱতৰ গীত-পদ সম্পূৰ্ণভাৱে কৰিছে বুলি জগদীশ মিশ্ৰক স্পষ্ট আৰু দৃঢ়ভাৱে কোৱা হয় (২১৭৫-৭৯ পদ)।

ৰামচৰণে বৰ্ণোৱা এই কথাই স্বাভাৱিক কিয়নো চিহ্নযাত্ৰা আৰু উদ্ধৱ-সম্বাদ কাব্যৰ কল্পনা কৰিব নোৱৰা কৃতকাৰ্য্যতাৰ পাছত তাতালিকে আন ৰচনা হাতত নলৈ তাৰ ২২ বছৰৰ মূৰত ত্ৰিহুটৰ জগদীশ মিশ্ৰৰ পৰা ভাগৱত শুনিহে শঙ্কৰদেৱে কীৰ্ত্তনৰ গীত-পদ কৰিছিল বুলি দৈত্যাৰিৰ পদৰ পৰা যদিও ধৰিলেৰে পোনাৰ পাৰি সেই অৰ্থ সমীচীন নহয়। শঙ্কৰদেৱৰ আগত ত্ৰিহুটৰ পৰা অহা জগদীশ মিশ্ৰৰ গীতা-পাঠ তেওঁ নিজে ধন্য হৈছিলে, শঙ্কৰদেৱক যে ধন্য কৰিবলৈ নহয় , ঘটনাৰ ধৰণৰ পৰাই স্পষ্ট বুজিব পাৰি। পণ্ডিতে ১৪৬৯ কে আদি শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা ৰচনাৰ আৰম্ভৰ কাল বুলি ধৰিব; কিন্তু ই

এখন কাব্য নহয় সৰু-বৰ দেচকুৰিখনমান কাব্যৰ এখনি অপূৰ্ব কাব্যকোষ। কীৰ্ত্তন-ঘোষাৰ ভিতৰুৱা **গোপী-উদ্ধৱ সম্বাদৰ** পৰা সকলো প্ৰকাৰে সুকীয়া **উদ্ধৱ-সম্বাদ** নামৰ পুথি এখন ভদ্ৰসেন বৰাৰ দ্বাৰা সংগৃহীত হৈ ডিব্ৰুগড আহোম ছাপাশালৰ পৰা প্ৰকাশিত হোৱা আমাৰ হাতত পৰিছে—

আয়ু যায় ক্ষণে ক্ষণে কৃষ্ণৰ কিঙ্কৰে ভণে নিৰন্তৰে বোলা ৰাম ৰাম।।৯১।
কৃষ্ণৰ কিঙ্কৰে কহে এড়া আন কাম। পাতক ছাড়োক ডাকি বোলা ৰাম ৰাম ।।১৫৭

এনে ভণিতাত পোন পাকে শঙ্কৰদেৱৰ নাম নাই। মহেন্দ্ৰ কন্দলী ৰামৰাম গুৰু আদি বামুণসকলক **চিহ্ন-যাত্ৰা** ভাৱনাৰ পাছত শৰণ লগাবলৈ শঙ্কৰদেৱে এৰাতিৰ ভিতৰতে **উদ্ধৱ-সম্বাদ** নামে যিখন পুথি লিখিছিল বুলি চৰিত পুথিত আছে এয়ে সেই পুথি হব পাৰে ভাবি ইয়াত বৰ্ত্তমান তাৰ আলোচনা কৰা হল। পুথিখনত ১৭৭ টি পদ আছে, শ্ৰীকৃষ্ণই বৈকুণ্ঠ-প্ৰযাণ কৰিব খোজাত উদ্ধৱৰ বিলাপ আৰু শ্ৰীকৃষ্ণৰ বুজনিত এই পদ পুথিৰ আৰম্ভণ হৈছে—

তুমি আমি দুয়ো গৈলে মিলিব অনৰ্থ। লুপ্ত হৈব জ্ঞান ইটো ভকতিৰ পন্থ।।
অধৰ্ম্মে পীড়িব লোক যাইব অধোগতি। ভকতক ৰাখি তুমি থাকিও সম্প্ৰতি।।২৩।

যি কাৰণেই হওক ভণিতাত স্পষ্ট ভাৱে নাম নাথাকিলেও গুৰু বামুণক শৰণ লগাবৰ বাবে শঙ্কৰদেৱে ৰচা প্ৰথম কাব্য উদ্ধৱসম্বাদ এইখনেই বুলি ভাষা আৰু ভাব সকলো ফালৰ পৰা সম্প্ৰতি ধৰিব পাৰি।

**কীৰ্ত্তন-ঘোষা** কাব্যকোষ ৰূপে আদিতে জুকিওৱা আছিল নে নাছিল নে এইদৰে আৱশ্যক অনুসাৰেহে লিখি যোৱা হৈছিল ? শঙ্কৰদেৱৰ তিৰোভাৱৰ পাছত আৰু মাধৱদেৱৰ প্ৰয়াণৰ আগতহে যে মাধৱদেৱৰ আদেশমতে ৰামচৰণে ইয়াক গোটাইছিল দৈত্যাৰিৰ পৰা তাক স্পষ্টকৈ বুজিব পাৰি—

| | | |
|---|---|---|
| গৈলন্ত মাধৱ | দেৱ বেহাৰত | ফাগুন মাসত চলি। |
| বেহাৰক ৰাম- | চৰণ গৈলন্ত | চৈত মাস আসি ভৈলি।।১৫৬৫। |
| পাছে কতো দিনে | শ্ৰদ্ধা ভৈল মনে | ৰামচৰণৰ জান। |
| ঠাই ঠাই ঘোষা- | কীৰ্ত্তন আছয় | কৰোঁ আনি একখান।। |
| কতো আছে হাজো | দক্ষিণ কূলত, | কতো বৰ নগৰত। |
| কতো বৰপেটা | অসম ৰাজ্যত | কতোহো কালকাৰত।।১৫৬৬। |
| বহুবেক মান | বুলি একখান | কৰিলা ঘোষা-কীৰ্ত্তন। |
| মাধৱদেৱক | পুনু দেখিবাক | গৈলন্ত ৰামচৰণ।।১৫৬৭। |

দেখি পুথিখান আনন্দিত মন তাৱক্ষণে উঠিলন্ত
শিৰৰ ওপৰে পুথিখন ধৰি আনন্দতে নাচিলন্ত।।১৫৭৪।
এহি বুলি পুথি মেলি চাহিলন্ত কৈত কোন কথা আছে।
যৈত যিবা কথা যৈব লাগে থৈছে বিচাৰি দেখিলা পাছে।।১৫৭৬।
নলাগে লাৰিবে ভালে আছে সৱে এহি বুলি হাসিলন্ত।।১৫৭৭।

ইয়াৰ পৰা এনে অনুমান হয় শঙ্কৰদেৱেই মাধৱদেৱে জনাৰ ভিতৰতে ইয়াৰ কাব্য-ক্রম জুকিয়াই থৈছিল আৰু মাধৱদেৱেও বিভিন্ন অংশ ৰামচৰণে গোটাৱাৰ পাছত যৈত যিবা কথা যৈব লাগে থৈছে" বুলি দেখিবলৈ পাইছে। দেখাতেই এই ক্রম সুশৃঙ্খলিত আৰু সুপৰিকল্পিত ই কোনোমতে আটাইখনি কাব্য দ'মাই একেলগ কৰা নহয়। প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন বুলি পোনেই চতুৰ্বিংশতি-অৱতাৰ বৰ্ণনা কৰি নামাপৰাধ দেখুৱাইছে তাৰ পাছতে পাষণ্ড মৰ্দ্দন বৰ্ণাই পোনতে বিপক্ষবাদৰ বিষ নমাই লৈছে। তেতিয়া একমনে শুনা হৰিৰ ধ্যান বুলি বৈকুণ্ঠলৈ ভক্তৰ মন টানি নি "হেন মন্দিৰে ৰত্ন সিংহাসনে 'বহি থকা নাৰায়ণক দৰ্শন কৰাইছে। চিত্তৰ শোধন হৰিৰ কীৰ্ত্তন'ৰ গুণত মহাপাতকীৰো যে উদ্ধাৰৰ উপায় আছে অজামিলোপাখ্যান তাৰ প্ৰমাণ। 'ভকতৰ ভয় আছে কৈত ইয়াকে দেখুৱাবলৈ প্ৰহ্লাদচৰিত্ৰ । "সঙ্কট বেলাত সদ বুদ্ধি হলেও পৰিত্ৰাণৰ বাট যে হৰিনাম তাকে বুজাবলৈ গজেন্দ্ৰোপাখ্যান। কটাক্ষে সৃজন্ত ব্ৰহ্মাণ্ডকো কোটি কোটি। এগোটা ডিম্বাৰ মই ৰুদ্ৰ এক গুটি। বুলি দৰ্পচূৰ্ণ ৰুদ্ৰক দেখুৱাবলৈ হৰমোহন। 'দিব্য ভোগ যতেক আপুনি লবে লাগ। বৈষ্ণৱ বলিৰ তাত নাহি অনুৰাগ। কিয় তাকে দেখুৱাবলৈ বলিছলন। এইখিনি প্ৰাথমিক জ্ঞান দানৰ পাছত শ্ৰীকৃষ্ণৰ শিশু-লীলাত আৰম্ভ কৰি শ্ৰীকৃষ্ণৰ বৈকুণ্ঠপ্ৰয়াণত শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা সমাপ্ত। শঙ্কৰদেৱৰ ওচৰৰ বৰ্ণন ৰত্নাকৰ কন্দলীৰ সহস্ৰ-নাম বৃত্তান্ত আৰু শ্ৰীধৰ কন্দলীৰ ঘুনুচা-যাত্ৰা ৰূপতে তাৰ পৰিশিষ্ট বুলিব পাৰি।

সৰ্বো ভাৰতৰ ধৰ্মক্ষেত্ৰত গীতা আৰু ভাগৱতে যি ঠাই অধিকাৰ কৰে অসমত শ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা আৰু মাধৱদেৱৰ নাম-ঘোষাই তাৰ অনুৰূপ স্থান লাভ কৰে, আৰু ৰূপতে মূৰ্ত্তিৰ পৰিবৰ্ত্তে আসনে আসনে এই দুখনি পুথিকে থাপনা পাতি সেৱা জনায় । আৰো সমগ্ৰ ভাৰতীয় সাহিত্য-

ক্ষেত্ৰতো গীতা-ভাগৱতে যি শীৰ্ষস্থান লাভ কৰে সদৌ অসমীয়া সাহিত্যতো কীৰ্ত্তন-নামঘোষাই তেনে স্থানকে অধিকাৰ কৰে । গতিকে ধৰ্ম্মভাবৰ কথা এৰিও সাহিত্যৰ ফালৰ পৰা এই শীৰ্ষস্থানীয় গ্ৰন্থকেখনত কি বিশিষ্ট সাহিত্যিক গুণ আছে তালৈ মন কৰিব লগীয়া। সাহিত্যৰ ছৰমিলিটী বা প্ৰসাদ গুণটো প্ৰকাশ কৰিবৰ বাবে জলদ-গম্ভীৰ সংস্কৃতৰ দৰে প্ৰাচীন ভাষা যেনে উপযোগী প্ৰাদেশিক ভাষা কেতিয়াও তেনে নহয় ইংৰাজী ভাষাৰ ভিতৰেদিও এই ছৰ্‌মিলিটী গুণ ফুটাই তুলিব পাৰিছে অকল মিল্টন আদি দুই এজন কবিয়েহে। গতিকে সংস্কৃতৰ লগত অসমীয়া ভাষাৰ ফেৰ মৰাব নিচিনা এটা অসম্ভৱ কাম শঙ্কৰদেৱ-মাধৱদেৱ প্ৰভৃতিয়ে কেনেকৈ সম্ভৱ কৰিছিল তাক দুই এটি উদাহৰণৰ পৰাই বুজিব পাৰি কিয়নো গাম্ভীৰ্য্যৰ কথাই নাই, অৰ্থতো অসমীয়া শব্দ ভাব-বহুল নহলেও মহাপুৰুষে সংস্কৃতৰ সমানে সমানে ফেৰ মাৰি লিখিছে—

"ন গঙ্গা ন গয়া সেতুম ন কাশী ন চ পুষ্কৰম্।
জিহ্বাগ্ৰে বৰ্ত্ততে যস্য হৰিৰিত্যক্ষৰম্ দ্বয়ম্।।"
"হৰি হেন ইটো দুগুটি অক্ষৰ জিহ্বা অগ্ৰে থাকে যাৰ।
গঙ্গা গয়া কাশী পুষ্কৰ সেতুক যাইবাক নলাগে তাৰ।।"

এইদৰেই জয়দেৱৰ 'প্ৰলয়পয়োধিজলে ধৃতবানসি বেদং" সংস্কৃত স্তোত্ৰৰ লগত ৰিজালেও শঙ্কৰদেৱৰ চতুৰ্বিংশতি অৱতাৰৰ অসমীয়া পদ কীৰ্ত্তনৰ আৰম্ভ কোনো প্ৰকাৰে হীনপ্ৰভ নহৱ নিশ্চয়।

মহাপুৰুষীয়া ধৰ্ম্মৰ দাৰ্শনিক তত্ত্বৰ মূল সুৰো কীৰ্ত্তনৰ এই প্ৰথম কবিতাৰ প্ৰথম শাৰীতে বাজি উঠিল ! শঙ্কৰাচাৰ্য্যৰ জ্ঞান-প্ৰধান অদ্বৈতবাদৰ—

"শ্লোকাৰ্দ্ধেন প্ৰবক্ষ্যামি যদুক্তং গ্ৰন্থ কোটিভিঃ।
ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ কেৱলম।।"

এই মত আংশিকৰূপে গ্ৰহণ আৰু আংশিকৰূপে খণ্ডন কৰি ৰামানুজে যি ভক্তিপ্ৰধান বিশিষ্টাদ্বৈতবাদ মত উলিয়ালে, তাকে শঙ্কৰদেৱে আকৌ আংশিক ভাৱে বৰ্জন-গ্ৰহণ অৰ্থাৎ ৰামানুজৰ শ্ৰীসম্প্ৰদায়ৰ অনুবৰ্ত্তী নহৈ নিজৰ ভাৱে অসমত বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিলে। একে ভক্তি-প্ৰধান ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰা আৰু অৱতাৰবাদ স্বীকাৰ কৰা বিষয়ত শঙ্কৰদেৱ ৰামানুজাচাৰ্য্যৰ লগত এক, কিন্তু "ব্ৰহ্ম সত্য জগন্মিথ্যা" আদৰ্শত শঙ্কৰদেৱে ৰামানুজতকৈ শঙ্কৰাচাৰ্য্যৰ সৈতেহে

এক। গতিকে শঙ্কৰদেৱৰ মতত বিশিষ্টাদ্বৈতবাদতকৈ অদ্বৈতবাদৰ প্ৰাধান্যই নিশ্চিতভাৱে অধিক, ইয়াত দ্বৈতবাদৰ যে পাৰতো ভৰি দিয়া নাই তাক শঙ্কৰদেৱৰ লিখনিৰ ছত্ৰে ছত্ৰে দেখিবলৈ পোৱা হয়।

নামাপৰাধৰ দুটি কবিতাত শঙ্কৰদেৱে অকল নামৰ অপৰাধকে হে যে দেখুৱাইছে এনে নহয়, নামৰ উপকাৰ সাতটিও বিতংকৈ দেখুৱাইছে—

"প্ৰথমে দহিব পাতকচয়। কৰিব মহা পুণ্য অভ্যুদয়।
কৰাইব বিষয়ত বিৰকতি। কৃষ্ণত বঢ়াইব প্ৰেম-ভকতি।।৬৫।।
ওপজাইব অতি বৈষ্ণৱ জ্ঞান। মায়াক কৰিব দহি নিৰ্ব্বাণ।।
চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি। দৈবক ভেদে—এবে এক কৰি।।৬৬।

এই কবিতা দুটি যে শঙ্কৰদেৱৰ আগবয়সৰ ৰচনা তাত সন্দেহ নাই; শাস্ত্ৰৰ দোহাইৰ পৰা সঠিকভাৱে অনুমান কৰিব পাৰি—

নকৰিবা নিন্দা মোক মহন্তে। আসিল শাস্ত্ৰ বাৰাণসী হন্তে।।
তাহাক চাই নিবন্ধিলোঁ পদ। হৰি হৰি বুলি তৰা আপদ।।৭১।

পাষণ্ড-মৰ্দ্দন ৰচনাৰ উৎপত্তি সম্পৰ্কে আগতে উনুকিওৱা হৈছে। ইয়াৰ চাৰিটি কবিতাত বেদান্ত বিষ্ণুধৰ্ম্মোত্তৰ আগম, বৃহৎ নাৰদী, পদ্মপুৰাণ বৃহৎ সহস্ৰ নাম সূতসংহিতা আৰু বাৰ স্কন্ধ ভাগৱতৰ সাৰ কাঢ়ি আনি শঙ্কৰদেৱে নিজ ধৰ্ম্মৰ মৰ্ম্ম প্ৰমাণ কৰিছে।

ধ্যানবৰ্ণন দুটি কবিতাত সম্পূৰ্ণ, প্ৰথমটিত বৈকুণ্ঠৰ আৰু দ্বিতীয়টিত তাত থকা নাৰায়ণৰ বৰ্ণনা। অন্ততঃ এই কবিতা দুটি সংস্কৃত কাব্যৰ সমানে গহীন গম্ভীৰ আৰু মহত্বপূৰ্ণ। বৈকুণ্ঠৰ বৰ্ণনা যেনে মনোমুগ্ধকৰ তাৰ মাজত ৰত্ন-সিংহাসনত বহি থকা নাৰায়ণৰ বৰ্ণনা আৰু চমৎকাৰ! পঢ়িলে চকুৰ আগত গ্ৰীক শিলাকটীয়াৰ সিচিনা হাতৰ এক অপৰূপ মূৰ্ত্তি দেখা যেন লাগে। এনে প্ৰশান্ত আৰু স্নিগ্ধ ৰূপেই ক্লাছিকেল্ বা প্ৰাচীন সাহিত্যৰ প্ৰধান লক্ষণ, স্পষ্ট ৰেখাঙ্কন ভাস্কৰ কলাৰ দৰে ইয়াৰো বিশেষ গুণ,—আকৌ শঙ্কৰদেৱৰ ভাষাৰেই, "কষটিত যেন সোণাৰ ৰেখা।" ৰমান্টিক বা নৱন্যাসমূলক সাহিত্য, ইয়াৰ বিপৰীতে, চিত্ৰাঙ্কন কলাৰ দৰে বৰ্ণ-বৈচিত্ৰ্যপূৰ্ণ, এনে কবি-শিল্পীয়ে চিত্ৰশিল্পীৰ দৰে তেওঁৰ লিখনী হাতত লৈ শব্দ-চিত্ৰ আঁকোতে স্পষ্ট ৰেখাঙ্কনৰ বিপৰীতে বৰ্ণ-চাতুৰ্য্যলৈহে বিশেষ চকু ৰাখে, আৰু নানা ধৰণেৰে তেওঁৰ বৰ্ণনা বিচিত্ৰ হৈ উঠিলেই নিজক কৃতাৰ্থ বুলি ভাবে।

মূঠতে এজন ইংৰাজ সমালোচকে কবৰ দৰে, প্ৰাচীন শিল্পীয়ে দেৱ-মন্দিৰত আৰু নৱন্যাস শিল্পীয়ে উপবনত থাকি আপোন মনেৰে সৌন্দৰ্য্য-সাধনা কৰে।

অজামিলোপাখ্যানৰ চাৰিটি কবিতাত অজামিলৰ কাহিনীৰ হাকোটাত শঙ্কৰদেৱে নিজ ধৰ্মমতৰ উপদেশ আঁৰিছে—

"হৰিনামে সব পাতক দহয় জ্ঞানে বা অজ্ঞানে বোলে।
যেন হুতাশনে শুকান কাষ্ঠক অতি অপ্ৰয়াসে পোলে।।
প্ৰমাদত থাকি যিটো হৰি বোলে সিয়ো সব দু খে তৰে।
যেন মহৌষধি নজানি ভুঞ্জিলে তাৰো গৰ্ভৰোগ হৰে।।১৮৭।"

প্ৰহ্লাদচৰিত্ৰ পূৰ্বকবি হেম সৰস্বতীৰ এই নামৰ পুথিৰ দৰেই আঢ়ৈশৰ অধিক পদৰ মুঠ বাইশটি কবিতাৰ এখনি সুকীয়া কাব্যৰ দৰে—

'ব্ৰহ্মাৰ মানস চাৰি তনয়। ভ্ৰমন্ত আকাশে আনন্দময়।।২১৮।
আনন্দে লোকক চাহন্তে ফুৰি। দিনেক দেখিল বৈকুণ্ঠ পুৰী।।
অতি আনন্দিত বিষ্ণুৰ স্থানে। সৱে চতুৰ্ভুজ পুৰুষ মানে।।২১৯।
যতেক ৰমণী লক্ষ্মী প্ৰত্যেক। কল্পতৰু সম বৃক্ষ যতেক।।২২০।

শঙ্কৰাচাৰ্য্যই শ্লোকোৰ্দ্ধেন প্ৰবক্ষ্যামি যদুক্তং গ্ৰন্থকোটিভি বুলি বিজয়দৰ্পে কোৱাৰ দৰে একো নুবুলিও শঙ্কৰদেৱে ওপৰৰ এফাকি পদত যাদুকৰী চিত্ৰশিল্পীৰ দৰে লিখনীৰ মাথোন একেটি আঁকত গোটেই বৈকুণ্ঠখন কেনে দৰে আঁকি পেলালে! তাৰ ওপৰতে আকৌ লিখনী বুলালে—

বৈকুণ্ঠ নগৰী নিৰুপম। নাহি যাত কালৰ বিক্ৰম।।২৩০।
মুৰ্ত্তি ধৰি বেদ-শাস্ত্ৰগণ। কৰে বেঢি মহিমা কীৰ্ত্তন।।২৩২।"

বাইবেলৰ আডাম-ঈভ ঈশ্বৰৰ এটি বাক্যত সৰি পৰাৰ দৰে জয়-বিজয় বৈকুণ্ঠৰ সপ্তম দ্বাৰৰ দুৱৰী থানৰ পৰা কেনেকৈ হঠাৎ খহি পৰিল!—

"দেখিয়া পাছে হেন চাৰি সিদ্ধ। দেখন্তে শিশু বয়সত বৃদ্ধ।।
কৃষ্ণৰ দৰশন আশা ভঙ্গে। কোপে চক্ষু পকাই মাতন্ত খঙ্গে।।২৪০।
বৈষ্ণৱ বোলা তোৰা দুয়োজন। বৈকুণ্ঠবাসীৰ নোহে লক্ষণ।।২৪১।
পাৰিষদ বোলাই কৰস চটি। নোহিকা বৈষ্ণৱ দুয়ো কপটী।।
বৈকুণ্ঠতো আনা দুৰ্লভ বড। ঐৰ পৰা তোৰা দুহান্তো পড়।।২৪২।

কীৰ্ত্তন ঘোষাৰ ছন্দ-বৈচিত্ৰ্যও অতি চমৎকাৰ। ইয়াত সাধাৰণ পদ দুলড়ী, ছবি, লেছাৰী আদিৰ উপৰিও ঝুনা বা একাৱলী ঝুমুৰি বা গজগতি,

কুসুম-মালা আদি নানাবিধ ছন্দেৰে এই অপূৰ্ব কাব্যবোৰত এক চিৰন্তন স্পন্দন সুমুৱাই দিছে। অকল ইমানেই নহয় বৰগীতবোৰ সদায় যেনেকৈ ভাবৰ উপযোগী ৰাগত বান্ধি দিছে, বিভিন্ন ছন্দও ইয়াত সেইদৰে উপযোগী ভাবত বান্ধিছে। জয় বিজয়ৰ দুৰ্ব্যৱহাৰৰ বাবে ক্ষমা বিচাৰি মাধৱে যি বিনয়-নম্ৰ বাণী বুলিলে তাক শুনি চাৰি সিদ্ধৰ মনত হোৱা উথুল থুথুল ভাব প্ৰকাশ কৰিবলৈ ঝুমুৰি বা গজগতি ছন্দৰ উদ্ভাৱনা—

তোমাৰ বচন স্বামী। নুবুজিলোঁ কিছু আমি।।
আপুনি ঈশ্বৰ হুয়া। বোলাঁহা কৰিয়ো দয়া।।২৭৫।
ত্ৰিজগতে কৰে সেৱ। বোলাঁ মোৰ বিপ্ৰ দেৱ।।
যত দেৱ দ্বিজ ভূমি। সবাৰো দেৱতা তুমি।।২৭৬।
কৰিলো দাৰুণ পাপ। দণ্ডিয়ো জগত বাপ।।২৮০।

ছন্দ-বৈচিত্ৰ্যৰ দৰে কীৰ্ত্তন-ঘোষাৰ ৰস-বাহুল্যও বিশেষ মন কৰিব লগীয়া। নৰসিংহৰ ৰূপ-বৰ্ণনাত অদ্ভুত-ৰসৰ মনোৰম অৱতাৰণা—

অদ্ভুত দেখিয়া দৈত্যপতি ভৈল চুপ। নোহে সিংহ নোহে ইটো মনুষ্যৰ ৰূপ।।
তপ্ত সুৱৰ্ণৰ বৰ্ণ জ্বলে চক্ষু দুই। পৰ্ব্বত সমান কায় আছে স্বৰ্গ ছুই।।
শৰীৰৰ লোম চন্দ্ৰসম শুক্লবৰ্ণ। তুলি আছে উৰ্দ্ধক স্তবধ দুই কৰ্ণ।।
বাইল মুখ যেন গিৰি-গহ্বৰ পৰাই। প্ৰচণ্ড বাতাস যেন নিশ্বাস বজাই।।
প্ৰকাশয় কেশ শিৰে ৰবিৰ কিৰণ। ভ্ৰূকুটি কুটিল মুখ বিকট দশন।।
লহ লহ কৰে জিহ্বা যেন ক্ষুৰ ধাৰ। জ্বলে বাহু শত তীক্ষ্ণ নখে চমৎকাৰ।।
বহল হৃদয় দীৰ্ঘ গ্ৰীবা কৃশ কটি। জিহ্বা মেলি আছে দুই দশন প্ৰকটি।।

ভয়ানক ৰসৰ অৱতাৰণা কৰিবলৈ হ্ৰস্ব-একাৱলী ছন্দ—

"দানৱ যুবত্তে যেৱে আছে। দেখি খঙ্গে নৰসিংহে পাছে।।
কম্পাই শিৰ কেশৰ উল্লাসি। তুলিলা আছোটে ঘোৰ হাসি।।৪১২।
চিত্ত কৰি উৰুত থাপিল। নখে তাৰ হিয়া বিদাৰিল।।৪১৫।
চক্ষু পকাই দৈত্য অন্তকাৰী। চেলেকন্ত জিহ্বায়ে কোবাৰি।।
ৰুধিৰে দিগিৰ দেহা হই। শিৰত মেড়াইল আন্ত দুই।।৪১৬।
দৈত্য জিনি ত্যজিলা আটাস। পলায় দিগ্‌গজ হয়া ত্ৰাস।।
ব্ৰহ্মাণ্ডে শিৰৰ কেশৰ। উড়ায় সত্ৰে বিমান স্বৰ্গৰ।।৪১৯।
থৰকে সাগৰ ত্ৰাসে লাগি। বেগত পৰ্ব্বত পড়ে ভাগি।।

নৃসিংহৰ চৰণৰ গতি — টলবল কৰে বসুমতী।।৪২০।
চন্দ্ৰ ৰশ্মিত ভৈল ছন্ন। — নিষ্প্ৰভ সমস্ত গ্ৰহগণ।।৪২১।"

প্ৰচণ্ড ভূমিকম্প বা ধুমুহাৰ পাছত প্ৰকৃতিয়ে প্ৰশান্ত মূৰ্ত্তি ধাৰণ কৰাৰ দৰে এই ৰৌদ্ৰ ৰূপৰ পাছত ব্ৰহ্মাৰ আদেশত প্ৰহ্লাদে কৰা স্তুতিত শান্ত-ৰসৰ উদ্ৰেক আৰু তাৰ লগে লগে শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ মতো প্ৰকাশিত হ'ল—

"তুমি জগজ্জীৱ — তোমাক পূজিলে — মিলে আপোনত যাই।
যেন মুখশ্ৰীক — প্ৰতিবিম্ব মুখে — দেখিয়া দৰ্পণ চাই।।৪৪৩।
ভয়ঙ্কৰ কোপ — দেখিয়া তোমাৰ — প্ৰভু মোৰ ভয় নাই।
সংসাৰ-চক্ৰৰ — নিকাৰ দেখিয়া — সদায় ধাতু উড়ায়।।৪৪৪।
কিমতে ভকতি — কৰোঁ পঞ্চেন্দ্ৰিয় — পঞ্চদিকে লাগি ধৰে।।
যেন গৃহস্থক — অনেক সপত্নী — সকলে আকুল কৰে।।৪৪৫।
যিটো চাণ্ডালেও — কায়-বাক্য মনে — সদায় সুমৰে হৰি।
আছে বাৰু ব্ৰত — যিটো ব্ৰাহ্মণৰ — সিসে শ্ৰেষ্ঠ আত কৰি।।
সিটো মহাগৰ্ব্বী — বিপ্ৰে আপোনাক — পবিত্ৰ কৰিবে নাৰে।
ভকত চাণ্ডালে — আপোনাকো তাৰ — সমস্ত কুল উদ্ধাৰে।।৪৪৬।

ভক্তৰ এই পৰম প্ৰাৰ্থনাৰ সমিধানত আকৌ নৃসিংহৰ মুখে শঙ্কৰদেৱৰ ধৰ্ম্মৰ পবিত্ৰ মৰ্ম্মই সঘনে প্ৰতিধ্বনিত হৈছে সেই ছন্দ-জুনাতে—

"শুনি নৰসিংহে হাসিলন্ত। — জানো তুমি ভকত একান্ত।।৪৫৩।
সদায় শুনিবা মোৰ কথা। — মোৰ ৰূপ চিন্তিবা সৰ্ব্বথা।।
কীৰ্ত্তনে পলাইব পাপচয়। — ভোগ ভুক্তি পুণ্য কৰ ক্ষয় ।।৪৫৪।
তোৰ যশ ব্যাপিব জগতে। — ৰাত্ৰি-দিনে মোক সুমৰন্তে।।
সবে কৰ্ম্মবন্ধ হৈব হীন। — অন্তকালে মোতে হৈবা লীন।।"৪৫৫।

আকৌ নিমজ গহীন পদত ভক্তৰ গুণ দোহাৰি সামৰণি মাৰিছে—

পৰম বৈষ্ণৱ তই পুত্ৰ ভৈলি যাৰ। — একৈশ পুৰুষ তাৰ কৰিলি উদ্ধাৰ।।
যৈত থাকে মোৰ ভক্ত উদাৰ চৰিত্ৰ। — কীট-পতঙ্গকো তথা কৰয় পবিত্ৰ।।
নকৰে প্ৰাণীক হিংসা নাহি একো স্পৃহা। — আমাত অৰ্পণ কৰে আপোনাৰ দেহা।।

গজেন্দ্ৰোপাখ্যান তিনটি বিভোপন কবিতাত সম্পূৰ্ণ। প্ৰাকৃতিক শোভা-বৰ্ণনাত আকৌ সেই অপূৰ্ব্ব ক্লাছিকেল্ বা প্ৰাচীন সাহিত্যৰ সৌন্দৰ্য্য-সমাবেশ—

ক্ষীৰ সাগৰৰ মাজে ত্ৰিকূট পৰ্ব্বত। — প্ৰকাশন্তে আছে তিনি লোকত বেকত।।

সুবৰ্ণ ৰজত লোহা জ্বলে তিনি শৃঙ্গ। চকুত জমক লাগে দেখিতে বিৰিঙ্গ।।
আন যত শৃঙ্গ বত্নে কৰে তিৰিমিৰি। দশোদিশ প্ৰকাশিয়া শোভে শুক্লগিৰি।।
ক্ষীৰ সাগৰৰ ঢউ চৌভিতি উথলে। পখালে পৰ্ব্বত সুশীতল দুগ্ধজলে।।
নদী-নদ অশেষ বিশেষ সৰোবৰ স্ফটিক নিৰ্ম্মল জল দেখি মনোহৰ।।
অগৰু চন্দন পদ্ম সৰল সোণাৰু। আনো যত তৰু-বন সবে কল্পতৰু।।
ছয় ঋতু এককালে বসন্ত উদয়। ভ্ৰমৰে গুঞ্জৰে ফুলি পঞ্চম পূৰয়।।

হৰমোহন প্ৰায় এশ পদৰ মুঠ দহটি কবিতাৰ এখনি এধানমান সুকীয়া কাব্য বুলিব পাৰি। ৰামানুজৰ বিশিষ্টাদ্বৈতবাদতকৈ যে শঙ্কৰদেৱৰ প্ৰচাৰিত মত শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদৰ ফালেহে ঢাল খোৱা ইয়াক এই কাব্যৰ আৰম্ভৰ বিতোপন হৰ স্তুতিটিৰ পৰাই সলসলীয়াকৈ বুজিব পাৰি—

নমো নমো মাধৱ বিধিৰ বিধিদাতা। তুমি জগতৰ গতি মতি পিতামাতা।।
তুমি পৰমাত্মা জগতৰ ঈশ এক। একো বস্তু নাহিক তোমাত ব্যতিৰেক।।
তুমি কাৰ্য্য-কাৰণ সমস্ত চৰাচৰ। সুবৰ্ণ কুণ্ডলে যেন নাহিকে অন্তৰ।।
তুমি পশু-পক্ষী সুৰাসুৰ তৰু-তৃণ। অজ্ঞানত মূঢ় জনে দেখে ভিন্ন ভিন্ন।।

ইয়াৰ সেইদৰে এই শান্ত ৰসৰ পৰা শৃঙ্গাৰ বা আদি ৰসলৈ আহি তাকো শঙ্কৰদেৱে কেনে বিচক্ষণভাৱে ফুটাই তুলিছে মন কৰিব পাৰি—

হেন মহা দিব্যবন দেখিলন্ত ত্ৰিনয়ন দিব্য কন্যা এক আছে তাতে।
কোটি লক্ষ্মী সম মোহে কটাক্ষে ত্ৰৈলোক্য মোহে ভণ্টা খেৰি খেলে দুয়ো হাতে।।
তপ্ত সুবৰ্ণৰ সম জ্বলে দেহ নিৰুপম ললিত বলিত হাত-পাৱ।
চক্ষু কমলৰ পাসি মুখে মনোহৰ হাসি সঘনে দৰশে কাম ভাৱ।।
দৰশান্ত কাৰ পিঠি খনো হাসে সমদৃষ্টি চাহি লাজে চান্ত চক্ষু মুদি।
ভ্ৰমন্ত অনেক ভাৱে উভুৱাৱে বস্ত্ৰ বাৱে, উচ্চ কুচ-কুম্ভ থোৱে উদি।।
কঙ্কালে কিঙ্কিনী বাজে, চৰণ-কমল মাজে বহুৰ নূপুৰ ৰুনঝুন।
হালে অতি মধ্যদেশ সংসাৰ-মোহি . বেশ একো অঙ্গে নাহি অতি-খুন।।
মুখ চন্দ্ৰসম শোভে পদ্মৰ সুৰভি লোভে বেঢ়ি মধুকৰে কৰে ৰোল।
শৰীৰৰ লাসকেশ নেত্ৰৰ কটাক্ষ বেশ দেখি শম্ভু অতি ভৈল ভোল।।

শৃঙ্গাৰ-ৰসৰ অৱতাৰণা সম্পৰ্কত বঙলা ভাষাৰ গীতি-কবি চণ্ডীদাস আৰু মৈথিলী কবি বিদ্যাপতিৰ লগত শঙ্কৰদেৱৰ পাৰ্থক্য বিশেষ মন কৰিব লগীয়া। চণ্ডীদাস সহজীয়া কবি; গতিকে তেওঁৰ ৰাধা-কৃষ্ণ বিষয়ক প্ৰেম গীতবোৰ ৰাধা

ধুবুনীৰ লগত তেওঁৰ প্ৰেম-আখৰাৰ অভিজ্ঞতামূলক। বিদ্যাপতি বৈষ্ণৱ নাছিল, গতিকে ব্ৰহ্ম-বৈৱৰ্ত্ত পুৰাণ আৰু গীত-গোবিন্দৰ কামশাস্ত্ৰমূলক কাহিনী পঢ়ি তাৰ অনুপ্ৰেৰণাত এই প্ৰেম-গীতবোৰ তেওঁ ৰচিছিল কিয়নো স্বৰূপতে জয়দেৱৰ "গীত গোবিন্দ কাব্যত গীত হে আছে, গোবিন্দ নাই। এতেকে চণ্ডীদাস -বিদ্যাপতিৰ গীতত যিখিনি ঠাই কবিৰ আত্ম-পৰীক্ষাই জিনি আছে, শঙ্কৰদেৱৰ কাব্যত সেই স্থান নিশ্চয় আত্ম জয়ে অধিকাৰ কৰিছে গতিকে শঙ্কৰদেৱৰ এনে আদি ৰসৰ বৰ্ণনাৰ পিছত যি এটি পৰম প্ৰসাদ আৰু পৰম শান্তিৰ ভাব বাটচাই থাকে চণ্ডীদাস বিদ্যাপতি আদিত তাৰ গম পাব নোৱাৰি। হৰমোহনৰ এই বিপুল মদন উৎসৱ যে মদন-ভস্মৰ আন এটি উদাহৰণ তাক সহজে বুজিব পাৰি (৫৮৬ ৯১ পদ)।

হৰমোহন যে অলপ আগতীয়া ৰচনা তাক ভণিতাই কয়—

ভাগৱত পদছবি ৰচিল শঙ্কৰ কবি কৃষ্ণৰ চৰণ কৰি সেৱ।।
শুনিয়োক বুদ্ধ লোক নিন্দা নকৰিবা মোক যদি দেখা পদত দূষণ।
আমি জগতৰ শিষ্য জানি কৰা বিমৰিষ মহন্তৰ ক্ষমাসে ভূষণ।।

বলিছলন দেঢ কুৰিমান পদৰ মুঠ পাঁচটি কবিতাত সমাপ্ত। —

জগতকে পৱিত্ৰ কৰন্ত দৈত্যপতি। হৰিৰো বিস্ময় দেখি বলিৰ ভকতি।।
অন্তৰীক্ষে মহিমা বখানে সিদ্ধ মুনি। হেনয় বৈষ্ণৱ নতু দেখি নতু শুনি।।

এনে বলি ৰজাক ছলি কেনেকৈ সুতললৈ পঠোৱা হৈছিল তাক দেখুওৱা হৈছে। ইয়াৰ পাছত শ্ৰীকৃষ্ণৰ আদ্যোপান্ত কাহিনী বৰ্ণনাৰ কাব্যবোৰৰ আৰম্ভ। শিশু-লীলা দেঢ়শ ফাকিমান পদৰ মুঠ এঘাৰটি কবিতাৰ সমষ্টি। বিষ্ণুৰ অপৰূপ মূৰ্ত্তিৰ উন্মোচনেৰে এই কাব্যৰ আৰম্ভ। তাৰ পাছত কৃষ্ণৰ ব্ৰজলীলা আৰু যশোদাৰ লগত হোৱা বিভিন্ন কাহিনীৰ বৰ্ণনা। এইবোৰৰ তত্ত্ব বুজিবলৈ হলে তাৰ সঁচাৰ কাঠি পাব লাগিব। নামঘোষাত আছে —'অহঙ্কাৰ থাকন্তেও, সাক্ষাতে কৃষ্ণক পাৱে শ্ৰৱণ-কীৰ্ত্তন ধৰ্ম্ম যাৰ।।৬।" দেখাত অসম্ভৱ যেন লাগিলেও, ই সত্য আৰু তাৰ সাক্ষী যশোদা। যশোদা এনে পৰম ভক্ত আছিল যে তেওঁৰ ভক্তিৰ বলেৰে "যাক যোগী নপাৱে ধ্যানত" সেই কৃষ্ণক তেওঁ পুত্ৰৰূপে গৰধীয়া নবলৈও পাইছিল! "কহয় মাধৱ মাই কিনো তপ- সাইলি। ত্ৰিজগতপতি হৰি বাখোৱাল পাইলি।।" (বৰগীত)। পাছে ইমানৰ সত্বেও তেওঁৰ অহঙ্কাৰ একেবাৰে যে গুচা নাছিল, এই কুটি লৈয়ে কৃষ্ণই

তেওঁক মাজে-সময়ে নচুৱাই বং চাইছিল পৰম ব্ৰহ্ম কৃষ্ণক তেওঁৰ পুত্ৰ বুলি ভ্ৰম কৰাই সেই কুটি । ভক্তৰ এই অহঙ্কাৰ চূৰ্ণ কৰিবলৈ কৃষ্ণই চেলু ললে, আৰু যশোদাই 'বায়ো বেস্ত যেবে মাটি নখাইলি" বোলা মাত্ৰই "বাইলন্ত বেক্ত প্ৰকাশিয়া আতি" ।—

যশোদা সুন্দৰী দেখন্ত পাছে । সমস্ত জগত গৰ্ভতে আছে ।
সাতোখান দ্বীপ সাতো সাগৰ । গিৰি বন নদী গ্ৰাম নগৰ ।।৬৭১।
বায়ু সূৰ্য্য শশী দিন আকাশ । তাৰাগণ তৈতে কৰে প্ৰকাশ ।।
সমস্ত জীৱ-জ্যোতিস্তেজ জল। সত্ত্ব ৰজস্তম ইন্দ্ৰিয় বল ।।৬৭২।
মন বুদ্ধি কাল কৰ্ম্ম যতেক। সবাকো গৰ্ভত দেখে প্ৰত্যেক।।
যতেক ধেনু গোপ-গোপী জাক। যশোদা দেখে তৈতে আপোনাক।।৬৭৩।
পৰম কাঁক পাইলন্ত সতী। অদ্ভুত দেখিয়া বোলন্ত মাতি।।
কিবা ভ্ৰম ভৈলা মোহক পায়া। দেখিলোঁ স্বপ্ন কিবা দেব-মায়া।।৬৭৪।
কিবা জানে মায়া মোৰ তনয়। কৰিব নোৱাৰোঁ একো নিশ্চয়।।
নুহিকন্ত মোৰ পুত্ৰ মানুষ। এহেন্তেসে বিষ্ণু আদি পুৰুষ।।৬৭৫।
মই যশোদা মোৰ পুত্ৰ স্বামী। ব্ৰজৰ সবে অধিকাৰী আমি।।
হেন অহম্মম সদায়ে কৰোঁ। যাহাৰ মায়াত ওপজোঁ মৰোঁ।।
হেন জগন্নাথ হুয়োক গতি। খণ্ডায়োক আবে মোৰ কুমতি।।৬৭৮।

ভক্তৰ দৰ্প গুচিল কিন্তু যশোদাক নচুওৱাৰ মূলা মৰিল। এতেকে,

কৰিল বৈষ্ণৱী মায়া বিস্তাৰ। গুচিল বিষ্ণু-জ্ঞান যশোদাৰ।।৬৭৯।
কৃষ্ণত পুত্ৰ বুদ্ধি ভৈল জাত। ধূলা জাৰি তুলি লৈল কোলাত।।
পাড়ন্ত চুমা মুখে স্তন দিয়া মোৰ আয়ু লই পুতাই জীয়া।।৬৮০।

এইবাৰ যশোদাই অন্ততঃ গম পালে যে পৃথিবীখন সচাকৈয়ে ঘূৰণীয়া। দ্বিতীয় কাহিনীৰ আগতে শঙ্কৰদেৱে যেন সাক্ষাতে এগৰাকী অসমীয়া তিৰুতাৰ বিতোপন ফটোগ্ৰাফ(আলোক-চিত্ৰ) এটি লৈ যশোদা ৰূপে আমাক দেখুৱাইছে; আৰু আকৌ সেই ছুৱ-ৰূনাৰ মিশ্ৰ গতিৰে সেই যশোদাৰ হৃদি-স্পন্দনো যেন আমাক ভালদৰে অনুভৱ কৰিব পৰাকৈ দিছে—

দিনেক যশোদা নন্দজায়া । আপুনি মথন্ত দধি পৈয়া ।।
কৃষ্ণৰ শৈশৱ লীলাক স্মৰি। কৃষ্ণগীত গাৱন্ত সুন্দৰী।।৬৮৪।

ক্ষৌম বস্ত্ৰ পিন্ধি দিব্য কাচে। কটিত মেখলা বান্ধি আছে।।
পুত্ৰস্নেহে স্ৰবে দুয়ো স্তন। আজোড়ন্তে লড়ে ঘনে ঘন।।৬৮৫।
ৰুণঝুন কৰৰ কঙ্কন। শ্ৰম-জলে উজ্জ্বল বদন।।
কৰ্ণত কুণ্ডল দোলে অতি। খসি পৰে খোপাৰ মালতী।।৬৮৬।
হাসি কোলে লৈয়া নন্দ-জায়া। দিলা স্তন পুত্ৰ মুখ চায়া।।৬৮৮।

এনে অৱস্থাতো নিষ্ঠুৰ কৃষ্ণ-ব্যাধে আকৌ আজলী যশোদাক চিটিকাত পেলাল আৰু চিটিকা হল--' দেখন্ত উথলি দুগ্ধ পৰে। পুত্ৰ এৰি গৈলন্ত লৰড়ে।।৬৮৮। এই চিটিকাত পেলাবলৈ বুলিয়ে যশোদাক কৃষ্ণই কতনো অতপালি নকৰিল! তাৰ ফলত যশোদাৰ অকৌ এটি স্নেপ শ্বট"–

পাছে পাছে যশোদা খেদন্ত। ভয়ে লাগ মাৰক নেদন্ত।।৬৯৩।
যাক যোগী নপাৰে ধ্যানত। হেন হৰি পলান্ত ভয়ত।।
পুত্ৰক খেদন্ত মহা সতী। শ্ৰোণীভৰে আক্ৰমিল গতি।।৬৯৪।
বেগত মেলান ভৈল খোপা। খসি পৰে মালতীৰ খোপা।।৬৯৫।

দ্বিতীয় বাৰ তেও দেখিলে যে অহন্মম ই তেওৰ দুটা কাল হল আৰু তাক গম পোৱা মাত্ৰই দুই দৈত্য অন্তৰ্ধ্যান হল। তাৰ আগতেই ভক্তিৰ জৰীৰে যশোদাই কৃষ্ণক প্ৰায় মেৰিয়াইছিল 'অহন্মম' দুই দৈত্যৰ বাবে দুই আঙুল লুকাই আছিল সি তত্তালিকে পূৰ হল।।

শিশুলীলাৰ ভিতৰুৱা ব্ৰহ্মা-স্তুতিও মহাপুৰুষীয়া ধৰ্ম্মৰ তত্ত্ব আৰু স্বৰূপ নিৰ্ণয়ৰ ফালৰ পৰা বিশেষ মূল্যবান—

মই কেন দুৰ্বোধ দেখিয়ো ভগৱন্ত। মায়াদিবো ঈশ তুমি অনাদি অনন্ত।।
তোমাক পৰীক্ষোঁ মই মায়াক প্ৰকটি। অগনিৰ আগে যেন ক্ষুদ্ৰ ফিৰিঙটি।।
গৰ্ভত থাকন্তে উদৰত ঘালে পাৱে। তাৰ অপৰাধক নধৰে যেন মাৱে।।
তোমাৰ কুক্ষিতে আমি আছোঁ চৰাচৰ। হেন জানি ক্ষমিয়োক দোষ দামোদৰ।।
ইটো ব্ৰহ্মাপদ প্ৰভু আমাক নলাগে। কীট-পতঙ্গত জন্ম হৌক কৰ্ম্মভাগে।।
তোমাৰ ভক্তৰ মাজে হয়া একজন। সেৱা কৰি থাকো প্ৰভু তোমাৰ চৰণ।।
বৃন্দাবনে তৃণ হৈবোঁ তেবে মহাভাগ। পাইবোঁ ব্ৰজবাসীৰ চৰণ-ৰেণু লাগ।।

কালী দমন প্ৰসঙ্গত কৃষ্ণৰ বিৰহ-ভাৱনাত করুণ ৰস-

বিষ লাগি পড়ি থাকিলা ঘুমি। মনুষ্যৰ চেষ্টা-দেখায়া তুমি।।৭৭১।
দেখি শিশু সব মৰিল প্ৰায়। ধেনুগণে আউৰ তৃণ নখাই।।

কৃষ্ণক চাহিয়া থাকিল ৰহি। চক্ষুৰ লোহ ধীৰে যায় বহি।।৭৭২।
পুত্ৰ পুত্ৰ বুলি যশোদা চান্ত। কৃষ্ণৰ খোজত পড়ন্তে যান্ত।।৭৭৫।
কৃষ্ণৰ সুন্দৰ বদন চাই। যশোদা কান্দন্ত গুণ বৰ্ণাই।।
গোধুলি কোনে যাইবে বংশী বাই। কোনে মোক শৈশ্ম বুলিবে আই।।
ধূলা জাৰি কাক কৰাইবোঁ স্নান। কোনে কৰিবেক গোৰস পান।।
কাক বিছাই দিবোঁ শীতল তুলী। ডাকিবোঁ কাক জাগ কৃষ্ণ বুলি।
সুন্দৰ বদনে বজায়া বেণু। প্ৰভাতে কোনে চৰাইবেক ধেনু।।
কি ভৈল আজি মোৰ কৃষ্ণ বাপ। মৰিয়ো নেড়াইবো তোৰ সন্তাপ।।

ৰাস-ক্ৰীড়া দহকুৰিৰ অধিক পদেৰে ওঠৰটি কবিতাত সম্পূৰ্ণ। ই ভাগৱতৰ নিৰহ-নিপানী চমু ভাঙনি চৈতন্যদেৱৰ প্ৰচাৰিত মতৰ লগত অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ পাৰ্থক্য এয়ে যে ৰাধা-প্ৰধান সহজীয়া মতেৰে ই ভেজাল নহয়। মহাপুৰুষীয়া ধৰ্মত শ্ৰীকৃষ্ণৰ লীলা অকল কোনো এগৰাকী গোপীৰ লগত নহয় ই সদৌ গোপীৰ লগত, আৰু ইয়াত গোপীসকল জীৱাত্মা আৰু কৃষ্ণ পৰমাত্মাৰ প্ৰতীক।

ৰাস-ক্ৰীড়াৰ আৰু এটি তথ্য জীৱ-ঈশ্বৰ-সংসাৰ সম্বন্ধ। "সুস্বৰ মধুৰ কৰি হৰি গাইলা গীত আৰু ঈশ্বৰ কৃষ্ণৰ এই নিমন্ত্ৰণত জীৱ-গোপী যে মতলীয়া হৈ উঠিব ই স্বাভাৱিক। বাহ্যিক সম্বন্ধত জীৱৰূপী গোপীৰ পতি বা গৰাকি হল সংসাৰ, আৰু এই সম্পৰ্কত ঈশ্বৰ বা পৰমাত্মা হল উপপতি। গোপীসকল গৈ পোৱাত এই সমস্যাকে কৃষ্ণই উত্থাপন কৰিলে আৰু স্বৰূপ অবস্থাৰ উপলব্ধিৰ বাবে ই সম্পূৰ্ণ প্ৰাসঙ্গিক। এই পৰীক্ষাত গোপীসকল উত্তীৰ্ণ হল শ্বেতাশ্বতৰ উপ-নিষদত কোৱা পতিং পতীনাং পৰমাং পৰস্তাং" ভাবৰ উপলব্ধি গোপীৰ হোৱা বুলি বুজিল। আৰু নাৰদীয় ভক্তি-সূত্ৰৰ তাৰাবে " ন তত্ৰ বিস্মৃতিজ্ঞানাপবাদঃ" দেখি কৃষ্ণই ৰাস জুৰিল।—

কহিলা যিটো কুলস্ত্ৰীৰ ধৰ্ম্ম। তোমাতে আছোক যি সব ধৰ্ম্ম।।৮৩০।
জগতৰে বন্ধু আতমা তুমি। সমস্ত ধৰ্মৰ আপুনি তুমি।।
তুমি আত্মা হেন জানি সম্প্ৰতি। তোমাতেসে কৰে ভকতে ৰতি।।৮৩১।

কিন্তু অলপতেই গোপীৰ "অহম্মম" জাগিল, আৰু তাক চূৰ্ণ কৰিলে দৰ্পহাৰী ভগৱন্ত অন্তৰ্ধান হল। বিৰহত মতলীয়া গোপীৰ বৰ্ণনাত শঙ্কৰদেৱে যি অতুলন কৰুণ ৰস ফুটাই তুলিছে সি জগতৰ শ্ৰেষ্ঠতম কবিসকলৰো আদৰৰ বস্তু হল-হেতেন।—

উচ্চ বৃক্ষ দেখি সোধে সাদৰি। শুনিয়ো অশ্বত্থ বট পাকড়ি।।
যাহন্তে দেখিলা নন্দকুমাৰ। নেন্ত চুৰি কৰি চিত্ত আমাৰ।।৮৫৪।
হে কুৰুবক অশোক চম্পা। কহিয়া কথা কৰাঁ অনুকম্পা।।
মানিনীৰ দৰ্প কৰিয়া চুৰ। জানাহ্য কৃষ্ণ যান্ত কত দূৰ।।৮৫৫।
ওবা তুলসী সমিধান দিয়াঁ তুমি গোবিন্দৰ চৰণ-প্ৰিয়া।।
যাহান্তে দেখিলা নন্দকুমাৰ। প্ৰাণতো অধিক প্ৰিয় আমাৰ।।৮৫৬।
হে জাতী যুথী সখী মালতী। কৃষ্ণ-পৰশে কি লভিলা গতি।।
সমস্ত গোপীৰ জীৱন ধন। দেখিলা যাহান্তে নন্দ-নন্দন।।৮৫৭।
হে আম জাম বেল বকুল। নাহি উপকাৰী তোমাৰ তুল।।
কৃষ্ণৰ বিৰহে দেখোঁ আন্ধাৰ। কোৱাঁ কৈক গৈল প্ৰাণ আমাৰ।।৮৫৮।
কিনো তপ ওবা কৰিলা ভূমি। কৃষ্ণৰ চৰণ পৰশি তুমি।।
মিলি আছে আতি আনন্দ ভাৱ। দেখোঁ ৰোমাঞ্চিত তোমাৰ গাৱ।।৮৫৯।
পূৰ্ব্বতো ৰৰাহে আছে আলিঙ্গি। তুমি সৰ্ব্বকালে কৃষ্ণৰ সঙ্গী।।
দেখিছা কৃষ্ণক জানো নিশ্চয়। কহিয়ো আমাত হয়ো সদয়।।৮৬০।
মৃগ-পত্নী সখী দেখিলা হৰি। তোমাৰ নেত্ৰৰ আনন্দকাৰী।।
যান্তে প্ৰিয়া সমে গতি-বিলাসে। হেৰো কুন্দ গন্ধ কুসুম-বাসে।।৮৬১।
কতো গোপী বোলে শুনিয়ো বাণী লতাত কৃষ্ণৰ পুছা কাহিনী।।
কৃষ্ণৰ নখৰ পৰশ পাই। দেখোঁ পুলকিত সমস্ত কায়।।৮৬২।

ইয়াৰ পাছত আকৌ যমুনাৰ বালিত নামি গোপীৰ বিত্তোপন কৰুণ বিলাপ—

শৰত কালৰ বিকশ পদ্মৰ উদৰক শ্ৰীক নিন্দে।
হেনয় নেত্ৰৰ কটাক্ষে আমাক মাৰিছাঁ তুমি গোবিন্দে।।৮৯২।
নিকিনিলা দাসী ভজিলোহো আসি গীতত্তে হয়া দণ্ডৰ।
কটাক্ষে মাৰিলে বধ নলাগে কি অস্ত্ৰে কাটিলেক বধ।।৮৯৩।
ব্ৰজ হন্তে ধনু চাৰিবাক যান্ত আমাৰ মনে অসুখ।
জানো পাদ-পদ্মে তৃণ-শিলা লাগি প্ৰাণনাথে পান্ত দুঃখ।।৮৯১।

কলেবৰ দহ কুৰিৰ ওপৰ পদৰ গোটৰটি কবিতাত সম্পূৰ্ণ। কৃষ্ণৰ এই মথুৰা যাত্ৰা-প্ৰসঙ্গৰ উপযোগী "জয় হৰি জয় ৰাম"-যোৰাৰে গোপীৰ বিলাপৰ কবিতাটিও কাব্য-জগতৰ এপাহি অপূৰ্ব পাৰিজাত—

ৰথে চড়ি লড়িলা মুৰাৰি। পড়ি পড়ি কান্দে গোপ-নাৰী।।
হৰিৰ বিৰহে দেহা তাৰে। যেন ভৈল বাতুল স্বভাৱে।।১০৫৩।
কৃষ্ণ কৃষ্ণ বুলি গেড়ি দেয়। আমাৰ প্ৰাণক কোনে নেয়।।
ক্ৰুৰ অক্ৰুৰ ভৈল বৈৰী। জীৱ কাড়ি নেৰ যেন কৰি।।১০৫৪।
কিনো হৰি নিদাৰুণ ভৈল। গোকুল অনাথ কৰি গৈল।।
কৃষ্ণ বিনে কি কৰে জীৱনে। আউৰ কোন যাইৰ বৃন্দাবনে।।১০৫৫।
প্ৰভাতে ৰাখিব কোনে ধেনু। কোনে বাইৰ সুললিত বেণু।।
কোনে চাইৰ কটাক্ষে নিৰক্ষি জুড়াইৰ হৃদয় কাক দেখি।।১০৫৬।
কোনে দিবে বংশীৰ নিস্বান। কি দেখি ৰাখিবোঁ আৰে প্ৰাণ।।
আমাৰ জীৱনে নাহি সুখ। আউৰ নেদেখিবোঁ কৃষ্ণ-মুখ।।১০৫৭।
নীল আকুঞ্চিত যাৰ কেশ। শিৰে ৰত্ন কিৰীটি সুবেশ।।
ভ্ৰূৰ যুগ মদনৰ চাপ। দৰশনে হৰে হৃদি-তাপ।।১০৫৮।
ৰুচিকৰ কমল লোচন। সুধা সম মধুৰ বচন।।
সুষম ললাট গণ্ডস্থল। চাৰু কৰ্ণে মকৰ কুণ্ডল।।১০৫৯।
নাসা তিল কুসুম সুন্দৰ। শোভে অতি অৰুণ অধৰ।।
দশন দাড়িম্ব বীজ পান্তি। হাস্যে জিনে চন্দ্ৰমাৰ কান্তি।।১০৬০।
কম্বু কণ্ঠে কৌস্তুভ প্ৰকাশে। সূৰ্য্য যেন উদিত আকাশে।।
সিংহ-বন্ধ স্কন্ধ সুপ্ৰসন্ন। ভুজযুগ বন্ধুৰ মোলান।।১০৬১।
কেয়ুৰ কঙ্কণ তাতে জ্বলে। বন্ধুৰ গুলিয়া শোভে গলে।।
হিয়াত শ্ৰীবৎসে কৰে কান্তি। যেন মেঘে বলাকাৰ পান্তি।।১০৬২।
পীত বস্ত্ৰে শোভে তনু কালা। আপাদ-লম্বিত বনমালা।।
তাতে পড়ি অনেক ভ্ৰমৰে। মধু-লোভে পড়িয়া গুঞ্জৰে।।১০৬৩।
বক্ষঃস্থলে মুকুতাৰ হাৰ। আকাশী গঙ্গাৰ যেন ধাৰ।।
ৰত্নৰ মেখলা কটি মাজে। সোণাৰ কিঙ্কিনী তাতে বাজে।।১০৬৪।
কৰিকৰ উৰু নিৰুপম। চৰণ পঙ্কজ মনোৰম।।
ধ্বজ বজ্ৰ অঙ্কুশে অঙ্কিত। ৰত্নময় নূপুৰে ৰঞ্জিত।।১০৬৫।
ভকতৰ হৃদয়-ৰঞ্জন। নেদেখিবোঁ সি হেন চৰণ।।
কন্দৰ্প কোটিক ৰূপে জিনি। গোকুলে প্ৰকাশে যদুমণি।।১০৬৬।

'এ প্ৰাণ হৰি। গৈল এৰি।।" ঘোষাবে পিছৰ কবিতাতো—
হেন হৰি ভৈলোঁহো বঞ্চিত। কিমতে ধৰিবোঁ আবে চিত্ত।।
সুপ্ৰভাত মথুৰা পুৰীৰ। মুখ-পদ্ম দেখিব স্বামীৰ।।১০৬৮।
জীৱৰ জীৱন প্ৰাণপতি। আজি পাইব কোন ভাগ্যৱতী।।
কিনো সুপ্ৰসন্ন ভৈল বিধি। হাতে পাইল গোকুলৰ নিধি।।১০৬৯।
মুখ-পদ্ম চন্দ্ৰ নোহে সৰি। আনন্দে দেখিব নেত্ৰ ভৰি।।১০৭০।

অতি বিস্ময়জনক কথা করুণ বসৰ বানেৰে এই কেইটি কবিতাত পাঠকক বুৰাই থৈ ততালিকে এটি নে দুটি পিছৰ কবিতাত অক্ৰূৰৰ স্তুতিত আকৌ সেই শিলাময় দাৰ্শনিক তত্ত্বলৈ আহিল—

নজানি লোকে আন দেৱ পূজে। সিয়ো বিধি-হীনে তোমাকে যজে।।
যেহেন নদ-নদী সমুদায়। অনেক পথে সাগৰক যায়।।

কায়স্থ শঙ্কৰে এভু ভণে।১০৫৭। এনে ভণিতাৰ পৰাও কংসবধ শঙ্কৰদেৱৰ আগ-বয়সৰ বচনা বুলি জানি চৰিত-পুথিৰ উল্লেখ আগতে কৰি অহা হৈছে।

ব্ৰজধাম এৰি মথুৰালৈ গৈ শ্ৰীকৃষ্ণই তাৰ পৰা গোপীসকললৈ যি "বচন - সন্দেশ উদ্ধৱৰ যোগেদি পঠাইছিল সেয়ে গোপী-উদ্ধৱ- সম্বাদ। স্বৰূপতে ই (১২৪০-৬৩ পদ) ২৪ ফাকি বা ৯৬ শাৰী পদৰ এটি এধানমান বিতোপন কবিতা। উদ্ধৱক কৃষ্ণই পঠিয়াইছে বুলি বুজি নন্দই আদৰি নিয়াৰ পাছত—

যশোদা কান্দত কৃষ্ণক স্মৰি। চক্ষুৰ লোহ পড়ে সৰসৰি।
সোধন্ত ৰাম-মাধৱৰ কথা। এড়িলন্ত কৃষ্ণে আমাৰ বেথা।।১২৪২।
মাৱ-বাপ পাই নাইল দুনাই। আমাক কৰিল অনাথ প্ৰায়।।১২৪৩।
উদ্ধৱৰ বোলে দুয়ো জুড়াইল। কৃষ্ণৰ কথাতে ৰাত্ৰি পোহাইল।।১২৪৪।
গোপীগণ আতি ব্যাকুল চিত। গাৱে উজাগৰে কৃষ্ণৰ গীত।।১২৪৫।

সোণৰ ৰথখনি দেখি পোনেই আকৌ কংস-দূত অক্ৰূৰ আহিছে বুলি " ডাকিয়া পাৰে অক্ৰূড়ক গালি ।১২৪৭।" আকৌ উদ্ধৱক দেখি তেওঁকে কৃষ্ণ বুলি ভ্ৰম ইত্যাদি।। কিন্তু গোপীৰ এই সকলো "আব্দাৰ" প্ৰকাশ পাইছে মূঠেই আধাফাকি পদত—

নুহি গোকুলক স্মৰিবা কেনে। পুষ্প চুষি এড়ে ভ্ৰমৰে যেনে।।১২৫২।

কুব্জীৰ বাঞ্ছাপূৰণ আৰু অক্ৰূৰৰ বাঞ্ছাপূৰণ আদি একোটি কবিতাৰ আখ্যান; তাৰ প্ৰত্যেকোটাতো একোটি বহমূলীয়া তত্ত্বৰ উপদেশ দিয়া হৈছে, যেনে—

| | | |
|---|---|---|
| যত নদী-নদ | সিয়ো তীর্থ হয় | শিলাৰ প্ৰতিমা দেৱ। |
| তেসঘে পৱিত্ৰ | কৰে যেৱে পুনু | বহুকাল কৰে সেৱ।। |
| দেখিলে মাত্ৰকে | ভকতে পবিত্ৰ | কৰে লোক নিৰন্তৰ। |
| দেৱে-তীৰ্থে জানা | ভকতজনৰ | অনেক মহদন্তৰ।। |

জৰাসন্ধ যুদ্ধ, কালযৱন বধ আৰু মুচুকুন্দ স্তুতিও তেনে শিক্ষামূলক আখ্যান আৰু এইবোৰৰ ভিতৰেদিও তেনে উপদেশকে ভৰাই দিয়া হৈছে— "যোগক অভ্যাসে যিটো ভকতিক এড়ে। তাহাৰেসে মন দুনাই সংসাৰত পৰে।। ১৩৯৩। ভাগৱত শাস্ত্ৰ লাভ কৰাৰ পাছৰ পৰা শঙ্কৰদেৱে যোগ অভ্যাস এৰি দিয়া বুলি চৰিত-পুথিত লিখা কথাৰ প্ৰমাণ ইয়াতো পাব পাৰি। স্যমন্তক হৰণ ইয়াৰ ভিতৰত অতি সৰবৰহী কাব্য।—

মণিৰ মহিমা কি কৈবো আৰ। সুবৰ্ণ নিতে স্ৰবে অষ্ট ভাৰ।।
যিখানে থাকে সিটো স্যমন্তক। নাহিকে দুৰ্ভিক্ষ মাৰি-মৰক।।১৪১৫।
নাহিকে ব্যাধি ব্ৰ্যাঘ্ৰ সৰ্প ভয়। একো উপসৰ্গ নোপজে তয়।।১৪১৬।

এই মণিৰ বাবে জাম্ববন্তৰ লগত হোৱা কৃষ্ণৰ যুদ্ধত ঝুমুৰি বা গজগতি ছন্দত যি ৰৌদ্ৰৰসৰ অৱতাৰণা, তাত ধ্বনি-অনুপ্ৰাস বিতোপন—

হেন শুনি জাম্ববন্ত। ধাইলা মহা বলৱন্ত।।
নিচিনি স্বামীক পাছে। ধৰিলন্ত যুদ্ধ-কাচে।।১৪২৮।
দুয়ো হয়া মহা ক্ৰুদ্ধ। লগাইলেক ঘোৰ যুদ্ধ।।
দুয়ো মাতঙ্গৰ লীলা। বৰিষে পৰ্ব্বত-শিলা।।১৪৩১।
যুঝিলন্ত মালবন্ধে। ধৰি ভৰি ভৰি ছন্দে।।১৪৩২।
দুইৰো দুইকো নাহি তুষ্টি। হানে বজ্ৰ সম মুষ্টি।।১৪৩৩।

নাৰদ-কৃষ্ণাৰ্জ্জুন আৰু বিপ্ৰ-পুত্ৰ আনয়ন আখ্যানযুক্ত কাব্য। বিপ্ৰ পুত্ৰক বিচাৰি কৃষ্ণাৰ্জ্জুনৰ লোকালোক গমনৰ বৰ্ণনা বিস্ময়কৰ—

অৰ্জ্জুনক বুলি হেন বাণী। দিব্য ৰথে চড়ি চক্ৰপাণি।
ধৰিলা উত্তৰ দিশ পথ। অৰ্জ্জুনে ডাকন্তে যাত্ত ৰথ।।
সাতোখান পৃথিৱী এড়াইলা। গৈয়া সাতো সাগৰ ছড়াইলা।।
ধৰি মহা মনোজৱ গতি। গৈলা লোকালোকৰ সিভিতি।।১৫৫২।
প্ৰৱেশিলা ঘোৰ অন্ধকাৰে। ঘোড়া আৰ যাইবাক নপাৰে।।
হেন দেখি যোগেশ্বৰ হৰি। আগক চলিলা চক্ৰ ধৰি।।১৫৫৩।

হাজাৰেক সূর্য্য যেন জ্বলে। তাহাৰ পাছত ঘোড়া চলে।।
ঘোৰ তমো তৰিয়া সত্বৰে। জ্যোতি-পুঞ্জ পাইল তাত পৰে।।১৫৫৫।
ৰশ্মি লাগি চক্ষু ফুটে দেখি। মুদিলা অর্জ্জুনে দুই আখি।।
তাক এৰি জল পাইলা গই। ঘোৰ উৰ্ম্মি বায়ু উথলয়।।১৫৫৬।
দুয়ো গৈয়া দেখিলা প্ৰত্যেক। স্ফটিকৰ স্তম্ভ হাজাৰেক।১৫৫৭।
দিব্য গৃহ প্ৰকাশন্তে আছে। পশিলা ভিতৰ তাৰ পাছে।।
অনন্তক গৈয়া ভৈল ভেট। তুলি আছে হাজাৰেক ফেট।।১৫৫৮।
ফণা-মণি কৰে তিৰিমিৰি। প্ৰকাশন্ত যেন শুক্ৰ গিৰি।।

দামোদৰ বিপ্ৰাখ্যানত বামুণ-বামুণীৰ চিত্ৰ চমৎকাৰ—

আছিল দৰিদ্ৰ বিপ্ৰ দামোদৰ বৈষ্ণৱ অতি পবিত্ৰ।।
কৃষ্ণএৰে তান মহা মিত্ৰৰতি পঢন্তে গুৰু গৃহত।
খাইবে-খুণ্টিবাক একোৰে নাহিকে বস্ত্ৰহীন শৰীৰত।।১৫৮০।
অতি পতিব্ৰতা তাহান ব্ৰাহ্মণী দুঃখে দণ্ডে যুগ যায়।
কাম্পন্তে আসিয়া স্বামীক বুলিলা মুখৰ মাত নোলায়।।
শুনিয়োক স্বামী মন্দভাগী আমি সহিবো কত নিকাৰ।।১৫৮৩।
ভাৰ্য্যাক বোলন্ত যি পাৰা সন্দেশ আনি দিয়া ঝাণ্টে উঠি।
শুনিয়া ব্ৰাহ্মণী মাগি আনিলন্ত চাউল-চিৰা চাৰি মুঠি।।১৫৮৩।
কানিৰ টোপলি বান্ধি আনি দিলা ব্ৰাহ্মণে কাৰত লৈলা।
কৃষ্ণৰ চৰণ দেখিবাক মনে দ্বাৰকাক লাগি গৈলা।।১৫৮৪।

দৈৱকীৰ পুত্ৰ-আনয়ন আৰু বেদ-স্তুতিত সেইদৰে আখ্যানৰ চলেৰে শঙ্কৰদেৱে নানান তত্ত্ব দেখুৱাইছে। শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদেই শঙ্কৰদেৱৰ প্ৰচাৰিত মতৰ যে অধিক ওচৰ, তাক আৰু স্পষ্টকৈ বুজিব পাৰি—

তোমাৰ অদ্বৈত ৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হোক চিত্ত।।১৬৭০।
নুহি নাৰায়ণ দিয়া, শ্ৰৱণ কীৰ্ত্তন ভক্তি,
নোহে যেন বেদত অধীন।।১৬৭৩।

ইয়াত অবশ্যে বেদ মানে কৰ্ম্মকাণ্ডৰ কথাকে কোৱা হৈছে। লীলা-মালাত কৃষ্ণ-অৱতাৰৰ আদ্যোপান্ত বিৱৰণ পাঁচ কুৰিবো অধিক পদত সাতোটা কবিতাৰ ভিতৰত আটিক-টুটীয়াকৈ বৰ্ণোৱা হৈছে।

বৈকুণ্ঠ-প্ৰয়াণৰ লগৰ কাব্য উদ্ধৱ-সম্বাদৰ বিৱৰণ আগতে দিয়া হৈছে। শঙ্কৰদেৱৰ প্ৰচাৰিত দাৰ্শনিক তত্ত্ব আকৌ সংক্ষেপে উদ্ধৱ-কৃষ্ণ প্ৰসঙ্গত বৰ্ণাইছে (১৮১৮-২৪)। উৰেষা বৰ্ণন শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষাৰ পৰিশিষ্টৰ ভিতৰুৱা আৰু ব্ৰহ্ম পুৰাণৰ পৰা সংগৃহীত বিৱৰণ। ই গুৰুজনাৰ আত্মবয়সৰ ৰচনা পাছত কোনো আসোঁৱাহ আশঙ্কা কৰি শঙ্কৰদেৱে ইয়াক বাদ দিব খোজাত চতুৰ মাধৱদেৱে কাকুতি কৰি "কৃষ্ণ-সূৰ্য্য ভৈলন্ত উদিত। নাম-ধৰ্ম্ম কৰিল বিদিত।।" আদি ঘোষাৰে শেষ দুই অধ্যায় লিখাই তাক পৰিশিষ্টত ঠাই দিয়ায় বুলি কিম্বদন্তী প্ৰচলিত আছে। ইয়াৰ প্ৰসিদ্ধ পদ—

মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ। স্বৰূপত তোমাৰ নাহিক কিছু ভেদ।।
চৈতন্য স্বৰূপে ব্যাপি এক নিৰঞ্জন। তোমাক বুলিব দ্বৈত কোন অজ্ঞ জন।।

অকল শঙ্কৰদেৱৰ নিজৰ ৰচিত একুৰি পাঁচখন কাব্যৰ সংগ্ৰহ কীৰ্ত্তন-ঘোষা প্ৰথমতঃ অসমৰ বৈষ্ণৱ ধৰ্ম্মৰ তথা শঙ্কৰদেৱৰ আদি আৰু ঘাই গ্ৰন্থ, ইয়াক নিয়মিতভাবে অসমীয়া বৈষ্ণৱ মাত্ৰই থাপনা পাতি সেৱা কৰে। তদুপৰি ইয়াক ধৰ্ম-উপদেশ ৰূপে তাল ধৰি চাপৰি বজাই গাবলৈছে যে আদিতে ৰচা হৈছিল, ইয়াৰ নামেই তাৰ সাক্ষী গতিকে সাহিত্যিক মূল্য-নিৰপেক্ষভাৱে ইয়াৰ এনে এটা স্বতন্ত্ৰ মূল্য আছে যে সাহিত্যিক গুণত ইয়াতকৈ কুৰি গুণে হীন হোৱা হলেও ই ধৰ্ম্মগ্ৰন্থৰূপে এতিয়াৰ সমানেই পূজনীয় হৈ থাকিব পাৰিলেহেঁতেন। কিন্তু অসমীয়াৰ সৌভাগ্যৰ হেতুকে সাহিত্যিক মূল্যতো শঙ্কৰদেৱৰ তথা অসমীয়া বৈষ্ণৱ সাহিত্যৰ ই আদি হৈও শ্ৰেষ্ঠতম গ্ৰন্থ , অসমীয়া ধৰ্ম্মজগতৰ দৰে সাহিত্য-জগততো এক নতুন যুগ প্ৰবৰ্ত্তনকাৰী ই এক বিজয় স্তম্ভ। সমসাময়িক সমাজ আৰু সাহিত্যৰ যে কথাই নাই, এই পাঁচশ বছৰেও ইয়াৰ আদৰ টুটা নাই, বৰঞ্চ বাঢ়িছেহে। আধুনিক সাহিত্যিক বিচাৰতো কি ছন্দ, কি অলঙ্কাৰ , কি ভাব, কি অৰ্থ , সকলো ফালৰ পৰাই জুইত পৰীক্ষা কৰা সোণৰ দৰে ইয়াৰ জেউতি চৰেহে, কেতিয়াও ম্লান নপৰে। কালিদাসৰ কুমাৰসম্ভৱ বা ৰঘুবংশ, মিল্টনৰ স্বৰ্গহৰণ বা পুনঃস্বৰ্গলাভ বোলা অমৰ কাব্যবোৰতো কীৰ্ত্তন-ঘোষাৰ নিচিনাকৈ ভাব বা ৰসৰ সৰলিৰ লগে লগে উপযোগী ছন্দৰ অভঙ্গীলা দেখিবলৈ পোৱা নহয়। কাব্যচৰ্চ্চা নিতান্তই গৌণ আৰু ভগৱদ্ভক্তিৰেই প্ৰকাশ্যভাৱে মুখ্য উদ্দেশ্য হলেও, ছন্দ-বৈচিত্ৰ্যৰ দৰেই ইয়াৰ শব্দ-বিন্যাসৰ পৰিপাটি গুণেও মন কৰিবলৈ বিষয় নামানি নোৱাৰি ; অৱশ্য তাত কৱিৰ মন্ত্ৰ-

সাধ্যতাৰ কোনো সাঁচ বহা দেখিবলৈ পাবলৈ নাই ঃ 'কৃষ্ণ দিলে যেন মতি যেন কৰে সৰস্বতী বিৰচিলোঁ সেই মতি প্ৰায়।৬০৮।' বুলি যেন স্বৰ্গীয় প্ৰতিভাশালী কবিয়ে হেলাৰঙে লিখি গৈছে।

কীৰ্ত্তন-ঘোষাত শব্দালঙ্কাৰ বৰ্ণানুপ্ৰাস ধ্বন্যনুপ্ৰাস শ্লেষ ৰূপক ভেদ যোগ, কল্পনা, আবেগ, গঠন আদিৰ বিভিন্ন পৰ্য্যায়ৰ অলঙ্কাৰবিলাকৰ আদি-অন্ত নাই যেন 'নদ-নদী অশেষ বিশেষ সৰোবৰ। তদুপৰি 'শৃঙ্গাৰবীৰকৰুণাদ্ভুত-হাস্যভয়ানকাঃ। বীভৎসৰৌদ্ৰে চ ৰসাং কস্য শান্তস্তথা – নৱৰসৰ অৱতাৰণা আৰু বৰ্ণনা-বৈচিত্ৰ্যত শঙ্কৰদেৱৰ নিজ ভাষাৰেই 'ছয় ঋতু এককালে বসন্ত উদয় আৰু 'হৰমোহন'ৰ মোহিনীৰ নিচিনা কোনো অঙ্গে নাহি খতি-খুণ। কিন্তু সামান্য একোটা শব্দৰ প্ৰয়োগৰ সহায়েৰে স্বৰ্গীয় প্ৰতিভাৰ শিল্পীয়ে নিপুণ যাদুকৰৰ দৰে ব্যঞ্জনাৰ অপূৰ্ব ইন্দ্ৰজাল তৰিছে, দেখিলে বিস্ময় নামানি নোৱাৰি। যৎকিঞ্চিৎ উদাহৰণ স্বৰূপে হৰ-মোহন কাব্যৰ প্ৰথমটি কবিতাত "নয়নে দেখিবোঁ কৃষ্ণ ভৈল যেন নাৰী বুলি মনতে পাঙি 'গৌৰীৰ সৈতে হৰ বৃষভ উঠি গৈছেহে, 'শঙ্কৰক দেখি হৰি তুলিলন্ত হাসি। যেন ৰাম নৌ হওতেই সাতকাণ্ড ৰামায়ণ অন্তৰ্য্যামীয়ে লিখি পেলাইছে। তদুপৰি প্ৰথম ফাকি পদতে "বিপৰীত স্ত্ৰী-মায়া দেখি মাধৱৰ তাত স্বয়ং মাধৱে স্ত্ৰী-মায়া ধৰাটো যেনে ওলোটা কথা তাকে কেনে স্পষ্টকৈ বুজাইছে। আকৌ ৰাস-ক্ৰীড়াত কাম-ক্ৰীড়া উপশমৰ পাছৰ দিনবোৰত কতো গোপী যশোদাত কহয়ে অদ্ভুত। বেণু-বাদ্যে কুশল তোমাৰ প্ৰিয় সুত।। যখন বংশীক চুম্বি তোলে স্বৰ জাতি । ব্ৰহ্মা ৰুদ্ৰ আদি দেৱো হোৱে মোহ আতি।।৯৯৩।' এই 'চুম্বি' শব্দৰ ভিতৰেদি যেন গোপীসকলে যোৱা ৰাতিৰ কৃষ্ণৰ কাম-চেষ্টাৰ স্বৰ্গীয় চুম্বনৰ সোৱাদ শৰীৰ শিঁহৰাই মনতেই পুনৰ উপভোগ কৰিছে। হৰ-মোহনতো শিৱৰ ব্যৱহাৰত ঋষিগণে 'বিষ্ণু বিষ্ণু স্মৰি সৱে চপৰাইল মাথ। কিনো বিপৰ্য্যয় ভোল ভৈল গৌৰীনাথ।।৫৭৬। ইয়াত পোনতে হৰি ভগবান বা এনে আন শব্দ নিদি "বিষ্ণু বিষ্ণু" বুলি যেন আৰম্ভতে বিষ্ণুৰ পুৰীত বিষ্ণুৰ কাৰণে যোৱা কথা শিৱক সোঁৱৰাই দিব খুজিছে, আৰু তাৰ পাছত ভোলানাথ বা ভূতনাথ আদি শব্দ নিদি "গৌৰীনাথ" বুলি যেন তেওঁ যে গৌৰীৰ পতি, গৌৰী যে তেওঁৰ কাষতে আছে, এই ইঙ্গিতেৰে তেওঁক সজাগ কৰি দিবলৈ উচ্‌পিচু কৰিছে। প্ৰহ্লাদ-চৰিত্ৰত জয় বিজয়ক চাৰি সিদ্ধই শাপ দিছে—

পাৰিষদ বোলাই কৰাঁহা চটি। নোহিকা বৈষ্ণৱ দুয়ো কপটী।।
বৈকুণ্ঠবো আনা দুৰ্যশ বড়। ঐৰ পৰা তোৰা দুহান্তো পড।।২৪২।

ইমান খণ্ডতো উভয় পক্ষৰ মৰ্যদা ৰাখিছে, এবাৰো 'তই' বোলা নাই। ইকালে হৰ-মোহনত "তই"ৰ মূল্য আৰু মৰ্যদা বঢ়াইছে—

যেহি লাগে বোল বান্ধে তাক মই কৰোঁ। মুখ চাই নমাত আতেসে বৰ হ্যৰোঁ।।
তই যেবে নাহস আপুনি চাপোঁ কোল। এহি বুলি লাসে লাসে হুয়া যান্ত ভোল।।

এই দৰেই বিপ্ৰপুত্ৰ আনয়নত মনোজয় গতি 'ৰে লোকালোকৰ সিভিতি" পাই—

প্ৰবেশিলা ঘোৰ অন্ধকাৰে। ঘোড়া আৰ যাইবাক নপাৰে।।
হেন দেখি যোগেশ্বৰ হৰি। আগাক তুলিলা চক্ৰ ধৰি।।

দয়াময় গোপীনাথ আদি নুবুলি যোগেশ্বৰ" বোলাৰ মৰ্ম্মই এই যে যোগৰ বলেৰে যোগৰ গৰাকীয়েহে এই কাম সম্পন্ন কৰিব পাৰে। এই অনুক্ৰমে অলেখ উদাহৰণ দি দেখুৱাব পাৰি কাব্যশিল্পী বাপেও জগতৰ সাহিত্যাত শঙ্কৰদেৱৰ ঠাই কিমান ওখত। কিন্তু ইমানৰ সত্বেও খন্তেকো পাহৰিব নালাগিব, কীৰ্ত্তন-ঘোষা অসমীয়া প্ৰথম আৰু প্ৰধান ধৰ্ম্মগ্ৰন্থ, আৰু বাহিৰৰ প্ৰসঙ্গবোৰ এৰিলে শাহুত ই এক বিশ্বজনীন ধৰ্ম্মৰ প্ৰচাৰ কৰিছে।

হৰিশ্চন্দ্ৰ উপাখ্যান সম্পৰ্কে কথা-গুৰুচৰিত্ৰৰ এটি আখ্যানত কোৱা হয় পাটবাউসীতে গোপাল নামে ভকত এজনে এই পুথিৰ পদ গাই চাউল মাগি সৰহ চাউল পোৱা শুনি শঙ্কৰদেৱে খেদ কৰিছিল —"ভকতিৰ চাৰি খুটি মাৰি প্ৰথমে কৰা শাস্ত্ৰখানি ভিক্ষুক হল। এই কাহিনীৰ পৰা আৰু পুথিৰ ৰচনা আদি ভিতৰুৱা প্ৰমাণৰ পৰাও ইয়াক শঙ্কৰদেৱৰ আগ-বয়সৰ ৰচনা বুলি বুজিব পাৰি , কীৰ্ত্তন-ঘোষাৰ আৰম্ভণৰ আগ নহলেও ই তাৰ ভিতৰতে লিখা হব পাৰে, যিহেতুকে একুৰি পাঁচখন কাব্যৰ সেই কাব্যকোষ সমাপ্ত কৰিবলৈ শঙ্কৰদেৱে নিশ্চয় ভালেমান বছৰ লৈছিল। পাতনিতে—

মাৰ্কণ্ডেয় পুৰাণৰ কথাতে প্ৰধান। পয়াৰে ৰচিলোঁ হৰিশ্চন্দ্ৰ উপাখ্যান।।
বিষ্ণু-বৈষ্ণৱৰ কথা দুয়ো সমতুল। শ্ৰৱণ-কীৰ্ত্তনে কৰা পাপৰ নিৰ্ম্মূল।।
চাণ্ডাল পৰ্য্যন্ত কৰে সৱাকে পৱিত্ৰ। জানি নিৰন্তৰে শুনা বৈষ্ণৱ চৰিত্ৰ।।

"ধৰ্ম্মৰ চাৰি খুটি" পুতি যত্ন কৰিবলৈ লৈ হৰিশ্চন্দ্ৰই যেতিয়া "যানুলি"-

ভাৱে গণেশক নাৰাধি কুল-পুৰোহিত বশিষ্ঠৰ বাধা আৰু নানা বিঘিনি সত্বেও বিষ্ণুক উপাসনা কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল সেয়ে এই কাব্যৰ মৰ্ম্মকথা। "ওকণীক ভয়ে কোনে মুণ্ডি আছে কেশ, ' এনে বৰ্ণনা-চাতুৰ্য্য আৰু ঘৰুৱা উপমাৰ পৰাও ইয়াক শঙ্কৰদেৱৰ চেঙেৰা কালৰ ৰচনা বুলিব পাৰি। ৰুক্মিণী-হৰণ কাব্যও শঙ্কৰদেৱৰ আগ-বয়সৰে আন এখনি সৰবৰহী কাব্য।—

হৰিবংশ কথা কবি শঙ্কৰে সম্প্ৰতি। ৰুক্মিণীহৰণ পদবন্ধে নিগদতি।।
একে হৰিবংশ কথা অমৃত সাক্ষাত। আৰো ভাগৱত কথা মিশ্ৰ দিলোঁ তাত।।
দুয়ো কথা পদবন্ধে কৰিছোঁ মিলাই। যেন মধু মিশ্ৰ দুগ্ধে অতি স্বাদ পায়।।

এনে ভাষা-বিলাসিতা কবিৰ নিশ্চয় আদি-বয়সৰ প্ৰমাণ।। শিশুপাললৈ কৰা বিয়াৰ প্ৰস্তাৱত ৰুক্মিণীৰ প্ৰগল্‌ভতাও তাৰেই চিনাকি—

চন্দ্ৰক ধৰিব খোজে শিশু হাত মেলি। অমৃতক বাঞ্ছে যেন চুকৰ ভেকুলি।।
সেহিমতে আশা শিশুপালৰ আমাক। যেন যজ্ঞ-ভাগ ভুঞ্জিবাক চাহে কাক।।
মহাদান খোজে যেন পতিত ব্ৰাহ্মণে। বিশিষ্ট স্বৰ্গক বাঞ্ছে ব্ৰহ্মবধীগণে।।
সিংহ এৰি শৃগালক ভজে কোন প্ৰাণী। দুগ্ধ এৰি কোনজনে খায় খাৰ-পানী।।

আকৌ বংশ-গৰিমা আৰু আত্ম-লঘিমা সমন্বয়ত তাৰ স্পষ্ট সাক্ষী—

তেমনীয়া বন্ধে, বসাইলা প্ৰবন্ধে, বটদ্ৰৱা নামে গ্ৰাম।
দুৰ্লভ নাৰা'ণে যাক বহু মানে দিলা দেৱীদাস নাম।।
তাহাৰ সন্ততি মহা ধৰ্ম্মৱন্ত ৰাজধৰ নাম যাৰ।
তান গৰ্ভেশ্বৰ ভৈল সূৰ্য্যবৰ কায়স্থ কুল উদ্ধাৰ।।৫২৭।
যাৰ কীৰ্ত্তিচয় আজিও ভ্ৰময় প্ৰসিদ্ধ কুসুম নাম।
সদ্ কৰ্ম্ম যত সবাতো পাৰ্গত গুণতো নাহি উপাম।।৫২৮।
তাহান সন্ততি অতি শিশুমতি শঙ্কৰে ভণে পয়াৰ।
পণ্ডিত লোকত কৰযোৰ কৰোঁ ক্ষমিয়ো দোষ আমাৰ।।৫২৯।
মোৰ পদচয় যিগ্লোক সিগ্লোক নধৰিবা গুণ দোষ।
কৃষ্ণৰ কাহিনী একমনে শুনি চিত্তক কৰা সন্তোষ।।৫৩০।

সামৰণিত আকৌ এই সকলো অনুমান সম্পূৰ্ণ সমৰ্থিত হয়—

স্বৰ্গতো অধিক দ্বাৰকা নগৰ ইন্দ্ৰতো অধিক হৰি।
শচীতো অধিক শ্ৰেষ্ঠ ৰুক্মিণী বৈলা ৰঙ্গে ক্ৰীড়া কৰি।।৭১০।

শুনা সৱে প্ৰাণী জানি বা নজানি ৰচিলোঁ ইটো পয়াৰ।
বোলোঁ যোৰ হাতে সৱে সমজ্যাতে ক্ষমিয়ো দোষ আমাৰ।।৭৯১।
যেন জ্ঞানশূন্যে পোৱণ ছুটকে যেই সেই ৰায় কৰে।
যেহেন হুৰালে যেহিমানে বোলে তাক কোনে দোষ ধৰে।।
হেন জানি মোৰ অপৰাধচয় ক্ষমিয়োক বৃদ্ধজন।
পঢ়ন্তা শুনন্তা জনৰ দুৰ্গতি খণ্ডাওক নাৰায়ণ।।
কৃষ্ণৰ চৰিত্ৰ সম্যকে অমৃত শুনিয়া হুয়ো সন্তোষ।
হৰিৰ স্মৰণে খণ্ডয় তেখনে বঢ়া-টুটা যত দোষ।।৭৯২।

যি যি প্ৰমাণৰ ওপৰত ৰুক্মিণীহৰণ কাব্য শঙ্কৰদেৱৰ চেমনীয়া কালৰ ৰচনা বুলি ঠাৱৰোৱা হৈছে সেইবোৰেই হৰিশ্চন্দ্ৰৰ উপাখ্যানৰ দৰে কিন্তু তাতকৈ অনেকগুণে অধিক আৰু স্থায়ীভাৱে এই কাব্যৰ সৰব-ৰহিতাৰ গুৰি। কিন্তু মহাকবি শেক্সপীয়েৰৰ প্ৰতিভাৰ বিশালতাৰ প্ৰমাণ যদি তেওঁৰ ৰচিত নাটকবোৰৰ প্ৰবচনৰ দৰে মানুহৰ মুখে মুখে প্ৰচলিত বচন-মুকুতাবোৰেই হয়, তেন্তে মহাকবি শঙ্কৰদেৱৰ তেনে এলোপ ছৰ্ঁৰা বচন-মুকুতাৰ বহুতখিনি এই কাব্যৰে। (অধ্যয়ন ১২৯-৩৫)।

ৰুক্মিণীহৰণ নাটত কৃষ্ণলৈ ৰুক্মিণীৰ মনোভাব যি সুগহীন গদ্য-ৰচনাত পত্ৰৰূপে বিতোপনকৈ বৰ্ণাইছে, সেই মনোভাবকে ৰুক্মিণীহৰণ কাব্যত শঙ্কৰদেৱে অপূৰ্ব্ব হেন্দোলনি তোলা ছবি ছন্দত এইদৰে বখানিছে—

"কৃষ্ণৰ চৰণে মোৰ হেন কথা কহিবাঁহা
ৰুক্মিণী বুলিলা হেন বাক।
তোমাৰ চৰিত্ৰ-গুণ দেশান্তৰী মুখে শুনি
স্বামীভাৱে বৰিলে তোমাক।। ১০০।
ত্ৰৈলোক্য ঈশ্বৰ তুমি, পৰম পুৰুষ হৰি,
তোমাৰনো কেন জনে নাটে।
কেনে আহাঁ বাট চাই দিনে এক যুগ যায়,
মোক কিয় নেনা আসি ঝাটে।।১০১।

ভকতি-প্ৰদীপ (গৰুড় পুৰাণ) পুথিখন চুণপৰাতে শঙ্কৰদেৱে নাৰায়ণ আতাক উপহাৰ দিয়াৰ কথা চৰিত-পুথিৰ পৰা আগতে উল্লেখিত হৈছে, এতেকে ইও কীৰ্ত্তন-ঘোষাৰ সমসাময়িকভাৱে শঙ্কৰদেৱৰ অন্ততঃ মাজনি

অসমলৈ যোৱাৰ আগতে ৰচিত বুলি বুজিব পাৰি। "গৰুড় পুৰাণ কৃষ্ণ অৰ্জ্জুন সম্বাদ।" এই পুথি ৩১৩ পদত সমাপ্ত হৈছে। কিন্তু ডিব্ৰুগড় এজেন্সী কম্পেনীৰ পৰা শঙ্কৰদেৱৰ ভণিতাৰে ১৪৯ আৰু আধা পদত সমাপ্ত হোৱা এখন গৰুড় পুৰাণ প্ৰকাশিত হৈছে এই পুথিও শঙ্কৰদেৱৰ ভকতি-প্ৰদীপৰ এটি সুকীয়া ভাগ বুলি অনুমান হয়।

গুণ-মালা পুথি বাৰ স্কন্ধ ভাগৱত শাস্ত্ৰ বহি ভাত ৰান্ধোতে গাব পৰাকৈ" শঙ্কৰদেৱে বৰদোৱাত থাকোতেই ৰচা পুথি নৰনাৰায়ণৰ সভাৰ পণ্ডিতবিলাকে এনে কাম ভুৰুকাত হাতী ভৰোৱা'ৰ নিচিনা অসম্ভৱ কথা বোলাত শঙ্কৰদেৱে এই পুথিতে অলপমান জোৰা দি আনি হাতত দিয়াত ৰজা পৰম সন্তুষ্ট হয়।

| | | | |
|---|---|---|---|
| নমো নাৰায়ণ | সংসাৰ কাৰণ। | ভকত তাৰণ | তোমাৰ চৰণ।। |
| তুমি নিৰঞ্জন | পাতক ভঞ্জন। | দানৱ গঞ্জন | গোপিকা ৰঞ্জন। |
| বেদান্ত গায়ক, | বংশী বায়ক। | জগত নায়ক | মুকুতি দায়ক।। |
| ভকতৰ ঋদ্ধি | কৰাঁ সৰ্ব্বসিদ্ধি। | বিধাতাৰ বিধি | দীন দয়ানিধি।। |

অভিনৱ কুসুম-মালা ছন্দৰ একুৰি দুটি পদত ইয়াক সামৰিছে—

| | | | |
|---|---|---|---|
| বুদ্ধৰূপে ছন্ন | কৰি বেদগণ। | মুহিলাহা মন, | ত্যজিয়া সজ্জন।। |
| হয়া কল্কী চণ্ড, | যতেক পাষণ্ড। | কৰি খণ্ড খণ্ড, | বিহিলাহা দণ্ড।। |
| ধৰি বাৰংবাৰ | দশ অৱতাৰ। | পৃথিৱীৰ ভাৰ | খণ্ডিলা অপাৰ।। |
| কৃষ্ণৰ কিঙ্কৰে | ৰচিলা শঙ্কৰে | হৰি হৰি নৰে, | বোলা নিৰন্তৰে।। |

এই পুথি যে সমসাময়িক সমাজত কিমান সৰ্ব্ব-বহী আৰু প্ৰভাৱশালী আছিল পুৰুষোত্তম ঠাকুৰে ঠিক এই ছন্দতে লিখা গুৰু-গুণমালাই সাক্ষী। তাতে এই পুথিৰো উল্লেখ আছে—

| | | | |
|---|---|---|---|
| ৰাজা বুলিলন্ত | বাহুয় স্কন্ধক। | কৰি বাক্য এক | দিয়োক প্ৰত্যেক।। |
| শঙ্কৰ আসিলা | বাহু স্কন্ধ চাইলা। | কৃষ্ণ-গুণমালা | নিবন্ধ কৰিলা।। |

নিমি-নৱসিদ্ধ সম্বাদ শঙ্কৰদেৱৰ ৪২৭ পদৰ এখন পুথি—ৰজা নিমি আৰু 'নৱসিদ্ধ কথা ইটো একাদশ স্কন্ধ।৪৯।" মাধৱদেৱৰ ভক্তি-ৰত্নাৱলী প্ৰসঙ্গত এই পুথিৰ বিশেষ কাহিনী এটি উল্লেখ কৰা হৈছে। নিমিয়ে যজ্ঞ পাতি নৱসিদ্ধক নটি প্ৰশ্ন কৰিলে আৰু তেওঁলোকেও এটি -এটিকৈ উত্তৰ দিলে।-

কোন ভাগৱত ধৰ্ম্ম, ভক্ত বুলি কাক।। কোন মায়া কোনবা উপায়ে তৰে তাক।।
কোন বুলি ব্ৰহ্ম, কৰ্ম্মযোগ-কাৰ নাম। অৱতৰি কোনৰূপে কৰন্ত কোন কাম।।

ভক্তি-ৰত্নাকৰ শঙ্কৰদেৱৰ পুৰাণৰ সংস্কৃত শ্লোক-সংগ্ৰহ বিষ্ণুপুৰী সন্ন্যাসীৰ ভক্তি-ৰত্নাৱলীৰ দৰেই, কিন্তু ইয়াক পোৱাৰ আগতে গোটোৱা। কীৰ্ত্তন ঘোষাত ধৰ্ম্মপ্ৰচাৰৰ বাবে বাৰ স্কন্ধ ভাগৱতৰ সাৰাংশ দি বিভিন্ন স্কন্ধবোৰৰ এইদৰে আকৌ সুকীয়া পদ-ভাঙনি কৰি তাত নিজ ব্যাখ্যা আৰু উপদেশ সংযুক্ত কৰিছিল। প্ৰথম স্কন্ধ, দ্বিতীয় স্কন্ধ ষষ্ঠ স্কন্ধ দশম স্কন্ধ, একাদশ স্কন্ধ দ্বাদশ স্কন্ধৰ ভাঙনি এইদৰে কৰাৰ উপৰিও তৃতীয় স্কন্ধৰ ওপৰত অনাদি পাতন আৰু অষ্টম স্কন্ধৰ অৱলম্বনত বলিছলন আৰু অমৃতমন্থন ৰচিছিল। ৰামায়ণৰ উত্তৰাকাণ্ডৰ ভাঙনিও শঙ্কৰদেৱৰ আগ-বয়সৰ ৰচনাই বুলি আত্মপৰিচয়মূলক ভণিতাৰ পৰা ধৰিব পাৰি এই সম্পৰ্কে কথা-গুৰু-চৰিতত শঙ্কৰদেৱে মাধৱদেৱক কোৱা কথাও মন কৰিব লগা • "বঢ়াৰ পো তোমাৰ মিতাৰাৰ ৰামায়ণখনি লুকাবৰ উপক্ৰম হৈছে। তুমি আগত ধৰা আমি গুৰিত ধৰোঁ।"

অনাদি-পাতন শঙ্কৰদেৱৰ আগবয়সৰে ৰচনা বুলি আৰম্ভণৰ ভাষাৰ পৰা বুজিব পাৰি কিন্তু সেই বয়সতে জটিল তত্ত্বমূলক বিষয়বোৰৰ প্ৰাঞ্জল ভাঙনি দেখিলে অৱশ্যে বিস্ময় নামানি নোৱাৰি—

মহা বায়ু লীন গৈলা মহা আকাশত। আকাশো পশিল অহঙ্কাৰৰ গৰ্ভত।।
মহত্ত্ব তত্ত্বত লীন গৈল অহঙ্কাৰ। মহাতত্ত্ব পশিল প্ৰকৃতি পুনৰ্ব্বাৰ।।
মহা প্ৰকৃতিয়ো পুৰুষত গৈল লীন। নাথাকিল আন একো পুৰুষত ভিন্।।
নাই জল নাই থল নাহিক আকাশ। নাই মহাবায়ু চন্দ্ৰ সূৰ্য্যৰ প্ৰকাশ।।
নাই শীত উষ্ণ ঋতু নাই ৰাত্ৰি দিন। সমস্ত সংসাৰ গৈল ঈশ্বৰত লীন।।
জগতৰ জীৱ উদৰতে দিয়া বাস। কেৱলে ঈশ্বৰ কৃষ্ণ কৰন্ত প্ৰকাশ।।
নানা কৰ্ম্ম কৰিবাক কৰে আলোচন। একো কাৰ্য্যে স্থিৰ নোহে তাক বুলি মন।
সঙ্কল্প বিকল্প ধৰ্ম্ম কৰি আলোচন। বুদ্ধিমান বুলি তাক জানিবা লক্ষণ।।
সমস্ত কৰ্ম্মক মই কৰোঁ বুলি মানে। অহঙ্কাৰ বুলি তাক জানিবা আপোনে।।
নানা সদ কৰ্ম্মক কৰয় নিত্য নিত্য। নিশ্চয় জানিবা ৰাজা তাৰ নাম চিত্ত।।
মনৰ কল্পনা মানে সমস্তে সংসাৰ। জাগন স্বপন নিদ্ৰা তিনি বৃত্তি যাৰ।।
আছে মন সমস্ত প্ৰাণীৰ হৃদয়ত। ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত।।
তাকে বুলি জীৱ মন এবে ভিন্ন নুই। এক পিণ্ড ভৈল যেনে লোহা অগ্নি দুই।।
মনে দুঃখ পাইলে জীৱে বোলে মই পাওঁ। মনে যৈকে যায়ে জীৱে বোলে মই যাওঁ।।

মনে যিবা কৰে জীৱে বোলে মই কৰোঁ। মনৰ মৰণে জীৱে বোলে মই মৰোঁ।।
যেনে সূৰ্য্য-বিম্ব লৰে জলৰ লগত। জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ব্ববৎ।।
মনৰ কৰ্ম্মক যিটো মোৰ বুলি মানে। কৰ্ম্মপাশে বন্দী জীৱ এহিসে নিদানে।।
আত্মাৰ প্ৰসঙ্গে মন হোৱে অচেতন। মনতেসে আছে ইটো চৈধ্যয় ভুবন।।
মনে পাপ মনে পুণ্য মনেসে নৰক। মনেসে কৰিছে ভেদ আপোন পৰক ।।
যতেক ইন্দ্ৰিয়গণ মনৰ অধীন। মনৰেসে আজ্ঞা পালি থাকে ৰাত্ৰি দিন।।
মনে ওপজয় জানা মনেসে মৰণ। মনুষ্যৰ মনে মোক্ষ-বন্ধৰ কাৰণ।।
যত দেখা দেৱ-ধৰ্ম্ম মনৰ প্ৰবন্ধ। তাৱে বন্ধ থাকে জীৱ নেৰায় কৰ্ম্মবন্ধ।।

মনৰ এনে স্বৰূপ বৰ্ণনা শ্বেক্সপীয়েৰ বা মিণ্টনৰ 'মনে স্বৰ্গ মনে নৰ্ক আদি বচনতকৈ সহস্ৰগুণে গভীৰ। তাৰ পাছত চৌৱিশ তত্ত্ব আদি—

পঞ্চ গুণ পৰশ শবদ ৰূপ ৰস। এঘাৰ ইন্দ্ৰিয় সমে বিকাৰ ষোড়শ।।
পঞ্চভূত প্ৰকৃতি মহত্ত্ব অহঙ্কাৰ। চৌৱিশ তত্ত্বৰ লেখা কৰিবোঁ বিচাৰ।।
দেহৰ মহিমা আৱে শুনিয়ো বেকতে। ব্ৰহ্মাণ্ডৰ গুণমানে আছে শৰীৰতে।।
সমস্ত চৌৱিশ তত্ত্ব কৰিল নিৰ্ম্মাণ। আপোনাৰ ছয়ান্নবৈ আঙ্গুল প্ৰমাণ।।
পিঠিৰ মধ্যত মেৰু মণ্ডল প্ৰকাশ। ঊৰ্দ্ধে সূৰ্য্য অৰ্দ্ধে চন্দ্ৰ বায়ুৰ নিবাস।।
বোল বোল গোটা অস্থি পঞ্জৰত তাৰ। অধে ঊৰ্দ্ধে আছে তাৰ নৱখান দ্বাৰ।।
দুই কাণ দুই নাক দুই চক্ষু লেখা। মুখে এৰে ওপৰত সাতখান দেখা।।
অধে গুহ্য লিঙ্গ এই নৱখান দ্বাৰ। আছে আৰু নৰ্কী তাত সত্তৰি হাজাৰ।।
তাহাতো সঞ্চৰি ফুৰে প্ৰাণবায়ু দশ। মাথা কেশ পৰ্য্যন্ত চলন্ত অন্ন-ৰস।।
নাড়িৰ মধ্যত তিনি নাড়ি অনুপাম। সুষুম্না পিঙ্গলা ইড়া নাড়ি যাৰ নাম।।
সুষুম্না উত্তম আতি তিনিৰো মধ্যত। যিটো ব্যাপি আছে গৈয়া সূৰ্য্যমণ্ডলত।।
ছয় থানে ছয় চক্ৰ আছে শৰীৰত। গুহ্য লিঙ্গ নাভি হৃদি তালু ললাটত।।
চাৰি দল ছয় দল নবৈ দশ দল। আছে অষ্টাদশ পদ্ম হৃদয় কমল।।
তালুত ষোড়শ ললাটত দল দুই। যোগশাস্ত্ৰ মতে ছয় চক্ৰ এহি হুই।।
আত্মা পৰমাত্মাৰূপে হৃদয়-কমলে। শুভাশুভ জীৱক ভুঞ্জাত্ত কৰ্ম্ম ফল।।

ধৰ্ম্মতত্ত্ব আদি সকলো কাৰণে পৰাও অনাদি পাতন অসমীয়া সাহিত্যৰ এটি মূল্যবান সম্পদ, ই ৩০০ পদত সমাপ্ত হৈছে। প্ৰত্যেক অধ্যায়ৰ অন্তত "ইতি শ্ৰীভাগৱতে মহাপুৰাণে চতুৰ্থ স্কন্ধে প্ৰথমঃ (দ্বিতীয়ঃ, তৃতীয়ঃ চতুৰ্থঃ) অধ্যায়ঃ" বুলি ভাগে ভাগে লিখা আছে , লিপিকাৰকে তৃতীয় স্কন্ধকে চতুৰ্থ স্কন্ধ বুলি

ভুলত লিখাত ই সেইদৰেই ছাপা হৈছে। ইয়াৰ শেষছোৱা শঙ্কৰদেৱৰ আজ্ঞা অনুসৰি গোপাল দ্বিজই পদ-ভাঙনি কৰিছিল।

**বৃহৎ অজামিলোপাখ্যান** কু ৰিটি কবিতাৰ আন এখনি শ্ৰেষ্ঠ কাব্য, আৰু **কীৰ্ত্তন-ঘোষাত** সোমোৱা **অজামিলোপাখ্যানৰ** পৰা পৃথক বুজাবলৈ ইয়াৰ এই নাম। **ষষ্ঠ স্কন্ধ** ভাগৱতৰ আগছোৱা এই নামেৰে নিজে ভাঙি ইয়াৰ শেষ ছোৱা শঙ্কৰদেৱে নিজ শিষ্য অনন্ত কন্দলীৰ হতুৱা বৃত্ৰাসুৰ বধ নামেৰে পদ-ভাঙনি কৰায়। ইয়াৰ প্ৰতিপাদ্য বিষয় হল- 'পাপৰ সমূলে গুচাইতে নপাৰে জ্ঞান কৰ্ম্ম পৰাচিতে।। ৫৬।

**বৃহৎ বলি-ছলন** শঙ্কৰদেৱৰ ৬১৬ পদৰ আৰু এখনি শ্ৰেষ্ঠ কাব্য **কীৰ্ত্তন-ঘোষাৰ বলিছলন** ইয়াৰ শেষৰ পাঁচ অধ্যায় হে। ভণিতাৰ পৰা ইয়াকো আগ-বয়সৰ ৰচনা যেন লাগে।—

মহা ভাগৱত কথা শুনা সৰ্ব্বজন। অষ্টম স্কন্ধৰ সাৰ বলিক ছলন।।
ভাগৱত কথা ইটো অমৃত সাক্ষাত। বামন পুৰাণ কিছু মিশ্ৰ দিলোঁ তাত।।
দুয়ো কথা নিবন্ধিলো কৰি এক ঠাই। যেন মধু-মিশ্ৰ দুগ্ধে স্বাদ বাঢ়ি যায়।।

শঙ্কৰদেৱত যে হাস্যৰসো বিৰল নহয় ইন্দ্ৰৰ আদেশত দেৱতাসকল যেনে তেনে স্বৰ্গৰ পৰা পলাব খোজা বিৱৰণৰ পৰা মন কৰিব পাৰি—

দিব্য বস্ত্ৰ থৈয়া পিন্ধিলাহা ফটাকানি। গাত্ৰে-মুখে ঘসিলন্ত ভস্মধুলা আনি।।
আচম্বিতে যদিবা দেখয় মুঢ়া গাছ। দৈত্য বুলি পলান্ত নচান্ত আগ-পাছ ।।

বিষ্ণু-উপাসনা ঋগবেদৰ সমসাময়িক আৰু ঋগবেদত বিষ্ণু সূৰ্য্যৰ অন্যতম আদিত্য বা বিকাশ মাত্ৰ। এই ঋগবেদৰ মতেই (১/২২/১৮) বিষ্ণুৰ কীৰ্ত্তি তিনি খোজত (পুৱা দুপৰ আবেলি) আকাশ পাৰ হোৱা- ত্ৰীণি পদা বিচক্ৰমে বিষ্ণু গোপা অদাভ্য । কলব্ৰুক্ আদি পণ্ডিতৰ মতে এয়ে বহু পৰৱৰ্ত্তী বামন-পুৰাণৰ বলি-ছলন কাহিনীৰ ভেটি কিন্তু উইলছন আদি পণ্ডিতৰ মতে বামন পুৰাণে তেনে প্ৰেৰণা পালেও স্বয়ং ঋগ্‌বেদত অৱতাৰবাদৰ কোনো বীজ নাই। বলিৰ যজ্ঞলৈ বামনৰ গমন বিতোপন গজ-গতি ছন্দত শঙ্কৰদেৱে বৰ্ণাইছে—

**কপট বামন পাছে। চলি যান্ত দিব্য কাচে।।২০৫।**
**পৰম গম্ভীৰ ভাৱে। কম্পে ভূমি পাৱে পাৱে।।**
**অগনিৰ শিখা প্ৰায়। শৰীৰ জ্বলন্তে যায়।।২০৬।**

যত পুৰোহিত ঋষি। বামনৰ ৰশ্মি ৰাশি।।২১৪।
নিষ্প্ৰভ কৰিলা আতি। সূৰ্য্য আগে যেন বাতি।।
সমস্তে নিস্তেজ প্ৰায়। অন্যো অন্যে বোলে চাই।।২১৫।
আসন্ত আদিত্য চলি। চাহিবাক যজ্ঞস্থলী।।২১৬।
কেহো বোলে হুতাশন। আসি ভৈল উপসন্ন।।২১৭।

বামনে তিনি পদ ভূমি খোজাত বলিৰ উপাও বিতোপন—

যেন মহা দুখিত দৰিদ্ৰ কোন জন। কুবেৰক পায়া সিটো খোজে অল্প কণ।।
ৰত্নদ্বীপ পায়া হেন পাইলেক বিবুদ্ধি। বালিক নাৰত তোলে ৰত্নক নুসুধি।।

বলিৰ কথাত বামনৰ সন্নিধান গভীৰ উপদেশপূৰ্ণ—

ত্ৰৈলোক্যত যত যত আছে ধন-ধান। দিব্য নাৰী আছে যত সুন্দৰী প্ৰধান।।
যত দিব্য ঘৰ-বাৰী বস্ত্ৰ-অলঙ্কাৰ। সবেও নুপূৰে মন এক লুভীয়াৰ।।
সপ্তদ্বীপা পৃথিবী কৰিলা অধিকাৰ। তথাপি বাঞ্ছাৰ কেহো নাপাইলেক পাৰ।।
ইন্দ্ৰিয়ক জিনি যিবা এৰিলে আক্ৰোশ। সি সি মহা সুখী যিটো অল্পতে সন্তোষ।।

তাৰ পাছত বামনৰ বিশ্ব-জিনা খোজৰ বিস্ময়কৰ বৰ্ণনা। আত্ম-পৰিচায়ক ভণিতা ধৰ্ম-সাহিত্যৰ উমেদাৰৰ সঙ্কোচেৰে পৰিপূৰ্ণ—

অশেষ তীৰ্থৰ পানী বৃষ্টিজলে মিশ্ৰ জানি
তাক কোনে পৰিত্যাগ কৰে।
যেন মহৌষধি পাইলে যেই সেই মতে খাইলে
সমস্ত ব্যাধিক যেন হৰে।।
কৃষ্ণ-কথা সেহি মত হৰে পাপ তৃণৱৎ,
তাক শুনি হুয়োক সন্তোষ।
জানিয়া মূৰ্খৰ পদ নিনিন্দিবা সভাসদ
অজ্ঞানীৰ কোনে ধৰে দোষ।।৩৫৫।

তেনেহলে শঙ্কৰদেৱে নিজৰ অতি সৰহখিনি কাব্য-নাটক নামনি অসমলৈ যোৱাৰ আগতে ৰচিছিল, কেৱল ভণিতাৰ পৰা শ্ৰীমদ্ভাগৱতৰ পদ-ভাঙনিৰ দুই এক স্কন্ধ উজনিত অলপ আগৱয়সত কৰি আনখিনি নামনিত লিখা বুলি ধৰিব পাৰি। ৰামানুজাচাৰ্য্যই কাঞ্চীপূৰ্ণৰ উচ্ছিষ্ট খাবলৈ একান্ত বাঞ্ছা কৰাৰ দৰে অনন্ত কন্দলীয়েও গুৰু শঙ্কৰদেৱৰ উচ্ছিষ্ট খাবলৈ বাঞ্ছা কৰা এটা কাহিনী ৰৰদোৱা গুৰু-চৰিতত আছে কিন্তু য'ত কাঞ্চীপূৰ্ণই শাৰীৰিক বাগি-বুগা দি সাৰিল,

শঙ্কৰদেৱে তাক 'ৰসত চতুৰ' ভাৱে আন প্ৰকাৰে পূৰ্ণ কৰিলে। শঙ্কৰদেৱে তেতিয়া আদ্য দশমৰ পদ ভাঙিছিল আৰু ভক্ত অনন্ত কন্দলীয়ে উচ্ছিষ্ট ভিক্ষা কৰাত তেওঁক মধ্য আৰু শেষ দশমৰ পদ কৰিবলৈ অনুমতি দি তেওঁক মানসিক উচ্ছিষ্ট ভোজন কৰালে। কীৰ্ত্তন-ঘোষাত ভাগৱতৰ সৰলধ্বনি কথাই সাৰাংশ বা সুকীয়া কাব্যৰূপে ৰচি পাছত অলপ বহলাই তাৰ ভাঙনি কৰাত কিছুমান পদ দোহৰা যেনেই লাগে তথাপি পিছ বয়সৰ ৰচনাৰূপে এই ভাঙনিবোৰৰ ৰস অতি ঘনীভূত আৰু গভীৰ দাৰ্শনিক তথ্যপূৰ্ণ। দশম স্কন্ধৰ—

কৰ্ম্মৰ অধীন জীৱ যেতিক্ষণে যায়। এৰি পূৰ্ব্ব দেহা আউৰ শৰীৰক পায়।।
যেন জোঁকে তৃণ পাইলে এৰে আউৰ তৃণ। জীৱন মৰণ স্বপ্ন এৰে নুহি ভিন্ন।।
প্ৰকৃতি আশ্ৰয়ী আছে আদি বৃক্ষ সুখ দুখ দুই ফল।
তিনি গুণ মূল অৰ্থ চাৰি ৰস শিপায়ে ইন্দ্ৰিয়-বল।।
ছয় উৰ্ম্মি আম্মা সাত ধাতু ছাল শাখায়ে আঠ প্ৰকৃতি।
দশ বায়ু পাত ঈশ জীৱ দুই পক্ষী থাকে তাত নিতি।।৬২।
আশা নাম নদী ঘোৰ জল মহাধন। নানা বিধ তৃষ্ণা আত ঢউ সৰ্ব্বক্ষণ।।
কাম ক্ৰোধ ভৈল ঘোৰ কুম্ভীৰ মকৰ। নানা তৰ্ক-বিতৰ্ক গহ্বৰ ভয়ঙ্কৰ।।
মোহচয় মহা পাক চিন্তায়ে কাতৰ। দিন-ৰাত্ৰি ভৈল আতি বগ খৰতৰ।।
ক্ষণে ক্ষণে নেয় ধৈৰ্য্য-বৃক্ষক খহাই। যত জীৱৰাশি আত ধাঁজি উটি যায়।।

শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদমূলক আৰু প্ৰসিদ্ধ মোহমুদগৰ'ৰ সমকক্ষ গহীন ভাষাত শঙ্কৰদেৱৰ দশম-ভাগৱতৰ এনে উপদেশ অসমীয়া সকলো লৰা বুঢ়াৰ মুখে মুখে—

ক্ষণিক সংসাৰ বিলম্বত কাৰ্য্য নাই। চিন্তামণি জন্ম হেৰা হাতন্তে হেৰায়।।
নাহিকে চেতন কাল-অজগৰে গিলে। ধন-জন জীৱন যাইবেক একতিলে।।
যত দেখা ভাৰ্য্যা-পুত্ৰ সৱে অকাৰণ। চাই মাত্ৰ থাকে কালে ধৰে যেতিক্ষণ।।
বিষয়ৰ সুখ একতিলে কৰি চুৰ। যমৰ কিঙ্কৰে ধৰি নিব যমপুৰ।।

দশম ভাগৱতৰ বৰ্ষাবৰ্ণন আদি কাব্যৰূপে যে অতুলনেই, তাত সোমাই থকা ভক্তি-উপদেশো বিচক্ষণ—

"পৰমাত্মা-শুকে জীৱ-নৃপত কহয়। ভকতি বাৰিষা ঋতু ভৈলন্ত উদয়।।
মাধৱৰ ভকতি নিকৰ দিনকৰ। নানা কান্তি ভাতি আদি অন্তৰ ভিতৰ।।
বিষয়-বাতাস মুক্ত-শাস জ্ঞান হৰে। ভক্তি-শক্তি চালি-বালি তৰ্ক মেঘে কৰে।।"

'নাকলয় চন্দ্ৰ সূৰ্য্য জ্যোতি-তাৰাগণ। যেন জীৱ-আত্মা শৰীৰত ভৈলা ছন্ন।।
খাল-বাম ভৰি ভূমি ভাগি বৰে জান। যেন মহা মহন্তে দু খীক দিলে দান।।
নাদ শুনি মেঘৰ বেঙ্গৰ ৰোল চৰে। গুৰু পাঠ দিলে যেন শিষ্যে পাছে পঢে।।
বহয় বিপথে অতি ক্ষুদ্ৰ নদী যত। কৰে অকাৰ্য্যকো যেন ধনৰ গৰ্ব্বত।।
প্ৰকাশে বাৰিষা নানা বৰ্ণে বসুমতী। জ্বলয় ৰাজশ্ৰী যেন পৰম সম্পত্তি।।
বাৰিষাত নৱ পানী ব্যাপি পাৰে আসি। কৰে স্নান-পান যত জল-থলবাসী।।
হোৱে সুকুমাৰ মহা ৰূপ মনোহৰ। হৰি ভক্তি কৰে যেন লোকক সুন্দৰ।।
দুই নদী সৱ সমে সঙ্গম সাগৰ। কৰিল কল্লোল মহা উৰ্ম্মি ভয়ঙ্কৰ।।
যেন যিটো যোগীৰ নুগুচে কাম-কষ্ট। বিষয়ক পাইলে পুনৰপি হোৱে ভ্ৰষ্ট।।
পঞ্চবৰ্ণে ৰচিত ইন্দ্ৰৰ ইন্দ্ৰধনু। গুণৱন্ত মেঘত্ৰ প্ৰকাশে পুনু পুনু।।
যেন তিনি গুণময় জগত যতেক। নিৰ্গুণ পুৰুষ তাত প্ৰকাশে প্ৰত্যেক।।

**একাদশ** ভাগৱতৰ ভাওনি **নিমি-নৱসিদ্ধৰ** আলোচনা আগতে কৰা হৈছে। প্ৰায় ৫৩৯ পদত শঙ্কৰদেৱে **দ্বাদশ স্কন্ধ** ভাঙে। কলি যুগৰ ৰজা-প্ৰজা আদিৰ ইয়াত দিয়া বিৱৰণবোৰ অতি আমোদজনক—

দ্বাদশ স্কন্ধৰ কথা হ্ৰস্ব-দীৰ্ঘ ছন্দে। কৃষ্ণৰ কিঙ্কৰে বিৰচিলা পদবন্ধে।।
কলিত মলিন হুইবে যতেক নৃপতি। গুচিব আচাৰ-ধৰ্ম্ম হৈবেক দুৰ্মতি।।
এহি হেতু দ্বাদশক কৰিলোঁ আৰম্ভ। কলিৰ প্ৰভাৱে প্ৰজা হৈব দুষ্ট-দম্ভ।।
ক্ষণেকে হৰিষ শোকে ক্ষণেকে আকুল। কামাতুৰ হুয়া নবাচিব জাতি-কুল।।
হৈবেক অল্পায়ু লোক মহা দুৰ্ব্বিনয়। সুহৃদতো নছাড়িব কপট হৃদয়।।
কলিৰ যতেক দ্বিজ এৰিব আচাৰ। কপট দেখাইব মাত্ৰ লোক-ব্যৱহাৰ।।
লোভে আক্ৰমিব হৈব কুল-ক্ৰিয়াহীন। এক নৱগুণ মাত্ৰ থাকিবেক চিন।।
একোকে নজানে কিছু নপাৰে খণ্ডিত। বহুৱক্তী ভৈলে তাক বুলিবে পণ্ডিত।।
পৰম দাম্ভিক যিটো ধনৰ গৰ্ব্বত। সেহি জন মহা সাধু বোলাইবে লোকত।।
দান-পূণ্য কৰিয়া মোহোৰ হৈব খ্যাতি। হেন দম্ভ ভাৱে ধৰ্ম আচৰিব আতি।।
কলিত লোকৰ মহা মিলিব বিপত্তি। হৈব পৰমায়ু ত্ৰিংশ বৰিষ বিংশতি।।
ধৰিব চাৰিও জাতি আচাৰ শূদ্ৰৰ। হৈব অল্প প্ৰমাণ শৰীৰ মনুষ্যৰ।।
কাহাৰো নুহিব আউৰ তনু-মন শুদ্ধ। ছাগ সম হৈব ধেনু হৰিবেক দুগ্ধ।।
যতিয়ে আশ্ৰমী হৈব গৃহস্থৰ নয়। ভাৰ্য্যাৰ কুটুম্বে হৈব সুহৃদ নিশ্চয়।।
ধেনুকো ত্যজিব যেৱে দুগ্ধ ভৈল হীন। কলিত হৈবেক লোক তিৰি-পৰাধীন।।

শঙ্কৰদেৱৰ ৰচিত জনাজাত কাব্যৰ ইয়াতে ওৰ পৰে। দুখৰ কথা হেমচন্দ্ৰ গোস্বামীৰ দৰে দায়িত্বশীল লোকৰ সম্পাদনাত 'নাম মালিকা"(? ৰাম মালিকা) প্ৰেম-কলসী ঘোষা (? ৰুক্মিণীৰ প্ৰেম-কলাপ) আদি দুই এখন 'ভাল পুথি শঙ্কৰদেৱৰ ৰচিত বুলি দিয়া হৈছে। উপৰুৱা পচুৱৈয়েও দেখা পাব এইবোৰ পুথিৰ ভাষা আৰু ভাব শঙ্কৰদেৱৰ ৰচিত পুথিতকৈ কিমানৰ নিকৃষ্ট কোনো হীন মনোবৃত্তিৰ লোকে নীচ স্বাৰ্থসিদ্ধিৰ বাবে শঙ্কৰদেৱৰ ভণিতা দি এইবোৰ সমাজত চলাবৰ অপচেষ্টা কৰিছিল নিশ্চয়। ইয়াৰ বাহিৰেও বৈষ্ণৱামৃত "উৎকলমালা আৰু 'কুৰুক্ষেত্ৰ পুথি শঙ্কৰদেৱৰ বুলি 'তালিকা'ত উল্লেখ কৰা হৈছে কিন্তু বৈষ্ণৱামৃত" অনন্ত কন্দলীৰ হে শঙ্কৰদেৱৰ নহয়। উৎকলমালা পুথি বা তাৰ উল্লেখ কোনো চৰিত আদিত নাই কিন্তু কুৰুক্ষেত্ৰৰ উল্লেখ ৰামচৰণত স্পষ্টভাৱে আছে- ৰুক্মিণীহৰণ জগত তাৰণ কুৰুক্ষেত্ৰ আৰো কৈলা। কৰিয়া প্ৰবন্ধ সেহি বাৰ স্কন্ধ গীত আৰো বিৰচিলা।।৩৪২০।

## শঙ্কৰদেৱৰ বৰগীত, অঙ্কীয়া নাট আৰু কথা-ৰীতি

ইজিপ্তীয় চীনা আৰু গ্ৰীক নাটকৰ দৰেই ভাৰতীয় নাটকৰো ধৰ্ম্মমূলক উৎপত্তি জ্বলজ্বল-পটপটকৈ ওলাই আছে। গ্ৰীক নাটকৰ অধিষ্ঠাতা ডায়নিয়চৰ ঠাই ভাৰতীয় নাটত সদাশিৱই জিনি আছে, গতিকে থাপনাই নাটকৰ দোলন-খাট বোলা কথাষাৰ ইউৰপ তথা ইংলণ্ডত যেনেকৈ ভাৰত তথা অসমতো তেনেকৈয়ে খাটে। অসমীয়া নাটকৰ এই ধৰ্ম্মমূলক উৎপত্তিত কোনো সন্দেহ নাথাকিলেও শঙ্কৰদেৱে অঙ্কীয়া নাটৰ মূল সাঁচটো কৰ পৰা পালে তাক থিৰ কৰা সিমান সহজ নহয়। আগত তুলি দিয়া চৰিত-পুথিৰ পদৰ পৰা বঢ়িয়াকৈ বুজিব পাৰি, নাটক নালাগে নাট নুবুলিও এইবোৰক মাত্ৰ অঙ্ক বোলা হৈছিল — বৈকুণ্ঠ নগৰ পটত লেখিয়া অঙ্ক কৰিলন্ত তাৰ। অসমীয়া অঙ্কীয়া নাটৰ সুকীয়া গঠনলৈ মন নকৰাকৈ অকল এই শব্দটোকে লৈ সংস্কৃত 'অঙ্ক' বা "অঙ্কিকা" অভিনয়ৰ অনুকৰণত শঙ্কৰদেৱে ইয়াক গঢ় দিছিল বুলিলে শুনিবলৈ অৱশ্যে পাণ্ডিত্যগন্ধী হয় কিন্তু সি সত্যৰ সন্ধান নিদিয়ে। গতিকে তুলনাত অৰ্বাচীন "অঙ্কীয়া" নামটো মাত্ৰ "এক অঙ্কীয়া"ৰ চমুৰূপ বুলি ধৰিব পাৰি, যিহেতুকে এই নাটবোৰত মাত্ৰ এক অঙ্ক থাকে কিন্তু সেয়ে হলেও সংস্কৃত এক

অঙ্কীয়া নাটৰ সংস্কৰণ ই নহয়। তদুপৰি এইবোৰক নাটক নুবুলি 'নাট' বোলা কথাটোও বিশেষ মন কৰিব লগা বহুতৰ মতে ই আকৌ নাটক শব্দৰ চমুকৰণ নহৈ নাচ বুজোৱা বৈদিক 'নৰ্ত্ত' বা 'নত্ত'ৰ পৰা ওলাই সেই ভাব প্ৰকাশ কৰিছে। এই প্ৰসঙ্গত এই অঙ্কীয়া নাটবোৰৰ নামৰ চিহ্নযাত্ৰা জন্মযাত্ৰা ৰাসযাত্ৰা আদিৰ যাত্ৰা শব্দটোৰ ওপৰতো বহুতে হেঁচা দিয়ে কিয়নো আন ঠাইৰ যাত্ৰা'ৰ (অপেৰাৰ) দৰে অসমৰ এই অঙ্কীয়া নাটবোৰতো গীত্ত পদৰে প্ৰাধান্য অধিক কথা বা বচনখিনি ওপৰঞ্চি মাত্ৰ।

ইউৰপৰ গ্ৰীছ আদি দেশৰ দৰে ভাৰতবৰ্ষতো অতি পুৰা কালত দেব-দেবীৰ বেদীৰ চৌপাশে প্ৰাৰ্থনামূলক গীতেৰে নৃত্য কৰা ৰীতি প্ৰচলিত থকাৰ প্ৰমাণ কালিদাসৰ মেঘদূত আদি কাব্যৰ ভিতৰেদিও পোৱা হয় পুৰণি অসমৰ দেৱধ্বনি আৰু ওজাপালী নাচ তাৰে অৱশেষ বুলি বুজিব পাৰি আৰু ই শঙ্কৰদেৱৰ আগৰ কালৰ পৰা আছিল যেন ধাৰণা হয়। আগতে গুৰু চৰিতৰ পৰা তুলি দেখুওৱা হৈছে, শঙ্কৰদেৱে বৰদোৱাত নামঘৰ পাতি ঘোষা পদ দি নাম গাওঁতে এই ওজা আৰু পালী কথা দুটা ব্যৱহাৰ কৰিছে— কীৰ্ত্তন কৰয় পালী ঘোষাক গায়য়। ওঝা পদ বোলে যেন অমৃত সিঞ্চয়। ।।২১০৯। (ৰামচৰণ)। ৰাম ৰাম গুৰু ৰামদাস ওঝা দুই। মাধৱে কীৰ্ত্তন কৰে দাইনা পালী হুই ।।২৮৬। (দৈত্যাৰি)। ওজাই যে অকল গায় নাচে আৰু পালীসকলক চলায় এনে নহয় পালীৰ প্ৰশ্নৰ উত্তৰত ওজাই মূল ঘটনা সূত্ৰও বৰ্ণাই যায়। চৰিত পুথিৰ মতে শঙ্কৰদেৱে গুৰু গৃহৰ পৰা শিক্ষা সাঙ্গ কৰি উলটি আহি আৰু তীৰ্থভ্ৰমণলৈ ওলোৱাৰ বহুত আগতে উনৈশ বছৰ বয়সত চিহ্ন যাত্ৰা ভাৱনা কৰিছিল বলৰাম আতৈক কপিলীমুখৰ কুমাৰৰ ওচৰলৈ পঠাই মুচিৰ ঘৰৰ পৰা ছাল অনাই খোল আদি বাদ্য সজাই (ৰামচৰণ ১৪৫১ ১৫৪৬ পদ) যি শঙ্কৰদেৱে ভাৱনা পাতিছিল সেই শঙ্কৰদেৱেই স্থানীয় সাহিত্যিক সজুলি লৈ অঙ্ক ৰচনা কৰা সম্পূৰ্ণ স্বাভাবিক। শঙ্কৰদেৱৰ এনে অভ্ৰভেদী ব্যক্তিত্ব আৰু দিগন্তপ্ৰসাৰী প্ৰতিভাৰ সম্যক ধাৰণা কৰিব নোৱৰাবিলাকে প্ৰায় সমসাময়িক গুৰু-চৰিত কেৱল এবি মনে-গঢ়া কথাৰ অৰ্বাচীন কোনো পুথিৰ আঁৰ লৈ চিহ্ন যাত্ৰা ৰচনা শঙ্কৰদেৱৰ তীৰ্থভ্ৰমণৰ পাছলৈ আনিব খোজে ই যেনে অবিবেচক, তেনে অন্যায়ো। আগতে কোৱা হৈছে সমসাময়িক ভাৰতত কিয় ইউৰপতো এনেদৰে নাট আৰু ৰঙ্গমঞ্চ ৰচনা কৰা কথা বিৰল আছিল ই

কেৱল শঙ্কৰদেৱৰ দৰে অভ্ৰভেদী ব্যক্তিত্ব আৰু দিগন্তপ্ৰসাৰী প্ৰতিভাৰ কাৰণেহে যে সম্ভৱ হৈছিল ইয়াকো ধাৰণা কৰিব পাৰিব লাগিব।

চিহ্ন-যাত্ৰাৰ পাছৰ অঙ্ক পত্নী-প্ৰসাদ বৰপেটাত মাধৱদেৱৰ মাকৰ আদ্য তিথিৰ বাবে ৰচি সূচাৰুৰূপে ভাৱনা কৰাৰ কথা(ৰামচৰণ ২৭৮৯পদ) উল্লেখ কৰি অহা হৈছে। বামুণবিলাকে যাগ-যজ্ঞ কৰি যি ফল নাপালে তেওলোকৰ পত্নীসকলে শিশু কৃষ্ণৰ প্ৰতি থকা প্ৰেমৰ পৰাই তাৰ অনেক অধিক প্ৰসাদ লাভ কৰিলে এয়ে ইয়াৰ প্ৰতিপাদ্য বিষয়। পোনতে সংস্কৃত শ্লোক এটিৰে কৃষ্ণক প্ৰণাম জনাই, পাছতে ব্ৰজবুলি মিহলি অসমীয়াৰ এটি ভটিমা দিয়া হৈছে। তাৰ পাছত সূত্ৰধাৰে প্ৰবেশ কৰি ব্ৰজবুলি মিহলি অসমীয়া গদ্যত এই বুলি অঙ্কৰ উদ্দেশ্য বৰ্ণনা কৰিছে—"আহে সামাজিক লোক যোহি জগত পৰম গুৰু পুৰুষোত্তম সোহি নন্দ-নন্দন ৰূপে কহো অন্ন-প্ৰাৰ্থনা চলে বিপ্ৰসৱক কৰ্ম্ম গৰ্ব্ব দূৰ কয়ল। পত্নী সৱক প্ৰসাদ দেলহু, বালকসৱক সহৰ্ষ অন্ন ভোজন কৰাৱল। সোহি পত্নী-প্ৰসাদ নাম নাট এহি সভা মধ্যে কৰব। তাহেক দেখহু শুনহু নিৰন্তৰে হৰি বোল হৰি বোল। শেষত বামুণবিলাকৰ নিজ দোষ স্বীকৃতিৰে অঙ্কৰ সামৰণি হৈছে—

হে মিশ্ৰ হে কন্দলী হে আচাৰ্য্য হে ভাৰতী! ওহি ব্ৰাহ্মণী সৱ শৌচাচাৰহীনা বেদশাস্ত্ৰ জানয়ে নাহি। পৰম ধৰ্ম্ম গুৰু সেৱা বৰ্জ্জিতা। তথাপি এহাসৱাৰ শ্ৰীকৃষ্ণত পৰম প্ৰেম ভকতি ভেলা। আঃ হামু সৱ স্ত্ৰীতো অধম ভেলো। কৰম গৰ্ব্বে অন্ধ হয়া কৃষ্ণক জানিতে নাহি পাৰলোঁ। যে কৃষ্ণ সকল যজ্ঞৰ মূৰ্ত্তি বেদৰো উদ্ভৱ-ভূমি লক্ষ্মী যাহেৰ চৰণকিঙ্কৰী আপুনো নিজানন্দে পূৰ্ণ সোহি কৃষ্ণ আমাত অন্ন মাগি পঠাৱল। হামো সৱ তাহেৰ প্ৰাৰ্থনা ভঙ্গ কয়লোঁ। হামোসৱ ব্ৰহ্মচৰ্য্য ধৰিয়ে গুৰুক শুশ্ৰূষা কৰিয়ে বেদসৱ পঢ়লোঁ। ইহাক ধিক্কাৰ ৰহোক। আং নিজকাৰ্য্যে বুদ্ধিহত ভেলোঁ। পৰ উপদেশে পণ্ডিত বোলাইছি, ইহাক ধিক্কাৰ ঠিক। আং হামসৱ ব্ৰজক যাওঁ, কৃষ্ণক দেখিবোঁ পায়ে ধৰি বহু ভকতি-মিনতি কৰবোঁ। সোহি ভকতৱৎসল দেৱ হামাৰ অপৰাধ ক্ষমা কৰব।"

পত্নী-প্ৰসাদৰ পাছত তৃতীয়ত জন্ম-যাত্ৰা আৰু চতুৰ্থত পাৰিজাত-হৰণ অঙ্ক শঙ্কৰদেৱে ৰচে যদিও চিহ্ন-যাত্ৰাৰ দৰেই জন্ম-যাত্ৰা নাটৰ আজিও উদ্ধাৰ হোৱা নাই—

এহিমতে আছে গুনা তাত পাছে কৰিলা কেন শঙ্কৰে।
কৰি সাৱোদ্ধাৰ জনম-যাত্ৰাৰ অঙ্ক কৈলা নিৰন্তৰে॥

নাচিলেক অঙ্ক দেখি শঙ্কৰক প্ৰশংসিলা সামৰাজ।।
মহা ৰসময় কৃষ্ণ যশচয় দেখাই তাহাৰ কাজ।।
শুনা আতপৰে আৰ লীলা-গুণ শঙ্কৰৰ কৃষ্ণৰ কীৰ্ত্তন কৰি আছে।
পাৰিজাত হেন নাম অঙ্ক মহা অনুপাম কৰিলা শঙ্কৰে তাত পাছে।।
ৰচিলন্ত অঙ্ক যেৱে লোকৰ আনন্দ তেৱে মিলি গৈল দেখন্ত বিস্ময়।
কৰিয়া একান্ত চিত্ত শুনিয়া শঙ্কৰ গীত সভাসদ যতেক আছয়।।

**পাৰিজাত-হৰণ** শঙ্কৰদেৱে জগতানন্দৰ (ৰামৰায়) অনুৰোধত ৰচা—

শ্ৰীজগতানন্দ ভকতি ৰসিক কৃষ্ণ কিঙ্কৰে ওহি বোলে।
শ্ৰীজগতানন্দ দলপতি জান। হৰিকো পদ পঙ্কজ ভজমান।।
কৰাৱহ নাট ওহি বহু ছন্দে। কৃষ্ণক ভকতি কৰিতে প্ৰবন্ধে।।
**পাৰিজাত-হৰণ** আহেৰ নাম। শুনা বন্ধুজন হৰি গুণ অনুপাম।।

নাৰদৰ বচন একাষাৰেৰে এই অঙ্কৰ উদ্দেশ্য বৰ্ণোৱা হৈছে- হে কৃষ্ণ কামাতুৰ পুৰুষক ঐচন অৱস্থা স্ত্ৰী যে আজ্ঞা কৰে সে অৱশ্যে কৰিতে লাগে। ৰুক্মিণী সত্যভামাৰ সতিনী অঁহীয়া পতি কৃষ্ণৰ লগত পাৰিজাতৰ বাবে শচীৰ তিৰুতা সেৰুৱা স্বামী ইন্দ্ৰৰ যুদ্ধ আৰু ইন্দ্ৰৰ পৰাজয় এয়ে মূল ঘটনা।

ৰামচৰণৰ নিজ ভণিতাৰে কিছুমান পদ ৰামানন্দত(১৪২৩ ১৮০৬ পদ) সোমাই আছে ইয়াৰ মতে **ৰাম-বিজয়** শঙ্কৰদেৱৰ শেষ অঙ্ক(১৫০৪ ০৯ পদ)। **পাৰিজাত-হৰণ** আৰু **ৰাম-বিজয়**ৰ মাজত এক সৰৱৰহী অঙ্ক **কালীয় দমন** কালী সাপক শিশু কৃষ্ণই কেনেকৈ বশ কৰিছিল আৰু কৃষ্ণ-ভক্ত কালী পত্নীৰ প্ৰাৰ্থনাত তাক প্ৰাণে নামাৰি কেনেকৈ এৰি দিছিল ইয়াত সুন্দৰকৈ বৰ্ণোৱা হৈছে। ভাৰতবৰ্ষত আৰু যাইকৈ স্বয়ং মথুৰাতে কৃষ্ণৰ পূৰ্ব্ববৰ্তী কালৰ পৰা পৰবৰ্তী কাললৈকে সাপ-পূজাৰ প্ৰতিপত্তি কিদৰে আছিল আৰু ভাগৱতী ধৰ্ম্মৰ প্ৰভাৱে অনুক্ৰমে তাক কেনেকৈ তল পেলালে **কালীয় দমন** অৱশ্যে তাৰে ৰূপক বুলি আগতে উনুকিয়াই অহা হৈছে। শঙ্কৰদেৱৰ এই নাটৰ কাহিনী যাইকৈ পুৰাণ-সূৰ্য্য ভাগৱতৰ পৰা লোৱা হলেও হৰিবংশ ব্ৰহ্ম-বৈৱৰ্ত্ত পুৰাণ আৰু শ্ৰীধৰৰ টীকা আদিৰো ভেজনি ইয়াত দিয়া হৈছে। ইয়াত সিঁচি থোৱা অনুপম গীতবোৰৰ বাহিৰেও যশোদাৰ বাৎসল্য প্ৰেম বৰ্ণোৱা ব্ৰজবুলি মিশ্ৰিত অসমীয়া গদ্যৰ ৰচনা অতি বিতোপন—"আহে প্ৰাণ মধাই, কত তপসাই তোহ্মাক পুত্ৰ পায়ল। অন্নতে অনাথিনী কৈয়া হামাক তেজল। দেখু তোহ্মাৰি

সন্তাপে জীৱ ৰহয়ে নাহি। হা হা ওহি চান্দ বদনক কাহে দোল? হামাৰ পুত্ৰক কে লৈয়া যায়? গোধূলি আজু বংশী বজাই কে ব্ৰজক যাৱব? কাহেক ধূলা ঝাৰি বুকে বান্ধি কোলে ধৰব? কাহেক গোৰস পান কৰাৱব? কি ভেলি আজি কৃষ্ণ মোৰ বাপ? কাহ্ন গেলে এৰাওঁ তোহোৰ সন্তাপ? অৱশো ই কীৰ্ত্তন-ঘোষাৰ নিজ পদৰ কথা-ভাঙনি বুলিব পাৰি আৰু পদ্যৰ পৰা গদ্যৰ ক্ৰমবিৱৰ্ত্তনৰ যি কাহিনী তাক ওপৰৰ গদ্য আৰু তলৰ পদ্য মিলাই চালেই বুজিব পাৰি—

গোধূলি কোনে যাইব বংশী বাই। কোনে মোক গৈয়া বুলিব আই।।
ধূলা জাৰি কাক কৰাইবোঁ স্নান। কোনে কৰিবেক গোৰস পান।।
সুন্দৰে বদনে বজায়া বেণু। প্ৰভাত কোনে চৰাইবেক ধেনু।।
কি ভৈল আজি মোৰ কৃষ্ণ বাপ। মৰিয়ো নেডাইবোঁ তোৰ সন্তাপ।।

"শ্ৰীৰাম ৰায় হৰি ৰস পায়া মায়া কৰু নিৰযান। বুলি ইয়াৰ সামৰণি মৰা হৈছে। কেলিগোপাল বা ৰাসক্ৰীড়া শঙ্কৰদেৱৰ আন এটি প্ৰখ্যাত অঙ্ক। শ্ৰীৰাম ৰায় হৰিকো পৰম ভকতি ৰসিক সুজান। কেলি গোপাল কৰাৱত নাটক কৃষ্ণ কিঙ্কৰ এহি ভাণ।। ভাগৱতৰ এই সুপ্ৰখ্যাত কাহিনী শঙ্কৰদেৱে কীৰ্ত্তন-ঘোষা আৰু দশম ভাগৱত আদিত সুকীয়া সুকীয়াকৈ ভঙাৰ পাছত এই নাটক ৰচিছে শৃঙ্গাৰ-ৰসাত্মক এই কাহিনী যে তাৰ বিপৰীত ভাৱৰহে, আগতে তাৰ আলোচনা কৰা হৈছে। কেলি-গোপালৰ সূত্ৰধাৰে সতৰ্কতা ঘোষিলে আহে লোকাই পেখু পেখু। অজ্ঞানী অনাচাৰী গোপীসব কামভাৱে কেৱল কৃষ্ণচৰণ চিন্তি ততকালে পৰম গতি পাৱল। হৰি ভকতিক মহিমা কি কহব? ইহ্য জানি নিৰন্তৰে হৰি বোল হৰি বোল।" আৰো যো পৰমেশ্বৰ শ্ৰীকৃষ্ণ, ব্ৰহ্মা ৰুদ্ৰাদি যাকৰ পদ পঙ্কজ সদায়ে সেৱত ঐচন জগত গুৰুক বামাচাৰী অনাচাৰী গোপ-নাৰী কাম ভকতিয়ে কণ্য কয়ল। হৰি ভকতিক মহিমা কিও কহব? 'আহে লোকাই দেখু, দেখু। যাহেক চৰণ ব্ৰহ্মা ৰুদ্ৰ সাৱধানে ধৰয় সোহি পৰমেশ্বৰ অজ্ঞানী অনাচাৰী গোপ-নাৰী কেশৱ সহিতে কাম-কেলি কৰয় ঠিক। হৰি-ভকতিক ঐচন মহিমা। ইহ্য জানি নিৰন্তৰ হৰি বোল হৰি বোল।"

আচৰিত কথা কীৰ্ত্তন-ঘোষা দশম ভাগৱত আদি ক'তো নাথাকিলেও এই অঙ্কত ৰাধা নামে এগৰাকী বিশেষ গোপীৰ উল্লেখ আছে। কোনো বাঙ্গালী যে ৰাধাপ্ৰধান বঙ্গীয় বৈষ্ণৱ ধৰ্ম্মৰ লগত ৰাধাবৰ্জিত অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ বিশেষ

ছেদ-ৰেখা এয়ে । তদুপৰি মহাভাৰত কিম্বা হৰিবংশ বিষ্ণুপুৰাণ আদি মূল কৃষ্ণ-চৰিত থকা কোনো ঘাই পুথিত ৰাধাৰ নাম নাই, প্ৰায় একাদশ শতিকাৰ অৰ্বাচীন ব্ৰহ্ম বৈৱৰ্ত্ত পুৰাণ এখনত প্ৰথমতে এই ৰাধাৰ অৱতাৰণা আৰু তাকে জয়দেৱ বিদ্যাপতি চণ্ডীদাস আদি কবিসকলে টনা-আজোৰা কৰি সহজীয়া বা পৰকীয়া প্ৰেমৰ এই কাহিনীৰ লগত কৃষ্ণ চৰিত সাঙুৰি পেলালে। ভাগৱতৰ ৰাস পঞ্চাধ্যায়ৰ ভিতৰত এঠাইত কৃষ্ণ বিৰহত গোপীসকল উন্মত্ত হৈ ফুৰোঁতে ৰাতি হাবিৰ মাজত ভ্ৰমাত্মক মূৰ আৰু ঈৰ্ষাজনিত চকুৰে কৃষ্ণই কোনোবা এজনী গোপীক পলুৱাই নিয়া খোজৰ চিন দেখি অনায়াৰাধিতো কৃষ্ণ ভগৱান হৰিৰীশ্বৰ বুলি সেই কাল্পনিক গোপীৰ ভাগ্যক খিয়াল কৰিছিল বুলিছে আৰু এই অনয়াৰাধিতো শব্দৰ পাবতে ৰাধা বা ৰাধিকা গজি উঠাৰ ফলত মূল ভাগৱতত ঘুণাক্ষৰেও নথকাতো সহজ-ৰসিক পণ্ডিতসকলৰ টীকা টিপ্পনিত কৃষ্ণক পিছলৈ ঠেলিও ৰাধা আগ বাঢি আহিল। সি যি হওক সৌভাগ্যক্ৰমে অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ ওপৰত ইয়াৰ অস্বাস্থ্যকৰ প্ৰভাৱ কেতিয়াও পৰা নাই, কেলি গোপালত উপৰুৱা ৰসসৃষ্টিৰ বাহিৰে কোনো মূল কথাত ৰাধা সোমাৱা নাই নিশ্চয়।

**ৰুক্মিণীহৰণ** সৰবৰহী বিষয়তো শঙ্কৰদেৱে এখন সুকীয়া কাব্য আৰু ভাগৱতৰ পদ ভাঙনিত বৰ্ণনা দিও হেঁপাহ নপলোৱাত, আকৌ এই অঙ্ক ৰচে—

"শ্ৰীৰাম ৰায় ভকত সুজান । কৰাৱত কৃষ্ণ নাট নিৰমাণ।।
ৰুক্মিণীহৰণ নাট প্ৰধান। কৃষ্ণ-কিঙ্কৰ এহি শঙ্কৰ ভাণ।।

আন কেৱল নাটৰ দৰেই ইয়াৰ অঙ্কীয়া কাৰুকাৰ্য্য আৰু ব্ৰজবুলি মিহলি অসমীয়া গদ্য অতি বিতোপন কিন্তু ইয়াত আমি যথাক্ৰমে শঙ্কৰদেৱে ৰচি ভাটৰ মুখত দিয়া ৰুক্মিণী আৰু কৃষ্ণৰ অনুপম বৰ্ণনা দুটি আৰু সুগাইন পদ্যত দিয়া ৰুক্মিণীৰ প্ৰেম-নিৱেদনৰ পত্ৰখনিৰহে বিশেষ উদ্ধৃতি দিম—

'হামাক কুণ্ডিন নগৰী অনুপাম। আছে কন্যা এক ৰুক্মিণী নাম।।
ভীষ্মক ৰাজ নন্দিনী বৰ বালা। বাঢ়য় জিনি নৱ চান্দক কলা।।
কি কহব ৰমণীক ৰূপ প্ৰচুৰ। বয়নক পেখি চান্দ ভেলি দূৰ।।
নয়নক পেখি পাই বৰ লাজ। কয়ল ঝম্প কমল জল মাজ।।
বন্ধুলি অধিক অধৰ ৰুক কান্তি। ওতিম মোতিম দশনক পান্তি।।
সুললিত ভুজযুগ ৰতন মোলান। উৰ্ক্ক কৰিকৰ কটি ডমৰুক থান।।

নব পল্লব ৰুচি পাদ-যুগ শোহে। পেখিতে সুৰ-নৰ-মুনি মন মোহে।।
বাণী অমিয়া ৰস গুণে নোহে হীন। ৰাজকুমাৰীক বয়স নবীন।।
কতনু যতনে বিধি কয় নিৰমাণ। সোহি কন্যা হয় তোহাৰি সমান।।

সৌন্দৰ্য্য-গাম্ভীৰ্য্য কোনো গুণতে এনে বৰ্ণনা নিশ্চয় সংস্কৃততকৈ হীন নহয়। এই এঁকে মধুৰতাৰেই কৃষ্ণৰ ৰূপ বৰ্ণনা।—

শুন শুন ৰুক্মিণী মাই। কৃষ্ণ গুণ কহনু নযায়।।
মুখ ইন্দু কোটি পৰ কাশ। দশন মোতিম মন্দ হাস।।
নয়ন পঙ্কজ নব পাতা। কৰ তল উৎপল ৰাতা।।
মদনক ধনু ভ্ৰূৰ ভঙ্গ। ভুজ যুগ বলিত ভুজঙ্গ।।
বহুল বক্ষ সিংহ বন্ধ ত্ৰিবলি বলিত কটি কন্ধ।।
উৰু কৰিকৰ অৱভাস। মৃদু পদ পঙ্কজ বিকাশ।।
নখচয় চান্দক পান্তি। পদতলে আৰকত ভান্তি।।
ধ্বজ বজ্ৰঅঙ্কুশ শোহে। পেখিয়ে ত্ৰিভুবন মোহে।।
অভিনব তৰুণ মূৰতি। কি কহব ৰূপক বিভূতি।।
গতি গম্ভীৰ মৃগৰাজ। কোটী মদন হেৰি লাজ।।
তুহুঁ নব তৰুণী প্ৰধান। সো হৰি নবীন যুবান।।
দুহুঁ এক বয়স সমান। কয়লি বিধি নিৰমাণ।।
ভুবন নিৰূপম ৰূপ। শুন ধনি বচন স্বৰূপ।।
যব তব পতি সোহি হুই। সফল জনম তেৰে তুই।।"

বেদনিধিৰ হাতে কৃষ্ণলৈ পঠোৱা ৰুক্মিণীৰ প্ৰেম পত্ৰৰ গদ্যও বিচক্ষণ— স্বস্তি শ্ৰীপৰমেশ্বৰ সকল সুৰাসুৰবন্দিতপাদপদ্ম প্ৰপন্নজনতাৰণ শ্ৰীশ্ৰীকৃষ্ণচৰণ সাৰাজেষু। ৰুক্মিণ্যা সহস্ৰ প্ৰণাম লিখনম শিৰমিহ নিবেদনঞ্চ।। হে স্বামি! ভিক্ষুক মুখে তব গুণ-ৰূপ শুনিয়ে কায়-বাক্য মনে তোহ্মক পতিভাৱে বৰইছি। তথি পাছ শিশুপাল হামাক বিবাহ কৰিতে আৱল থিক। যৈচে সিংহক ভাগ নিতে শৃগাল আসয় থিক। তাহে দেখিয়ে ভয়ে দণ্ডে যুগ যাই। জানি হামু নিজ দাসীক সত্বৰে নেব আনিয়া স্বামী!। যব বোলা তোহ্মো অন্তেৰপুৰে ৰহ, কোন পৰকাৰে ভেট পাৱব তথি উপায় কহোঁ। হে নাথ! তা শুনহ। বিবাহক পূৰ্ব্ব দিৱস ভৱানীক মঠ চলব। সে সময় হামাক ধৰি নিয়ে যায়।। যব তোহোঁ হেলা কৰি হামাক নাহি নেবব, তব তোহাত বধ দিয়ে হামো প্ৰাণ ছাড়ব। পাপী শিশু

পালক ছাঁয়া হামো কবহো পাৰে নাহি পৰশোঁ । ওহি জানি নিজ দাসীক হে নাথ! উদ্ধৰ উদ্ধৰ। তব চৰণ-সৰোৰুহে কিং বহু লেখ্যমিতি পত্ৰমিদম।

লক্ষ্মীনাথ বেজবৰুৱাৰ মতে শঙ্কৰদেৱে কংসবধ নামে আৰু এখন অঙ্ক লিখিছিল কিন্তু চিহ্ন-যাত্ৰা আৰু জন্ম-যাত্ৰা অঙ্কৰ দৰে তাৰো উদ্ধাৰ হোৱা নাই। তাৰ পৰিবৰ্ত্তে গোপাল আতাৰ জন্ম-যাত্ৰা আৰু ৰামচৰণ ঠাকুৰৰ কংসবধ অঙ্ক পোৱা হৈছে ইয়াৰ পৰা এনে অনুমান হয়, শঙ্কৰদেৱৰ তিৰো ভাবৰ পাছতেই সেই দুই অঙ্ক উদ্ধাৰ কৰিব নোৱাৰি এই দুজন ভক্তই সেই ঠাই পূৰাইছিল। শঙ্কৰদেৱৰ নৱা আৰু শেষ আৰু অন-কৃষ্ণ বা ৰাম বিষয়ক একেখন অঙ্ক ৰাম-বিজয়। অঙ্কীয়া কাৰুকাৰ্য্য বচন চৰিত্ৰ আদি বিষয়ত অন্যান্য অঙ্কৰ সমকক্ষ হোৱাৰ দৰে ইয়াৰ সীতাৰ বৰ্ণনা ৰুক্মিনীৰ বৰ্ণনাৰ সমতুল্য।—

কি কহব ৰূপ কুমাৰীক ৰাম। কনক পুতলি তুল তন অনুপাম।।
ৰতন তিলক লোলে অলক কপোল। হেৰিয়া ভ্ৰুৱ ভঙ্গ ত্ৰিভুবন ভোল।।
দেখিয়া বদন চান্দ ভেলি লাজ। নয়ন নিৰিখি কমল জল মাজ।।
হেৰিয়া ভুজযুগ মিলিল উচচাঙ্ক। ললিত মৃণাল মজল জল পঙ্ক।।
আৰকত কৰতল মুনি মন মোহে। কনক শলাকা আঙ্গুলি কৰু শোহে।।
বন্দুলি অধিক অধৰ কৰু কান্তি। দাড়িম্ব নিবিৰ বীজ দন্ত পান্তি।।
ঈষৎ হাসে মদন মোহ জয়। নাসা তিল ফুল কমলিনীময়।।
নব যৌবন স্তন বদৰী প্ৰমাণ। উৰু কৰিকৰ কটি ডম্বৰুক থান।।
পদ-পল্লব নব পঙ্কজ কান্তি। চম্পক পাপড়ি আঙ্গুলক পান্তি।।
নখচয় চাৰু চান্দ প্ৰকাশ। লাহ লাহ মত্ত গজ গমন বিলাস।।
কতনো লাবণ্যে বিধি নিৰমিল জানি। কোকিল নাদ অমিয়া জুৰে বাণী।।
তুহুঁ সুকুমাৰ ৰূপে নোহ হীন। ৰাজকুমাৰীক বয়স নবীন।।
সোহি বৰ ৰমণী ঘৰিণী যৱ হুই। তব গৃহ-বাস সম্ফল তব হুই।।”

ৰামৰ ৰূপ বৰ্ণনাও ঠিক এইদৰে ৰামৰ নহয় কৃষ্ণৰ ৰূপ-বৰ্ণনাৰ সমকক্ষ —

শুন সখী বচন স্বৰূপ। কি কহব ৰামক ৰূপ।।
শ্যাম মূৰতি পীতবাস। ঘনে যৈসে বিজুৰী বিকাশ।।
মস্তকে ছত্ৰক বেশ। নীল আকুঞ্চিত কেশ।।
ৰুচিকৰ কৰ্ণ অতুল। নাসা নীল তিল ফুল।।
বদন ইন্দু পৰকাশ অৰুণ অধৰ মন্দ হাস।।

ঘন দশনক পান্তি। মাণিক ঝিকমিক কান্তি।।
মদনক ধনু ভ্রুৱ-ভঙ্গ। ভুজ জঙ্ঘা বহুত ভুজঙ্গ।।
নয়ন পঙ্কজ নৱ পাতা। কৰতল উৎপল ৰাতা।।
আঙ্গুলি ললিত অমূল। নখচয চন্দ্রক তুল।।
সুন্দৰ উদৰ কটি-বন্ধ। শোহে সিংহ বন্ধ কন্ধ।
উৰু কৰিকৰ নিৰুপম। চৰণ কমল কেশ শ্যাম।।
পদতল ৰাতুল কান্তি। ধ্বজ যব পঙ্কজ পান্তি।
মনুষ্যে ঐচন ৰূপ। নহি শুনি কহিলোঁ স্বৰূপ।।
নবীন বয়স সুকুমাৰ। ভেলি নাৰায়ণ অৱতাৰ।।
কিনো ভেলি ভাগ্য তোহাৰি। তুহু নৱ তৰুণী কুমাৰী।।
বিধি মিলাৱন্ত আনি। তেৰি মনোৰথ জানি।।

অঙ্কৰ আলোচনা আৰু এটি কথা উনুকিয়ায়ে সামৰিব লাগিল। অসমীয়া অঙ্ক আৰু ভাৱনা জন্মাৰ পাঁচ-ছকুৰি বছৰৰ পাছতহে যে স্বয় ই লণ্ডতো নাট আৰু নাটশালৰ জন্ম হৈছিল তাক বিশেষভাৱে উল্লেখ কৰা হৈছে ভাৰতবৰ্ষৰ যে কথাই নাই। যিবিলাক সমালোচনাহীন সমালোচকে শঙ্কৰদেৱে উনৈশ বছৰ বয়সত ক'তো নেদেখাকৈ এনে এটা অভিনৱ বস্তু কেনেকৈ পাব বুলি প্ৰায় সমসাময়িক গুৰু চৰিতৰ কথা মানিবলৈ টান পাই অৰ্বাচীন মনে গঢ়া চৰিতৰ আশ্ৰয় লৈ তাক শঙ্কৰদেৱৰ তীৰ্থ ভ্ৰমণৰ পিছলৈ আনিব খোজে তেওঁলোকে এইটোলৈ চকু দিয়া উচিত। শঙ্কৰদেৱৰ অঙ্কৰ 'সূত্ৰধাৰ' সংস্কৃত নাটকৰ সূত্ৰধাৰো নহয় ই শঙ্কৰদেৱৰ 'নৱনৱোন্মেষশালিনী বুদ্ধি' প্ৰতিভাৰ অভিনৱ সৃষ্টি। সংস্কৃত 'ভাণ' এক অঙ্কীয়া নাটক হলেও শঙ্কৰদেৱৰ অঙ্ক তাৰ অনুকৰণো নহয় গ্ৰীক নাটৰ ঘোষাও স্তুপীকৃত হৈ শঙ্কৰদেৱৰ সূত্ৰধাৰ হোৱা নাই। ১৪৬৮ ৰ পৰা একুৰি বছৰ কিয় কেইবা কুৰি বা কেইবা শ বছৰ পিছুৱাই আনিও অঙ্কৰ বাবে শঙ্কৰদেৱকো ক'তো ঋণী কৰিব নোৱাৰি নিশ্চয়।

অঙ্ক আৰু পদ্যৰ দৰেই "বৰগীত"-বোৰো শঙ্কৰদেৱৰ দিগন্তপ্ৰসাৰী প্ৰতিভাৰ আন এটি অপূৰ্ব সৃষ্টি। শঙ্কৰদেৱৰ প্ৰায় ৬০০।৭০০ বছৰৰ আগৰ বৌদ্ধ দোহাবোৰত ৰাগ-বন্ধা নাতি-দীৰ্ঘ পদৰূপে শঙ্কৰদেৱৰ সামান্য পূৰ্ববৰ্তীভাৱে বিদ্যাপতি-চণ্ডীদাসৰ ৰাধাকৃষ্ণৰ নামৰ প্ৰেম-গীতবোৰত তেনে ৰচনা স্বৰূপে আন নালাগে সমসাময়িক মনকৰ-দুৰ্গাবৰ আদি অসমীয়া কবিৰ সুৰ-বন্ধা মনসা গীত

আৰু ৰামায়ণ গীতবোৰতো বৰগীতৰ বাহ্যিক অনুৰূপ-দেখিবলৈ পোৱা হয় কিন্তু যি যি গুণৰ সমন্বয় হলে বৰগীত হয় তেনে গুণৰ সমন্বয় সেইবোৰত কিয় শঙ্কৰদেৱ-মাধৱদেৱ-সকলৰ নিজ ৰচনাৰ আন আন গীতত নোহোৱা বাবে অঙ্কীয়া গীত আদি যেই সেই গীতক বৰগীত বোলা নহয়।—

'কানাইৰ ৰূপৰ উপমাৰ কিবা ক্ষেম। একপুঞ্জ হয়া আছে গোপিনীৰ প্ৰেম।।
সকল জগতে বোলে কানাই কালীয়া। কালা নোহে শ্যামৰূপ ধৰিছে অমিয়া।।

বৰগীতবোৰৰ বিষয়েও যেন এই কথাকেই কব পাৰি শঙ্কৰ-মাধৱসকলৰ পুঞ্জীভূত ভক্তিপ্ৰসূত কল্পনাৰ ভাব ভাষা আৰু সুৰেই যেন মূৰ্ত্তি ধৰি এবোটি বৰগীত হৈছে। শঙ্কৰদেৱৰ সমসাময়িক বা পূৰ্ববৰ্তী কবিসকলৰ গীত মাত আৰু ভাব ভাষাতকৈ শ্ৰেষ্ঠ জানি সেইবোৰৰ বিপৰীতে এইবোৰক শ্ৰেষ্ঠ গীত বা বৰগীত বোলা হৈছিল বুলিলেও সেই খুত থাকি যায় কিয়নো বাহুল্যভাৱেই বৈষ্ণৱ কবিসকলৰ সকলো গীত পদ-ৰচনা সেইবোৰতকৈ ওপৰ কিন্তু সেই আটাইবোৰকে বৰগীত বোলা নহয় নিশ্চয়।

'বাৰ কুৰি বৰগীত তেৰ কুৰি ফকৰা বুলি এটা কথা সদায় চলিত আছে, আৰু এখন গুৰু-চৰিতৰ মতে শঙ্কৰদেৱেই অকলে 'বাৰ কুৰি বৰগীত লিখিছিল বৰপেটাৰ কমলা গায়ন নামে ভকত এজনে আওৰাবলৈ বুলি শঙ্কৰদেৱৰ পৰা সম্পূৰ্ণ বৰগীতৰ পুথিখন নি বাহ্যত থওতে চতমহীয়া বন জুয়ে ঘৰ পোৰাত লগতে তাকো পুৰিলে। গুৰুজনে খেদকৈ বোলে বটাৰ পো অনেক শ্ৰমকৈ গীতখানি কৈলো পুইলে। গীত কিছু কৰ্বা আমি নকৰোঁ। এই নিৰ্দেশ মতেই মাধৱদেৱে ন কুৰি এঘাৰটা বৰগীত ৰচিলে যদিও তাকো সম্পূৰ্ণকৈ পোৱা নহয়। শঙ্কৰদেৱৰ নিজ ৰচনাৰ বৰগীত একুৰি চৈধ্যটি বৰ্ত্তমান পোৱা হয় এই বৰ গীতবোৰ আৰু মাধৱদেৱৰো ভালেখিনি বৰগীত বিভিন্ন উপলক্ষত ৰচা বুলি নানা কথা চলিত আছে আৰু তেনে মতত বহুত অমিলো আছে। উদাহৰণ স্বৰূপে শঙ্কৰদেৱৰ পাৱে পৰি হৰি কৰোঁহো কাতৰি প্ৰাণ ৰাখবি মোৰ" বৰগীতটি শঙ্কৰদেৱে নিজ তিৰোভাৱৰ কালত লিখা বুলি কোনো কোনোৱে কব খোজে মৃত্যুৰ ভয়ত "প্ৰাণ ৰাখবি মোৰ বুলি কলে শঙ্কৰদেৱৰ মহাপুৰুষত্ব আৰু সকলো শিক্ষা-প্ৰচাৰৰ মূল্য মৰ্য্যাদাই বা থাকিল ক'ত? আনসকলে কয় বৰপুত্ৰেক ওপজোঁতে শঙ্কৰদেৱে এই বৰগীত ৰচিছিল ই স্বাভাৱিক আৰু বুদ্ধদেৱে পুত্ৰ ওপজোঁতে "ৰাহুলো জাতঃ বন্ধনং জাতম" পুত্ৰ উপজিলে নে বন্ধন জন্মিল, বুলি

ভাবি ভাবি মহাপ্ৰব্ৰজ্যাত বনৰ ফালে ওলাই যোৱাৰ পৰে শঙ্কৰদেৱৰো তেনে ভাব হোৱা সম্পূৰ্ণ সম্ভৱপৰ। গতিকে তেনে কিম্বদন্তী বা উপলক্ষৰ নিৰ্দেশ নকৰাকৈ বৰগীতৰ পৰা তাৰ সাধাৰণ লক্ষণ বুজিবলৈ চোৱা সমীচীন হব।

**বাগ আশোৱাৰী**

শুন শুন ৰে সুৰ-বৈৰী প্ৰমাণা নিশাচৰ-নাশনিদানা।
ৰাম-নাম যম সমৰক সাজি সমদলে কয়লি পয়ানা। ধ্ৰু।

ঠাট প্ৰকট পটু কোটি কোটি কপি গিৰি গৰ গৰ পদ ঘাৱে।
বাৰিধি তৰি তৰি কৰে গুৰুতৰ গিৰি ধৰি ধৰি সমৰক ধাৱে।।
হাট-ঘাট কহ বাট বিয়াপি চৌগড়ে বেঢ়লি লঙ্কা।
গুৰু ঘন ঘন ঘোষ ঘৰিষণ গৰ্জ্জন শ্ৰৱণে জনময় শঙ্কা।।
ধীৰ বীৰ শূৰ শেখৰ ৰাঘৱ তুৱা উপৰি ঝম্পে।
সুৰ-নৰ কিন্নৰ ফণধৰ থৰথৰ মহীধৰ তৰসি প্ৰকাম্পে।।
অন্ধ মুগুধ দশকন্ধ পাপ বুধ জানকী শিৰত চড়ায়।
ৰঘুপতি পদবৰ ধৰ ৰজনীচৰ শঙ্কৰ কহতু উপায়।।

ই বৃত্তান্তৰ ভিতৰেদি উপদেশ দিয়া বৰগীতৰ নিদৰ্শন। অলঙ্কাৰ শাস্ত্ৰৰ কালৰ পৰা ইয়াৰ অক্ষৰানুপ্ৰাস ধ্বন্যানুপ্ৰাস ব্যঞ্জনা আদিৰ সৌন্দৰ্য্য মন কৰিবৰ লগীয়া।

বাগ ধনশ্ৰী

নাৰায়ণ, কাহে ভকতি কৰো তেৰা।

যেৰি পামৰ জন মাধৱ ঘন ঘন ডাকুক পাপ নাহোৱা। ধ্ৰুং।
যত জীৱ জংগম কীট পতংগম অগ নগ জগ তেৰি কায়া।
সবকহু মাৰি পূৰত উহি উদৰ নাহি কৰত তুহু দায়া।।
ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ যৈচন গগন বিয়াপি।
নিন্দাবাদ পৈশুন্য হিংসা হৰি, তেৰি কৰথো হামু পাপী।।
কাকু শঙ্কৰ কম কৰথো কৰুণা নাথ! যোন নাহাৰথো ৰাম বাণী
সব অপৰাধক বাধক তুৱা নাম তাহে শৰণ লোথো জানি।।

ই তত্ত্বমূলক বৰগীতৰ নিদৰ্শন আৰু শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদৰ প্ৰকাশ। ৰাধাপ্ৰধান বঙ্গীয় বৈষ্ণৱ ধৰ্ম্মৰ মধুৰ বা স্বামী-স্ত্ৰী ভাবৰ পৰিবৰ্ত্তে শঙ্কৰদেৱৰ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মত আৰু বৰগীতত দাস্য বা প্ৰভু-ভৃত্য ভাবেই প্ৰধান। তদুপৰি বৰগীতবিলাক কিছুমান ৰাগত বন্ধা ৰাগিনীৰ লেশ মাত্ৰ নাই, ছনেটৰ যেনে ভাব ছন্দ আৰু গঢ় প্ৰায় নিৰ্দ্দিষ্ট বৰগীতবোৰতো ভাষা আৰু কল্পনাৰ তেনে সংযম আৰু গাম্ভীৰ্য্যৰ সহায়েৰে এক ঘনীভূত সৌন্দৰ্য্যৰ সৃষ্টি কৰা দেখিবলৈ পোৱা হয়।

অঙ্ক আৰু বৰগীতৰ ব্ৰজবুলি ব্যৱহাৰ সম্পৰ্কে এটি কথাৰ উল্লেখ কৰিব লাগিব। কীৰ্ত্তন ঘোষা আদি কাব্য আৰু শঙ্কৰদেৱৰ তীৰ্থ পৰ্যটনৰ পূৰ্বৰ কোনো ৰচনাতে ব্ৰজবুলিৰ ব্যৱহাৰ দেখিবলৈ পোৱা নহয় গতিকে ব্ৰজবুলিৰ ব্যৱহাৰ নিশ্চয় উত্তৰ-তীৰ্থপৰ্যটন কালৰ বিদ্যাপতি আদিৰ মৈথিলী গীতৰ প্ৰেৰণাৰ ফল বুলিবই লাগিব। স্বৰূপতে আধুনিকতম গৱেষণা অনুসৰি মৈথিলীৰ আদিযুগ ১৩০০ খৃ'ৰ পৰা ধৰিলেও বিদ্যাপতি ঠাকুৰৰ প্ৰভাৱেৰে ১৪০০ খৃ ৰ পৰাহে মৈথিলী সাহিত্যই প্ৰাণ পায় । বিদ্যাপতি(১৩৬০ ১৪৪৮ খৃ ) শঙ্কৰদেৱৰ ( ১৪৪৯ ১৫৬৮ খৃ )পূৰ্ববৰ্ত্তী নিশ্চয় তদুপৰি কবীৰ (জন্ম ১৩৯৯ খৃ ) চণ্ডীদাস (জন্ম ১৪১৮ খৃ ) আৰু সুৰদাস (জন্ম ১৪৩৫ খৃ ) আদিৰ বাহিৰে মীৰাবাই (জন্ম ১৪৯৭ খৃ ) তুলসীদাস ( জন্ম ১৫৪০ খৃ ) আদি উত্তৰ ভাৰতৰ বিখ্যাত গায়ক-কবিসকল শঙ্কৰদেৱৰ পাছৰ আৰু তেওঁলোকৰ ভাষাও হিন্দীহে, ব্ৰজবুলি নহয়। বিদ্যাপতিৰ প্ৰেৰণাও তেওঁৰ গীতৰ ব্ৰজবুলিৰ মোহৰ বাহিৰে একো নাছিল বাস্তৱতে গ্ৰীয়াৰ্ছনেও বিদ্যাপতিৰ গীতবোৰক ভজন আখ্যা দি পোনতে ভুল কৰিছিল। বিদ্যাপতিয়ে একালত অভিনৱ জয়দেৱ নাম পাইছিল কিয়নো জয়দেৱে বাৎসায়নৰ কামসূত্ৰ আদিকে আনি পুৰাণ-সূৰ্য্য ভাগৱতৰ কৃষ্ণ গোপী কাহিনীও এৰি অৰ্বাচীন ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ ৰাধা-কৃষ্ণৰ সহজীয়া কাহিনী লৈ তেওঁৰ গীত গোবিন্দ" কাব্য ৰচিছিল আৰু বিদ্যাপতিয়ে ভাগৱত ব্ৰহ্মবৈৱৰ্ত্ত উভয়কে এৰি ' গীত গোবিন্দ 'ৰ প্ৰেৰণাতহে তেওঁৰ কৃষ্ণ-বিষয়ক গীতবোৰ লিখিছিল। তদুপৰি বিদ্যাপতি ধৰ্ম্মমতত্তো বৈষ্ণৱ নাছিল আৰু জয়দেৱৰ গীত-গোবিন্দ ' কাব্যতো "গীত" হে আছে, "গোবিন্দ" নাই।

শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্ম গীতা ভাগৱতৰ নিশুদ্ধ-নিপানী একশৰণ বৈষ্ণৱ মত বুলি আগতে দেখুৱাই হৈছে; গতিকে এই বিদ্যাপতি বা মৈথিলী প্ৰভাৱ

অসমীয়া বৈষ্ণৱ সাহিত্যৰ মাখিছালৰ তললৈও যোৱা নাই। বৰগীত আৰু অঙ্কীয়া নাটত ব্ৰজবুলিৰ ব্যৱহাৰৰ বাবেই তীৰ্থ-ভ্ৰমণত সেইবোৰ দেখি আহি সেই সাঁচত অসমীয়া নাটক ঢালিছিল বোলাসকলে নিশ্চয় মিথিলা আৰু অসমৰ ঐতিহাসিক তথ্যবোৰ তুলনামূলকভাৱে নাচাইহে তেনেদৰে কব পাৰে। মৈথিলী সাহিত্যৰ যশস্বী বুৰঞ্জী লেখক জয়কান্ত মিশ্ৰই নিজে দেখুৱাইছে, অসমীয়া বৰগীতত মৈথিলী গীতৰ দৰে ৰাগৰ উল্লেখ ভণিতা ধ্ৰুপদ আৰু কৃষ্ণ-কাহিনী আছে কিন্তু মধুৰ বা পতি পত্নী ভাৱপ্ৰধান মৈথিলীৰ কৃষ্ণগীত আৰু সেই মধুৰ ভাববৰ্জিত দাস্যভক্তি-প্ৰধান অসমীয়াৰ বৰগীতৰ শাহ দুইটা সম্পূৰ্ণ সুকীয়া বস্তু। তদুপৰি ৰাগ বন্ধা ভণিতা আৰু ধ্ৰুপদ থকা গীত অকল মৈথিলীতে নাই, তাৰ ৭০০।৮০০ বছৰৰ আগৰ বৌদ্ধ দোহা আৰু সমসাময়িক অসমীয়া দুৰ্গাবৰৰ গীত .এতো আছে। আকৌ শঙ্কৰদেৱৰ পাৰিজাত হৰণ আৰু মৈথিলী কবি উমাপতিৰ পাৰিজাত হৰণ নাম দুটাৰ মিল দেখিয়েই উটনুৱা সমালোচকে শঙ্কৰদেৱে মিথিলাৰ নাটকৰ নকল বা অনুকৰণ কৰা বুলি টপৰাই কব খোজে কিন্তু এই নাটক দুখন নিজ চকুৰে চাওতাসকলে দেখিব যে পৌৰাণিক নাটক স্বৰূপে পলসত একে হলেও আকৌ এই দুখন নাটক শাহত সম্পূৰ্ণ সুকীয়া। য'ত শঙ্কৰদেৱে ভক্তৰ মনোবাঞ্ছা-সিদ্ধিত নিজ অঙ্কৰ সামৰণি মাৰিছে, ত'ত উমাপতিয়ে সতিনী-অঁহীয়া কৃষ্ণ আৰু সতিনী-লাগিনী সত্যভামাৰ কাজিয়া পেচাল লগাই ৰং পাইছে গতিকে উমা পতিৰ ওপৰত শঙ্কৰদেৱৰ মৌলিকত্ব আৰু শ্ৰেষ্ঠত্ব মৈথিলী বুৰঞ্জী লেখকেও মানি লবলৈ বাধ্য হৈছে।

কিন্তু আমি মূলতে মৈথিলী নাটকৰ আঁতি গুৰিকে নিবিচাৰোঁনেকি কিয়? আধুনিকতম গবেষণা মতে বিদ্যাপতিৰ গোৰক্ষবিজয় প্ৰথম মৈথিলী নাটক, আৰু ইয়াক মিথিলাৰ ৰজা শিৱসিংহৰ (? ১৪১২ ১৪২৯ খৃঃ) আদেশত লিখা হৈছিল এই নাটকৰ বচন আদি সকলো সংস্কৃত অকল গীতখিনি মৈথিলীত ৰচা বুলিয়েই ইয়াক সংস্কৃত নুবুলি মৈথিলী নাটক বোলা হয়। দ্বিতীয় মৈথিলী নাটক "নলচৰিত"ৰ লেখক গোবিন্দ প্ৰায় ১৬৪০ খৃঃৰ নাট্যকাৰ এই নাটকৰো বচন আদি সংস্কৃত আৰু প্ৰাকৃতত, কেৱল গীতখিনিহে মৈথিলীত ৰচা। "পাৰিজাত হৰণ"ৰ নাট্যকাৰ উমাপতি মিথিলাৰ ৰজা নৰপতি ঠাকুৰ (১৬৯২ ৯৩—১৭০৩-০৪ খৃঃ) আৰু ৰাঘৱসিংহৰ ৰাজত্বৰ লেখক আৰু মৈথিলী "কীৰ্ত্তনীয়া" নাট্যকাৰৰ এওঁকে মুখপত্ৰ বুলিও ভবা হয়। তেন্তে প্ৰথম মৈথিলী নাট্যকাৰ

বিদ্যাপতিৰ বাহিৰে দ্বিতীয় আৰু তৃতীয় মৈথিলী নাট্যকাৰ গোবিন্দ আৰু উমাপতি শঙ্কৰদেৱতকৈ যথাক্ৰমে প্ৰায় এশ আৰু দেঢ়শ বছৰৰ পাছৰ আৰু সিমান পাছৰ হৈও তেওঁলোকৰ নাটকত গীতবোৰহে মৈথিলীত বচন প্ৰাকৃতত আৰু পদবোৰ সংস্কৃতত।

মৈথিলী বুৰঞ্জীলেখকে সৈ কাঢ়িছে উষাহৰণ পাৰিজাতহৰণ ৰুক্মিণীহৰণ আদি মৈথিলী হৰণ নাটবোৰ আৰু তাৰ কৃষ্ণলীলা বৰ্ণন নিশ্চয় মৈথিলী সাহিত্যৰ অলপ শেহতীয়া কাহিনী তেও স্পষ্টভাৱে কয় বঙ্গ আৰু অসমৰ 'যাত্ৰা আৰু কীৰ্ত্তন'ৰ লগত অন্তত ইয়াৰ এই নামকৰণতো ছাঁ পৰিব পায়। অসমীয়া নাট আৰু ভাৱনাৰ এশ দেঢ়শ বছৰৰ পাছৰ এই কীৰ্ত্তনীয়া মৈথিলী নাটকৰ অভিনয় অসমীয়া ভাৱনা'ৰ দৰেই নিশা অভিনীত হয় সাধাৰণ ঠাই এডোখৰেই তাৰ ৰঙ্গমঞ্চ নান্দীপাঠৰ পাছতে সূত্ৰধাৰ ওলায় সুধীসমাজৰ পৰা সৰ্ব্বসাধাৰণলোকে আটায়েই ইয়াৰ দৰ্শক আৰু নায়ক নায়িকা সখীসকল বিদূষক আদিয়েই কীৰ্ত্তনীয়া নাটকৰ ঘাই ভাৱৰীয়া আৰু এই ভাৱৰীয়াসকলৰ সাজ পাৰৰ বৰ্ণনাত পাদুকা পাগ আদি ব্যৱহাৰৰ পৰা অসমীয়া ভাৱৰীয়া ঘাইকৈ সূত্ৰধাৰৰ সাজ-পাৰলৈ ঘনাই মনত পৰে। নীচাম্বিকা ভাৱেৰে অসমে মিথিলাৰ পৰা সেইবোৰ ধাৰ কৰা বুলিলেও নিশ্চয় অনৈতিহাসিক দোষত দুষ্ট হব লাগিব কিন্তু মৈথিলী বুৰঞ্জী-লেখকে নিজে সূচোৱাৰ দৰে সেই যুগৰ মিথিলাই শঙ্কৰদেৱৰ অসমৰ পৰা নিয়া বুলিলেহে সি অৱশ্যে যুক্তিসঙ্গত হয়। তদুপৰি ঐতিহাসিক আৰু ভৌগোলিক বিচাৰতো শঙ্কৰদেৱে ব্ৰজবুলি ব্যৱহাৰ কৰাত বিশেষ আচৰিত হবৰ ঠাই নাই কিয়নো অসম একালত মিথিলাৰ সীমামূৰীয়া দেশ আছিল আৰু প্ৰাক্‌ঐতিহাসিক কালৰ পৰা দুই দেশৰ মাজত সংস্কৃতিৰ যথেষ্ট আদান প্ৰদানো চলিছিল। হাজাৰ বাৰশ বছৰৰ আগৰ বৌদ্ধ দোহাত পোৱা ঘৰুৱা অসমীয়া মাত-কথা মিথিলায়ো তেওলোকৰ ঘৰুৱা মাত-কথা বুলি দাবী কৰে।

## মাধৱদেৱৰ জীৱনী, ধৰ্ম্মপ্ৰচাৰ আৰু নিৰ্য্যাতন

**মাধৱদেৱৰ পূৰ্ব্বপুৰুষ আৰু জন্ম সম্বন্ধে ৰামানন্দৰ সম্পূৰ্ণ বিৱৰণ**

"জন্মিলা মাধৱদেৱ কায়স্থ কুলত। আছিলন্ত পিতৃ তান বাণ্ডুকা দেশত।।
শঙ্কৰৰ মাধৱৰ বংশ যত যত। একেলগে আছিলন্ত কনৌজপুৰত।।

কমতাক যিকালত আইলা চণ্ডীবৰ। পিতৃৰ উপৰি বংশ মাধৱদেৱৰ ।।
সেহি বেলা ৰহিলন্ত বাণ্ডকা দেশত। সদাচাৰী বুলি প্ৰশংসেয় লোক যত ।।
সেহি বংশে ৰৰকণা গিৰি জন্মিলন্ত। মাধৱৰ পিতৃ তাক জগতে জানন্ত ।।
ধৈৰ্য্যৱন্ত ক্ষমাৱন্ত মহা সিদ্ধ মতি। ৰূপচন্দ্ৰ গিৰি ভৈলা তাহান সন্ততি ।।
ৰূপচন্দ্ৰ গিৰি মাতৃ গৈল পৰলোক। দেখি ৰৰকণা গিৰি পাইলা বৰ শোক ।।
বিবাহ কৰায়া আছে শ্ৰেষ্ঠ তনয়ক। বাণিজ্যক মনে আইলা আসাম দেশক ।।
জ্ঞাতি-মিত্ৰজন তথা অনেক আছয়। সিকাৰণে ৰৰদোৱাত ৰৈলা মহাশয় ।।
তৈৰ পৰা চলি গৈয়া নাৰায়ণপুৰক। বেসানি লৈ যান্ত ফুলাই বাণ্ডকা দেশক ।।
এহিমতে আয়াযাত কৰিয়া সম্প্ৰতি। কিছুমান ধন উপাৰ্জিলা মহামতি ।।
ৰৰদোৱা গ্ৰামে এক ঘৰ মনুষ্যৰ। তোৰণ কৰিলা কন্যা কায়স্থ কুলৰ ।।
বিধি চায়া বিবাহ কৰিলা অনন্তৰ। তেহে জানিবাহা মাতৃ মাধৱদেৱৰ ।।
শঙ্কৰদেৱৰ জানা উপৰি বংশৰ। সম্বন্ধ আছন্ত তাত অত্যন্ত পূৰ্ব্বৰ ।।
পুনৰপি ভাৰ্য্যা সমে যাইবাক খোজন্ত। জ্ঞাতি মিত্ৰ কুটুম্বসকলে বাধিলন্ত ।।
কামৰূপে ৰজা নাই ভৈল অৰাজক। ধন-বিত্ত কাঢ়ি লই মাৰিব প্ৰাণক ।।
এহিমতে আনন্দেও ৰহিলা তহিতি। মাধৱদেৱৰ মাতৃ ভৈলা গৰ্ভৱতী ।।
সেহি বেলা কছাৰীয়ে মাৰিলা ৰাজ্যক। পলাই গৈলা প্ৰজাগণ ঘোৰ অৰণ্যক ।।
কছাৰীয়ে মাৰিলেক পৰিল আকাল। ইহাত থাকিলে আৰু নেদেখোঁহো ভাল ।।
ভাৰ্য্যা সমন্বিতে পাছে উঠিয়া নাৱত। ৰঞ্জিলন্ত গৈয়া পাছে নাৰায়ণপুৰত ।।
বাসা কৰি ৰৈলা পাছে বালি যে গ্ৰামত। জন্মিলা মাধৱদেৱ সেহি সময়ত ।।
শুক্লা নৱমীত জানা বৈসাগ মাসত। দিবাভাগে জন্মিলন্ত দুই প্ৰহৰত ।।"

ইয়াত মাধৱদেৱৰ জন্ম-শক আদি দিয়া নাই, আন ঠাইত আছে—

চৌদ্দশ আঠাৰ অব্দে জৈষ্ঠ মাস নিশি। কৃষ্ণপক্ষ ৰবিবাৰ প্ৰতিপদ শশী ।।
সি সময়ে মাধৱদেৱ প্ৰকাশ ভৈলন্ত। সকলো প্ৰসন্ন ভৈল সিদ্ধ মুনি সন্ত ।।"

অন্যান্য বিবেচনাৰ পৰা মাধৱদেৱৰ এই জন্ম-শক ঠিক বুলিলেও জন্ম-মাস আদি বিষয়ত অমিল থাকে। তদুপৰি মাধৱদেৱৰ পিতৃ ৰৰকণা গিৰি, দীঘলপুৰীয়া গিৰি বা গোবিন্দগিৰিৰ প্ৰথমা ভাৰ্য্যা অনুচিতাৰ পুত্ৰক, ৰামানন্দ আৰু ৰামচৰণৰ মতে ৰূপচন্দ্ৰ গিৰি, কিন্তু ভূষণৰ মতে, দামোদৰ, আৰু দৈত্যাৰিয়ে " দামোদৰ নাম, ৰূপচন্দ্ৰ ভান" বুলিছে। এজন বঙালী লেখকে মাধৱদেৱৰ মাক মনোৰমাক সত্যৱতী আৰু জন্মস্থান লখীমপুৰ জিলাৰ নাৰায়ণপুৰীয়া-বালিগাঁৱক কৰাঁৱৰ

লেতুপুখুৰী (লেটেকুপুখুৰী ) বুলিছে । আকৌ মাধৱদেৱৰ জন্মৰ পূৰ্বৰ এই কছাৰী মাৰণক দৈত্যাৰিয়ে আসাম (আহোম ) মাৰণ বুলিছে। যিহওক ৰামানন্দৰ পৰাই মাধৱদেৱৰ শিক্ষা সম্পৰ্কে আৰু কিছু কথা জানিব পাৰি—

"এক দুই তিনি চাৰি ভৈল পঞ্চ ছয়। দেখিয়া পিতৃৰ বৰ আনন্দ মিলয়।।
পাছে গুৰুগৃহে শাস্ত্র পঢ়িলন্ত যত। ব্যাকৰণ পুৰাণ কাব্য কোষ ভাগৱত।।
পাছে পঢ়াইলন্ত পিতৃ কায়স্থ শাস্ত্ৰক। পণ্ডিত হুইবাক লাগি আপোন পুত্ৰক।।

কেইবছৰমান পাছতেই মাধৱদেৱৰ পিতাক ঢুকাল ভনীয়েক উৰ্বশীক হোকৰাকুচিৰ গয়াপাণিলৈ বিয়া দি বিয়াৰ ধাৰ মাৰিবলৈ বুলি বাণ্ডুকা আৰু নাৰায়ণপুৰলৈ অহা যোৱা কৰি বেপাৰত ধৰিলে। এই বেপাৰত থাকোঁতেই মৰা মুচা গ্ৰহণীত পৰিল তাৰ পৰা সকাহ পায়েই মাধৱদেৱে গোসানীলৈ দুটা পাঠা আগবঢ়াইছিল—

" লৈলন্ত বেসানি পাছে নাৱত ভৰিয়া। বাণ্ডুকা দেশক লাগি গৈলন্ত লৰিয়া।।
বিকিলা বেসানি যত আসাম দেশত। মুকুতা পোৱাল কিনি লৈলা সিঠাৱত।।
পুনৰপি প্ৰবেশিয়া নাৰাণপুৰত। বিকিলা বেসানি নিয়া উজনি দেশত।।
পুৰাতন ধাৰ যত সৱে শুজা গৈল। মূল দিয়া একশত টাকা লাভ ভৈল।।
পীড়িল গ্ৰহণী ব্যাধি আসি শৰীৰক। গুণন্ত মনত দেখি মৃত্যু-সঙ্কটক।।
ভৈল ক্ষীণ ব্যাধি দেহ কৰিল দুৰ্বল। এহিমতে দুখে-কষ্টে চাৰি মাস গৈল।।
কতো দিনে প্ৰবেশিলা আসাম দেশত। অনন্তৰে নাও ৰাখি লোহিত তীৰত।।
আছা বৃদ্ধা মাতৃ ৰামদাসৰ গৃহত। হোকোৰা-কুচীয়া গৈয়া ভৈল উপগত।।
মাধৱদেৱক পাছে মাতৃ দেখিলন্ত। মহা স্নেহ-অনুৰাগে কান্দিবে লৈলন্ত।।
ভোজন কৰিয়া পাছে ৰাত্ৰি ৰঞ্জিলন্ত। প্ৰভাতে উঠিয়া ৰামদাসক বোলন্ত।।
বেসানি কিনিবে উজনিক যাও মই। একখানি বাক্য বোলোঁ কৰিবিহি তই।।
দেৱীৰ প্ৰসাদে ভৈল কুশল আমাৰ। তালমতে পূজা মই কৰিবোঁ ইহাৰ।।
শুক্ল ছাগ দুই গোট আনি ৰাখা চাই। ৰজতৰ শৃঙ্গ মই আনিবোঁ গঢ়াই।।
এহি বুলি নাৱে গড়গাঁৱক গৈলন্ত। সমস্ত বেসানি নগৰত বেচিলন্ত।।
ৰজতৰ শৃঙ্গ দুই লৈলন্ত গঢ়াই। গৃহক লাগিয়া পাছে আসিল দুলাই।।"

ৰামচৰণত শঙ্কৰদেৱৰ সম্পৰ্কৰ বাহিৰে মাধৱদেৱৰ বিশেষ বিৱৰণ নাই, আৰু শঙ্কৰ-মাধৱৰ মিলন সম্পৰ্কত তুকাৰ পদ ৰামচৰণৰ (২১২৪-৮৬) লগত

হুবহু একে। দৈত্যাৰিয়ে ৰামানন্দৰ দৰেই,মাত্ৰ অলপ বিশেষভাৱে মাধৱ-দেৱৰ বিৱৰণ দিছে, যেনে শিক্ষা বিষয়ত—

"কতো দিনা মানে আছে সেহি থানে বুঢ়া আতা আনন্দত।
মাধৱ দেৱক পঢ়াইলা সমস্ত কায়স্থিকা বৃত্তি যত।।
আনো শাস্ত্ৰ যত পঢ়াইলা সমস্ত গদ্য পদ্য সংস্কৃত।
ন্যায় তৰ্ক নীতি শিখাইলা সম্প্ৰতি আনো যত কৰ্ম্ম নিত্য।।"২১৩।

দৈত্যাৰিৰ মতে মাকৰ নৰিয়াৰ বাবেহে পাঠা আগবঢ়োৱা হৈছিল। সি যি হওক বৰ্ত্তমান মাজুলিৰ আহতগুৰিৰ ওচৰৰ ধুঞাহাট বা বেলগুৰিত শঙ্কৰ দেৱ থকা কালত মাধৱদেৱৰ যিদৰে দেখা হ'ল তাক আটাইকেইজন চৰিত-লেখকে বিত্তোপনকৈ বৰ্ণাইছে। ৰামচৰণৰ মতে পাঠা কিনিবলৈ গৈ ৰামদাসে শঙ্কৰ দেৱৰ পৰা এই শিক্ষা পাই ঘূৰি আহে,——

"দেৱী পূজা কৰে যিটো কাটি হাঁস-ছাগ। অন্তকালে সিটো অস্ত্ৰ ধৰি লবে লাগ।।
কাটি-ছিণ্ডি লবে প্ৰাণ ঘাড়ক মোহাৰি। যাতনা ভুঞ্জিবে লাগে জীয়ে মৰি মৰি।।
যি কাৰ্য্যে কাটিলা বলি ফলো নপাৱয়। কিঞ্চিতেক ছিদ্ৰে তাক বিনাশ কৰয়।।
চিৰকাল ভুঞ্জি মৰে ঘোৰ নৰকক। যিটো জনে চাহে আপোনাৰ কুশলক।।
কৃষ্ণক ভজিয়া সুখে তৰোক সংসাৰ। আত পৰে জীৱৰ কুশল নাহি আৰ।।"

মাধৱদেৱে ৰামদাসৰ মুখে এনে যুক্তি শুনি দৈত্যাৰিৰ মতে তৰ্কত—

ৰামদাসে বোলন্ত কৰিবা পাঠা কিবা। পৰলোকে সিটো কাটে যাক কাটে যিবা।।
তেহে বুলিলন্ত পাঠা কিনিবো কিসক। কিবা কাৰ্য্য আছে ইটো বিনাশী ধৰ্ম্মক।।
কি কাৰণে পৰ জীৱ হত কৰা বৃথা। মাধৱে বোলন্ত কৈত পাইলা ইটো কথা।।
এতে দিনে ইটো কথা নুশুনিলোঁ আমি। আয়ে কৈব পৰা আক তেৰাইলা তুমি।।
এৰিয়া ভাতৰ গ্ৰাস দুইবো এহি বাদ। দেখাই নানা শাস্ত্ৰ কৰে মাধৱে উন্মাদ।
ৰামদাসে বোলে কৰি মনত আনন্দ। তুমি-আমি অকাৰণে কৰোঁ কেনে দ্বন্দ।।
ভাত খাই উঠা কাণ্টে তুমি-আমি যাওঁ। যাত শুনি আথোঁ আমা তাহাক দেখাওঁ।
তাহান আগত মাতিবাক নপাৰিবা। তোমাক মীমৰ এক উত্তৰে কৰিবা।।
শুনিয়া মাধৱে বোলে তেন্তে উঠা যাওঁ। কেমনে নীৰৱ মোক কৰে তাক চাওঁ।।"

ৰামচৰণৰ পদত, এই দ্বন্দৰাদত মাধৱ-ৰামদাসৰ ভাষা—

বলি কাটি যিটো অন্য দেৱক পূজয়। অন্ত কালে সেহি বলি তাহাক কাটয়।।
যাতনা ভুঞ্জিয়া মৰে নাহিকে নিস্তাৰ। নপাৱে কনাক দুখ মাত্ৰ পাৱে সাৰ।।

শুনিয়া মাধৱে অতি ক্ৰোধে জ্বলি গৈলা। দুৰাচাৰ পাপী তই খসিয়া বুলিলা।।
মূৰ্খৰ আগত যেন কথা কহ তঞি । ধৰ্ম্ম বুজাবস কিছু নজানোহো মঞি।।
ৰামদাসে বোলন্ত নকৰ্বা ক্ৰোধ মোক। শঙ্কৰৰ পাশে যাও শীঘ্ৰে চলিয়োক।।
আপনাকে পণ্ডিত মানাহ্য বৰ গোট। শঙ্কৰৰ আগত হৈবাহ্য লোটসোট।।"

তেতিয়া বেলি হল বুলি পিছদিনা পুৱাই ওলাই যাওতে ৰামানন্দৰ মতে

পথত যাহন্তে মনত বোলন্ত, ননমিবোঁ শঙ্কৰক।।
শঙ্কৰদেৱক দেখি মাধৱৰ সঙ্কুচিত ভৈল মতি।
তেজে ধৰসিল তেখনে পৰিলা চৰণে কৰি প্ৰণতি।।

ৰামচৰণৰ মতে মাধৱদেৱৰ সেই দম্ভ শঙ্কৰদেৱৰ আগত ক্ষুণ্ণ হয়—

মনত বোলন্ত নকৰিবোঁ নমস্কাৰ। প্ৰথমে কৰিবোঁ শাস্ত্ৰ তত্ত্বক বিচাৰ।।
হেন মতে গুণি যান্তে নিকট পাইলন্ত। বসি আছে শঙ্কৰ মাধৱে দেখিলন্ত।।
শৰীৰৰ কান্তি দেখি শিহৰিল গাৱ। মনত বোলন্ত কিনো তেজৰ প্ৰভাৱ।।
সঙ্কুচিত ভৈল কায় পদ-দৰশনে। কৰিলা প্ৰণাম পৰি শঙ্কৰ চৰণে।।"

যিহওক ৰামদাসে চিনাই দিয়াত মাধৱদেৱে বিনীতভাৱে কলে—

'শৰত কালত পূজা সমস্তে কৰয়। পূৰ্ব্ব হন্তে ইটো বিধি নিয়ম আছয়।।২২১১।
বেদ আজ্ঞা লঙ্ঘিলেও মহাপাপ হয়। অবশেষে মৰি ঘোৰ নৰকে পৰয়।।
বেদৰ বিহিত কৰ্ম্ম লাগে কৰিবাক। নকৰিলে শাস্ত্ৰে বোলে দুৰাচাৰ তাক।।২২১২।
দুৰাচাৰ ভৈলে শৰীৰৰ নাহি শুদ্ধি। দিনে দিনে পাপত মলিন হয় বুদ্ধি।।
পিতৃ-মাতৃ তাৰ জল-পিণ্ড নলবয়। পশু যেন সিটো বৃথা জনম ধৰয়।।২২১৩।
মৰিলেও ঘোৰ নৰকত পৰে যাই । কোটি কোটি জন্ম তাহাৰ মুক্তি নাই।।
এতেকন্তে আমি দেৱীপূজা কৰোঁ জানি। ঈশ্বৰৰ আজ্ঞা ইটো আছে বেদ বাণী।।
শঙ্কৰে বোলন্ত পাছে মাধৱক চাই। শুনিয়োক কহোঁ মঞি শাস্ত্ৰ অভিপ্ৰায়।।
ঋষিগণে কৰে ইটো বেদক ব্যাখান। নিজ অৰ্থ ভকতিক, ত্যজি কৰে আন।।
তপ জপ যজ্ঞ কৰি ব্ৰহ্মালোকে চৰে। পুণ্য ক্ষয় ভৈলে পুনাই নৰকত পৰে।।
বেদ মতে কৰ্ম যদি অছিদ্ৰে কৰয়। অৰ্পণা নভৈলে একো ফল নধৰয়।।২২১৬।
যদি ফল পাৱে তাৰ আছন্ত বিনাশ। মহন্তসকলে তাত নকৰে বিশ্বাস।।
যজ্ঞ কৰি ধৰি আনি পশুক ছেদয়। অৰ্পণা নভৈলে একো ফল নধৰয়।।২২১৭।
যদি এহি জন কৰে স্বৰ্গক গমন। নৰকত তেবেঁ পৰিবেক কোনজন।।

যি কার্যে কাটিলা বলি তাতো নাই আশ। তম নৰকত চিৰকাল হোৱে বাস।।
সংসাৰত আয়াযাত নুগুচে জীৱৰ। এতেকে প্ৰবৃত্তি পথ পৰম দুস্তৰ।।"

প্ৰবৃত্তি মত খণ্ডন কৰি শঙ্কৰদেৱে নিবৃত্তিৰ শ্ৰেষ্ঠমত থাপিলে—

ভাৰত -পুৰাণ ব্যাস ঋষি কৰিলন্ত। যাৰ যেন জাতি-ধৰ্ম্ম সবে বিহিলন্ত।।
চাৰিয়ো বেদৰ কৰিলেক শাখাভেদ। তথাপিতো নুগুচে মনৰ মহা খেদ।।
পশু হিংসা ধৰ্ম্ম বিহিলন্ত জগতত। সিকাৰণে সুস্থ নাহি ব্যাসৰ মনত।।
বৈকুণ্ঠৰ শাস্ত্ৰ ইটো মহা ভাগৱত। নাৰায়ণে কহিলন্ত ব্ৰহ্মাৰ আগত।।
ব্ৰহ্মা নাৰদত কৈলা নাৰদে ব্যাসত। ব্যাসে কহিলন্ত পাছে মহা ভাগৱত।।
শুকক পঢাইলা ব্যাসে ইটো শাস্ত্ৰ সাৰ। শুকে পৰীক্ষিত আগে কৰিলা প্ৰচাৰ।।

শেষ সংশয় ছেদ কৰি লবৰ বাবে মাধৱদেৱে নিবৃত্তিৰ সন্ধান কৰিলে—

'মাধৱে পুছিলা পাছে কৰযোৰ কৰি। বৃথা দুখ পাৱে কাৰ্য্য-কৰ্ম্মক আচৰি।।
কোন কৰ্ম্মে ভৰিবেক যোৰ সংসাৰত। ইহাৰ উপায় আৱে কহিয়ো সাম্প্ৰত।।
শঙ্কৰে বোলন্ত মাধৱৰ মুখ চাই। ভকতিৰ সাধন সংসঙ্গ বিনে নাই।।
ভাগৱত পুৰাণৰ যতেক সাধন। সংসঙ্গ ভক্তিৰ কথা শুনা দিয়া মন।।
শঙ্কৰৰ প্ৰোঢ়ি বাণী শুনি মাধৱৰ। গুচিল সংশয় যত আছিল মনৰ।।
কৃতাঞ্জলি কৰি আসনৰ উঠিলন্ত। গুৰু মানি শঙ্কৰত শৰণ লৈলন্ত।।

(ৰামচৰণৰ পদ ২১৫৮ৰ পৰা ২২৮০লৈ ভূষণৰ পদ ১৬৪ ৰ পৰা ২১৪লৈ হুবহু একে)। দৈত্যাৰিৰ এই বৰ্ণনা সামান্য পৃথক—

"পাছে দুয়োজনে কথা কহিবে লাগিলা। উচ্চা-উচ্চ দুইহান্তৰে সম্বাদ মিলিলা ।।
মাধৱে শাস্ত্ৰক দেখাই প্ৰবৃত্তি কহন্ত। নিবৃত্তি দেখাই তাক শঙ্কৰে খণ্ডন্ত।।
প্ৰভাতৰে পৰা তিনি পৰ বেলি গৈল। দুইহান্তৰো কথা সাজ তথাপি নহৈল।।

"যথা তৰোৰ্মূল নিষেচনেন তৃপ্যন্তি তৎস্কন্ধ ভূজোপশাখা।
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়াণাং তথা চ সৰ্ব্বাৰ্চি নমচ্যুতে জ্যা।।"

এহি শ্লোক শুনি পায়া মাধৱে মনত। নিশ্চয় কৰিয়া এৰিলেক পূজা যত।।
মনে গুৰু মানি বেগিকণে উঠিলন্ত। শঙ্কৰদেৱক নমস্কাৰ কৰিলন্ত।।
বোলন্ত শঙ্কৰদেৱে বাহিৰত জানিলোঁ। মাধৱে বোলন্ত গুৰু তোমাক মানিলোঁ।।"

ৰামানন্দ (৪৭১-৮৭ পদ), ৰামচৰণ (২২৩৭-৪৬ পদ), আৰু দৈত্যাৰি (২৭৩-৭৯ পদ), আটাইৰে মতে সেই দিনাৰ পৰাই দুৰ্গাপূজা এৰি কৃষ্ণ ভক্তিত মাধৱদেৱ শঙ্কৰদেৱৰ লগত এক হল।

মাধৱদেৱৰ গুৰু-সেৱাৰ দৃষ্টান্ত অতুলনীয় বুলিব পাৰি। শঙ্কৰদেৱক লগ পোৱাৰ আগতে মাধৱদেৱৰ বাবে কন্যাক জোৰণ পিন্ধাই থোৱা আছিল শঙ্কৰদেৱক পাই মাকৰ অনুনয় বিনয় সত্ত্বেও মাধৱদেৱে বিষয় আৰু বিয়াৰ ভাব একেবাৰে পৰিত্যাগ কৰিলে। দৈত্যাৰি আদিৰ বাহিৰেও ৰামানন্দই সুন্দৰকৈ বৰ্ণাইছে—

মাধৱদেৱৰ মাতৃ বুলিলা বচন। শুনিয়ো মাধৱ বাপু থিৰ কৰি মন।।
কিসক ত্যজিলি তই ধন সমস্তয়। বিবাহ কৰিবে তোৰ অৱশ্যে লাগয।।
শুনিয়া মাধৱদেৱে বুলিলা বচন। তথাপি জানিবা মোৰ কৃষ্ণসে জীৱন।।
শুনিয়া সিদ্ধান্ত একো উত্তৰ নিদিয়া। মাধৱদেৱৰ মাতৃ ৰহিল কান্দিয়া।।

মাধৱদেৱৰ গুৰু-সেৱাৰ সামান্য আভাস মাত্ৰ ৰামানন্দৰ পদৰ পৰাই—

'মাধৱে কৰিলা সেৱা শঙ্কৰদেৱক। প্ৰৱৰ্ত্তিবে লাগি ধৰ্ম্ম সমস্তে লোকক।।
প্ৰভাততে স্নানি চলি যান্ত ভিতৰক। গামচা পখালি উষ্ণ কৰন্ত জলক।।
অনন্তৰে তৈল দিয়া গাৱে শঙ্কৰৰ। স্নান কৰাই বস্ত্ৰ দেন্ত কৰিয়া আদৰ।।
বস্ত্ৰ পিন্ধাই কপালত দিয়া তিলকক। দুয়ো জন চলি গৈলা হৰি-মন্দিৰক।।"

দৈত্যাৰি আৰু ৰামানন্দৰ এনে সকলো বিৱৰণ ৰামচৰণৰ পদতো—

প্ৰতি ভাঠি বেলা দেৱ মাধৱ যাৱন্ত। শঙ্কৰৰ পাৱে পৰি প্ৰণাম কৰন্ত।।
মলচিয়া লৱয় পাৱৰ যত ধূলি। পুছন্ত শঙ্কৰ আসি আছা কতো বেলি।।
শঙ্কৰদেৱৰ আছা ৰুক্মিণী জীয়াই। আথবেথ কৰিয়া বাৰ্ত্তাক কহে যাই।।
মাধৱ বান্ধৱ আতা আসিছে ইঠাই। শীঘ্ৰে চলি যায়ো পিতা গৃহৰ বজাই।।

মাধৱদেৱে শঙ্কৰদেৱত আত্ম-বিলোপ কৰা বুলিব পাৰি গতিকে শঙ্কৰদেৱৰ জীৱনীতে মাধৱদেৱৰ জীৱনী সোমাই পৰে। কোচবেহাৰত শঙ্কৰদেৱৰ তিৰোভাৱৰ বেলা ৰৰপুত্ৰেক ৰামানন্দ লগত আছিল তেওঁ আহি শঙ্কৰদেৱৰ ছমহীয়া তিথিত পিতৃয়েকৰ আজ্ঞা ঘোষণা কৰিলে—

'শঙ্কৰদেৱৰ আসি ছয় মাস ভৈলা। হেন জানি মাধৱে লোকক জ্ঞান দিলা।।
সেহি বেলা ঠাকুৰে সবাতে কহিলন্ত। যাক যেন মতে গুৰু বাক্য বুলিলন্ত।।
মাধৱক বোলে আমি আচাৰ্য্য পাতিলোঁ। সবাৰো আগত এই কথাক কহিলোঁ।।
সবাতে কহিলোঁ পিতৃবাক্য শিৰে ধৰি। এহি বুলি থাকিলন্ত নমস্কাৰ কৰি।।
হেন শুনি লোকে কৰিলন্ত জয়ধ্বনি। মাধৱক মানিলন্ত গুৰুবাক্য শুনি।।"

ৰামচৰণৰ এইখিনি আৰু তলৰ পদ আৰু ৰামানন্দৰ ১৭৫৪ পদলৈকে প্ৰায় একে। ইমানতো কথাৰ কেনা নাভাগিল শঙ্কৰদেৱৰ বহুবেকীয়া তিথিলৈ দামোদৰদেৱ নাহিল—

'অনন্তৰে ঠাকুৰে বুলিলা মাধৱক। অনায়োক মাতি দামোদৰ ব্ৰাহ্মণক।।
ওচৰতে নাৰায়ণ ঠাকুৰ আছন্ত। সখি বুলি মাধৱে তাহাক মাতিলন্ত।।
বোলে এতিক্ষণে তুমি ঝাত কৰি যোৱাঁ। দামোদৰ ব্ৰাহ্মণক আনিবা মাতিয়া।।
ভালমতে বাক্য তুমি তাহাক বুলিবা। নিঠুৰ বচন তাৰ আগত কহিবা।।
কি কাৰণে পিঠি দিলা গুৰুৰ গৃহক। ইসব সম্পত্তি কোনে দিলেক তোমাক।।
আজিও আছয় খৰি হাতত তোমাৰ। পাসৰিলা গুণ সিতো গুৰু শঙ্কৰৰ।।
কাম কৰি ফুৰিলা লোকৰ ঘৰে ঘৰে। তোমাৰ সিসব দুখ গুচাইলা শঙ্কৰে।।
পাসৰিলা কেনে তুমি সিসব গুণক। নমাতন্তে যাইবে লাগে গুৰুৰ গৃহক।
হেন শুনি বিপ্ৰবৰ ভৈলন্ত বিমন। বোলে মোক আৰ নুবুলিবা নাৰায়ণ।।
তোমাৰ পাছতে এতিক্ষণে যাঁও আমি। খনিতেক আগ হুয়া চলা আৰে তুমি।।
অনন্তৰে দামোদৰ গুৰু চলি গৈলা। আসন পাৰিয়া যাই সভাত বসিলা।।

সভা ভগাৰ পাছত মাধৱদেৱে দামোদৰদেৱক স্পষ্টভাৱে সুধিলে –

'বৰিষেক হইয়াছে গুৰু বৈকুণ্ঠ যাইবাৰ। এতেক লৰিল মতি জানিলোঁ তোমাৰ।।
কৰ্ম্মীৰ ধৰ্ম্মৰ মত ধৰিলাহা যাই। কলিযুগে তাক আচৰণে গতি নাই।।
পৰম্পায়ে পাইলে তুমি গুৰুক এৰিলা। অৰণ্যে পশিয়া তুমি পথ হেৰুৱাইলা।।
এহি বুলি কলা বস্ত্ৰ এক যুৰি দিলা। নিশ্চিন্ত কৰিয়া তাক বচন বুলিলা।।
আপোনাৰ মতে তুমি প্ৰবৰ্ত্তাহা যাই। তোমাৰ আমাৰ সম্ভাষণ আৰ নাই।।
গুৰুৰ কামক নাসা ভাণ্ডেসে জানিলোঁ। তোমাৰ আমাৰ কথা আজি আমি পাইলোঁ।।
ভোগ-ভকতিক তুমি পূজা ফল পাইবা। কস্মিতো তুমি আৰো আমাক নপাইবা।।
এহি বুলি মাধৱে নমাতি যেৱে ৰৈলা। দামোদৰ গুৰু শুনি বুলিবাক লৈলা।।
গৃহস্থৰ বান্দী-বন্ধা অনেক আছয়। আজ্ঞা লৈয়া হাল বাই পথাৰ কৰয়।।
এক দিনে গৃহস্থে বুলিলা হালোৱাক। ফুৰি যাই দেখাইলন্ত হুঁইৰ সীমাক।।
বোলে হই ভালমতে হালক বাহিবি। বস্তে বুজিয়া মাত্ৰ কৃষিক কৰিবি।।
এহি বুলি তাক যেৱে গৃহস্থে পাকিলা।তাকো কই-বুই পাছে আৰু হুঁই লৈলা।।
পৰম চতুৰ সিতো হালোৱা মহন্ত। এহি বুলি মাধৱক দিলন্ত সিদ্ধান্ত।।
মাধৱে বোলয় আৰ বুলিবোহোঁ কিক। জানিলোঁহোঁ ভৈলা তুমি গুৰুতো অধিক।।

গুৰুৰ বাক্যৰ তুমি সীমাক ছেড়াইলা। গুৰুতো কৰিয়া তুমি ভকতি বঢ়াইলা।।
বেজি বুলি অঙ্গুলিৰে ফটাকানি সিলা। ইসব দৃষ্টান্ত মোক তাতে তুমি দিলা।।
এহি বুলি মাধৱে নামাতি যেৱে ৰৈলা। দেৱ দামোদৰ নিজ গৃহে চলি গৈলা।।

এই বিৱৰণৰ উপৰিও দৈত্যাৰিয়ে আৰু ঘটনাৰ বিৱৰণ দিছে (১৩১০-১৫)। তাৰ পাছত শঙ্কৰদেৱৰ বছৰেকীয়া তিথিৰ ঘটনাৰ আন বিৱৰণ—

দামোদৰ গুৰুক নেদেখি সভা মাঝে। পুছিলা মাধৱে হৰিচৰণত পাছে।।
নমাতিলা কিয় দামোদৰক সভাক। শুনি কহিলন্ত হৰিচৰণে কথাক।।
পাছে গৈয়া আপুনি বুলিলোঁ আসিবাক। নযাইবোঁ বুলিয়া তেহেঁ পঠাইলা আমাক।।
পুছিলোঁহো কি কাৰণে নযাইবন্ত এৱে। তেহেঁ বোলে তোমাৰ ঘৰক যাও যেৱে।।
তেৱে আনো বুলিবেক যাইবাক আমাক। সবাৰো গৃহক মই লাগিব যাইবাক।।
শুনিয়া মাধৱদেৱে বুলিলন্ত হাসি।। আনবে তোমাৰে ঘৰ সম ভৈল আসি।।
আৰ আন বেলা পুনু নমাতিবা আৰু। এহি বুলি হৰিচৰণক দিলা হাক।।"

তদুপৰি এটি ঘটনা দৈত্যাৰিয়ে এইবিলাকৰ সমৰ্থনৰূপে বৰ্ণাইছে—

"আৰো একদিনা ভৈল কথা যেন কহোঁ তাক শুনিয়োক।
দামোদৰ গুৰুক মাধৱদেৱে আনি বুলিলন্ত বাক।।
আমি যাক দূৰ কৰোঁ তাক কেনে দিয়া ঠাই দামোদৰ।
তেহেঁ বোলে মই কাহাক খেদিম কেহোঁ নুহি মোৰ পৰ।।
মাধৱে বোলন্ত সত্ৰ কৰি আছা আচাৰ্য্য স্বৰূপ হুই।
বিধৰ্ম্মী দেখিয়া শিক্ষা নেদিবাক তোমাৰ দূষণ নুই।।
তেহেঁ বুলিলন্ত যি যত কৰে কৰে সিটো আপোনাক।
তাৰ দোষচয় আমাৰ লাগয় কিবা হেতু দেখিবাক।।
তোমাক শঙ্কৰ দেৱে থাপিছন্ত তুমি সি পান্থা দেখিবে।
দোষ গুণ যত তুমি সি শকত ৰাখিবে জানা খেদিবে।।
আমাক শঙ্কৰ- দেৱে থাপা নাই এতেকে জানা আমাৰ।
ৰাখিবে খেদিবে দোষক দেখিবে নাহিকয় অধিকাৰ।।
অনন্তৰে দেৱ মাধৱে বোলন্ত ৰত্নাকৰ গ্ৰন্থখান।
পুৰাণৰ শ্লোক তুমি কৰিলন্ত শঙ্কৰদেৱে নিৰ্ম্মাণ।।
তুমি বোলা ইটো পুৰাণৰ কথা আৱে আক কি কৰিবা।
কহিয়ো সম্ভৱ এহু ৰত্নাকৰ শুনিবা কি নমানিবা।।

| | | |
|---|---|---|
| শুনি দামোদৰ | গুৰু বুলিলন্ত | চতুৰ্ভুজ ৰাপে যেৰে। |
| আসি ভগৱন্ত | আপুনি কহন্ত | নমানিবোঁ আমি তেৰে।। |
| শুনিয়া মাধৱে | সত্ত সত্ত বুলি | আৰো কিছু নুবুলিলা। |
| চিৰা খুৱাই ভুনি- | পাট যোৰা দিয়া | প্ৰবোধি বিদায় দিলা।। |
| বোলন্ত তোমাৰ- | আমাৰ জানিবা | পৰিচ্ছেদ এহি মানে। |
| পূৰ্ব্বে এহেঁ এত | খানিকো কথাক | পুছিলা আমাৰ থানে।। |
| আৰে চতুৰ্ভুজ | ৰাপৰো কথাক | নমানো এহেঁ বুলিলা। |
| আনো নানা মত | বুলি এহি মত | মাধৱদেৱে বহিলা।। |

এইখিনি প্ৰমাণৰ পৰা কেইবাটি বিষয়েও স্থিৰ সিদ্ধান্ত কৰিব পৰা হয়। প্ৰথম দামোদৰদেৱকে নাথাপি মাধৱদেৱক শঙ্কৰদেৱে থাপি যোৱা বাবেই দামোদৰ দেৱে আক্ৰোশ কৰি শঙ্কৰদেৱৰ ধৰ্মৰ পৰা ফাটি যায়। দ্বিতীয় শঙ্কৰ-দেৱৰ ভক্তিপন্থা গ্ৰহণ কৰিলেও দামোদৰদেৱে কায়বাক্যমনে কৰ্ম্মপন্থাৰ আসক্তি এৰিব পৰা নাছিল আৰু সেইবাবে এই গোপন ছেগতে তেওঁ ভক্তিপন্থাত কৰ্ম্ম পন্থা লগ লগাই লয়। তৃতীয় বৈষ্ণৱৰ "তৃণাদপি সুনীচেন ভাব সম্পূৰ্ণ নহা বাবে শঙ্কৰদেৱৰ আনুগত্য কোনোমতে অস্বীকাৰ কৰিবৰ উপায় না পাই তেওঁ নিজক হালোৱা মহন্ত বুলিছে আৰু এইখিনিতে মূল মহাপুৰুষীয়া মতৰ পৰা 'দামোদৰীয়া মত" ফাটি গৈছে।

ৰাজনৈতিক ফালৰ পৰাও মাধৱদেৱৰ নিৰ্য্যাতন আৰম্ভ হল। শিলাদিত্য হৰ্ষবৰ্দ্ধনে কুমাৰ ভাস্কৰ বৰ্মাৰ সৈতে মিত্ৰতা পাতি শশাঙ্কৰ ৰাজ্য অধিকাৰ কৰি দুইবো মাজত বঙ্গ ভগাই লোৱাৰ দৰে তাৰ প্ৰায় সহস্ৰ বছৰৰ পাছত সম্ৰাট আকবৰে নৰনাৰায়ণৰ লগত মিত্ৰতা থাপি গৌড় আক্ৰমণ কৰি গঙ্গা নৈকে সীমা পাতি সেই ৰাজ্য ভগাই লয়। সেই বিজয় বাহৰতে বসন্ত ৰোগত গঙ্গাৰ পাৰত চিলাৰায়ৰ মৃত্যু হয় তাৰ আগ মুহূৰ্ত্ততে তেওঁ তেওঁৰ এটি পুত্ৰ জন্ম হোৱাৰ বাতৰি পায়, এৱেঁই ৰঘুদেৱ। ইয়াৰ পাছতেই নৰনাৰায়ণৰো এটি পুত্ৰৰ জন্ম হয়, তেওঁ লক্ষ্মীনাৰায়ণ। নৰনাৰায়ণৰ ৰাজত্ব কালতে (১৫৫০-৮৪) ৰঘুদেৱে ৰৰনগৰত বসতি কৰি ঘিলাজয়পুৰ নামে এখন নগৰ পাতি নিজে ৰজা হৈ থাকে। ৰঘুদেৱ (১৫৯১-১৬০৩) ৰজা হব খোজা দেখি কোচ ৰাজা সুকাল কৰি সোণকোষ নৈকে সীমা ধৰি পূৰখণ্ড কোচ-হাজো বুলি ভতিজাক ৰঘুদেৱক আৰু পছিম খণ্ড কোচ-বেহাৰ বুলি পুতেক লক্ষ্মীনাৰায়ণক (১৫৮৪-১৬২২) ভগাই দি

তিনি বছৰৰ পাছত নৰনাৰায়ণৰ মৃত্যু হয় (গেইট)। এই ৰঘুদেৱেই কৰ্ম্মকাণ্ডীবিলাকৰ কথা শুনি মাধৱদেৱ আৰু ভকতসকলক ধৰাই নি বন্দী কৰি ৰাখি নিৰ্দোষ জানি পাছত মুকলি কৰি দিয়ে।

আগতে বৰপেটাত মাধৱদেৱে ৰাসঝুমুৰা দধিমথন নাট ৰচে—

শুনিয়া মথুৰা দাস তেখনে আসিলা। মাধৱদেৱক বৰপেটা লাগি নিলা।।
ভক্তবৰ্গ সমে তথা ৰহিলা মাধৱ। তান্তিকুচ্ছি লোকৰ মিলিল মহোৎসৱ।।
নটুৱা পাতিয়া নাট কৰিলা বিস্তৰ। নাট দেখি লোকৰ আনন্দ বহুতৰ।।
কৰিলা ঝুমুৰা দধিমথন তহিত। নানা ৰসে কৰিলন্ত আৰো নানা গীত।।
পাতিলা গোসাঁইৰ ঘৰ মহা মনোৰম। কামৰূপে আন ঘৰ নাই তাক সম।।

আৰৌ বৰপেটাত থাকোঁতেই মাধৱদেৱে শঙ্কৰদেৱৰ ৰামবিজয় নাটকৰ ভাওনা পাতে—

"এককালে ৰামযাত্ৰা কৰাইবাক প্ৰতি। সবে তান্তিকুচ্ছীয়া লোকৰ ভৈল মতি।।
মাধৱদেৱৰ আগে বুলিলেক লোক। বাপ ৰামবিজয় যাত্ৰা কৰায়োক।।।
ৰামযাত্ৰা কথা শুনি লোক সমস্তয় আসিল সমস্তে তান্তিকুচ্ছি নধৰয়।।"

তথাপি কৰ্ম্মকাণ্ডীবিলাকৰ উচটনিত ৰঘুদেৱে ঘনাই অত্যাচাৰ কৰাত মাধৱদেৱে শেষবাৰ কোচ হাজোৰ বৰপেটা এৰি লক্ষ্মীনাৰায়ণৰ কোচ বেহাৰলৈ যোৱাকে থিৰাং কৰিলে।

'অনন্তৰে পাইলা ঠাই বেহাৰ মাধৱে। ভেলা দুৱাৰত গই ৰহিলা উচ্চৰে।।"

কোচবেহাৰত ৰাজপুৰুষ আইখাই আদিয়ে আদৰেৰে শৰণ গ্ৰহণ কৰিলে—

শুনা আতপৰে বেহাৰ নগৰে মাধৱদেৱ আছন্ত।
আসিলা বৈষ্ণৱ শুনিয়া উৎসৱ ৰাজা-প্ৰজা কৰিলন্ত।।১৫০০।
বীৰ নাৰায়ণ ৰাজাৰ কুমাৰ ৰাজমাৱ আইখাই।
ৰাজাৰ মহিষী কুমৰ কুমাৰী আন কতো কতো যাই।।
মাধৱদেৱক গুৰু মানি সৱে কৃষ্ণত লৈলা শৰণ।
কহিবোঁ কতেক শৰণ লৈলেক আনো নাগৰত্ব জন।।
ডাক-ডাকুৱা বন-বৰুৱা খিলাইতৰ লোক জন।
নাহি আদি-অন্ত আসি অপৰ্য্যন্ত কৃষ্ণত লৈল শৰণ।।১৫০৫।
কোচ-ম্লেচ্ছ লোক সৱে এৰিলেক পূৰ্ব্বৰ যত আচাৰ।
মাধৱদেৱৰ উপদেশ পায়া ভৈল সৱে সদাচাৰ।।

বীৰু কাৰ্যী নামে আছে একজন ৰাজাৰ মুখ্য সেৱক।
ৰাজাৰ আগত প্ৰশংসা অনেক কৰৈ সিটো মাধৱক।।"

আইধাইৰ আগ্ৰহ সত্ত্বেও মাধৱদেৱ ৰজাৰ আগলৈ যাবলৈ অমান্তি—

"একদিন আই- ধাই বোলে আতা কৰাওঁ আগ ৰাজাৰ ।।
বোলা বীৰু কাৰ্যী সহায় নমাগৈ ৰাজাৰ আগ হৈবাৰ।।
শুনি আইধাই বুলিলা দুনাই মাধৱদেৱৰ আগে।
কিয় বোলা বাপ ৰাজাৰ আগ যে হুয়া থাকিবাক লাগে।।
মাধৱে বোলন্ত নলাগৈ আমাৰ কি কাম ৰজাৰ ঠাই।
মাধৱদেৱৰ বাক্য শুনি আৰ নমাতিলা আইধাই।।"

যি হওক এই বীৰুকাৰ্যীৰ অনুৰোধতে কোচবেহাৰত মাধৱদেৱে উড়িষ্যাৰ ৰজা পুৰুষোত্তম গজপতিৰ নাম-মালিকা নামৰ সংস্কৃত বৈষ্ণৱ শাস্ত্ৰৰ অসমীয়া পদ ভাঙনি কৰে(দৈত্যাৰি ৪৫১০-১৫ পদ)। মাধৱদেৱে নহয় কোনোৱা এজন অজ্ঞাত কবিয়ে এইজন উড়িষ্যাৰ ৰজা পুৰুষোত্তম গজপতিৰে আন এখন সংস্কৃত বৈষ্ণৱ শাস্ত্ৰ দীপিকা চন্দ্ৰৰ অসমীয়া পদ ভাঙনি কৰিছিল আৰু এই গজপতিয়ে অযোধ্যাৰ ৰজা শ্ৰীৰামচন্দ্ৰৰ অনুজৰ নাতি বুলি নিজৰ চিনাকি দিয়াত ভাঙনিকে মৌলিক বুলি ভ্ৰম কৰি সেই অসমীয়া পুথিৰ প্ৰথম সম্পাদক প্ৰকাশক মাধৱচন্দ্ৰ বৰদলৈ আৰু তেওঁৰ পাছত লক্ষ্মীনাথ বেজবৰুৱা আদিয়ে সেই পুথি একাদশ কিম্বা ষষ্ঠ শতিকাৰ বুলি প্ৰমাণ কৰিবলৈ প্ৰয়াস পাইছিল স্বৰূপতে সেই ভাঙনি কিন্তু বৈষ্ণৱ বা উত্তৰ বৈষ্ণৱ যুগৰ।

মাধৱদেৱে ঠিক কেতিয়া নামঘোষা ৰচনা কৰিবলৈ লৈছিল কোৱা টান। কথা-গুৰুচৰিত মতে অৱশ্যে শ্ৰীশঙ্কৰদেৱৰ আজ্ঞা অনুসৰি ইয়াক ৰচা হয় কিন্তু গুৰুজনাৰ তিৰোভাৱৰ পাছতহে যে ইয়াৰ ভালেখিনি ঘোষা লিখা হৈছিল, তাৰ ভিতৰুৱা প্ৰমাণ যথেষ্ট আছে। তদুপৰি দৈত্যাৰিৰ এইখিনি পদে শেষ ৰাৰ দেখুৱায় প্ৰকৃততে সাৰৱণি ঘোষাবোৰ মাধৱদেৱৰ কবি আৰু ভক্ত উভয় জীৱনৰ শেষ আৱৰ্ত্তি অন্তিম আহুতি।—

"আছন্ত আনন্দ মনে বেহাৰত কতদিনে মাধৱদেৱৰ ভৈল মন।
আউল ভাঙি ঘোষাখান কৰো জানি একখান এহি বুলি শৰণ ভজন।।
নিন্দা স্তুতি উপদেশ প্ৰাৰ্থনা কাকুতি ক্লেশ বহুবিধ পটন কৰিল।
লোকক কৃপায়ে আতি পৰম কুশল চিন্তি যেন অন্ধলোক চক্ষু দিল।।"

এই প্ৰসঙ্গতে মাধৱদেৱে গুৰুজনাৰ ঠাই লোৱাৰ দৰে মাধৱদেৱৰ ঠাই কোনে লব বোলা প্ৰাসঙ্গিক আৰু সময়োপযোগী প্ৰশ্নৰ উত্তৰত মাধৱদেৱে নামঘোষাত গুৰুত্ব দিয়ে—

"একদিনা আলোচিলা আসি ভক্ত মিলি। পুছিলন্ত মাধৱক কৰিয়া সেৱলি।।
যেতিক্ষণে তিৰোভাৱ তোমৰা কৰিব। কোনো কথাখিনি লোকে কাহাত পুছিব।।
তিনিদিনমানে আমি মনেগুণি চাইলোঁ। কাহাকো বুলিবোঁ আমি বিচাৰি নাপাইলোঁ।।
শুনিয়া মাধৱদেৱ বোলা পুনৰ্বাৰ। লোভাৱিষ্ট সকলে বুলিবোঁ কাক আৰ।।
দেখা ঘোষা পুথিখান আমাৰ আছয় সৱে কহি আছোঁ যিবা কহিবে লাগয়।।
তাহাৰ অৰ্থক যিবাজনে বুজিলেক। সেহিজনে জানা লাগ আমাক পাইলেক।।
ঘোষাতে সমস্ত মোৰ বল-বুদ্ধি যত। যাৰ ভাগ্যে আছে তাত পাইবে সমস্ত।।"

গুৰু আৰু শিষ্যৰ লক্ষণৰ সম্পৰ্কে মাধৱদেৱে নিজ অভিজ্ঞতাৰ পৰা কয়—

বোলন্ত কৰিবে গুৰু সেৱা কোনজনে। মোহোৰ আগত আসি বোলোক এক্ষণে।।
গুৰুসেৱা কৰিলন্ত মাৰ্কণ্ডেয় ঋষি। প্ৰহ্লাদেও গুৰুসেৱা কৰিলা হৰিষি।।
লক্ষ্মণে কৰিলে গুৰু-সেৱা সাৱধান। ময়ো গুৰু-সেৱা কৰি আছোঁ কিছুমান।।
যিসব লক্ষণে গুৰু পাইবাক লাগয়। সি সব লক্ষণে গুৰু পাবে নাহিকয়।।
যেই সেই জনে গুৰু বোলাইবাক পাবে। অল্পজনক যেন পীড়ে বৰ ভাৰে।।

মাধৱদেৱে ৰামচৰণৰ সহায়ত কীৰ্ত্তন-ঘোষা সংগ্ৰহ কৰা কাহিনী (দৈত্যাৰি ১৫৭৬-৮৮ পদ) আগতে কোৱা হৈছে। মাধৱদেৱৰ সত্যবাদিতা আৰু নিৰ্ভীকতাৰ এটি শেহতীয়া উদাহৰণ শৰণীয়া নোহোৱা হেতুকে বীৰু কাৰ্যীৰ হাতে তেওঁৰ পুতেকহঁতে নোখোৱা বাবে মাধৱদেৱৰ ওপৰত তাৰে পোতক তুলিবলৈ কৰ্মকাণ্ডীবিলাকে এজন বঙালী মাধৱৰ লগ লৈ মালাত মেৰু দিয় পোৱা আৰু শিৱ মুক্তিদাতা হোৱা কথাৰে তৰ্কৰ চেলু লৈ মাধৱদেৱক অপমানিত কৰিবলৈ সাজু হোৱা ঘটনা (২৬০৩ ৪৭)।

বিচাৰৰ পাছত সেই ৰজা লক্ষীনাৰায়ণে(১৫৮৪-১৬৫৫) আদেশিলে —

"পহিয়া পণ্ডিতে শুনি প্ৰশংসা কৰয় তালেতো হৰাণ কথা মাধৱে কহয়।।
ৰাজাৰো মনত শুনি মিলিল উৎসৱ। সাধু সাধু ভাল কথা কহন্ত মাধৱ।।
এহি বুলি ৰাজা বীৰুকাৰ্যীক চাহিয়া। কি বোলে বীৰু ৰাজা বোলয় হাসিয়া
বীৰুকাৰ্যী বোলে ৰাজা মই কিবা জানে। কোচম্লেচ্ছ আছি তাকে কহোঁ কিবা শুনে।।
ৰাজা বোলে সবলোক মোহোৰ ৰাজ্যৰ। আজি হন্তে প্ৰবৰ্ত্তোক মত মাধৱৰ।।

আগৰ মতক মানে সৱ দূৰ কৰ। জানিলোঁহো মহাগুৰু মত মাধৱৰ।।
এহিবুলি গুৱা-পাণ দিয়া মাধৱক। প্ৰবোধি বিদায় দিয়া পঠাইলা ঘৰক।।
পাছে ৰাজা আইধাইক বুলিলা চাহিয়া। ফুল-চন্দন বস্ত্ৰ গুৱা-পাণ দিয়া।।
মাধৱক আইলে বুজোক ভালমতে। যত সত্ৰ আছে মানে মোহোৰ ৰাজ্যতে।।
সৱে প্ৰবৰ্ত্তোক মাধৱৰ মত ধৰি। মাধৱেসে ৰাজা যত ভক্তৰ উপৰি।।
ভক্তৰ উপৰি মোৰ নাহি অধিকাৰ। শুনি আইধাইৰ আনন্দৰ নাহি পাৰ।।"

যি ৰাজ অনুগ্ৰহৰ কণিকা এটি পাবলৈ জগতৰ প্ৰায় পণ্ডিত আৰু প্ৰচাৰকে হামৰাও কাটি ফুৰে সেই ৰাজ-অনুগ্ৰহ বিচাৰি যে নগলেই ৰাজমাত্ৰ আৰু ৰজাই উপযাচি দিয়াতো মাধৱদেৱে তাক ভৰিৰে ঠেলিলে। আইধায়ে মানুহ পঠাই—

"মাধৱদেৱত কথা সমস্তে কহিল। শুনিয়া মাধৱদেৱে হাসিয়া বুলিল।।
আচ্ছা কিনো ৰাজা মোক সম্পত্তি দিলেক। ভকতৰ উপৰত ৰাজা পাতিলেক।।
এহি বুলি অল্প হাস্য কৰিয়া ৰহিল। পুনৰপি আইধাই মানুহে কহিল।।
আই বুলি পঠাইলন্ত ভক্তসৱ সমে। আসন্তোক আতা আজি আমাৰ আশ্ৰমে।।
আতা সমস্তিতে যত ভকত সৱক। ৰাজা বুলি আছে দিবা ফুল-চন্দনক।।
গুৱা-পাণ বস্ত্ৰ যত সমস্ত ৰাজাৰ। প্ৰবৰ্ত্তোক লোক ধৰি মত মাধৱৰ।।
এতেকে আসন্তো আতা ভক্ত সমস্তিতে। শুনিয়া মাধৱদেৱ বুলিলা তহিতে।।
মই কিবা কামে আবো যাইবো তৈক চলি। যি কহিবাৰ মানে কহিলোঁহো কালি।।
শুনিয়া অচ্যুত দশ ভক্ত সমে গৈল। অনন্তৰে যাই আইধাইৰ ঠাই পাইল।।
নেদেখিয়া আইধাই ৰামচৰণক। বোলে আতা আপুনি বা নাসিলা কিসক।।
কিসক বা ভাগিনখানক নপঠাইলা। এহি বুলি পুনু মাতি পঠায়া বুলিলা।।
পূৰ্ব্বতো আমাৰ বাক্য আতা নকৰিল। আমৰা ৰাজাৰ আগ কৰিব পুজিল।।
একণো আমাৰ বাক্য হেলা নকৰোক। আমাৰ থানক আতা আপুনি আসোক।।
এহি কথা গৈয়া মাধৱত কহিলন্ত। নপাৰোঁ যাইবাক দেৱ মাধৱে বোলন্ত।।
পুনু আইধাই পঠাইলেক দোলা দিয়া। মই বান্দী আছো আতা আসোক চৰিয়া।।
দেখিয়া মাধৱদেৱে হাসি বুলিলন্ত। কেন কৰ মানুষ পাতিবে মোক চাও।।
ভক্তৰ উপৰি ৰাজা পাতিবে খোজয়। যাইবো ভালমতে যদি যাইবাক লাগয়।।
গাৱত কাপোৰ লওঁ আনা যমুখনি। শুনি তুলি দোপাটি দিলন্ত তেহেঁ আনি।।"

আনে বুজিব নোৱাৰিলেও এইদৰেই ত্যাগৰ আদৰ্শকে লৈ মাধৱদেৱে উদ্যানুষ্ঠ

বৰণ কৰিলে, আৰু দৈত্যাৰিয়ে ইয়াৰো বিশদ বিৱৰণ দিছে (১৬৬১ ৯১ পদ)। "চৌধ শ নব্বই, শকত নিশ্চয় শঙ্কৰ বৈকুণ্ঠ গৈলা। তাত পাছে আৰু আঠাইশ বছৰ মাধৱদেৱ আছিলা।। পঞ্চদশ শত, আঠাৰ শকত বৈকুণ্ঠ গৈলা মাধৱ। (১৭১৬ পদ)। তেতিয়া হ'ল মাধৱদেৱৰ জন্ম ১৪৮৯ খৃ আৰু আয়ুস ১০৮ বছৰ হয়।

## মাধৱদেৱৰ কাব্য, অঙ্ক, গীত আদি অৱদান

শঙ্কৰদেৱৰ ধৰ্ম্মমত আৰু পাণ্ডিত্য নৰনাৰায়ণৰ ৰাজসভাত প্ৰকাশ্যভাৱে ঘোষিত হোৱাৰ পাছত ৰাজভ্ৰাতৃ আৰু সেনাপতি চিলাৰায়ে শঙ্কৰদেৱক জন্ম-ৰহস্য পুথি এখন ৰচিবলৈ কয়। শঙ্কৰদেৱে বৰপেটাত ৰচিবলৈ বুলি আহি মাধৱদেৱক কয়—

"একদিনা চিলাৰায় দেৱানে বোলয়। জন্ম-ৰহস্যৰ পদ কৰা মহাশয়।।
দিয়োক আমাক মহাদই সমস্তই। অতিশয় শ্ৰদ্ধা মনে পঢ়িব খোজয়।।
বোলন্ত শঙ্কৰদেৱ বৰপেটা যাইবোঁ। জন্ম-ৰহস্যৰ পদ তহিতে কৰিবোঁ।।
দেৱানে বোলয় বৰপেটা লাগি যায়ো। বিলম্ব নকৰি পদ সত্বৰে কৰিয়ো।।
হেন শুনি শঙ্কৰেও গৈলন্ত বৰপেটা। লগতে আছন্ত ৰামানন্দ বৰ বেটা।।
তাহাঁ যাই মাধৱক বুলিলা শঙ্কৰ। কৰিয়ো মাধৱ পদ জন্ম-ৰহস্যৰ।।
কৰযোৰে মাধৱ বোলন্ত মৃদু বাক। কেমনে পাৰিবোঁ পদ মই কৰিবাক।।
তোমাঠৈৰ ঈশ্বৰ শকতি যিকাৰণ। নানা ৰসে পদচয় কৰা সিকাৰণ।।
বোলন্ত শঙ্কৰদেৱে মাধৱক চাই। ঈশ্বৰ শকতি মোৰ তোমাৰ কি নাই।।
তোমাৰ আমাৰ কোন খানিক অন্তৰ। আপুনি পাৰিবা পদ কৰিয়ো সত্বৰ।।
ভাগৱত মিশ্ৰ দিয়া কৰাঁ পদবন্ধে। শুনিয়া মাধৱে পদ কৰিলা আনন্দে।।
দেৱানৰ আগে পদ শঙ্কৰে দিলন্ত, পদ দেখি দেৱানে প্ৰশংসা কৰিলন্ত।।

ইয়াৰ পৰা বুজিব পাৰি জন্ম-ৰহস্য মাধৱদেৱৰ আগবয়সৰ ৰচনা। আচৰিত কথা মাধৱদেৱৰ ৰচিত পুথিৰ তালিকাত ই নাই, ইয়াতে " বৈষ্ণৱ-কীৰ্ত্তন" নামে কিবা এখন পুথিৰ নামো তালিকাত আছে। তদুপৰি এজন সুচন্দ্ৰ ভাৰতীৰ ভণিতাৰ জন্ম-ৰহস্য এখন পোৱা হৈছে মাধৱদেৱৰ লগত ইয়াৰ সম্পৰ্ক থকা যেন নালাগে।

জন্ম-ৰহস্যক শুনি পাতক এৰায়। ব্ৰহ্মালোক এৰাই সিটো বিষ্ণুলোকে যায় ।।
ভবিষ্যত পুৰাণৰ কথা এহি গুটি। জন্ম-ৰহস্যৰ কথা ভৈলা সমাপতি।।
সুচন্দ্ৰ ভাৰতী কহে অতি অল্পমতি। জনমে জনমে হুউক কৃষ্ণত ভকতি।।
সুচন্দ্ৰ ভাৰতী কহে শুনা সৰ্ব্বলোক। ডাকি ৰাম ৰাম বোলা পাতক ছাড়োক।।

মাধৱ কন্দলীৰ ৰামায়ণত শঙ্কৰদেৱে উত্তৰাকাণ্ড আৰু মাধৱদেৱে আদিকাণ্ড জোৰা দিয়াৰ কথা আগতে উনুকিয়াই অহা হৈছে, ইও মাধৱদেৱৰ আগ বয়সৰ ৰচনা বুলি তাৰ আৰম্ভণিৰ পথা ধৰিব পাৰি—

'নিজ গুৰু চৰণত কৰি নমস্কাৰ। ৰচিলোঁ মাধৱে আদ্য কাণ্ড কথা সাৰ।।
বোলোঁ কৃতাঞ্জলি শুনা সৱে সভাসদ। মহা মূঢ় হয়া কৰোঁ ৰামায়ণ পদ।।
পৰম চঞ্চল নাই অধমৰ দোষ। ক্ষমিবা সকলে নকৰিবা অসন্তোষ।।
নাহিকে কৱিত্ত্ব গুণ নুহিকো পণ্ডিত। তথাপিতো ভৈল পদ কৰি ৰাক চিত্ত।।
মহাভোগ ইচ্ছা যেন ভৈল দৰিদ্ৰৰ। মই অজ্ঞানীৰ জানা সেহি পটন্তৰ।।
মোৰ পদ পটন্তৰ যেন হীন গতি। ৰামৰ চৰিত্ৰচয় মহাৰত্ন অতি।।
মোৰ পদ জানি দোষ কৰি পৰিহাৰ। লৈয়ো ৰাম গুণময় মহাৰত্ন সাৰ।।

কবি উমেদাৰ হলেও ভাষা চাতুৰ্য্য আৰু বৰ্ণনা নৈপুণ্যত মাধৱদেৱে অৱশ্যে প্ৰথম শ্ৰেণীৰ প্ৰতিভাৰ প্ৰতিশ্ৰুতি দিছিল কৈকেয়ীৰ ৰূপ বৰ্ণনাত মাধৱদেৱৰ সাফল্য —

"কৈকেয়ী নামত কন্যা এক আছে তান। ত্ৰিভুৱন নাহি সাৰ ৰূপৰ সমান।।
নাহি খতি-খুণ সৰ্বগুণে নিৰুপমা। নুহিকে সমান ৰতি ৰম্ভা তিলোত্তমা।।
হৰিণ-নয়ণী অতিশয় মধ্যক্ষীণী। সুকোমল কায় চাম্পাকো আছে জিনি।।
পূৰ্ণ চন্দ্ৰমাকো জিনি বদনৰ কান্তি। মুকুতাৰ শাৰী যেন জ্বলে দন্তপান্তি।।
নাসা গোট দেখি যেন ৰম্য তিলফুল। বিম্বফল জিনি যেন অধৰ বান্ধুল।।
মৃণাল সদৃশ বাহু দেখিতে সুঠান। সুগম্ভীৰ লীলাগতি গজৰ গমন।।
বহুল জঘন যেন উৰু ৰামকল। থল কমলক গঞ্জে চৰণ-কমল।।
হাস্যত অমৃত স্ৰৱে বচন মধুৰ। হৰে ৰূপ দেখি কন্দৰ্পৰো দৰ্পচুৰ।।
বৰবি প্ৰমাণ গুণ বাঢ়ে হৃদয়ত। কটাক্ষতে মোহে সুৰ নৰ মুনি যত।।"

তৰুণ বৈষ্ণৱ কবি মাধৱদেৱৰ সীতাৰ বিদায় বেলাত জনক-জায়া মেনকাৰ মনোভাৱৰ বৰ্ণনা পঢ়ি স্বৰ্গতে চিৰকাল অসমীয়াৰ "ঘৰৰ গুৱনী" জীয়ৰীৰ বিয়োগত মাতৃৰ পোৱা পেটৰ দুখ বৰ্ণোৱা যেন লাগে—

পাছে আসি মেনকা জনক পাটেশ্বৰী। কৰন্ত ক্ৰন্দন জানকীৰ গলে ধৰি।।
কাক লাগি এতোান কৰিয়া জীযাই। ঘৰ শুৱনীয়া কৈক যাবি সীতা আই।।
সীতা সীতা বুলি নাম লইবোঁ কাহাৰ। তই গৈলে প্ৰাণ কোনে বহ্বি আমাৰ।।
আজি সৰ্ব্বশূন্য কৰি যাইবি মোৰ ঘৰ। আনেসে আপোন ভৈল মই ভৈলোঁ পৰ।।
মোৰ বুক শূন্য কৰি কোনে লৈয়া যায়। থাকিবি কাহাৰ গৈয়া ঘৰক শুৱাই।।
কৌশল্যা বিষনী আছে কত তপসাই। আজি তান বুকু জুৰাইবেক তোক পাই।।
সীতাযে কান্দয় মেনকাৰ ধৰি গলে। কৰয় ক্ৰন্দন আৰো সুহৃদসকলে।।

নাম-মালিকা ৰচনা সম্পৰ্কে আগতে উনুকিয়াই অহা হৈছে উড়িষ্যাৰ ৰজা পুৰুষোত্তম গজপতিৰ এই নামৰ সংস্কৃত গ্ৰন্থৰ পৰা বীৰুকার্য্যিৰ অনুৰোধমতে মাধৱদেৱে এই পদ-ভাঙনি কৰে। আৰম্ভণিত—

কৃষ্ণৰ চৰণে নমস্কাৰ কৰি মনে। কৰোঁ নমস্কাৰ নিজ গুৰুৰ চৰণে।।
সুপ্তপ্ৰায় আছিলেক মোৰ বুদ্ধি-মন। যাহাৰ কৃপাত ইটো ভৈল সচেতন।।
হেন গুৰু-চৰণত কৰি নমস্কাব। মাধৱে ৰচিল পদ নাম মালিকাৰ।।
পুৰুষোত্তম নামে নৰেশ্বৰ গজপতি। তান আজ্ঞা পালি দ্বিজগণ মহামতি।।
পুৰাণ ভাৰত স্মৃতি আগমক চাই। নানা গ্ৰন্থ সংগ্ৰহ কৰিলা এক ঠাই।।
কৃষ্ণ নাম মহিমা পাইলন্ত যতমান। লিখি আনি সবাকো কৰিলা একঠান।।
মূঢ় হয়া কৰোঁ পদ নাম মালিকাৰ। ইহাত আমাক দোষ নিদিবা বিস্তাৰ।।

নাম মাহাত্ম্য প্ৰচাৰেই অৱশ্যে নাম মালিকাৰ ঘাই লক্ষ্য। উৎসাহ-দাতাৰূপে লক্ষ্মী-নাৰায়ণৰ (১৫৮৪ ১৬২২) মহীপাত্ৰৰ উল্লেখ—

জয় জয় লক্ষ্মী নাৰায়ণ মহা নৃপতি অগ্ৰগণি।
যাহাৰ নিৰ্ম্মল যশস্যাসকল ঢাকিলা ইটো ধৰণী।।৫৮৫
তান মহীপাত্ৰ নামে বীৰুপাক্ষ সমস্ত গুণ-সাগৰ।।
যাহাৰ সভাত নুগুচে সাক্ষাত বিচাৰ শত শাস্ত্ৰৰ।।৫৮৮।
তান আজ্ঞাবাণী মনে অনুমানি কৰিয়া এই বিচাৰ।
যেন লৈলা মনে পৰম যতনে ৰচিলোঁ আমি পয়াৰ।।৫৯১।

ৰাজসূয় যজ্ঞ নামে আন এখনি কাব্যত মাধৱদেৱে জৰাসন্ধৰ মৃত্যুৰ পাছত তেওঁৰ পুতেকক ৰাজপাটত বহুওৱা সম্পৰ্কত হোৱা এই যজ্ঞ আৰু কৃষ্ণৰ বিৰুদ্ধবাদী হৈ যুদ্ধ নকৰা বাবে জৰাসন্ধই বন্দী কৰা ৰজাসকলৰ মুক্তিৰ বৰ্ণনা কৰি কৃষ্ণ-মাহাত্ম্য ব্যক্ত কৰিছে।

অসমৰ বৈষ্ণৱ ধৰ্মৰ চাৰি শৰণৰ লগত মিলাই চাৰিখনি বিশেষ গ্ৰন্থ শঙ্কৰদেৱৰ কীৰ্ত্তন আৰু দশম আৰু মাধৱদেৱৰ নামঘোষা আৰু ৰত্নাৱলী। এই গ্ৰন্থপ্ৰাপ্তি সম্পৰ্কে ৰামানন্দই লিখিছে—

কণ্ঠভূষণ নামে ব্ৰাহ্মণ আছিলা। চাৰিখান কল্পৰ অহিতে পঢ়িলা।।
বেদান্ত শাস্ত্ৰক পঢ়িবাক ইচ্ছা কৰি। বাৰাণসী প্ৰদেশক গেল যত্ন কৰি।।
ৰাম ভট্ট নামে তৈত বিপ্ৰ একজন। পৰম বৈষ্ণৱ বেদান্তত সাংশাভন।।
অনেক পণ্ডিত বিপ্ৰ পঢে সেহি ঠাই। অতি আনন্দিত ভৈল বাৰাণসী পাই।।
এক কথা শুনা ভাগৱতত আছয়। নিমি নৱ সিদ্ধৰ সম্বাদ যেন নয়।।
শঙ্কৰে তাহাৰ কৰিছন্ত পদচয়। শুনন্তে লোকৰ বৰ আনন্দ মিলয়।।
আৰম্ভণ কৰিছন্ত প্ৰথম কালত। কণ্ঠ ভূষণৰ পুথি আছিল লগত।
ৰাত্ৰি অৱসানে তাক গাইবাক লাগিলা। একচিত্ত কৰি গুৰু শুনিয়া আছিলা।।
প্ৰভাততে গুৰু ছাত্ৰশালক গৈলন্ত। কণ্ঠভূষণেও উঠি শৈকে আসিলন্ত।।
ৰামভট্ট বুলিলন্ত কণ্ঠভূষণক। কৈত পাইলা তুমি ভাগৱতৰ পদক।।
উত্তম পঠন আৰু কোনে বিৰচিলা। কণ্ঠভূষণেও শুনি কহিবে লাগিলা।।
আমাৰ দেশত আছে নামত শঙ্কৰ। পৰম মহন্ত অগ্ৰগণী বৈষ্ণৱৰ।।
তেন্তে কৰিছন্ত ভাগৱতৰ পদক। শুনি ৰামভট্ট গুৰু পাইলা আনন্দক।।
পুনৰ্বাৰ গুৰু সম্বোধিয়া বুলিলন্ত। শুনা কণ্ঠ ভূষণ তুমি মহাভাগৱত।।
যি দেশত মহাভাগৱত প্ৰচাৰয়। তাহাৰ সমান পুণ্য ভূমি নাহিকয়।।
কণ্ঠভূষণ তুমি কিসক আসিলা। মহাভাগৱত পটি কেনে নৰহিলা।।
তেজিয়া আসিলা ভাগৱত অমৃতক। চৰ্বন কৰিবে লাগি বেদান্ত কাষ্ঠক।
মোহোৰ বচন কৰ্ণ পাতি শুনিয়োক। পুনৰ্বাৰ শঙ্কৰৰ পাশক যায়োক।।
শঙ্কৰত জনাইবাহা মোৰ নমস্কাৰ। কলিত বৈষ্ণৱ বিষ্ণু সৰ্বশাস্ত্ৰসাৰ।।
এহি বুলি আনি ৰত্নাৱলী পুস্তকক। সম্বোধি বুলিবে লৈলা কণ্ঠভূষণক।।
বিষ্ণুপুৰী সন্ন্যাসী অমৃত ইটো কৃত। বৈষ্ণৱ জনৰ ইটো মহা মনোনীত।।
এহি পুথিখনি দিবা শঙ্কৰ হাতত। তান পৰা প্ৰচাৰিবে সমস্ত ৰাজ্যত।।
কণ্ঠভূষণক পাছে শঙ্কৰে পুছিলা। বেদান্ত নপঢ়ি কেনে উলটি আসিলা।।
দেখি কণ্ঠভূষণৰ আনন্দ ভৈলন্ত। ৰত্নাৱলী পুথিখান হাতত লৈলন্ত।।
পৰম গৌৰৱে শঙ্কৰৰ হাতে দিলা। ৰামভট্টৰ স্তুতি-নতি সমস্তে কহিলা।।

ইযাৰ পাছত এই ৰামৰাম গুৰুৰ জোঁৱায়েক কণ্ঠভূষণে ততালিকে শঙ্কৰদেৱত শৰণ লয় (১৪৫৫-৫৯ পদ)। মাধৱদেৱে শঙ্কৰদেৱৰ পৰা ইয়াৰ পদ-ভাঙনি কৰিবলৈ আদেশ পায় আৰু ইয়াত শৰণ শেষত থকাৰ কাৰণ সোধাত উত্তৰ পায়—

ৰত্নাৱলী পুথি পাই আনন্দে শঙ্কৰ। মাধৱৰ হাতে দিলা কৰিয়া আদৰ।।
প্ৰথমতে নপাইলা শৰণ বিৰচন। শেষতেসে পাইলাহা একান্ত শৰণ।।
শঙ্কৰক সম্বোধিয়া মাধৱে বুলিলা। এক শৰণক কিয় শেষত বান্ধিলা।।
সবাতো কৰিয়া শ্ৰেষ্ঠ একান্ত শৰণ। গৰিষ্ঠ কাৰণে শেষে কৰিছা বন্ধন।।
পসাৰীসকলে অল্পমূল্য বস্তুচয়। পসাৰৰ উপৰত দেখাযা থৱয়।।
শ্ৰদ্ধা কৰি গ্ৰাসকে যদি কিনিবে খোজয়। মহামূল্য বস্তু তেৱে পাছে দেখাৱয়।।
শঙ্কৰে বোলন্ত তুমি মাধৱ শুনিয়ো। ৰত্নাৱলী ভক্তি-শাস্ত্ৰ পদে নিবন্ধিয়ো।।
মাধৱে বোলন্ত পাছে কৰি নমস্কাৰ। পদ বান্ধিবাক শক্তি নাহিকে আমাৰ।।
কিছুমান কৃপা যদি হোৱয় আমাৰ। তেৱেসে পাৰোহো তযু আজ্ঞা কৰিবাক।।

ভক্তি-ৰত্নাৱলী তেৰটি বিৰচনত বিভক্ত। প্ৰথমটিত ভক্তিৰ ব্যাখ্যা দ্বিতীয় আৰু তৃতীয়ত যথাক্ৰমে সৎসঙ্গ আৰু ভক্তি বিশ্লেষণ কৰিছে।

চতুৰ্থৰ পৰা দ্বাদশলৈ এই নটি বিৰচনত এই নৱবিধ ভক্তিৰ আলোচনা কৰি ত্ৰয়োদশ বা শেষ বিৰচনত শৰণ বৰ্ণাইছে। শঙ্কৰদেৱ শেষবাৰ কোচবেহাৰলৈ যোৱাৰ আগতে অৰ্থাৎ ষোড়শ শতিকাৰ মাজভাগত মাধৱদেৱক ৰত্নাৱলীৰ ভাঙনি কৰিবলৈ দিয়া বুলি বুজিব পাৰি। ৰামানন্দৰ পৰা—

বিষ্ণুপুৰী কৃত ৰত্নাৱলী শাস্ত্ৰ সাৰ। এহিমতে কামৰূপে ভৈলন্ত প্ৰচাৰ।।
শুনা সভাসদ যত কথা তাত পৰ। বেহাৰক যাইবে ইচ্ছা ভৈল শঙ্কৰৰ।।

ৰত্নাৱলী মাত্ৰ নামঘোষাৰ আগৰ মাধৱদেৱৰ শেষ ৰচনা বুলি দুইখনি মহাগ্ৰন্থৰ ভিতৰুৱা প্ৰমাণৰ উপৰিও দুইখনিৰ বিষয়ে শঙ্কৰদেৱে একেলগে দিয়া নিৰ্দেশৰ পৰা বুজিব পাৰি—

তোমাত কহিলোঁ ইটো ৰহস্য ভকতি। ঘোষা ৰত্নাৱলী পুথি লিখিয়ো সম্প্ৰতি।।
পদ দুলড়ি ঝুনা ছবিৰ অৰ্থক। ঝুমুৰি লেহাৰি ছন্দ তাহাৰ ৰসক।।
নমস্কাৰ শৰণ ভজন আত্মনিন্দা। উপদেশ তাৎপৰ্য প্ৰশংসা প্ৰাৰ্থনা।।
নামৰ মহিমা যত কাৰুণ্য আছয়। ঘোষাৰ মাজত তাক দিবাহা নিশ্চয়।

ইসব প্ৰমুখ্যে যত আছয় পটল। তোমাৰ আগত তাক কহিলোঁ সকল।।
ঘোষা ৰত্নাৱলী দশম কীৰ্ত্তন আৰ। নাম কৰি লেখা থৈবা তুমি আস্বাৰ।।

সচাকৈয়ে সদৌ ভাৰতীয় ধৰ্ম-সাহিত্যত গীতা ভাগৱতৰ যি ঠাই, অসমৰ বৈষ্ণৱ সাহিত্যত কীৰ্ত্তন-নামঘোষাৰ সেই আসন। শঙ্কৰদেৱৰ কীৰ্ত্তন-দশম আদিত যিবোৰ তত্ত্ব উপদেশৰূপে সিচৰতি হৈ আছে, নামঘোষাত সেয়ে "পকা বগৰিৰ দৰে বাহিৰে খাবলৈ কোমল ভিতৰত গুটিটি টান। গীতা মে হৃদয়ং পাৰ্থ বুলি শ্ৰীকৃষ্ণই যিদৰে কৈছে ঘোষাতে সমস্ত মোৰ বল-বুদ্ধি যত বুলি মাধৱদেৱেও সেইদৰেই কৈছে। অকল এয়েই নহয় নামঘোষাৰ সহস্ৰেক ঘোষাৰ অতি সৰহখিনিয়েই নানা শাস্ত্ৰৰ ভাঙনি। ভাৰতৰ ভক্তি ধৰ্মৰ প্ৰথম প্ৰৱৰ্ত্তক আৰু প্ৰচাৰক দক্ষিণ ভাৰতৰ আলোৱাৰসকলৰ সহস্ৰেক তামিল গীত সংগৃহীত আছে মাধৱদেৱৰ হাজাৰী ঘোষা নামৰ তাৰ লগত কিবা সম্পৰ্ক আছে নে নাই কোৱা টান। যি হওক নামঘোষাৰ কাব্য গুণৰ মূল্যাঙ্কন কৰোতে স্বভাৱতে এনে প্ৰশ্ন হয় ইমানবোৰ বিভিন্ন গ্ৰন্থৰ পদ ভাঙনিকে ঘাই সম্বল কৰি লিখা এখন গ্ৰন্থৰ ঐক্য আৰু মৌলিকতা কত ? ইয়াৰ উত্তৰত কব লাগিব ইয়াৰ ঐক্য হল ভক্ত কবিৰ ভাৱ সমন্বয়ত আৰু ইয়াৰ মৌলিকতা হল তেওঁৰ অপূৰ্ব কবি প্ৰতিভাত। এটি ঘোষাত আছে— 'হৰি ভক্তি ৰাজমাৰ্গ গুৰু পদ-নখ চন্দ্ৰ প্ৰকাশিত শ্ৰুতি জননীৰ পদ পথ অনুসৰি। যুৰোঁ হয়া আমি আনন্দিত স্খলন নাহিক কদাচিত মহাজন সৱে জানিবা নিশ্চয় কৰি।। নামঘোষাৰ ৰত্ন ভাণ্ডাৰৰ ইয়াকো সচাৰ কাঠি বুলিব পাৰি কিয়নো গুৰু পদ-নখ চন্দ্ৰ'ত গুৰু 'ভকত দুইকে আৰু 'হৰি-ভক্তি-ৰাজমাৰ্গ'ত "নাম আৰু দেৱ" উভয়কে অৰ্থাৎ মহাপুৰুষীয়া ধৰ্মৰ চাৰি শৰণৰ তত্ত্ব দেখা পাওঁইক। ধৰ্মকাব্য স্বৰূপেও ইয়াত সন্ধ্যা ললিতা-কান্তাৰ দৰে মাধৱদেৱৰ আত্ম-লঘিমা গুৰু গৰিমা আৰু প্ৰেম-মহিমাৰ তিনি সুতি একেটি হৈ বৈ গৈছে আৰু আটাইতকৈ আচৰিত আৰু নয়নাভিৰাম দৃশ্য বসন্তৰ ভাপ পাই কঠোৰ ৰবক পৰ্বতবোৰ লাহে লাহে গলি বা আধা-গলা হৈ তুষাৰ-নদীত পৰিণত হোৱাৰ দৰে বেদ বেদান্তৰ কঠিন তত্ত্বৰোৰ ভক্ত কবিৰ অনুভূতিৰ উম লাগি অনুপম বা স্বৰ্গোপম কবিতাৰ অমৃত হৈ বাগৰি আহিছে — যেন " হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে, প্ৰেম অমৃতৰ নদী। শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিলা বহে ব্ৰহ্মাণ্ডক ভেদি।।"

বেদ ভাৰতীয় ধৰ্ম সাহিত্যৰ প্ৰথম সোণৰ কাৰেঙ। ইয়াৰ দুটি ভাগ পোনৰটি ব্ৰাহ্মণ সংহিতা আদিৰে নানা পূজা পাতলৰ ভাগ কৰ্মকাণ্ড। নাম-ঘোষাৰ অনেক ঠাইত বেদ শব্দৰ অৰ্থ কৰ্ম্মকাণ্ড —

| | | |
|---|---|---|
| কিন্তু ইটো মহাধৰ্ম্ম | মাধৱৰ জন্ম কৰ্ম্ম | বেদে যাৰ নজানে মহিমা।৭৮। |
| যিটো দেৱ ভগৱন্ত | বেদে যাক নজানন্ত | তেন্তে নিজ কীৰ্ত্তনত বশ্য ।৮৩। |
| বেদৰ বিহিত যত | আছে ধৰ্ম্ম সংসাৰত | সৱে হৰি-নামৰ কিঙ্কৰ।১০৩। |
| অবিৰক্ত ভকতৰ | বেদ লঙ্ঘিবাৰ দোষ | জানিবাহা ইহাক নিশ্চয়।৫৯৬। |

কৰ্ম্মকাণ্ডৰ প্ৰতিক্ৰিয়া স্বৰূপে আৰণ্যক আদিৰে বেদৰ শেষছোৱা বা বেদান্তই হল জ্ঞানকাণ্ড নামঘোষাৰ আন ঠাইবোৰত সেয়ে—

| | | |
|---|---|---|
| বেদে-ৰামায়ণে | পুৰাণে ভাৰতে | আদি মধ্য অৱসানে। |
| হৰিকেসে মাত্ৰ | কহয় নিশ্চয় | জানা তত্ত্ব এহিমানে।।২০৩। |
| বেদৰ ৰহস্য | হৰিৰ কীৰ্ত্তন | নুশুনিলো সাৱধানে। |
| যমৰ কিঙ্কৰে | তপত শলাক | বাইবে তাহাৰ কাণে ।।২৮৬। |
| মাধৱৰ নাম | বৎসপ্ৰায় ভৈল | ভক্তে তাঙ্ক লৈযা যান্ত। |
| বেদৰ ঈশ্বৰ | হৰি ধেনু যেন | তাৰ পাছে পাছে ধান্ত।।৩৬৪। |

| | |
|---|---|
| পতিত পাৱন বুলি নাৰায়ণ এ | পৰম পণ্ডিতে ডাকে আতুৰ হৈয়া। |
| তযু বেদ বাণী আমি আছো শুনি এ | মহা মহা পাপী তৰে তযু নাম লৈয়া।। |
| বেদৰ ৩পুত বিত্ত নাৰায়ণ এ | দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত। |
| জীৱৰ তাৰণ হেতু নাৰাযণ এ | প্ৰচাৰিলা নিজ যশ-ধৰ্ম্ম বিপৰীত ।।৮০৫। |

বেদৰ এই জ্ঞানকাণ্ডই প্ৰাকবৌদ্ধ ভাৰতৰ চিন্তা-জগতত যি অপূৰ্ব্ব-আলোড়নৰ সৃষ্টি কৰিলে আৰু তাৰ ফলস্বৰূপে সেই কালত যি শত শত বিভিন্ন দৰ্শনালয় বোৰৰ সৃষ্টি হল সেইবোৰ শৃঙ্খলিত কৰিবৰ আৱশ্যক হোৱাত মূল বেদান্তৰ মতকে নমনা বৌদ্ধ দৰ্শন আদি নাস্তিক বুলি বাদ দি বাকি আস্তিক দৰ্শনালয়বোৰ জুকিয়ালত ষড়দৰ্শনৰ জন্ম হল। ইয়াৰ ভিতৰতে গৌতমৰ ন্যায় আৰু কণাদৰ বৈশেষিক আৰম্ভবাদী পাতঞ্জলিৰ যোগ আৰু কপিলৰ সাংখ্য পৰিণামবাদী আৰু জৈমিনীৰ পূৰ্বমীমাংসা আৰু বাদৰায়ণৰ উত্তৰমীমাংসা বিৱৰ্ত্তনবাদী। এই আস্তিক ষড়দৰ্শনৰ ভিতৰৰা কপিলৰ পৰিণামবাদী সাংখ্যদৰ্শন বাস্তৱতে বহ্বাত্মা বাদী বা অনীশ্বৰ বাদী এই সম্পৰ্কত "সৰ্বম্ অনিত্যম্ সৰ্বম্ অনাত্মম" বোলা অনাত্মা-বাদী আৰু অনীশ্বৰবাদী নাস্তিক বৌদ্ধ দৰ্শনৰ লগত ইয়াৰ আঁহফলা প্ৰভেদ মন

কৰিব লগীয়া। এই বিবৰ্ত্তনবাদী দুই দৰ্শনৰ মূল্য তথা হ'ল এক মৌলিক পদাৰ্থৰ পৰিণতি আৰু অভিব্যক্তিৰ পৰা জগৎ ক্ৰমে বৰ্ত্তমান অৱস্থাত উপনীত। সাংখ্য মতে জগতৰ আদিতে প্ৰকৃতি আৰু পুৰুষ পুৰুষ উদাসীন অথচ চেতন প্ৰকৃতি জড়ময়ী অথচ কৰ্ত্ৰী। পুৰুষৰ চৈতন্যশক্তি প্ৰকৃতিত প্ৰতিফলিত হয় বাবে প্ৰকৃতিৰ চেতন বুলি ভ্ৰম জন্মে। কিন্তু বিবৰ্ত্তনবাদী পূৰ্বমীমাংসা আৰু উত্তৰমীমাংসাৰ মতে পদাৰ্থৰ পৰা জগৎ সৃষ্টি হোৱা নাই আৰু স্বৰূপতে ব্ৰহ্মাৰ বাহিৰে কোনো পদাৰ্থই নাই ময়াধ্যক্ষেন প্ৰকৃতি সূয়তে সচৰাচৰম্। হেতুনানেন কৌন্তেয় জগদ্বিপৰিবৰ্ত্ততে।। গতিকে জগৎ পৰিবৰ্ত্তিত হৈ হৈছে সৃষ্টি হোৱা নাই প্ৰকৃতি জগতৰ নিৰ্মাত্ৰী নহয় পুৰুষৰ ইচ্ছাৰ প্ৰভাৱত প্ৰকৃতি নিজে পৰিবৰ্ত্তিত হৈছে। এই পৰিবৰ্ত্তন-প্ৰভাৱেই জগৎ, আৰু এই সামান্য কাৰ্যাকাৰিতাই প্ৰকৃতিৰ কৰ্ত্তৃত্ব বা সক্ৰিয় অংশ বুলিব পাৰি। মুঠতে বিবৰ্ত্তনবাদীসকলৰ মতে যি জগত আমি চকুৰে দেখিছোঁ ই কোনো প্ৰকৃত পদাৰ্থ নহয় কিয়নো একমাত্ৰ সনাতন পদাৰ্থ ব্ৰহ্মাইহে আছে, ৰজ্জুত সাপ দেখাৰ দৰে ব্ৰহ্মাত জগৎ দেখা আমাৰ মনৰ ভ্ৰান্তি মাত্ৰান।

| | |
|---|---|
| প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন। | সৰ্ব্ব অৱতাৰ কাৰণ নাৰায়ণ।। |
| তুমি পৰমাত্মা জগতৰ ঈশ এক। | একো বস্তু নাহি ক তোমাত ব্যতিৰেক।। |
| তুমি কাৰ্য কাৰণ সমস্ত চৰাচৰ। | সুবৰ্ণ কুণ্ডলে যেন নাহিক অন্তৰ।।" |

"অবাঙ্ক মানসগোচৰ এয়ে হ'ল ব্ৰহ্মাৰ স্বৰূপ তেওঁৰ একোঅহং বহু স্যামি" ভাবতেই জন্মিল প্ৰকৃতি। ব্ৰহ্মা সৎ কিন্তু প্ৰকৃতি সৎ নহয় অসৎ নহয় অনিৰ্বচনীয়। শঙ্কৰদেৱে দশম ভাগৱতত লিখিছে —

| | | |
|---|---|---|
| প্ৰকৃতি আশ্ৰয়ী | আছে আদি বৃক্ষ | সুখ দু খ দুই ফল। |
| তিনি গুণ মূল | অৰ্থ চাৰি ৰস | শিপায়ে ইন্দ্ৰিয় বল।। |
| ছয় উৰ্ম্মি আত্মা | সাত ধাতু ছাল | শাখায়ে আঠ প্ৰকৃতি। |
| দশ বায়ু পাত | ঈশ জীৱ দুই | পক্ষী থাকে তাত নিতি।।৬২ |

প্ৰাণ অপান সমান উদান ব্যান, নাগ কূৰ্ম কৃকৰ দেৱদত্ত, ধনঞ্জয় এই দশ বায়ু ৰূপ পাতেৰে ক্ষিতি অপ্ তেজ মৰুৎ ব্যোম্ মন, বুদ্ধি অহঙ্কাৰ এই আঠ প্ৰকৃতি ৰূপ ডালেৰে মেদ মাংস অস্থি মজ্জা শোণিত শুক্ৰ, ৰস এই সাত ধাতু ৰূপ ছালেৰে শোক মোহ, জৰা মৃত্যু ক্ষুধা পিপাসা এই উৰ্ম্মি ৰূপ আত্মাৰে , ধৰ্ম্ম অৰ্থ কাম মোক্ষ এই চাৰি ৰস দশেন্দ্ৰিয় শিপাৰে, সত্ত্ব, ৰজঃ,

তমং এই তিনি গুণ ৰূপ গা গছেৰে প্ৰকৃতি ৰূপ যাই বৃক্ষ আছে এই বিৰিখত সুখ-দুঃখ ৰূপ দুটি ফল লাগে আৰু জীৱাত্মা-পৰমাত্মা ৰূপ দুটি পখী থাকে। এই পখী দুটি অভেদ এটিয়ে বিৰিখজুপিৰ মিঠা ফলটি খায় ইটিয়ে নাখাই চাই থাকে।

বেদ অৰ্থাৎ বেদান্তক তিনি প্ৰস্থান ৰূপেও ভাগ কৰা হয় তাৰে প্ৰথমটি হল শ্ৰুতিপ্ৰস্থান ই উপনিষদসমূহক বুজায়। নামঘোষাত—

সৰ্ব্বশ্ৰুতি শিৰোৰত্ন ভাগৱত বনমাঝে হৰিনাম সিংহ প্ৰকাশয়।
তাৰ মহাধ্বনি শুনি নিজ পৰিবাৰ সমে তৰ্কব্যাঘ্ৰী পলায় পাযা ভয়।।

হৰিভক্তি ৰাজমাৰ্গ গুৰু— পদনখচন্দ্ৰ প্ৰকাশিত
শ্ৰুতি জননীৰ পদ পথ অনুসৰি।
সুখে হয়া আমি আনন্দিত স্খলন নাহিক কদাচিত
মহাজন সৱে জানিবা নিশ্চয় কৰি।। ৬২১।

দ্বিতীয় হল বেদৰ স্মৃতিপ্ৰস্থান ই উপনিষদ সাৰ গীতাকে বুজায—

মাধৱে বোলন্ত শ্ৰুতি -স্মৃতি মোৰ আজ্ঞাবাণী জানা নিষ্ঠ
যিটো জনে আক উলঙ্ঘিয়া প্ৰৱৰ্ত্তয়।
ভৈল সিটো মোৰ আজ্ঞাচ্ছেদী মোৰ দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়।।৬২৫।

তৃতীয় হল বেদৰ ন্যায়-প্ৰস্থান ই ব্ৰহ্মসূত্ৰ বা বেদান্ত-সূত্ৰক বুজায় ইয়াৰ আন নাম ভিক্ষুসূত্ৰ । ইয়াৰ ৰচক বাদৰায়ন কোনোৰ মতে ব্যাস কোনোৰ মতে আকৌ ব্যাস-বাদৰায়ণ একেজন। সি যি হওক বিভিন্ন টীকা-ভাষ্য লিখিয়ে আচাৰ্য্যসকলে বিভিন্ন মতবাদ প্ৰচাৰ কৰিছে তাৰ ভিতৰত মায়াবাদ বা অদ্বৈত বাদ প্ৰচাৰক শঙ্কৰাচাৰ্যই প্ৰথম— শ্লোকাৰ্দ্ধেন প্ৰবক্ষামি যদুক্তং গ্ৰন্থ কোটিভিঃ। ব্ৰহ্ম সত্য জগন্মিথ্যা জীৱ ব্ৰহ্মৈৱ কেৱলম।।” এই মতবাদকে আংশিকভাৱে খণ্ডন আৰু আংশিকভাৱে সমৰ্থন কৰি তেওঁ বিশিষ্টাদ্বৈতবাদ বা দ্বৈতাদ্বৈতবাদ মত উলিয়ায় । ইয়াৰ উপৰি নিম্বাৰ্কাচাৰ্য্যই ভেদাভেদবাদ, মধ্বাচাৰ্য্যই দ্বৈতবাদ আৰু বল্লভাচাৰ্য্যই শুদ্ধাদ্বৈতবাদ মত প্ৰচাৰ কৰে।

আস্তিক দৰ্শন হলেও পৰিণামবাদী বা কাৰ্য্যকাৰণবাদী সাংখ্যমত বহ্বাত্মবাদী বা অনীশ্বৰবাদী বুলিয়ে বিবৰ্ত্তনবাদী ভাগৱতী মতৰ বিৰোধী, সেইবাবে নাম-ঘোষাত মাধৱে সাংখ্যমত খণ্ডিছে—

প্ৰকৃতি পুৰুষ দুইতো কৰি পৰ দুইহানো নিজ কাৰণ।
পৰম ঈশ্বৰ নামক ধৰিয়া আছা তাতে নাৰায়ণ।।

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ ।।৪০৫

বাসুদেৱ নিগদতি হাসি সাক্ষাতে বিদিত ভৈলা আসি
তুমি সে পুৰুষ প্ৰকৃতিত কৰি পৰ।
সমস্ত জীৱৰ বুদ্ধি সাক্ষী কেৱল আনন্দ অনুভৱ
স্বৰূপ সুখৰ সাগৰ দেৱ ঈশ্বৰ।। ৬৫৩

প্ৰকৃতিৰ প্ৰতিবোধৰ বাবেই সৎ ব্ৰহ্ম আৰু অসৎ জগতৰ মাজত সীমা ৰেখা টানিবৰ আৱশ্যক হ'ল। ব্ৰহ্মাই সৎ চিৎ, আনন্দ।—

যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মাৰূপে হৰি হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত-প্ৰাণ বুদ্ধি মন প্ৰৱৰ্ত্তে যতেক জড়ৰাশি।।
হে কৃষ্ণ তুমি মাত্ৰ চৈতন্য স্বৰূপ নিত্য সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৱৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ চৰাচৰ মায়াৰ কল্পিত।।
হৰিসে চৈতন্য আত্মা জ্ঞানময় আৱৰ সমস্তে জড়।
বেদ বেদান্তৰ সমস্ত শাস্ত্ৰৰ এহিসে বিচাৰ বৰ।।

ত্ৰিগুণী প্ৰকৃতি শুদ্ধ সত্ত্বৰ প্ৰতিবোধেই মায়া। নামঘোষাত—

নমো নমো নাৰায়ণ প্ৰসন্ন হয়োক হৰি কৰিয়োক মায়াক নিৰ্য্যান।
আপোনাৰ মহিমাক আপুনি বেকত কৰি জীৱক কৰিয়ো পৰিত্ৰাণ।।
তোমাৰ মায়ায়ে হৰি কপট গুণক ধৰি মুহি আছে আমাক সমূলি।
গুচায়োক মায়া স্বামী তোমাৰ চৰণে আমি ভজিলোঁহো জয় জয় বুলি।
মধুমতী মায়া উন্মত্ত কৰায়া আছে যত জীৱগণ।
ভকতৰ মায়াক পীড়ন নিমিত্তে বোলয় মধুসূদন।।১৬৫।

মলিন সত্ত্বৰ প্ৰতিবোধতেই অবিদ্যাৰ জন্ম। আকৌ নামঘোষাত—

আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষে সতত পায় নাপায় জানা তাক অবিদ্যাত।
অবিদ্যা নাশিলে লাগ, কৃষ্ণক পাৱয় যেন, কণ্ঠলগ্ন ৰত্নক সাক্ষাত।।৭১।
তোমাৰেসে অবিদ্যায়ে আমাক মুহিলে হৰি, নজানোহো তোমাৰ তত্ত্বক।
তোমাৰ চৰণে হৰি, শৰণ পশিয়া সাৰ, কৰিলোঁহো তোমাৰ নামক।।

নিৰ্গুণ নিৰাকাৰ ব্ৰহ্মাই সগুণ সাকাৰ ৰূপ ধৰাৰ কাৰণ—

পৰম দুৰ্বোধ আত্মতত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰাঁ তুমি কৃপাময়।
তাহান চৰিত্ৰ সুধা-সিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়।। ৬৬০।

চিন্তা ইচ্ছা অনুভূতি মনৰ এই তিনি ধৰ্ম অনুসৰি যথাক্ৰমে জ্ঞান কৰ্ম ভক্তি এই তিনি বৃত্তি। ইয়াৰ ভিতৰত কোনটো 'শ্ৰেষ্ঠ ই চিৰন্তন প্ৰশ্ন হৈ আহিছিল গীতা শাস্ত্ৰত তাৰ শেষ মীমাংসা হোৱা নাই, তাৰ সম্পূৰ্ণ নিৰ্ণয় হৈছে শ্ৰীমদ্ভাগৱতত। নাৰদীয় ভক্তিসূত্ৰত ও ত্ৰিষু সত্যেষু ভক্তিৰেব গৰীয়সী ভক্তিৰেব গৰীয়সী বুলি নাৰদে উৰ্দ্ধবাহু হৈ কবৰ দৰে 'নামঘোষা তো কৈছে— কেৱল ভকতি পুৰুষক তাৰে সহায় কাকো নচাৰে। জ্ঞান কৰ্ম্ম তাৰে তাৰিতে নপাৰে ভকতি নপাৰে যাৰে।।২০০।

দৈত্যাৰিৰ মতে কোচবেহাৰতে মাধৱদেৱে ঘোষা সমাপ্ত কৰে—

আছন্ত আনন্দ মনে বেহাৰত কতোদিনে মাধৱদেৱৰ ভৈল মন।
আউল ভাঙি ঘোষাখান কৰোঁ আনি একথান এহি বুলি শৰণ ভজন।।
নিন্দা স্তুতি উপদেশ প্ৰাৰ্থনা কাকুতি খেদ বহুবিধ পটল কৰিলা।।

শঙ্কৰদেৱৰ নিৰ্দেশ অনুসাৰে শঙ্কৰদেৱৰ জীৱিত কালতে 'নামঘোষা'ৰ ৰচনাৰ আৰম্ভ হলেও তাৰ পাছত মাধৱদেৱৰ শেষকাল হোৱাতহে যে ইয়াৰ পৰিসমাপ্তি হৈছিল তাৰ নানান প্ৰমাণৰ ভিতৰত গুৰুজনাৰ প্ৰতি ভক্তিভাৱৰ তীব্ৰতাও অন্যতম। সেই তীব্ৰতাত গুৰু আৰু দেৱ যেন ক্ৰমে একত পৰিণত হব খুজিছে—

হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিলা বহে ব্ৰহ্মাণ্ডক ভেদি।।৩৭৯।
শ্ৰীমন্ত শঙ্কৰ হৰি-ভকতৰ জানা যেন কল্পতৰু।
তাহান্ত বিনাই নাই নাই নাই আমাৰ পৰম গুৰু।।৩৭৬।

কালিদাসৰ "মেঘদূতে সমসাময়িক সংস্কৃত সাহিত্যত সোনকালে এক শ্ৰেণীৰ 'দূত'-কাব্যৰ জন্ম দিয়াৰ দৰে মাধৱদেৱৰ 'নামঘোষা'য়ো তত্তাধিকে তৎকালীন অসমীয়া বৈষ্ণৱ সাহিত্যত এজাৰী "ঘোষা -কাব্যৰ উৎপত্তি কৰিলে। কিন্তু 'মেঘদূত'ৰ প্ৰতিপত্তি প্ৰমাণ কৰি সেই 'দূত'-কাব্যবোৰ বতৰ-ফুলৰ দৰে সেই বতৰতে মৰহি যোৱাৰ নিচিনাকৈ "নামঘোষা বো সাময়িক সমাজৰ ওপৰত

প্ৰভাৱৰ প্ৰমাণ দেখুৱাই ঘোষা -কাব্যবোৰেও যথাস্থান ললে তাৰ ভিতৰত গোপাল মিশ্ৰৰ ঘোষা-ৰত্ন" আৰু পুৰুষোত্তম ঠাকুৰৰ 'ন-ঘোষা' উল্লেখযোগ্য। ইযাৰ কাৰণ আন একো নহয় কালিদাস আৰু মাধৱদেৱৰ প্ৰতিভাৰ যি অমৰ বৈভৱ তাৰ প্ৰভাৱতে মেঘদূত আৰু নামঘোষাই আনে পাৰ নোৱৰা যাউতিযুগীয়া জীৱনী-শক্তি লভিলে। স্বৰ্গহৰণ আৰু পুন স্বৰ্গলাভ কাৰা যেনেকৈ ভক্ত কবি মিল্টনে বাইবোলখন বুকত লৈ টোপনি যাওতে দেখা সপোন বুলি কোৱা হয় নামঘোষাও সেইদৰে সাধক কবি মাধৱৰ আত্মোৎসৰ্গৰ ফল সাধনা লব্ধ পুণ্যাশীষ।

## মাধৱদেৱৰ অঙ্কীয়া নাট আৰু বৰগীত ৰচনা

শুনিয়া মথুৰাদাস তেখনে আসিলা। মাধৱদেৱক বৰপেটা লাগি নিলা।।
ভক্তবৰ্গ সমে তথা ৰহিলা মাধৱ। তাম্বিকুচি লোকৰ মিলিলা মহোৎসৱ।।
নটুৱা পাতিলা নাট কৰিলা বিস্তৰ। নাট দেখি লোকৰ আনন্দ বহুতৰ।।
কৰিলা ঝুমুড়া দধি-মথন তহিত। নানা ৰসে কৰিলন্ত আনো যত গীত।।

মাধৱদেৱৰ চোৰধৰা পিপড়া গুচোৱা ভূমিলোটোৱা ভোজন ব্যৱহাৰ অৰ্জ্জুন ভঞ্জন (ৰাস) ঝুমুৰা দধিমথন আৰু কোটোৰা খেলা এই আঠখনি অঙ্কৰ নাম এতিয়ালৈকে পোৱা হৈছে। মাধৱদেৱকে আদি কৰি সকলো অঙ্ক লেখকে শঙ্কৰদেৱৰ আৰ্হি অনুসৰিয়ে সংস্কৃত শ্লোকৰ পাছত ব্ৰজ-বুলি মিহলি গীত পদ আৰু কথা ব্যৱহাৰ কৰিছে। ইয়াতে অৱশ্যে লক্ষ্য কৰিব লগীয়া কথা অঙ্কৰ বাবে মাধৱদেৱে শ্ৰীকৃষ্ণৰ মধ্যলীলা আদিতকৈ শিশুলীলাহে বিশেষভাৱে অৱলম্বন কৰিছে আৰু এই উদাসীন ভক্তই সেই বাৎসল্য-ৰস অপূৰ্ব ভাৱে ফুটাই তুলিছে।

চোৰধৰা আৰু পিম্পৰা গুচোৱা অঙ্ক দুখনিৰ বিষয়-বস্তু প্ৰায় একে, গোপীৰ ঘৰত মাখন চুৰ কৰা কাহিনী (অধ্যয়ন ১৩৫-৩৮, ১৫২-৫৩)। ভূমি লোটোৱা অঙ্কত মাখন চুৰ কৰি ধৰা পৰাৰ ভয়ত কৃষ্ণই এদিন তেওঁৰ মাখন আৰু বাঁহীটি কোনোৱাই নিলে বুলি কান্দি-কাটি মাটিত লেটি লৈ সেই কথা তল পেলোৱা উপায় কৰিছে আৰু যশোদাই সেই ধূৰ্ত্তালি নুবুজি পুত্ৰক কাবৌ-কোকালি কৰি নিচুকাইছে—"অহে পুত্ৰ শ্ৰীকৃষ্ণ তোহাৰি পাৱত লাগোঁ। অৰুণ অধৰ বাজাই লওঁ। ওহি শ্যাম শৰীৰক অৱস্থা দেখিয়ে কৈছে মৰিয়ে

নাযও। তোহাৰি ঐছন অপমান দেখিয়ে আমাৰ হৃদি সহয়ে নাহি। আহে বাপু ৰোষ তেজহ, উঠহ, উঠহ। **ভোজন ব্যৱহাৰ** অঙ্কত কৃষ্ণই যমুনাৰ পাৰত গৰখীয়াবিলাকেৰে বনভোজ খাওতে ব্ৰহ্মাই গৰু আৰু গৰখীয়াবিলাকক কেনেকৈ চুৰ কৰে আৰু পাছত কৃষ্ণৰ হাতত ব্ৰহ্মা ধৰা পৰে তাৰ কাহিনী আছে। **দধিমথন** বা **অৰ্জুন-ভঞ্জন** অঙ্কত যশোদাই শিশু কৃষ্ণক উড়ালত বান্ধি থওঁতে তেও আঠু কাঢ়ি সেই উড়াল চোচৰাই নি এজোপা অজুন গছ ভঙাৰ চলেৰে নাৰদৰ শাপৰ পৰা কুবেৰৰ দুই পুত্ৰ নলকুবেৰ আৰু মণিগ্ৰীৱক কেনেকৈ উদ্ধাৰ কৰিলে তাক বৰ্ণাইছে। আৰম্ভণাতে সূত্ৰধাৰে ঘোষিছে -

যশোদা দিব্য বস্ত্ৰ অলঙ্কাৰ পৰিধান কৰিয়ে কুঙ্কুমে কুচযুগ মণ্ডিয়ে কজ্জলে নয়ন দুহু ৰঞ্জিযে কৰ্পূৰ তাম্বুল ভুঞ্জিয়ে যৈছে দধি মথিতে লাগিলা তাহা দেখহ শুনহ নিৰন্তৰে হৰি বোল হৰি বোল।

শঙ্কৰদেৱৰ নামত আৰোপিত **কেলি গোপাল** আৰু (ৰাস) **ঝুমুৰা** **কোটোৰা খেলা** আৰু **ভূষণ হেৰোৱা** অঙ্ককেখনিৰ সম্পৰ্কে মতভেদ আছে যিহেতুকে সদৌ অসমীয়া বৈষ্ণৱ সাহিত্যৰ ভিতৰত এইকেখন অঙ্কতহে ৰাধা বুলি এটা সুকীয়া চৰিত্ৰ দেখিবলৈ পোৱা হয়। হৰিবংশ বিষ্ণুপুৰাণ আৰু স্বয়ং ভাগৱত পুৰাণ আদি কোনো মূল শাস্ত্ৰত যে ৰাধা চৰিত্ৰ এটা নাই, অৰ্বাচীন ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ পৰাহে যে জয়দেৱ বিদ্যাপতি চণ্ডীদাস আদি কবিসকলে আৰু তেওলোকক অনুসৰি চৈতন্যদেৱ আদিয়ে এই ৰাধা-চৰিত্ৰত প্ৰাধান্য দিছে আৰু অসমীয়া বৈষ্ণৱ সাহিত্য যে এই ৰাধা-চৰিত্ৰৰ কুচৰিত্ৰৰ পৰা সম্পূৰ্ণ মুক্ত এনেবোৰ কথা একাধিকবাৰ উল্লেখ কৰি অহা হৈছে। তেনেহলে অকল এইকেখন অঙ্কত ৰাধা-চৰিত্ৰ ওলাল কৰ পৰা আৰু নোলালে শঙ্কৰদেৱ মাধৱদেৱৰ নামত এই-বোৰৰ প্ৰচলন হল কেনেকৈ এয়ে মতানৈক্যৰ গুৰি। (ৰাস) ঝুমুৰা আদিৰ উল্লেখ যে দৈত্যাৰি আদি চৰিত লেখকে কৰিছে, তাত সন্দেহ নাই সেই অঙ্ক বৰ্ত্তমানে চলিত অঙ্ক নহয় এনে এটা কথা কেৱল কব পাৰি পিছে সিও সুপ্ৰমাণিত হব লাগিব। (ৰাস) ঝুমুৰা প্ৰকৃত ৰাসক্ৰীড়া কাহিনী নহয় কৃষ্ণৰ অন্তৰ্ধানত বিৰহ-বাউলী আৰু প্ৰেমান্ধা গোপীসকলক দুপৰ নিশা ঈৰ্ষাযুক্তা হৈ হাবিৰ মাজত কৃষ্ণই এগৰাকী কাল্পনিক গোপীক লৈ পলাই যোৱাৰ যি খোজ দেখা পাইছিল, আৰু সেই কাল্পনিক গোপীকে " অনয়াৰাধিতো-কৃষ্ণঃ" শব্দৰ ধ্বনিৰ পৰা "হ্ৰী" বোলোঁতেই হমুনিয়াহৰ বাতৰি পোৱাৰ দৰে যি ৰাধাৰ উৎপত্তি, সেই

দাঁতিয়লীয়া পোহৰেই ইয়াৰ বিষয় বস্তু। কোটোৱা খেলা অঙ্কত ৰাধাই আন গোপীৰে গাখীৰ দৈ মাখন বেচিবলৈ যাওতে লগৰ গৰখীয়াবিলাকেৰে কৃষ্ণই কেনেকৈ বাট ভেটি ধৰিছিল তাৰ কথা আৰু ভূষণ-হেৰোৱা অঙ্কত পানী আনিবলৈ গৈ ৰাধাই কৃষ্ণক কদমৰ তলত শুই থকা পাই তেওঁৰ অলঙ্কাৰ চুৰ কৰি নি কেনেকৈ ধেমালি কৰিছিল তাৰ বৰ্ণনা । কোৱা বাহুল্য এই নাট-কেখনিতো ৰাধা তাৰ মাখিছালৰ ভিতৰলৈ সোমাৰ পৰা নাই , ৰাধা-উপাসনা বা দ্বৈতভাৱ তাত নাই।

আকৌ শঙ্কৰদেৱৰ নামত প্ৰচাৰিত ৰামমালিকা আদিৰ দৰে মাধৱদেৱৰ নামত আদিচৰিত অমূল্যৰত্ন গুপ্তমণি আদি কেবাখনিও জাল পুথি পোৱা হয়। এনে বাদ বিসম্বাদ থকা কোনো পুথি শঙ্কৰদেৱ বা মাধৱদেৱৰ হয় নে নহয় সেই বিচাৰৰ কষটি হ'ব শঙ্কৰদেৱৰ কীৰ্ত্তন দশম আৰু মাধৱদেৱৰ ঘোষা-ৰত্নাৱলী সেইবোৰ গ্ৰন্থৰ সঠিক ভাব ভাষা বা ৰীতিৰ লগত নিমিলিলে কোনো গ্ৰন্থ সেইসকলৰ বুলি ধৰিব নোৱাৰি। শঙ্কৰদেৱ মাধৱদেৱৰ নুবুলিলে কোনো নতুন কথাই সমসাময়িক অসমীয়া সমাজত ঠাই নাপাইছিল বাবেই কোনো অসৎ লোকে শঙ্কৰ মাধৱৰ শিক্ষাৰ বিপৰীতমূলক কথাও অনেক সময়ত এইদৰে সেইসকলৰ নামত প্ৰচাৰ কৰিবৰ অপচেষ্টা কৰিছিল। উদাহৰণ স্বৰূপে ৰাম মালিকা"ত কৃষ্ণৰ কিঙ্কৰ শঙ্কৰ'ক নিজে কৃষ্ণ বা ঈশ্বৰ বুলি কোৱাইছে। আদিচৰিত মাধৱদেৱৰ নামত অপপ্ৰচাৰ কৰা এখন অতি দুষ্ট পুথি। "গুপ্তমণি পুথিখন এটি প্ৰকাশত মাধৱ দেৱৰ আৰু আন আন এটি প্ৰকাশত শঙ্কৰদেৱৰ বুলিছে ইও বিশেষ অৰ্থব্যঞ্জক। ছপা-পুথিৰ ভণিতাত মাত্ৰ আছে—'কহে গোবিন্দৰ দাস এৰা আন কাম। পাতক ছাডোক ডাকি বোলা ৰামৰাম।। ইয়াৰ পৰা ই শঙ্কৰদেৱ বা মাধৱদেৱ বা আন কাৰবাৰ বিশেষ ভণিতা হয় বুলিব পাৰি জানো? আকৌ অমূল্য-ৰত্ন'ৰ ভণিতাত আচৰিতভাৱে আছে—

"ৰচিলা মাধৱে শুনা নিৰন্তৰে অমূল্য ৰত্ন সাৰ।
শঙ্কৰ মাধৱে মহা গুপ্ত ভাৱে ৰচিলা ইটো পয়াৰ।।"
"শঙ্কৰ মাধৱ প্ৰাণৰ বান্ধৱ ডাকি বোলা ৰাম ৰাম।।"

এনে জোটাপতলি মৰা ভণিতা আৰু কতবাত আছে নে? তদুপৰি শঙ্কৰদেৱৰ মুখে এই বুলি নিজ নামৰ ব্যাখ্যা কৰাইছে—"শঙ্কৰীৰ হতেক শ্ৰী আমাত জেনয়।

পাঞ্চজন্য শঙ্খ যিটো আমাত আছয় ।। অসঙ্গী জীৱক সঙ্গী কৰিবোঁ নিশ্চয়। শঙ্কৰ নামৰ জানা এহিসে অন্বয়।। এহি হেতু মোক জানা শঙ্কৰ বোলয়।। কীৰ্ত্তন-দশম কৰবাত শঙ্কৰদেৱৰ এনে চেষ্টাৰ নাম-গোন্ধ পাবলৈ আছেনে?

মাধৱদেৱৰ ৰচিত বৰগীতৰ লেখ আদি আগতে দিয়া হৈছে। অঙ্কৰ দৰে বৰগীততো উদাসীন মাধৱদেৱৰ বাৎসল্য-ৰসৰ বৰ্ণনা বিশিষ্ট । এনে ধৰণৰ এটি অতি সুপ্ৰখ্যাত বৰগীত পুৰা-প্ৰসঙ্গত আজি তাকৰৰকৈও চাৰিশত বছৰ চলি আহিছে—

### ৰাগ শ্যাম

তেজহে কমলাপতি পৰভাতে নিন্দ। তেৰি চান্দ মুখে পোখোঁ উঠহে গোবিন্দ।।
ৰজনী বিদুৰ দিশ ধৱলী বৰণ তিমিৰ ফেৰিয়া বাঝ ৰবিৰ কিৰণ।।
শতপত্ৰ বিকশিত ভ্ৰমৰ উৰাই। ব্ৰজবধূ দধি মথে তুৱা গুণ গাই।।
দাম-সুদাম ডাকে তেৰি লৈয়া নাম। হেৰ দেখ উঠিয়া আসিল বলৰাম।।
নন্দ গেল বাথানে গোৱাল গেল পাল সুৰভি চাৰিতে লাগে উঠহে গোপাল।।
ক্ষীৰ লৱণু লৈয়া শিঙ্গা বেত বেনু। সকালে মেলিযো বৎস হুম্বালাৱে ধেনু।।
কহয় মাধৱ মাই কিনো তপসাইলা। ত্ৰিজগত পতি হৰি ৰাখোৱাল পাইলা।।

বাৎসল্য ৰসৰ আন এটি অতি প্ৰেম-মুগ্ধ মাধৱদেৱৰ সংস্কৃতীয়া বৰগীত—

### ৰাগ অহিৰ

গেবিন্দ চিন্তহ বাল গোপালম্।

| | | |
|---|---|---|
| ৰতন তলপ মহ | শয়নে ৰহতু হৰি | পঙ্কজ নয়ন বিশালম।।ধ্ৰুং। |
| কৰ পঙ্কজ যুগে | ধৰি পদ-পঙ্কজ | বয়ন-পঙ্কজে নিবেশিতম। |
| মুনিবৰ কৈছন | ছোড়ি অমিয়া | মধু পদ-পঙ্কজ ৰস পিতম।। |
| ওহি মন ভাবি | পৰম ৰতি-কৌতুকে | নিজ পদ পঙ্কজ পানম্। |
| বালক কেলি | অমিয়া ৰস-সাগৰ | মাধৱ কহ পৰমাণাম।। |

এইবোৰৰ বাহিৰেও মাধৱদেৱে সাময়িক ঘটনা লৈ কৃষি-ব্যৱসায় আদিৰ আধ্যাত্মিক ৰূপ দি কিছুমান যুৱীয়াকৈ ৰচা বৰগীত কাহিনী আছে—

### ৰাগ ভাটিয়ালী

| | | |
|---|---|---|
| ঝিৰিঝিৰি কৰ | আলো মনাই | হৰিচুৰুণ সেৱাৰ পৰম সুখে। |
| যতন কৰিয়া | হৰিৰ নাম | সদা ভাব মুখে ধ্ৰুং। |

| | | |
|---|---|---|
| অৰুণ বৰণ | হৰিৰ চৰণ | সদায় চিন্ত মনে। |
| খৰে নমাৰে | বানে নেনে | ফলে ছুনে বনে।। |
| হেন কিৰিষি | তেজিয়া মনাই | কোন কিৰিষি কৰ। |
| খৰে মাৰিব | বানে নিব | দুখ পাই কেন মৰ।। |
| ভাল খেতখানি | হৰিৰ চৰণ | বতৰ বান্ধিয়া লৈয়ো। |
| যেমন বলিয় | তেমন হয় | যতন কৰিযা বৈয়ো।। |
| হৰিৰ চৰণে | যি শস্য ফলিব | সকল অবিনাশী। |
| যত খুজি | তত পাই | এ বড় কিৰিষি।। |
| সব তেজিয়া | লৈয়ো মনাই | সন্তৰ সঙ্গতি। |
| তেবেসে কিৰিষি | ফলে কহয় | মাধব মূৰুখ মতি।। |

## ৰাগ ভাটিয়ালী

ব্যৱসা কৰিয়ো ভাই হৰিৰ চৰণ ধন সাৰ। অৰুণ চৰণ বিনে ধন নাহি আৰ।
ব্যৱসা কৰিতে পাইলা নৰ তনু নাৱ। যাৱে নাই পচে নাৱ মাণিক বেসাৱ।।
ৰত্নৰ পাইলা দ্বীপ ভাৰত আসিয়া। লৈয়ো ৰাম-নাম ভাই মাণিক বাচিয়া।।
কৰিয়ো বাৱসা হৰি-ভকতৰ কাছে। ৰাম-নাম ৰত্নৰ ভাণ্ডাৰ মেলি আছে।।
যতন কৰিয়া লৈয়ো ভাই যাৰ যত লাগে। শীঘ্ৰিৰ কৰিয়া ভাৰ ৰাম ভৰা হাট লাগে।।
সংসাৰ তৰিতে লাগে নাৱ পচে ঘাটে। চলিতে নিকট ভৈল ভৰা দিয়ো ঘাটে।।
যি নৰ চতুৰ মুখে ৰাম-নাম ধৰ। মূল ৰাখি লাভ কৰি ভৱ-নদী তৰ।।
ৰাম নাম লৈয়া আন আশা কৰ দূৰ। মিছা দিয়া সজ্জা লৈয়ো তেবেসে চতুৰ।।
ৰাম-নাম-ৰত্নে ভৰা দিয়ো তনু-নাৱ। হৰি গুণ গায়া যমৰ ঘাটি মাৰি যাৱ।।
ভকতৰ ধন হৰি-নাম নৱ নিধি। চাৰি বেদ বিচাৰিয়া কৈয়া আছা বিধি।।
কহয় মাধৱ দাস দীন মতিহীনা। আন ধন অকাৰণ ৰাম-ধন বিনা।

হাস্যৰস মিহলি মাধৱদেৱৰ বৰগীতত ৰামচৰেণে যোৰা দিলে—

## ৰাগ ভাটিয়ালী

বুঢ়া ভাই হৰি গুণ গায়া নাচা।

| | | |
|---|---|---|
| কোন দিন চলি | শৰীৰ পৰয় | আৰ কি বাট চাই আছা।।ধ্ৰুং |

| | | |
|---|---|---|
| আয়ু দিলে ভাঠি | হাতে লৈলা লাঠি | হাণ্ঠিতে নচলে পাৱ। |
| ভাগিল মাগুলি | আগ গৈল ঢলি | ধনু ফান্দ দিলে গাৱ।। |
| ছাল সোটা-সোট | হাড় গোটা গোট | কোটৰে লুকাইল আখি। |
| তেজ-বল-মাংস | গাৱতে লুকাইল | দেখিয়া নপাবা সাখী।।। |
| শুখাই গৈল আন্ত | মুখে নাসে মাত | বান্তবো নাহি অৱস্থা। |
| কাসে ঢুল-ঢুল | সৰি গৈল চুল | লড-বৰ কৰে মাথা।। |
| বিভৎস শৰীৰ | আখি ঝুৰে নীৰ | তিনি থানে ভৈল বাগ। |
| কহয় মাধৱ | সৱেয়ো মৰিব | তথাপি বুঢাসে আগ।। |

## ৰাগ ভাটিয়ালী

ডেকা ভাই। কিহুৰ হৰিষ তোৰ।

| | | |
|---|---|---|
| চক্ষু নেদেখস | আনন্দে ভ্ৰমস | তোক পাইলে কাল চোৰ।।ধ্রু।। |
| আছিলি ছৱাল | ভৈল যুৱাকাল | কেন্ন তাত নাই মন। |
| আপদৰ বন্ধু | যতন লইয়ো | ৰাম-নাম মহাধন।। |
| আয়ু আদি কৰি | যত ধন জন | সব কাল-চোৰে হৰে। |
| দেখি নেদেখস | বুঢাক হাসস | ছৱাল কালতে মৰে।। |
| যৌৱন গৰ্ব্বক | ঝাণ্টে পৰিহৰি | নামক লৈযো যতনে। |
| কালৰ হাতত | বৃদ্ধ যুৱা নাই | কহয় ৰামচৰণে।। |

এনে অনুক্ৰমে মাধৱদেৱৰ বৰগীতসমূহ স্বয়ং অসমীয়া সাহিত্যৰ এটি শ্ৰেষ্ঠ কীৰ্ত্তিস্তম্ভ। মাধৱদেৱ নিজে অতি সুগায়ক যে আছিল ৰামচৰণৰ "অমৃতৰ সুৰ যেন মাধৱৰ বাণী। কৰিলা প্ৰশংসা সন্ন্যাসী মনে জানি।। (শঙ্কৰ চৰিত ৩২৭০ পদ) কাহিনীৰ পৰা বুজিব পাৰি। বৰগীতৰ বাহিৰেও মাধৱদেৱৰ ভটিমা আদি অতি মনোৰম চানেকি স্বৰূপে প্ৰখ্যাত গুৰু-ভটিমাটি মাত্ৰ উদ্ধৃত কৰা হল।—

| | | |
|---|---|---|
| জয় গুৰু শঙ্কৰ | সৰ্ব্ব গুণাকৰ | যাকেৰি নাহি উপাম। |
| তোহাৰি চৰণক | ৰেণু শতকোটি | বাৰেক কৰোঁহো প্ৰণাম।। |
| দৰশিত সুন্দৰ | গৌৰ কলেৱৰ | ত্ৰৈভুন সুৰ পৰকাশ। |
| সকল সজ্জাসৰ | ৰঞ্জন যাকেৰি | দৰশনে পাপ বিনাশ।। |

বিনে অঙ্গ ভূষণ পেখি সুশোভন গহীন গম্ভীৰ ধীৰ মতি।
আযত কমল নযন বৰ সুন্দৰ বযন চান্দকহো জ্যোতি।।
লীলা গজপতি গমন বিলোকন বাণী মেঘ গম্ভীৰ।
পাষণ্ড মৰ্দ্দন কলিকো কালে যাকো সম নাহি বীৰ।।
যোহি নাৰাযণ মাযা বিস্তাৰি কৰু ত্ৰিজগত নিৰমাণ।
সনক সনাতন যোগী যাকেৰি মহিমা কবহু নজান।।
সকল চৰাচৰ পালনকাৰী যো হৰি দেৱক দেৱা।
চতুৰ বযন শিৱ সুৰপতি যাকেৰি কৰু নিত চৰণহি সেৱা।।
চাৰি বেদ শিৰো- মণি মাঝে যাকেৰি চৰণ বিকাশ।
সোহি দেৱক কযলি কলিকো শঙ্কৰদেৱ পৰকাশ।।
ত্ৰিভুবন বন্দন দৈৱকী নন্দন যো হৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰাযণ শঙ্কৰ তাকেৰি অংশ।।
মাযা-নৰতনু ধৰি হৰি-ভকতি কযলি বহু পৰচাৰ।
সব নৰ পাপ পয়োধি মজ্জল তা'হ কযলি উদ্ধাৰ।।
অব দিশি চাৰি বেদ বিচাৰি বেকত কৰু হৰি-নাম।
যাকেৰি বযনে মিলাই গাই পায মনোৰথ কাম।।
পণ্ডিত মানী বেদ বখানি গৰব কয়লি সব চুৰ।
গীত-কবিত্বগুণ শঙ্কৰদেৱৰ কীৰিতি গযো বহুদূৰ।।
শ্ৰী যশ দান মান ভূত দয়া সব গুণ সম্পন্ন খিক।
ভকতক ভকতি দানে কৰু গুৰু দায়া তনয় অধিক।।
হৰিক মুৰুতি সুৰুতি মন মগন মজ্জল আনন্দ-সিন্ধু।
ঐছন নিৰমল হৃদয়ে বিকশিত ভকত কুমুদ-কুল ইন্দু।।
নিজ কুল তাৰি ভকতি বিস্তাৰি বান্ধল হৰিগুণ সেতু।
কলিযুগে পাপ- পযোধিক সব নৰ তাৰণ-কাৰণ হেতু।।
ভকতি-ভাণ্ডাৰ দ্বাৰ সব ছোডি মুকুতি কয়লি উদাস।
এক শৰণ হৰি নাম-ধৰম কহো বাজা কৰু পৰকাশ।।
কি কহব শঙ্কৰ দেৱৰ মহিমা জানি অন্ত নপায়।
যাকেৰি চৰণক ৰেণু শিৰে পৰশি মুকুতি-সুখ সুখে পায়।।

মাধব দীন মূৰুখমতি কহয় বাণী শুন সব লোই।
বিনে গুৰু-চৰণ ভকতি-ৰকতি- মুকুতি কবহু নহোই।।
ওহি পৰম তত্ত্ব বেদকো বাণী জানি নৰ নকৰ বিৰাম।
ধৰমক কৰমক গৰবক ছোড়ি ডাকি বোলহু ৰাম ৰাম।।

অসমীয়া সাহিত্যত তথা অসমীয়া সংস্কৃতিত সমাজ বা জাতিগঠনত শঙ্কৰ দেৱৰ স্থান নিৰ্ণয় কৰিবলৈ যোৱা বিড়ম্বনা আৰু দুঃসাহস মাত্ৰ কিয়নো বেলিক যেনেকৈ তাৰ পোহৰৰ পৰা পৃথকৰূপে কল্পনা বাতুলতা মাথোন তেনেকৈ অসমীয়া সাহিত্য সংস্কৃতি সমাজ আৰু জাতি শঙ্কৰদেৱৰ প্ৰতিভাৰ প্ৰতিবিম্ব বা প্ৰতিকৃতি মাত্ৰ । অসমৰ সাংস্কৃতিক সৌৰ জগতত শঙ্কৰদেৱ যিদৰে সূৰ্য্য স্বৰূপ মাধৱদেৱও সেইদৰে তাক কেন্দ্ৰ কৰি ঘূৰা বিভিন্ন গ্ৰহ-জ্যোতিষ্কৰ বৃহস্পতি স্বৰূপ। এওঁলোকৰ লগৰীয়া মঙ্গল বুধ শুক্ৰ আদি ৰূপৰ অন্যান্য জ্যোতিষ্ক-সকলৰ বিষয়ে ইয়াৰ পাছত তেনেভাৱেই আলোচনা কৰা হ'ব।

## হৰিচৰণ অনন্ত কন্দলী চন্দ্ৰভাৰতী ভাগৱত ভট্টাচাৰ্য্য

কামৰূপে অনুপাম হাজো হেন যাৰ গ্ৰাম যাত মহা পঞ্চ তীৰ্থ আছে।
মহা মণিকূট গিৰি উঠি যত জন্ম তৰি লোহিত বহন্ত যাৰ কাছে।।
গিৰিবৰ ওপৰত মহাৰম্য মন্দিৰত আছে কৃষ্ণ-ভকতৰ পতি।
হয়গ্ৰীৱ ৰূপ ধৰি যাক দেখি নৰ-নাৰী মহাসুখে সাধয মুকুতি।।
তাসম্বাৰ হস্তে দিব্য পট্টবস্ত্ৰ উপজয় দেৱ দ্বিজ ৰাজাৰো ভূষণ।
সেহি হাজো নাম স্থানে আছিলন্ত ৰঙ্গ মনে মাধৱত কৰিয়া সেৱন।।
তন্ত কুল কমলৰ প্ৰকাশক দিবাকৰ ভাগৱত শাস্ত্ৰত পাৰ্গত।
ৰত্ন পাঠক নাম দ্বিজবৰ অনুপাম আছিলন্ত কৃষ্ণত ভকত।।
দেৱ মাধৱৰ বৰে উপজিলা তান ঘৰে তাহান নন্দন শুভ মতি।
পিতৃকুল অনুসাৰে মহা ভাগৱত শাস্ত্ৰে কৃষ্ণে উপজাইলা কিছু ৰতি।।
অনন্ত কন্দলী কবি নাম মাত্ৰ ভৈলা খ্যাত কাৰ্য্যে কিছু নভৈল তাহাৰ।
নাৰাধিলোঁ একো দেৱ নকিৰিলোঁ ৰাজা সেৱ একো শাস্ত্ৰ নাজানিলোঁ আৰ।।
নাচাহিলোঁ কাব্যকোষ কতো নাহি পৰিতোষ তৰ্কতো কৰ্কশ ভৈলা মতি।
এক ভাগৱত শাস্ত্ৰ চিত্তক ভুৰিলা মোৰ তাতেসে দ্ৰৱিল প্ৰেম-ৰতি।।

অৰ্থ আৰ গুৰুতৰ নানাবিধ প্ৰসঙ্গৰ তত্ত্ব কৰিবাক নপাৰয়।
ভকতি-প্ৰদীপ বিনে বৈদান্তিকো নুবুজয় টীকাতো সংশয় নিছিগয়।।
শ্লোক সংস্কৃতে আমি লিখিবাক ভাল জানি তথাপি কৰিবোঁ পদবন্ধ।
স্ত্ৰী শূদ্ৰ আদি যত জানোক পৰম তত্ত্ব শ্ৰৱণত মিলক আনন্দ।।

— মধ্য দশমৰ আত্মপৰিচযমূলক ভণিতাত কবিয়ে এনেদৰে লিখিছে। আকৌ শেষ দশমৰ আৰু আন আন ৰচনাত আত্ম পৰিচয় দিছে—

'ৰত্নপাঠক নাম পণ্ডিত পৰম। ভাগৱত শাস্ত্ৰে যাৰ আছিল বিক্ৰম।।
শ্ৰীহৰিচৰণ নামে তাহাৰ সন্ততি। ব্যাকৰণ পঢি নাম শ্ৰীচন্দ্ৰ ভাৰতী।।
তৰ্কত লভিলা নাম অনন্ত কন্দলী। ভাগৱত আচাৰ্য্য পদবী ভৈলা বলী।।
ভাগৱত ভট্টাচাৰ্য্য বোলে আৰ্য্য জনে। তেঁহে বিৰচিলা পদ কৃষ্ণৰ চৰণে।।
'ভাগৱতাচাৰ্য্য ভণে ভয় লাজ ত্যজি বোলা ৰাম ৰাম।।
'ভাগৱত ভট্টাচাৰ্য্য কহে এহি মোক্ষ কাৰ্য্য হৰি বুলি তৰা ভৱ পাশ।।
'কহে মহা মহা ভাগৱত ভট্টাচাৰ্য। বোলা ৰাম ৰাম আত পৰে নাহি কাৰ্য্য।।
'ভাগৱত ভট্ট কহে অকপট ডাকি বোলা ৰাম ৰাম।।

তদুপৰি 'শীতে তৰণি তাপেন গ্ৰীষ্মে লৌহিত বায়ুনা। সুখদোখিলা লোকনাম মণ্ডপং চন্দ্ৰভাৰতে ।। উত্তৰ গুৱাহাটীৰ এটা পৰ্ব্বতীয়া টিলাৰ ওপৰত কটা এই শ্লোকটিৰ পৰাও এই কবি ব্ৰহ্মপুত্ৰৰ পাৰত বাস কৰা বুলি বুজিব পাৰি। ৰামানুজাচাৰ্য্যই কাঞ্চীপূৰ্ণৰ উচ্ছিষ্ট ভোজনৰ বাবে ব্যাকুল হোৱাৰ দৰে অনন্ত কন্দলীয়েও শঙ্কৰদেৱৰ এবেহা বিচাৰি শঙ্কৰদেৱৰ ভোজন সময়ত উপস্থিত হোৱা কথা বৰদোৱাৰ গুৰুচৰিতত আছে। লৌকিকতাৰ দোহাই দি কাঞ্চীপূৰ্ণই ৰামানুজক বিমুখ কৰাৰ দৰে নকৰি শঙ্কৰদেৱে ভাগৱতৰ আদ্য-দশমৰ ভাঙনি শেষ কৰি তেওঁৰ মানসিক উচ্ছিষ্ট স্বৰূপে মধ্য আৰু শেষ দশমৰ ভাঙনি কৰিবলে অনুমতি দিয়ে আৰু সেই অনুসাৰেই দশম ভাগৱতৰ বিভিন্ন ভাঙনি পোৱা হয়। শঙ্কৰদেৱৰ আদ্য দশমৰ ভাঙনি শ্ৰীকৃষ্ণৰ শিশু-লীলাত ২৪৭৬ পদত শেষ হৈছে, অনন্ত কন্দলীৰ মধ্য দশমৰ ভাঙনি কৃষ্ণই উদ্ধৱৰ সৈতে কুজীৰ ঘৰলৈ যোৱাৰ পৰা দামোদৰ বিপ্ৰাখ্যানত (১২৯৮৯-১৭৮৫৮ পদ) আৰু এওঁৰে শেষ দশমৰ ভাঙনি কৃষ্ণ কুৰুক্ষেত্ৰলৈ যোৱাত আৰম্ভ হৈ যদুবংশ ধ্বংসে আৰু বিপ্ৰপুত্ৰ আনয়নত (১৭৭৫৯-১৯১২২ পদ) ওৰ পৰিছে। শেষ দশমৰ উল্লেখৰ পৰা

স্পষ্ট বুজিব পাৰি শঙ্কৰদেৱ ইয়াৰ ভিতৰতে বৈকুণ্ঠগামী হৈছে। অনন্ত কন্দলীয়ে আন্তৰিক ভক্তি-কৃতজ্ঞতাৰে উল্লেখ কৰিছে—

'আছিলা কায়স্থ কৃষ্ণ-কিঙ্কৰ শঙ্কৰ। তেহোঁ ভাগৱত কথা ৰচিলা সুন্দৰ।।
যাত হন্তে ভৈলা কৃষ্ণ কথাৰ প্রসিদ্ধি। জানিলেক লোকে ভাগৱত নৱনিধি।।
সীতো মহন্তৰ কিবা কহিবোঁ মহৎ। যাৰ কৃষ্ণ-কথা গীতে ব্যাপিলে জগৎ।।
নামত কায়স্থ মহা হৰিত ভকত। কৃষ্ণ স্মৰি মৰি স্থিত ভৈলা বৈকুণ্ঠত।।
তাসম্বাৰ অনুগ্রহ লভিয়া সৰ্ব্বথা। জানা আমি বিৰচিলোঁ ভাগৱত কথা।।

অনন্ত কন্দলীৰ ৰামায়ণ ৰচনাৰ উল্লেখ আগতে কৰা হৈছে—

'ৰাম নাম সমান সুহৃদ নাহি আৰ। অনন্ত কন্দলী কহে ৰামায়ণ সাৰ।।
ভাগৱত সমে আক কৰিলোঁ মিশ্রিত। যেন জাহ্নবীৰ জল তুলসী সহিত।।
ভাগৱত ৰামায়ণ কথাৰ সম্বাদ। যেন চিনি ঘৃতে আতি মিলয় সুস্বাদ।।
মাধৱ কন্দলী আদি মহন্ত বিশেষ। কথাবন্ধে ৰামায়ণ ৰচিলা অশেষ।।
মযো লিখিবোঁহোঁ তাসম্বাৰ অনুমতি। কিন্তু প্রপঞ্চিয়া কিছু কহিবোঁ ভকতি।।
সাক্ষাত পৰম ব্রহ্ম ৰাম অৱতাৰ। নামে মাত্র তাৰে যাৰ সকল সংসাৰ।।
তাহান সামান্য কথা নুৰুচয় শোক। এতেকে ভকতি ৰচোঁ নিনিন্দিবা মোক।।

কামৰূপে সাৰ হাজো নামে যাৰ অতি সন্ত পুণ্য দেশ।
গিৰিৰ নিকটে আছন্ত প্রকৃতে হয়গ্ৰীব ঋষি যশ।।
তথা দ্বিজবৰ ব্রজৰ কিঙ্কৰ আছিলা ৰত্ন পাঠক।
ভাগৱত তত্ত্ব প্ৰৱৰ্ত্তিলা সত্র তৰাইলা বহু লোকক।।
তথা উতপত্তি তাহাৰ সন্ততি ভৈলা মাধৱৰ বৰে।
ভাগৱত তত্ত্ব সৰ্ব্ব শাস্ত্র মত উদ্ধাৰি আনি আদৰে।।
বাল্মীকিৰ কৃত ৰামায়ণ শাস্ত্র ভকতিৰ যত্ন কৰি।
কথাবন্ধে সাৰ ৰচিলা পয়াৰ শুনা সবে নৰ-নাৰী।।

ষষ্ঠস্কন্ধ ভাগৱতৰ শেষ ছোৱাৰ পৰা ইন্দ্ৰৰ হাতত হোৱা বৃত্রাসুৰ বধ কাহিনীও অনন্ত কন্দলীৰ। কিন্তু অভিমন্যু বধ কাব্যৰ ভণিতাত আগতে "বোলে গোপীনাথ মই বৰ অনাথ তুমি দুখিতৰ ধন" (৪১১ পদ) বুলি পাছতে "তোমাৰ কিঙ্কৰ নামত কন্দলী, এৰি নিজ যত কাম। ভাৰতৰ পদ ৰচিবে লাগিলা, মনে ভাবি তযু নাম। অনন্ত ব্রাহ্মণে "বোলে নিৰন্তৰে, নৰে ডাকি বোলা ৰাম।" (৪১২ পদ) লিখিছে; গতিকে ইয়াক অনন্ত কন্দলীৰ ৰচনাত

কোনোবাই জোৰা দিয়া বুলি ভাবিব পাৰি। কিন্তু এওঁৰ অতি সৰবৰহী কাব্য কুমৰ হৰণ চিত্ৰলেখাৰ সহায়েৰে উষাই অনিৰুদ্ধক হৰণ কৰা মধ্য দশমৰ কাহিনীৰ ভাঙনি কৰিও স্বাধীন কাব্যৰূপে ৰুবিয়ে এই কাব্য লিখিছে। শঙ্কৰ দেৱে 'হৰমোহনত মোহিনীৰ অপৰূপ ৰূপ বৰ্ণোৱা কাম ভাবৰ হোন্দোলনি তোলা ছবি ছন্দতে অনন্ত কন্দলীয়ে উষাৰ যৌবন-সপোন মনমোহাকৈ বৰ্ণাইছে-

"এহি মতে চৈত্ৰ গৈল বৈশাখ আসিয়া ভৈল দ্বাদশী তিথিৰ সময়োগে।
উষা আছে শযনত দেখিলেক সপোনত পুৰুষেক আছন্ত সম্ভোগে।।
ঘুমটিত থাকে ভালে জাগিলেব ততকালে শুচয সম্ভোগ যত ভোগ।
উষাযে নিদ্ৰাত পাই স্বামী বুলি আলিঙ্গয ৰতি-ৰস কৰে সতী ভোগ।।
সপোনত কামে ধৰে শৰীৰ বিকল কৰে ধৰিবে চাৱয় আঁকোৱালি।
আৰ হোৱে দুইৰ আগ ধৰিবে নপায লাগ স্বামী বুলি গেৰিযা আওঢালি।।
শয্যাত বুলাই হাত কৈক গৈল পাৰে গেৰি তুমি বিনে প্ৰাণ ছাড়ি যায়।
কোন দোষে গৈলা এড়ি প্ৰভু বুলি পাৰে গেৰি জাগি চিত্ৰলেখা আছে চাই।।
উষা বোলে প্ৰাণ সখী স্বপ্নত আছিলোঁ দেখি পুৰুষেক ত্ৰৈলোক্য মোহন।
চাৰু শ্যাম কলেবৰ দিব্য পীত বস্ত্ৰ-ধৰ ৰুচিকৰ কমল লোচন।।
মহা বাহু মহাবল সুচৰিত্ৰ সুমঙ্গল একো অঙ্গে নাহি খতি খুণ।
কামিনী মোহন বেশ দৰশনে হৰে ক্লেশ কতনো কহিবোঁ ৰূপ গুণ।।
লযলাস বেশে আসি মোৰ মুখ চাই হাসি মহাৰঙ্গে আলিঙ্গি ধৰিলা।
মুখে মুখে ঘনে চুম্ব মৰ্দিলেক কুচ কুম্ভ ৰতি-ৰস ভাব দৰশিলা।।
পিযাই অধৰ মধু মনক হৰিযা মোৰো নজানো লুকাই কোথা যায়।
তাঙ্কে মই প্ৰভু বুলি বিচাৰোঁহো বিযাকুলি সখী মোক দিয়োক দেখাই।।

ভক্তি-সাধন বা বৈষ্ণৱামৃত বোলা ১৫৯ টি পদৰ আন এখনি পুথিতো অনন্ত কন্দলীৰ ভণিতা (পদ ৬৭ ১৫৯) পোৱা হয় শৰণ আৰু ভক্তিৰ লক্ষণ-জিজ্ঞাসাত এই পুথিৰ আৰম্ভ হৈ গীতা ভাগৱতৰ সন্নিধানত সামৰণি পৰিছে। মহীৰাৱণ বধ নামৰ ২২৮ টি পদৰ আন এখনি কাব্যত অনন্ত কন্দলীৰ ভণিতা (পদ ২১৮) আছে পাতালবাসী এই ৰাৱণ পুত্ৰই পিতৃৰ উদ্ধাৰৰ বাবে ৰামৰ হাতত প্ৰাণ দিলেহি, তাকে ইয়াতো বৰ্ণোৱা হৈছে। কথাসূত্ৰ নামে এখনি হাতে-লিখা পুথিৰ ভণিতাত আছে—"সাত্বত তন্ত্ৰৰ গীতা-সাৰ বিৰচিলোঁ কথাসূত্ৰ আৰু ভাগৱতাচাৰ্য্যে কহে বোলা ৰাম ৰাম।" অসমীয়া হাতে-লিখা

পুথিৰ বিৱৰণমূলক তালিকাৰ বিজ্ঞ সম্পাদকে ইমানতো এওঁক হৰিদেৱী পন্থাৰ প্ৰবৰ্ত্তক হৰিমিশ্ৰৰ পুত্ৰ বুলিব খোজে কিন্তু অনন্ত কন্দলীৰহে এই উপাধি প্ৰসিদ্ধ দেখি ইয়াক তেওঁৰ ৰচিত বুলি আন প্ৰমাণ নোপোৱালৈকে ধৰিব লাগিব নিশ্চয়। প্ৰকাশিত **জন্ম-ৰহস্য** পুথিত সুচন্দ্ৰ ভাৰতীৰ ভণিতা দিছে এনে কোনো কবিৰ নাম নজনাত সম্প্ৰতি ইযাকো শ্ৰীচন্দ্ৰভাৰতী ৰচনা বুলি ধৰিব পৰা হয়। **বৃহৎ স্যমন্ত হৰণ** পুথিত অনন্ত কন্দলীৰ ভণিতা শুদ্ধভাৱে থকাত সন্দেহৰ কোনো কথা নাই, অনন্ত কন্দলীৰ আৰু কিমান পুথি লুপ্ত আছে কোৱা টান।

**অনিৰুদ্ধ ৰামসৰস্বতী ভাৰতভূষণচন্দ্ৰ কবিসৰস্বতী**

'ভীষ্মপৰ্ব'ৰ ভাঙনিৰ এটা ভণিতাত পোৱা হয় (১৩৫০ ৫৩ পদ)—

কামৰূপ মধ্যে গ্ৰাম নাহিকে উপাম । তাতে গ্ৰাম ভৈলা চমৰিযা যাৰ নাম।।
সেহি গ্ৰামেশ্বৰ ভৈলা কবি চূড়ামণি। পণ্ডিতগণৰ মধ্যে যাক অগ্ৰগণি।।
গোবিন্দৰ ভকতিত যাহাৰ দিন গৈল। আত অনন্তৰে তাৰ দুই পুত্ৰ ভৈল।।
জ্যেষ্ঠ ভৈল কবিচন্দ্ৰ অতি শুদ্ধ মতি। তাহান অনুজ ভৈল ৰাম সৰস্বতী।।

এওঁ নৰনাৰাযণৰ ৰাজকবি ৰাম সৰস্বতী নহয়। প্ৰকৃত ৰাম সৰস্বতীৰ চিনাকি পোৱা হয় "মণিচন্দ্ৰ ঘোষ বন-পৰ্ব'ৰ এই ভণিতাত (১৪২৩-২৪ পদ)।

**"শূদ্ৰ কুলে জাত হয়া পঢ়িলোঁ শাস্ত্ৰক। গুৰু বাক্যে চিনিলোঁহো ঈশ্বৰ কৃষ্ণক।।**
**পিতৃমাতৃযে অনিৰুদ্ধ নাম দিলা। কবিচন্দ্ৰ নাম মোৰ দেৱানে বুলিলা।।**
**ৰাম সৰস্বতী নাম নৃপতি দিলন্ত। ভাৰতৰ পদ মোক কৰ্বা বুলিলন্ত।।**

**উদ্যোগ পৰ্ব্বৰ** ভণিতাতো গুণৱন্ত বংশধৰ তেহে কবিচন্দ্ৰ বৰ সম্বন্ধত সোদৰ আমাৰ। যাৰ মহা কৃপা লেশে শিক্ষা-স্নেহ উপদেশে ইটো পদ কৰিলোঁ প্ৰচাৰ।।' বোলা জন নকল-ৰামসৰস্বতীহে। আদি বনপৰ্ব্বৰ ভণিতাত 'বোলে ৰামসৰস্বতী মই হীন জাতি। ভক্তি ধনে মোক কিনি লোৱা লক্ষ্মীপতি।। (পদ ১৯৩) "ভাৰত ভূষণে, কৰে স্তুতি-নতি কৃষ্ণৰ নমি চৰণ।" (পদ ৮২৫), "কহে কবি-সৰস্বতী মুকুন্দ কিঙ্কৰ।" (পদ ১০৪৬) : এওঁহে প্ৰকৃত ৰাম সৰস্বতী। বনপৰ্ব্বৰ অন্তৰ্গত বিজয় উপপৰ্ব্বৰ ভণিতাত এওঁহে "আমাৰ ভাৰত চন্দ্ৰ নাম দিলা, কবিচন্দ্ৰ নাম আৰ।" (পদ ৩৩২১) বুলিছে। দ্ৰোণপৰ্ব্বৰ ভাঙনি

কৰোঁতা এজন গোপীনাথ দ্বিজই তেওঁৰ পিতাক ৰামসৰস্বতী শুক্ৰধ্বজৰ পাঠক বুলি কৈছে এৰেঁহ দ্বিতীয় নকল-ৰামসৰস্বতী হ্ব পায়।

| | | |
|---|---|---|
| পাটচৌৰা নামে | আছে এক গ্ৰাম | চিনাকোণ নামে আৰ। |
| অতি বিতোপন | সৰ্ব সুসম্পন্ন | দুই যেন স্বৰ্ণহাৰ।। |
| সেহি গ্ৰামেশ্বৰ | মহা বলধৰ | ভীমসেন দ্বিজবৰ। |
| যাৰ যশৰাশি | অদ্যাপি প্ৰকাশি | যেন পূৰ্ণ শশধৰ।। |
| তাহান সন্ততি | ৰামসৰস্বতী | পাঠক শুক্ৰধ্বজৰ। |
| যেন শুক গুৰু | অঙ্গিৰা তম্বৰু | আৰো নুহি পটন্তৰ।। |
| তাহান তনয | অতি শিশুনয | গোপীনাথ দ্বিজবৰ। |
| হ্ৰস্ব দীৰ্ঘ ছন্দে | ৰচিলা প্ৰবন্ধে | কথা মহাভাৰতৰ।। |

(৪০১২-১৪) । এই ৰামসৰস্বতী পাঠকহে, কবি নাছিল।

মূল ৰাজকবি ৰামসৰস্বতীয়ে নৰনাৰায়ণ-চিলা ৰাযৰ পৃষ্ঠপোষকতাৰ বিশালতা অনেক মুখে শলাগিছে, আদি-বনপৰ্ব্ব পুষ্পহৰণ কাব্য আৰু যজ্ঞপৰ্ব্বত (২০১-২৫৫ ৮২৭-৮৫০)—

| | | |
|---|---|---|
| 'নৰনাৰাযণ | নৃপতি প্ৰধান | ৰবি-তলে সম নাই। |
| ধনী মানী ধীৰ | গহীন গম্ভীৰ | হৰিক চিন্তে সদায়।। |
| যাহাৰ ৰাজ্যত | বৈষ্ণৱ সকলে | সত্ৰ-সভা প্ৰবৰ্ত্তয়। |
| অনুক্ৰমে ৰাজা | সবাকো পালয | পোষণ অতি কৰয়।। |
| খট চোৰ যত | লোৱ লেশ আদি | যাহাৰ ৰাজ্যত নাই। |
| চাৰি লক্ষ ৰাজা | যাহাৰ আদেশে | চলি থাকে সৰ্ব্বদায়।। |
| বৈষ্ণৱসকলে | আশীষ কৰন্ত | যশ কথা কহি অতি। |
| আগে-পাছে আৰ | নহৈব মহীত | তান সম নৰপতি।। |
| তাহান আজ্ঞাত | ৰচিলোঁ পয়াৰ | আমি অল্প বুদ্ধিহীন। |
| বনপৰ্ব্ব কথা | সূৰ্য্যসম জ্বলে | আমাৰ মন মলিন।। |
| সপ্তদশ ইটো | ভাৰতৰ মাঝে | বনপৰ্ব কথা সাৰ। |
| বত্ৰিশ হাজাৰ | টীকা হোৱে যাৰ | ভাষ্যতো ত্ৰিশ হাজাৰ।। |
| তাহাক চাহিয়া | বিৰচিলোঁ আমি | নানা হ্ৰস্ব দীৰ্ঘ ছন্দে। |
| মণিচন্দ্ৰ ঘোষ | বঘাসুৰ বধ | বৈষ্ণৱ পৰ্ব্ব প্ৰবন্ধে।। |

পৃষ্ঠি মাধৱৰ চৰিত্ৰ গহন পাতাল পৰ্ব্বৰ কথা।
ঘোষ-যাত্ৰা নাম আৰ সিন্ধুযাত্ৰা বিৰচিলোঁ আমি তথা।।
হেন জানি সৱে আন কাম তেজি ভাৰত কথা শ্ৰৱণে।
ভাৰত ভূষণে কৰয় কাকুতি ৰাম বোলা সৰ্ব্বজনে।।
"জয় নৰনাৰায়ণ সৰ্বশাস্ত্ৰ-পৰায়ণ মহাবীৰ বিশ্বসিংহ সুত।
যাৰ যশ মহিমাক ৰাজাসৱে বখানয যত ভ্ৰাতৃ-মাঝত যুগুত।।
কামৰূপ বেহাৰৰ মাঝত বহয যিটো স্বৰ্ণকোষ নাম নদীবৰ।
তাহাতে নগৰখান দীৰ্ঘপ্ৰস্থে বহুমান ইন্দ্ৰপুৰী সম মনোহৰ।
বাহুবলে নৰবৰ ৰাজাসৱ জিনিলেক কৰ-ভাৱে কৰয পূজন।
জযন্তা কিৰাট ভোত মগধ আদি মাৰিলেক আৰ কৰ দিযে ৰাজাগণ।।
এহিমতে আমাসাক বহুতৰ ধন-ধান্য দিযা মন কৰিলা পূৰণ।
তাহান সুদৃঢ় আজ্ঞা মনত আদৰে আমি ইটো পদ কৰিলোঁ ৰচন।।
হংসলুকি আনি লোক সংহিতা যে পুৰাণক এক কাব্য কৰি দ্বৈপাযণে।
বনপৰ্ব্ব ভাৰতত নিবন্ধ কৰিযা তাক আমি বিৰচিলোঁ এহিমানে।।
'নিন্দা নকৰিবা মোক ভাষ্য নিবিচাৰি। ভাষ্যৰ অৰ্থক কোনে বুঝিবাক পাৰি।।
সাগৰ সমান ইটো ভাষ্যৰ সাগৰ। সৱশেষ কোন জনে অৰ্থ পাৱে তাৰ।।
তথাপি ৰচিবোঁ পদ মতি অনুসাৰে। কৃষ্ণৰ প্ৰসাদ হৌক পদৰ প্ৰচাৰে।।
জয-নৰনাৰাযণ ৰাজা শিৰোমণি। সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগনি।।
আমাক কৰিলা আজ্ঞা পৰম সাদৰে। ভাৰতৰ পদ তুমি কৰিযোক সাৰে।।
আমাৰ গৃহত আছে টীকা-ভাষ্য যত। নিযোক আপোন গৃহে দিলোহোঁ সমস্ত।।
এহি বুলি ৰাজা সৱে বলধি জোৰাই। পঠাইলা পুস্তক সৱ আমাসাৰ ঠাই।।
ধন-বস্ত্ৰ অলঙ্কাৰ দিলা বহুতৰ। দাস-দাসী দিযা মন বঢাইলা আমাৰ।।
এতেকে তাহান আজ্ঞা ধৰিযা মনত। কৃষ্ণৰ চৰণ-যুগ ধৰি হৃদযত।।
বিৰচিবোঁ পদ ইটো অতি অনুপাম। পুষ্পক হৰণ বনপৰ্ব্ব যাৰ নাম।।'
'জয নমো নাৰাযণ নৃপতি প্ৰধান। যাহাৰ সমান ৰাজা নাহিকয় আন।।
ৰাজ্য-চৰ্চ্চা কৰি ৰাজা ভোগক ভুঞ্জয। ৰবি-তলে যত ৰাজা সকলে খাটয়।।
হেনয নৰেন্দ্ৰ মহা ত্ৰিভুবনে সাৰ। তাহান আজ্ঞাত আমি ৰচিলোঁ পয়াৰ।।
আমাসাক ধন-বস্ত্ৰ দিলা মহাশয। সপ্তম পুৰুষমানে খাইবাক জোৰয়।।"

ইযাত এফালে নৰনাৰাযণৰ বিদ্যোৎসাহিতা আৰু ইফালে ৰামসৰস্বতীৰ

ভাঙনিৰ অদ্ভুত পাণ্ডিত্য মন কৰিব লগীয়া দুই কন্দলী মাধৱ আৰু অনন্তৰ পাণ্ডিত্যৰ তুলনাত যেনেকৈ বঙলা ৰামায়ণৰ লেখক বা কথক কৃত্তিবাসৰ কীৰ্ত্তি টুটি যায় বুলি আগতে দেখুৱাই অহা হৈছে, ৰামসৰস্বতীৰ পাণ্ডিত্যৰ আগতো তেনেকৈ বঙলা মহাভাৰতৰ লেখক বা কথক কাশীৰামৰ প্ৰতিভা হীনপ্ৰভ হৈ পৰে বুলি সহজে বুজিব পাৰি যিহেতুকে বঙলা ৰামায়ণ-মহাভাৰতৰ গৰাকি দুজনে নিজ পাণ্ডিত্য নথকাত লোকৰ মুখে শুনা ৰামায়ণ মহাভাৰতৰ কাহিনীৰ অৱলম্বন লৈ সেই কবিতা কৰিছিল। সি যি হওক মহাভাৰতৰ ভাঙনি-প্ৰসঙ্গত নৰনাৰায়ণৰ লগতে শুক্লধ্বজ আৰু তেওঁলোকৰ লগতে শঙ্কৰদেৱৰ প্ৰতিও ৰাম সৰস্বতীয়ে সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছে। বঘাসুৰ বধত—

জয় নৰনাৰায়ণ সৰ্ব্বশাস্ত্ৰ পৰায়ণ
কিন্তু শ্ৰেষ্ঠ ভাৰত-শ্ৰবণে।
অনুৰক্ত সদা যাক নব নৱ কৰি ৰাজা
শুনিয়া থাকন্ত ৰাত্ৰিদিনে।।
শ্ৰীমন্ত শঙ্কৰ নামে আছন্ত মহন্ত এক
জম্বুদ্বীপে বৈষ্ণৱত সাৰ।
নৃপতিৰ ছোট ভাই, শুক্লধ্বজ নাম সাৰ
ভাগৱত শাস্ত্ৰে মন যাৰ।।
শঙ্কৰক গুৰু মানি মহাভাগৱত গুনি
আৰু কৰে ভাৰত শ্ৰৱণ।
হেন জানি বৃদ্ধলোক অল্পমতি জানি মোক
নকৰিবা কিঞ্চিতো নিন্দন।।
"জয় শুক্লধ্বজ ৰায়। কিছু অমঙ্গল নাই।।
শ্ৰীমন্ত শঙ্কৰ যাৰ। শুনায় ভাগৱত সাৰ।।
ভকতি-প্ৰসাদ পাইলে। জগতক উদ্ধাৰিলে।।
তাহান ৰাজ্যত থাকি। হৰি-নাম মুখে ডাকি।।
নামে বঘাসুৰ বধ। বৈষ্ণৱ পৰ্ব্বৰ পদ।।
বিৰচিলোঁ অপ্ৰমাদে। শুনিযোক সভাসদে।।

মনিচন্দ্ৰ ঘোষ (বনপৰ্ব্ব) আৰু কুলাচল বধ কাব্যতো যথাক্ৰমে ৰামসৰস্বতীয়ে শুক্লধ্বজ আৰু শঙ্কৰদেৱক বন্দিছে—

'জয় শুক্লধ্বজ ৰাজাৰ কনিষ্ঠ পণ্ডিতৰো মধ্যে সাৰ।
ভাগৱত ধৰ্ম্মে শ্ৰীমন্ত শঙ্কৰে মনক মথিলে যাৰ।।
ধৰ্ম্ম-যশ-বলে যাৰ সম নাহি কামৰূপ মধ্যে সাৰ।
পৰম প্ৰচণ্ড দুৰ্জ্জনৰ দণ্ড বৈষ্ণৱক সতকাৰ।।
তাহান ৰাজ্যত আদৰে থাকিযা বিৰচিলোঁ ইটো পদ।
ইটো কথা গূঢ় মই মহা মূঢ় দোষ ক্ষমা সভাসদ।।
শ্ৰীমন্ত শঙ্কৰ আপুনি ঈশ্বৰ নৰৰূপে জাত ভৈলা।
তাহাঙ্ক নসহি ব্ৰাহ্মণসকলে ৰাজা আগে খল দিলা।।
যদুকুলে হৰি জনমিযা আসি ক্ষিতি-ভাৰ দূৰ কৈলা।।
এহি মনে গুণি ব্ৰাহ্মণসবৰ কিছু মনে কোপ ভৈলা।।
আমাৰ জীৱিকা- মান্য ভঙ্গ হোৱে এহি মনে বৰ ভয়।।
এহিসে কাৰণে ইটো বিপ্ৰসবে শঙ্কৰক নসহয়।।
হেনয মহন্ত নৰনাৰায়ণ নৃপতিত শ্ৰেষ্ঠতৰ।
আমাক আনিযা আজ্ঞা কৰিলন্ত পদ কৰাঁ ভাৰতৰ।।
তাহাৰ আজ্ঞাত বিৰচিলোঁ আমি চৌবিশ হাজাৰ পদ।
মূল শ্লোক আৰ ত্ৰিংশ যে হাজাৰ ব্যাসৰ মুখে নিবন্ধ।।

এনেবোৰ উদ্ধৃতিৰ পৰা পৰিষ্কাৰকৈ বুজিব পৰা হয ইমান দিনে অনন্ত কন্দলীৰে একে পতা আৰু জাতত বামুণ বুলি ভুল কৰি অহা অনিৰুদ্ধ ৰামসৰস্বতী এজন স্বতন্ত্ৰ বৈষ্ণৱ কবি আৰু নবীন সমসাময়িকৰূপে এওঁ শঙ্কৰদেৱৰ সহায়ত ৰাজ-অনুগ্ৰহ লাভ কৰি নৰনাৰায়ণৰ সভা-কবি হয়। নৰনাৰায়ণৰ জীৱন-কালতে ভায়েক চিলাৰাযৰ পুতেক ৰঘুদেৱ ( ১৫৮১-১৬০৩ খৃ ) সোণকোষৰ পূবে গোৱালপাৰা কামৰূপ বৰ্ত্তমান মঙ্গলদৈ মহকুমা আৰু মৈমনসিংহৰ এছোৱাত আৰু নৰনাৰায়ণৰ মৃত্যুত পুতেক লক্ষ্মীনাৰাযণ (১৫৮৪-১৬২২ খৃঃ) সোণকোষৰ পছিমে কোচবিহাৰ দিনাজপুৰ জলপাইগুৰি আৰু ৰংপুৰ জিলাত ৰজা হয বুলি আগতে কোৱা হৈছে। ৰঘুদেৱৰ মৃত্যুৰ পাছত পৰীক্ষিত নাৰায়ণ (১৬০৩ - - ১৩ খৃঃ) আৰু এওঁৰ পাছত এওঁৰ ভায়েক বলীনাৰায়ণ বা দৰঙী ৰজা ধৰ্ম্মনাৰায়ণ (১৫১৫-৩৭ খৃ°) ৰাজপাটত উঠে আৰু এওঁলোকৰ ৰাজধানী বৰনগৰৰ ঘিলা-বিজয়পুৰত আছিল। নৰনাৰায়ণৰ মৃত্যুৰ পাছত ৰামসৰস্বতী কোচবেহাৰৰ পৰা ৰঘুদেৱৰ ৰাজধানী বিজয়পুৰলৈ আহি ধৰ্ম্মনাৰায়ণৰ ৰাজত্বলৈকে তাত থকাৰ

প্ৰমাণ পোৱা হয় তেনেহলে ৰামসৰস্বতীৰ কাল আনুমানিক ১৫৫০-১৬৫০ খৃঃৰ ভিতৰত পৰে।

এওঁ বনপৰ্ব্বৰ অন্তৰ্গত বিভিন্ন কাহিনীৰে সাতখনমান পুথি লিখিছে। ভীষ্ম পৰ্ব্ব আগছোৱাৰ ভণিতাত অনিৰুদ্ধ নাম ব্যৱহাৰ কৰি শেষ ছোৱাত আৰু উদ্যোগ পৰ্ব্বত ৰাম সৰস্বতী উপাধিহে লিখা পোৱা হয় যেনে 'অনিৰুদ্ধ বদতি শুনিযো সাধু লোক। (পদ ৩) 'দ্বিজ অনিৰুদ্ধ কহে এৰাঁ আন কাম। (পদ ৫৬) ৰাম সৰস্বতী ভণে এৰাঁ আন কাম। (পদ ১৩৫৫) "বোলে ৰাম সৰস্বতী প্ৰণমোহোঁ মাথ।" (পদ ১৫৮৮)। ভীষ্ম পৰ্ব্বৰ ভণিতাৰ পৰা বুজিব পাৰি কুৰুক্ষেত্ৰ যুদ্ধৰ অকল ষষ্ঠ দিনৰ বৰ্ণনালৈকে অনিৰুদ্ধ বা ৰাম সৰস্বতীযে লিখিছে, সপ্তমৰ পৰা নৱম দিনৰ যুদ্ধলৈকে বিদ্যা পঞ্চাননে লিখা আৰু দশম দিনৰ যুদ্ধৰ বৰ্ণনা আকৌ ৰাম সৰস্বতীৰ। কোনো কোনো হাতে-লিখা পুথিত নৱম দিনলৈকে হোৱা যুদ্ধৰ বৰ্ণনাৰ ভণিতা ৰাম মিশ্ৰৰ আৰু দশম দিনৰ বৰ্ণনাৰ ভণিতা ৰাম সৰস্বতীৰ। "নিদগতি ৰাম মিশ্ৰ সবাৰে আগত। নৱ দিন যুদ্ধ এহিমানে সমাপত।। দশ দিনা পদ কৈলা ৰাম সৰস্বতী। আমাসাৰ কৃত এহি মানে সমাপতি।। এনে স্পষ্ট কথাৰ সত্ত্বেও ৰামমিশ্ৰ আৰু বিদ্যা পঞ্চানন আদিক ৰাম সৰস্বতীৰে একে পতা নিতান্ত প্ৰমাদযুক্ত বুলি ধৰিব লাগিব। দ্ৰোণ পৰ্ব্বৰ বিভিন্ন অংশও প্ৰাক-বৈষ্ণৱ আৰু বৈষ্ণৱ যুগৰ বিভিন্ন কবিয়ে ৰচা জয়দ্ৰথ বধ কাব্যৰ আৰম্ভ আৰু শেষৰ ভণিতাত যথাক্ৰমে আছে 'মতি অনুসাৰে ভণে কবি সৰস্বতী। দ্ৰোণ পৰ্ব্বকথা পদবন্ধে নিগদতি ।। ৬৬১।" বোলে ৰাম সৰস্বতী এড়ি আন কাম। ৯০০।" ইযাৰ পৰা দ্ৰোণ পৰ্ব্বৰ সৰহখিনি ৰাজকবি ৰাম সৰস্বতীৰ ৰচনা বুলি বুজিব পাৰি। কুৰ্ম্মাৱলী যুদ্ধ পুথিত সাগৰখৰি বা সাগৰ কবিৰ ভণিতা থকা সত্ত্বেও কোনো কোনোৱে ইয়াক ৰামসৰস্বতীৰ ৰচনা বুলিব খোজে সি কোনোমতে যুক্তিযুক্ত নহয়। অশ্বকৰ্ণৰ যুদ্ধৰ ভণিতাত ভাৰতচন্দ্ৰ, ভাৰতভূষণ আদি নাম থকাত তাক অৱশ্যে ৰাজকবি ৰামসৰস্বতীৰ ৰচনা বুলিব পাৰি। যজ্ঞ পৰ্ব্ব আৰু কালজৰা বধ কাব্যৰ ভণিতাতো কবিচন্দ্ৰ ভাৰতভূষণ ভাৰতচন্দ্ৰ ৰামসৰস্বতী আদি নাম পোৱা হয়। অনিৰুদ্ধৰ ভণিতাৰে খটাসুৰ বধ আৰু ৰামসৰস্বতীৰ ভণিতাৰে লক্ষ্মীচৰিত্ৰ ইয়াৰ বাহিৰেও বিৰাট পৰ্ব্ব, আদি পৰ্ব্ব পাঞ্চালী বিবাহ, ব্যাধ চৰিত আদি অনেক কাব্য ৰাজকবি ৰাম সৰস্বতীৰ বোলা হয়। তদুপৰি জয়দেৱৰ গীতগোবিন্দ

আৰু ভাগৱতৰ কোনো কোনো স্কন্ধৰ ভণিতাত ৰামসৰস্বতীৰ নাম পোৱা হয়। ৰাম সৰস্বতীয়ে সদৌ অষ্টাদশ পৰ্ব্ব মহাভাৰতৰ পদ কৰে বুলিও বহুতে ভাবে মণিচন্দ্ৰ ঘোষ কাব্যত এওঁ বনপৰ্ব্বৰ পোন্ধৰ হাজাৰ পদ কৰা বুলিছে—

| | | |
|---|---|---|
| শুনা সভাসদ | হুযা নিশবদ | মনত আনন্দ কৰি। |
| মণিচন্দ্ৰ ঘোষ | ৰাম সৰস্বতী | বিচিত্ৰ ৰচে দুলডি।।২৩৬৫। |
| বনপৰ্ব্ব কথা | পৰম গহন | পুৰাণ সংহিতা সাৰ। |
| পঁচিশ হাজাৰ | টীকা জানা আৰ | শ্লোক চাৰিশ হাজাৰ।। |
| অগাধ সাগৰ | দ্বৈপাযনে আৰ | কৰি আছে নিবন্ধন। |
| কোন শক্তি আক | বিচাৰ কৰিতে | আমাৰ বালক মন ।। ২৩৬৬। |
| তথাপিতো আৰ | পদ বিৰচিলোঁ | পোন্ধৰ হাজাৰ মান। |
| আন কবিসবে | তিনি সহস্ৰেক | কৰি আছে বিদ্যমান।। ২৩৬৭।” |

বিভিন্ন কবিযে একে পৰ্ব্বৰে ভাঙনি কৰাত আৰু অ'ৰ পদ ত'ত সো মোৱাত ৰামসৰস্বতী বা আন কবিৰ পদৰ সম্পূৰ্ণ নিৰ্ণয কৰা টান। বিশেষকৈ বৈষ্ণৱ যুগৰ কবিসকলৰ এনে অনূদিত কাব্যত ভণিতাৰ বিচাৰৰ ওপৰতে সদায ভৰ দিব লাগিব কিযনো ৰচনা-ৰীতি বা পদ-লালিত্যৰ পৰা এওঁলোকক বৈশিষ্ট্য বুজি চিনি উলিওৱা কোনোমতে সিমান সহজ নহয।

নাই-বুলিও তিনিশ বছৰৰ অধিক কাল অসমীয়া লৰা-বুঢ়া আটাইৰে বাবে সমানে অতি সৰবৰহী হৈ চলি অহা ৰামসৰস্বতীৰ হাস্য-ৰসাত্মক এধানমান কাব্য ভীমচৰিত উল্লেখযোগ্য পুথি। (অধ্যযন ১৪৬-৫৬)। মুঠতে অসমীযা সাহিত্য-সংস্কৃতিৰ সৌৰজগতত শঙ্কৰ-সূৰ্য্যক প্ৰদক্ষিণ কৰা জ্যোতিষ্ক মণ্ডলীৰূপে মাধৱদেৱক যদি বৃহস্পতি বোলা হয তেন্তে ৰাম সৰস্বতীক দ্বিতীয় উজ্জ্বল জ্যোতিষ্ক শুক্ৰ আৰু অনন্ত কন্দলীক বুধ বুলিব লাগিব।

## ৰত্নাকৰ শ্ৰীধৰ সাৰ্বভৌম কংসাৰি প্ৰভৃতি কবিসকল

“কীৰ্ত্তন-ঘোষা'ত শঙ্কৰদেৱৰ নিজ ৰচনা “শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ” আৰু 'ওৰেষা বৰ্ণনা'ৰ মাজত ৰত্নাকৰ কন্দলী সুকবিশেখৰৰ সুপ্ৰসিদ্ধ সহস্ৰ-নাম বৃত্তান্ত বোলা অতি মনোৰম কবিতা ছটি। প্ৰকৃততে এই কবিজননো কোন আৰু তেওঁৰ ৰচনাইনো শঙ্কৰদেৱৰ নিজ ৰচনাৰ মাজত এইদৰে

কেনেকৈ সোমাবলৈ পালে তাৰ সঠিক সমিধান আজিলৈকে পোৱা নাই! কিন্তু এই কবিতাকেইটি কোনো মতেই কীৰ্ত্তন-ঘোষাত অশোভন হোৱা নাই বুলিলে এই প্ৰশ্ন ঘনাই নুঠে আৰু ৰত্নাকৰ কন্দলী সম্ভৱ অনন্ত কন্দলী আৰু ইজনৰ আনটি 'উচ্ছিষ্ট ভোজন ' ৰূপেই জানোবা ইও শঙ্কৰ দেৱৰ কাব্যৰ শাৰীত ঠাই পাইছে বুলি বহুতে নিজক বুজনি দি থয়। কিন্তু যিহেতুকে ৰত্নাকৰ কন্দলী, কবিশেখৰ নামৰ কোনো ভণিতা অনন্ত কন্দলীৰ কোনো ৰচনাত এতিয়ালৈকে পোৱা হোৱা নাই, আৰু যিহেতুকে তাৰ বিপৰীতে 'ৰত্নাকৰ কন্দলী পঢ়ন্ত গীতা তয়। বিয়াসকলাই নামে জনৈক আছয়। তাঙ্ক সম গুণী নাই জাতত ব্ৰাহ্মণ। শঙ্কৰদেৱত তেহো লৈযাছে শৰণ। বুলি স্পষ্টভাৱে দৈত্যাৰিযে কৈছে। এওঁক অনন্ত কন্দলীৰ পৰা পৃথক এজন কবি বুলিহে নিশ্চয বুজিব লাগিব। আনটি বিষযেও কি ভক্তি বা কি কাব্য কোনো ফালৰ পৰাই অবাঞ্ছনীয হব নোৱাৰে বুলি শঙ্কৰদেৱে নিজেও ইযাক কীৰ্ত্তনত ঠাই দিব পাৰে। সি যি হওক ৰত্নাকৰ যে অন্ততঃ অনন্ত কন্দলী আৰু ৰাম সৰস্বতীৰ শাৰীৰ শক্তিশালী সুকীযা বৈষ্ণৱ কবি তাত সন্দেহ নাই। সহস্ৰনাম বৃত্তান্ত পদ্মপুৰাণৰ অন্তৰ্গত ইযাৰ মধুৰ আৰু অমৰ ভাবৰ প্ৰথম কবিতাটি সম্পূৰ্ণ তুলি নিদিলে প্ৰকৃত সোৱাদ বুজা টান।

কি কৰিলোঁ কি কৰিলোঁ ভকতি নকৰি। অন্তক পাইলেক আসি ৰক্ষা কৰা হৰি।
নকৰিলোঁ শিৰে মাধৱক নমস্কাৰ। ইটো মাথা গোট মোৰ ভৈল মহাভাৰ।।
কৰ্ণ দুই আছে নুশুনিলোঁ হৰি-কথা। দুগোটা গৰ্ত্তৰ ভাৱ বহিলোঁহোঁ বৃথা।।
জিহ্বা মোৰ আছন্তে নলৈলোঁ ৰাম নাম। দাদুৰীৰ জিহ্বা যেন ভৈল কোন কাম।।
নেদেখিলোঁ নযনে প্ৰভুৰ হেন ৰূপ। সম্যকে জানিলোঁ দুয়ো আখি অন্ধকূপ।।
যেন চিত্ৰ-বিচিত্ৰ মৈৰাৰ ভাসে পাখি। হৰি-ৰূপ নেদেখিলোঁ পাইলোঁ তেন আখি।।
হৰি-পদ তুলসীৰ নলৈলোঁহোঁ ঘ্ৰাণ। জীৱন্তে মৰিলোঁ নাসা ভাটীৰ সমান।।
পিন্ধিলোঁহোঁ বাহুত অনেক অলঙ্কাৰ। প্ৰভুৰ পূজাক নকৰিলোঁ একবাৰ।।
কৃষ্ণ-কৃত্য নকৰিলোঁ ভৈলোঁহোঁ বৰ্ব্বৰ। ইটো হস্ত-বাহু মিছা মৃতক শৰৰ।।
পাৱ দুই আছন্তে ন'গৈলোঁ ক্ষেত্ৰস্থান। মোৰ পাৱ ভৈল বৃক্ষ-শিপাৰ সমান।।
হা হা দয়াময় মোৰ কি কৰিলা গতি। এভু তুৱা নাম লৈতে হৌক মোৰ মতি।।

কৰ্ম্ম দোষে যিবা জন্ম হোৱে সংসাৰত। তাতো নাছাড়োক চিত্ত তুৱা চৰণত।।
সদায় ঘোযোক ৰাম নাম মোৰ মুখে। সংসাৰ-সাগৰ তেৱে তৰোঁ মই সুখে।।
সকল জগত তযু মায়াযে মোহিত। তোমাৰ চৰণ প্ৰভু কেহে নেদে চিত্ত।।
পুত্ৰ দাৰা নিগডে বান্ধিলোঁ দুযো ভৰি। মৰন্তে আছোঁহোঁ তবু নোবোলোঁহোঁ হৰি।।
দুৰ্ল্লভ মনুষ্য জন্ম ভাৰতত পাইলোঁ। তোমাক নেসেৱি বৃথা জনম গোৱাইলোঁ।।
নিচিন্তিলোঁ একবাৰ তোমাৰ চৰণ। তৰু বন জীযে যেন আমাৰ জীৱন ।।
বিষযত ভোল হুযা কৰিলোঁহো ভোগ। তাৰ ফলে শৃগাল-শ্বানৰ ভৈলোঁ যোগ।।
ভৱ তৰিবাৰ যোগ্য লভিলোঁ শৰীৰ। বিষয-বতাসে পাই কৰিলে অস্থিৰ।।
কৰে টলবল দেহা কেনে হুইৱোঁ পাৰ। প্ৰভু দাস বুলি এভু কৰিযো উদ্ধাৰ।।
সুকবি শেখৰ তুৱা দাসৰ দাস। কাতৰ কৰোঁহোঁ দিয়ো চৰণত দাস।।

ভক্তি-ৰস আৰু প্ৰেম-কাৰুণ্যত এই কবিতাটি মাধোন 'নামঘোষা'ৰ কোনো ছোৱাৰ লগতহে তুলনীয় হয়।—

হে জিহ্বা সদা তই আমাত নিৰ্দয ভৈলি
কেনে নোবোলস ৰাম বাণী।।
সংসাৰ-সাগৰে ইটো হৰিসে সুহৃদ নাও
জানি হৰি বুলিও কল্যাণি।। ৯০।
হে কৰ্ণ সদা তোৰ শবদেসে মাত্ৰ প্ৰিয়
তই শব্দ মধুৰ জানস।
কোটি অমৃততোধিক পৰম মধুৰ শব্দ
শুন সদা কৃষ্ণ নাম-যশ।। ৯১।
শুনিযো হৃদয় হেৰ ব্ৰহ্মাণ্ড ভিতৰে যত
বস্তু আছে তোক নোজোৰয়।
তাক তেজি কৃষ্ণ নাম, অক্ষয় অমৃত পিয়া
সন্তোষক লভিবো হৃদয়।। ৯৩।"

"বৈবস্ব পুৰাণ পদ কথা মনোহৰ। আনন্দে ৰচিলা কবি সুকবি শেখৰ।।" এনে ভণিতাৰে ধৰ্ম্মনাৰায়ণৰ সম্বাদ বোলা এওঁৰ আন এখনি পুথি আছে।

"ব্ৰহ্মবৈবৰ্ত্ত আৰু বৃহৎ যামল। দশম স্কন্ধৰ কথা কৰিয়া মিহল।।
ৰুদ্ৰ যামল অজামিল উপাখ্যান। পদ্মপুৰাণৰ কথা কৰিয়া মথন।।

ইসৱ সাৰক উদ্ধাৰিয়া একবাৰ। প্ৰবন্ধেৰে নিবন্ধিলোঁ কৰিয়া প্ৰচাৰ।।
ভকতি-ৰসিক সাধুসৱৰ সমাজে। পদ অৰ্থ বুজি সাদৰিবা সামৰাজে।।'

যমৰ ৰাজ্যৰ পৰা মানুহে কিদৰে উদ্ধাৰ হ'ব পাৰে এই কথাকে ইয়াত কৰিয়ে আউটিছে। ৰামসৰস্বতী আৰু ৰত্নাকৰ কন্দলীৰ লগতে অনন্ত কন্দলীৰ লগত একে পতা আন এজন লেখৰ বৈষ্ণৱ কবি শ্ৰীধৰ কন্দলী। ৰত্নাকৰৰ "সহস্ৰ নাম বৃত্তান্তৰ দৰে এওঁৰো ঘুনুচা-যাত্ৰা নামক এধানমান কাব্যখনি কোনো কোনো ছপা কীৰ্ত্তন-ঘোষাৰ ভিতৰত সোমাইছে যদিও প্ৰধান সত্ৰ-সভাত ইয়াক তাৰ অন্তৰ্গত বুলি ধৰা আৰু নাম প্ৰসঙ্গত ব্যৱহাৰ কৰা কেতিয়াও নহয় গতিকে ইয়াৰ অন্তৰ্ভূক্তি 'সহস্ৰনাম বৃত্তান্ত'ৰ দৰে সৰ্ব্ববাদীসম্মত নহয়। (অধ্যয়ন ১৩৯-৪২)।

পূৰ্ব্ববৈষ্ণৱ কবি হৰিহৰ বিপ্ৰই কৰা মহাভাৰতৰ অশ্বমেধ পৰ্ব্বৰ ভাঙনি শ্ৰীধৰেও কৰিছিল। কিন্তু ৰামসৰস্বতীৰ 'ভীমচৰিতৰ দৰে শ্ৰীধৰৰ অতি সৰবৰহী কাব্য তেওঁৰ কাণখোৱা নামৰ মৌলিক এখুদমান পুথিখন (অধ্যয়ন ১৪২ ৪৫)।

ক্ষুদ্ৰ আৰু বৃহৎ স্বৰ্গখণ্ডৰ কবি সাৰ্বভৌম ভট্টাচাৰ্য শঙ্কৰদেৱৰ সমসাময়িক আন এজন শ্ৰেষ্ঠ কবি। তেওঁৰ ভণিতা—

'শ্ৰীমন্ত শঙ্কৰ সন্ত-মূৰ্ত্তি অৱতাৰ। তোমাৰ চৰণে কৰোঁ শত নমস্কাৰ।।
কবি সাৰ্বভৌম ভট্টাচাৰ্য্য নাম যাৰ। পুৰাণ সংহিতা পদ কৰিবোঁ প্ৰচাৰ।।
ইসৱ কথাক মই এহিমানে থওঁ। শঙ্কৰদেৱৰ কথা কিছুমান কওঁ।।
ভক্তৰ হৃদয় তুমি সন্ত মূৰ্ত্তি ধৰি। নিজ ভক্তি প্ৰকাশাহ্য তুমি সে মুৰাৰি।।
তুমি মোৰ নিজ গুৰু প্ৰিয়তম হৰি। দৈৱকী নন্দন মই ভজোঁ নিষ্ঠ কৰি।।
শঙ্কৰক শূদ্ৰ বুলি পণ্ডিতে নিন্দয়। কোন মতে হৰি-অংশ বুলি নমানয়।।
মৎস কূৰ্ম্ম শূকৰাদি পশু অৱতাৰ। কিমতে পণ্ডিতে সেৱে দুষ্ট দুৰাচাৰ।।
সাৰ্বভৌম ভট্টাচাৰ্য্য জ্যোতিষত সাৰ। দেৱী উপাসক আছিলোঁহোঁ দুৰাচাৰ।।
শঙ্কৰৰ সঙ্গে বহু বাদক কৰিলোঁ। বাদে ভঙ্গ হয়া শাস্ত্ৰ পঢ়িবাক গৈলোঁ।।
কাশী দেশে বিশ্বেশ্বৰ চক্ৰবৰ্তী নাম। চাৰি বেদ পঢ়িলোঁহোঁ তৈতে অনুপাম।।
পঞ্চ বৰ্ষ তৈতে বেদ-শাস্ত্ৰক পঢ়িলোঁ। অনেক শাস্ত্ৰক শিকি জ্ঞানক লভিলোঁ।।
স্বৰ্গখণ্ড ৰহস্যক তহিতে জানিলোঁ। হৰিত ভজিবে লাগি মন থিৰ কৈলোঁ।।
একদিন গুৰু মোক কৰিয়া শাশ্বত। কহিলন্ত গোপ্য কথা জানিলোঁ মনত।।

পূৰ্ব্ব দিশে নিজ শক্তি হৰি অৱতাৰ। নিজ যশ ধৰ্ম্ম কীৰ্ত্তি ভকতি-প্ৰচাৰ।।
নামত শঙ্কৰ হৈবে শূদ্ৰ কূলে জাত। ব্ৰহ্মা হৰ আদি দেৱো জন্মিব তথাত।।
লোকৰ তৰণ হেতু সন্ত মূৰ্ত্তি ধৰ। তাহাৰ চৰণে কৰোঁ শত নমস্কাৰ।।

সাৰ্বভৌমই শঙ্কৰদেৱৰ অসমৰ আৰু ভাৰতবৰ্ষৰ অন্যান্য ঠাইৰ শিষ্যসকলৰ বিৱৰণ দিছে ( ১৭৪-৯৫ পদ) আৰু এক ৰাম ছয় বিংশ বৰিষ ভৈলন্ত। তথাপি কিশোৰ স্বভাৱক নেৰিলন্ত ।। ২০৬। বুলি কৈছে। 'স্বৰ্গখণ্ড ৰহস্যৰ ইটো কথা সাৰতত্ত্ব হৰি কৈলা ব্ৰহ্মাৰ আগত। বৃহৎ খণ্ডত কৈলা বহুভাৱে ভক্তিকথা ৰহস্যৰ কথা সমাপত ।। বুলি ২১৮ পদত সামৰিছে।

**ভীষ্ম পৰ্ব্বত** ৰামসৰস্বতীৰ লগত পোৱা **বিদ্যাপঞ্চানন** কবিৰ আত্ম-পৰিচয়—

বৃহৎ নগৰ তাম্ৰিকৰণ যে স্থান। মৰ্ত্তে দেৱে যত্নে তাক কৰিছে নিৰ্ম্মাণ।।
নানা দিব্য পাট বস্ত্ৰ দেৱাঙ্গ বসন। যিটো নগৰত সদা হোৱে উৎপন।
তাহাৰ নিকট বহে সুন্দৰ মানস। য'ত স্নান-তৰ্পণে দু খৰ হোৱে নাশ।।
সেহি নগৰত দ্বিজবৰ আছিলন্ত। নামে কণ্ঠাভৰণ যে পৰম মহন্ত।।
তাহাৰ কনিষ্ঠ পুত্ৰ গুৰু গোপালৰ। হৃদযত ধৰি দুই চৰণ সুন্দৰ।।
সমীপৰ লোকৰ আনন্দ মন দেখি। অশ্বাৰ চৰিত্ৰ পদ-বন্ধে থৈলা লিখি।।
অশ্বাৰ চৰিত্ৰ ভণে বিদ্যাপঞ্চাননে। বোলন্ত মিনতি কৰি শুনা সৰ্ব্বজনে।।
চন্দ্ৰ বাণ ঘোটকৰ পিঠিত গগন। কৃষ্ণ পক্ষ চতুৰ্দ্দশী মাস যে শ্ৰাৱণ।।
অশ্বিনী নক্ষত্ৰে সমাপতি ভৈলা পদ। বোলা ৰাম ৰাম সৱে খণ্ডোক আপদ।।

তেন্তে ১৫৪০ শকত ( ১৬১৮ খৃ ) মানাহৰ পাৰত বৰনগৰত কণ্ঠাভৰণৰ নুমলীয়া পুতেক বিদ্যাপঞ্চাননে ভীষ্মপৰ্ব্বৰ **এই অশ্বা চৰিত্ৰ** সমাপ্ত কৰিছে বুলি জনা হল।

**কংসাৰি কায়স্থ** এই যুগৰে আন এজন প্ৰধান বৈষ্ণৱ কবি কিযনো ৰামসৰস্বতীৰ বনপৰ্ব্বৰ পুষ্পভূষণ কাব্যৰ ( ১৪২৫-২৬) ভণিতাত—

'কংসাৰি প্ৰমুখ্যে ঋষি আছে যত যত। সিসৱেও পদচয় কৰিলা পাছত।।
আমাক বুলিলা পাছে সঙ্কেত বচন। আমাসাৰ পৰিচয় কৰিবাক মন।।
ৰাজাত কাহিনী কৰি দিলোঁ কতখানি। তাৰাসৱে পদ কৰি আছে মহামানী।।'

ৰাম সৰস্বতীযে বিৰাট পৰ্ব্বৰ পাণ্ডৱৰ অজ্ঞাতবাসলৈকে লিখাৰ পাছত কংসাৰিয়ে **দক্ষিণ গো-গৃহ** আৰু **কিৰাতপৰ্ব্ব** — আদিৰ ভাঙনি কৰে যে তাক

'ভণতি কংসাৰি পদ দক্ষিণ গো-গৃহ, 'কৃষ্ণৰ কিঙ্কৰ কহে কায়স্থ কংসাৰি সুকবি কংসাৰি নামে পদবন্ধে নিবন্ধিলা বিৰাট পৰ্ব্বৰ কথা প্ৰায়। ভণিতাৰ পৰা বুজি **বিৰাট পৰ্ব্বৰ** পদত কংসাৰিৰ আত্মপৰিচয়—

| | | |
|---|---|---|
| ভূঞাৰ মধ্যত | প্ৰবল কুলত | আছিলন্ত শিৰোমণি। |
| শ্ৰীদৌলৎখাঁ | গ্ৰাম নাম জানা | আছিল সত্য ভৱানী।।৫৭২। |
| জ্ঞানী মধ্যে সাৰ | তাহান প্ৰবৰ | শ্ৰীমন্ত গাভৰুখাঁ নাম। |
| হৰি-পদ সেবি | মহা যত্ন কৰি | ৰচিলাঁ পদ উপাম।।৫৭৩। |
| শ্ৰীমন্ত গাভৰুখাঁ | সহ পুত্ৰ জয়যুত | আৰো ভ্ৰাতৃ যতেক সোদৰ। |
| তাহান বচন শুনি | আতি মুগ্ধভাৱে পাছে | লিখিলাঁ কায়স্থ পীতাম্বৰ।।৬৪১ |
| কামৰূপে অগ্ৰগণী | শ্ৰীযশচন্দ্ৰ খৰী | গোপালৰ চৰণ সেৱন্ত। |
| গুণৱন্ত পুণ্যৱন্ত | উদাৰ গম্ভীৰ সন্ত, | যাৰ যশ জগতে কহন্ত।।১১৬৬ |
| কায়স্থ কুমুদ-বাণ | কিৰাটে অপতে ছন্ন | তেহোঁ ভৈলা পালিত বান্ধৱ। |
| কম্বু কায়স্থ বংশত | আসি জন্ম লভিলন্ত | জয় জয় শ্ৰীমন্ত মাধৱ।। |
| তাহান থানত ৰঙ্গে | কায়স্থ কংসাৰি কবি | বিৰচিলাঁ ভাৰত পয়াৰ।।১৬৬ |

তেনেহলে এই পীতাম্বৰ (=কংসাৰি?) এওঁৰে আন এটা নামনে কি?

প্ৰথম **শঙ্কৰ-চৰিত** লেখক মাধৱদেৱৰ ভাগিনেক ৰামচৰণ ঠাকুৰৰ উল্লেখ অনেক বাৰ কৰি অহা হৈছে। মাধৱদেৱৰ লগত ৰামচৰণৰ সম্পৰ্ক সদায় অতি ঘনিষ্ঠ আৰু ৰামচৰণে কীৰ্ত্তন ঘোষা খনি গোটাই জুকিয়াই আনি মাধৱদেৱক দিয়া কাহিনীটি বিশেষ উল্লেখযোগ্য। আটাইকেইখন গুৰু-চৰিতৰ ভিতৰত এই-খনিযেই অতি বিতং, কিয়নো এওঁৰ বাহিৰে গুৰু দুজনাক ইমান ঘনিষ্ঠভাৱে জনা কোনো চৰিত-লেখক নাছিল। তথাপি এওঁৰ পুতেক দৈত্যাৰিয়ে "নাহিক আৰিসি বুলি লিখা কথাকে ওফন্দাই কোনো কোনোৱে ইয়াক পৰৱৰ্ত্তী ৰচনা বুলিব খোজে, কিন্তু তেতিয়া হলে দৈত্যাৰিৰ গুৰু-চৰিতো তেওঁৰ পৰৱৰ্ত্তী হয় কিয়নো দৈত্যাৰিৰ পাছৰ চৰিত-লেখক ভূষণ দ্বিজয়ো সেইদৰে "নাহিক আৰিসি" বুলিছে। কিন্তু এইটো তেনে ভৰ দিব লগা কথা নহয়, কিয়নো পুতেকেও পিতাকৰ হাতে-লিখা পুথি নেদেখা বা নোপোৱাৰ একাধিক কাৰণ থাকিব পাৰে গতিকে এনেবোৰ উপলুঙা কথাতকৈ তাৰ ভিতৰুৱা মূল্যৰ ওপৰতহে সদায় ভৰ দিব লাগিব। ৰামচৰণৰ লৰাকালৰ বিষয়ে দৈত্যাৰিয়ে লিখিছে (৯৪১ ৫১)—

'মাধৱদেৱৰ বহিনাই ৰামদাস। আছে একে চতালে দুই হান্তে কৰি বাস।।
ৰামদাস-সুত ৰামচৰণ নিশ্চয়। মাধৱদেৱৰ তেন্তে ভাগিন হোৱয়।।
পঢ়ান্ত মাধৱদেৱ মহাৰঙ্গ মনে। ফলা সমস্তয় পঢ়াইলন্ত অল্পদিনে।।
পঢ়াইলন্ত নামখড়ি সমস্তে পঢ়িলাঁ। অনন্তেৰে সন্ধি-বৃত্তিত পাঠ দিলাঁ।।
পঢ়াইলাঁ মাধৱদেৱ ৰামচৰণক। পাৰিলাঁ পঢ়িবে ভাল পদ-পয়াৰক।।
ৰত্নাবলী ৰত্নাকৰ আদি গ্ৰন্থ যত। কৈলিকৃত্য ভৈলা আনো শাস্ত্ৰত পাৰ্গত।।
শিখাইলন্ত কাযস্থিকা বৃত্তি সমস্তয়। অদ্ভুত লেখক ভৈলন্ত মহাশয়।।

ৰামচৰণৰ বৰগীত ডেকা ভাই আগতে উদ্ধৃত কৰা হৈছে, এনে আৰু দুই এটি আছে। **কংসবধ** অঙ্কত ৰামচৰণৰ মৌলিকতা প্ৰমাণিত হৈছিল। **ভক্তি-ৰত্নাকৰৰ** পদ শঙ্কৰদেৱৰ সংস্কৃত গ্ৰন্থৰ ভাঙনি। **টীকাভাষ্য** নামৰ এখন পুথিও কোনোৱে ৰামচৰণৰ বুলিব খোজে কিন্তু তাৰ ভণিতাত ৰামচন্দ্ৰহে আছে। মাধৱদেৱে তেওঁৰ পাছত মহাপুৰুষীয়া ধৰ্ম্মৰ আচাৰ্য হ'বৰ উপযুক্ত লোক নাই বুলি স্পষ্টে কোৱা সত্ত্বেও ( দৈত্যাৰিৰ গুৰু-চৰিত ১৫৬৯-৭৪ পদ) এই পুথিত আচৰিতভাৱে তাৰ বিপৰীতে 'আমিও ৰহিবোঁ গোপালত অন্তকালে বুলি কোৱাইছে, ভাব-ভাষা সকলোতে 'আদি চৰিত'ৰ দৰে ই নিকৃষ্ট ৰচনা।

অসমীয়া বৈষ্ণৱ সাহিত্যত কেৱাজনো গোপালৰ নাম পোৱা হয় তাৰে এজন **গোপাল আতা** (১৫৪১-১৬১১?)। এওঁক ভবানীপুৰীয়া বুলিও চিনায় কিযনো এওঁৰ আদি ঘৰ শিৱসাগৰৰ গড়গাঁও অঞ্চলত হলেও ভাটী বয়সত কামৰূপৰ ভবানীপুৰতহে বসতি কৰিছিল। এওঁৰ মাক ব্ৰজাঙ্গী আৰু পিতাক কামেশ্বৰ ২৫ বছৰ মান বয়সত এওঁ মাধৱদেৱত শৰণ লয়। এৱেঁই পিছৰ কালসংহতিৰ প্ৰতিষ্ঠাপক বুলি কথিত আৰু দৈত্যাৰিৰ গুৰু-চৰিতত (১৫৬৯-৭৪ পদ) মাধৱদেৱে অসমৰ বৈষ্ণৱ ধৰ্ম্ম গুৰুৰ আসনত বহিবৰ যোগ্য লোক নাই বুলি দৃঢ়ভাৱে কোৱা কথাৰ বিপৰীতে এই পৰবৰ্ত্তী পন্থাৰ কোনোবা ৰামানন্দ দাসৰ গোপাল-চৰিতত আৰু ৰামচৰণৰ বোলা 'টীকা ভাষ্য নামৰ এখন 'জাল্' পুথিত 'আমিও ৰহিবোঁ গোপালত অন্তকালে' বোলা কথা ছলে-বলে সুমুৱাবৰ যত্ন কৰিছে। স্বৰূপতে "টীকা-ভাষ্য"ৰ ভণিতাতো 'ৰামচন্দ্ৰ নামহে আছে, তাক শঙ্কৰ-চৰিত-প্ৰণেতা মাধৱদেৱৰ ভাগিনেক ৰামচৰণ ঠাকুৰ বুলিবৰো হেতু নাই, ৰামানন্দ দাসেও দৈত্যাৰি ঠাকুৰৰ মতেই ঘোষা" পুথিতেহে মাধৱদেৱৰ বল-বীৰ্য্য সকলো আছে বুলিছে। সি যি হওক, দুটিমান

বৰগীত আৰু 'জন্মযাত্ৰা' আৰু 'উদ্ধৱ সম্বাদ' নামৰ দুখনি অঙ্কই গোপাল আতাৰ সাহিত্য-প্ৰতিভা জিলিকাই থৈছে। মাধৱদেৱৰ ওগো মাই তোহোৰ তনয় যদুমণি বিতোপন বৰগীতটি সোঁৱৰোৱা এওঁৰ 'জন্মযাত্ৰা'ৰ সামৰণি গীতটি অতি ধুনীয়া।—

গীত— ৰাগ ভাটিয়ালী একতালী

| | |
|---|---|
| গোকুলে উদয় যদুমণি। | আনন্দে নন্দৰ পুৰ ছানি।। ধ্রু। |
| গোপীগণ আসিয়া হৰিষে। | কৃষ্ণ-শিৰে কুসুম বৰিষে।। |
| হালধি গোৰস মোট ভৰি। | অন্যো অন্যে সিঞ্চে ৰঙ্গ কৰি।। |
| মোট জলে শৰীৰ ভিজায়া। | ৰঙ্গে নাচে হাসে গোপজায়া।। |
| কৃষ্ণ যশোদাৰ মুখ চাই। | প্ৰেমভৰে নয়ন জুৰায়।। |
| গোপগণে উঠিয়া হৰিষে। | দধি দুগ্ধ সিঞ্চে দশোদিশে।। |
| ঘসে ঘৃত ঘোলে মাৰে ছাটি | মাৰে লৱণুৰ পিণ্ড বাটি।। |
| ঋষিগণে বেদধ্বনি কৰি। | সঘনে সুমৰে হৰি হৰি।। |
| দেৱগণে গগনে হৰিষে। | নাচে হাসে কুসুম বৰিষে।। |
| শিঙ্গা শঙ্খ ভেৰি ঢাক ঢোল। | গগন পূৰিয়া হৰি বোল।। |
| সভাত যতেক বৃদ্ধ আছে। | উঠি সবে প্ৰেম ভাবে নাচে।। |
| অন্যো অন্যে কৰি ধৰা ধৰি। | ফুৰে সবে মাটিত বাগৰি।। |
| কতো উঠি কৰে জয় জয়। | উপজিলা নন্দৰ তনয়। |
| মাধৱৰ পাদ পদ্ম মনে। | ধৰিয়া গোপাল দীনে ভণে।। |

**গোপালচৰণ দ্বিজই** (১৫৪০-১৬১০?) শঙ্কৰদেৱৰ পদাঙ্ক অনুসৰি ভাগৱত তৃতীয় স্কন্ধৰ পদ কৰিছিল আৰু অনন্ত কন্দলীৰ দৰেই সেইদেখি এওঁ শঙ্কৰদেৱৰ উচ্ছিষ্ট ভোজন কৰিছে বুলি সৈ কাঢ়িছে — শ্ৰীশঙ্কৰক আদি সাধুসৱ যত। যদি পদ নিবন্ধিয়া আছে নানা মত।। তথাপিতো তাহাৰ উচ্ছিষ্ট যিটো পাওঁ। সাধুসকলৰ বাক্যে তাকেসে জোৰাওঁ।। (৬৯১ পদ)। আকৌ 'আছিলন্ত শ্ৰীদামোদৰ মহা সন্ত। ভাগৱত শাস্ত্ৰ মাত্ৰ সদা শুনিলন্ত। তান নিজ কিঙ্কৰ পৰম সাধুচয়। ইদানীকো হৰিগুণ সত্ৰে প্ৰবৰ্ত্তয় ।। তাসম্বাৰ বচনক কৰি শিৰোগত। তৃতীয় স্কন্ধৰ পদ কৰিবো ৰেকত ।। (৬৮৯-৯০পদ)। এই উদ্ধৃতিৰ পৰা "বিৱৰণমূলক তালিকা" লেখকে তত্তাতৈয়াকে

এওঁক দামোদৰদেৱৰ শিষ্য বুলিছে; কিন্তু এই উদ্ধৃতিৰ পৰা তেনে কথা স্পষ্ট নহয় কিন্তু তলৰ উদ্ধৃতি আদিত এওঁক শঙ্কৰদেৱৰ শিষ্য বুলিহে দৃঢ় ভাৱে কোৱা বুলি ধৰিব পাৰি (১৮৯-৯৯পদ) ঃ—

কৃষ্ণৰ একান্ত নিষ্ঠ শ্ৰীমন্ত শঙ্কৰ শিষ্ট
কামৰূপে ভৈলন্ত বেকত।
লোকৰ চিন্তিয়া হিত পাষণ্ডক দমি নিত
প্ৰচাৰিলাঁ ভক্তি বহু মত।।
নানা শাস্ত্ৰ প্ৰচাৰিযা ভকতক প্ৰকাশিযা
আমাক দিলাঁহা চক্ষু দান।
কোটি কোটি কল্প যদি উপকাৰ কৰি অতি
তভো গুণ শুজা নযায তান।
বান্ধৱ কৃষ্ণক তেহে, আমাসাক চিনাইলন্ত
ভক্তক কৰাইলাঁ পৰিচয।
জ্ঞান-কৰ্ম্ম পথ খণ্ডি ভকতিক দেখাইলন্ত
হেন বন্ধু কেহ নাহিকয়।।
তান পদ অনুসৰি বিৰচিলোঁ ইটো পদ
আৰ ফল বাঞ্ছোঁ এহিমান।
তান্ত মোৰ ৰৌক মতি বৈষ্ণৱত হৌক প্ৰীতি
মোৰ জন্ম হৌক যিটো স্থান।।

আন আন ঠাইতো শঙ্কৰদেৱৰ গুণ এওঁ সহস্ৰ মুখে কৈছে— 'আমাৰ বান্ধৱ বন্ধু শ্ৰীমন্ত শঙ্কৰ। কৰিলন্ত পদ তেঁহো চাৰি অধ্যায়ৰ।। সিটো বচনক মই মনে আদৰিলোঁ । এতেকে ইসব কথা সংক্ষেপে কহিলোঁ।' (৭৬৭ পদ)।

তৃতীয় স্কন্ধৰ বাহিৰে এওঁ 'হৰিবংশ'ৰ পদ কৰিছিল আৰু এই সম্পৰ্কত লিখিছে, "গোপালে গুৰুৰ পাৱ প্ৰণমিয়া মনে। বলদেৱ বাক্য শিৰে ধৰিয়া যতনে।। ইষ্ট কৃষ্ণ দেৱতাৰ অৰুণ চৰণে। পদচয় ভণে দ্বিজ গোপালচৰণে।। হৰিবংশ ভাগৱত শ্ৰীবিষ্ণুপুৰাণ। তিনিৰ সঙ্গম কথা হৈবেক উত্থান।। যমুনা জাহ্নবী সৰস্বতী এক স্থান। প্ৰযাগে বহয় ইটো তাহাৰ সমান।।' "একে হৰিবংশ কথা অতি সুচৰিত।। তাতে শ্ৰীভাগৱত কৰিলোঁ মিশ্ৰিত।। শ্ৰীবিষ্ণু পুৰাণকো কৰিবোঁ জড়িত। তিনি মিলি হৈব অতি স্বাদ বিপৰীত।।" ইয়াত

কবিৰ যথেষ্ট পাণ্ডিত্য ফুটি ওলাইছে, আৰু ইয়াক সেইদেখি সংস্কৃতৰ আখৰুৱা ভাঙনি বুলি উলাই কৰিব নোৱাৰি। 'বিবৰণমূলক তালিকা'ৰ মতে এই পুথিৰ ৰচনাৰ কাল ১৫৫৮ খৃ. মান হ'ব কিয়নো ৰঘুদেৱৰ ৰাজত্ব ( ১৫৮১ ১৬০৩ খৃ ) গোপাল দ্বিজই বৰনগৰত সংস্কৃত-চৰ্চ্চাৰ যি টোল ৰাখে বৈকুণ্ঠনাথ ভট্টদেৱ ( ১৫৫৮-১৬৩৮ খৃ ) আদি তাৰ ছাত্ৰ। এওঁৰ হৰিবংশ আগবয়সৰ আৰু তৃতীয় স্কন্ধ শঙ্কৰদেৱ-দামোদৰৰ তিৰোভাৱৰ পাছত যোড়শ শতিকাৰ শেষ ভাগৰ ৰচনা বুলি ঠাৱৰ কৰা হৈছে।

গোপাল মিশ্ৰ কবিৰত্নৰ পিতাক ধৰ্ম্মাই বা বলদেৱ ককাক হৰিহৰ আচাৰ্য্যৰ ঘৰ মালীপুৰত। এওঁকে খুদীয়া আৰু উলুবাৰী সত্ৰৰ প্ৰতিষ্ঠাতা আৰু দামোদৰ নিৰঞ্জন আৰু বনমালীদেৱৰ গুৰু বোলে দামোদৰদেৱে পাটবাউসী নিৰঞ্জনদেৱে আউনিআটী আৰু বনমালীদেৱে দক্ষিণপাট আদি সত্ৰৰ প্ৰতিষ্ঠা কৰে। নিৰঞ্জনদেৱেই জয়ধ্বজ সিংহ ( ১৬৪৪ ৬৩ খৃ ) ৰজাক শৰণ দিয়ে বুলি কয় সেইদেখি এওঁ আন দুজন গোপালৰ নবীন সমসাময়িক বুলি বুজিব পাৰি। মাধৱদেৱৰ আনুগত্যত আৰু অনুকৰণত এওঁ ঘোষা-ৰত্ন ৰচি ভক্তি ধৰ্ম্ম ৰাখানে আৰু পৰাধৰ্ম্ম -নিৰূপণ শঙ্খচূড় বধ মহীষাসুৰ বধ আদি আন কেইখানো পুথি এওঁ ৰচা বুলি কয়। অসমৰ সন্তসকলৰ বৰ্ণনাৰে সন্তনিৰ্ণয় পুথিৰ ৰচকৰূপে কৃষ্ণভাৰতী জনাজাত। 'কৃষ্ণভাৰতীৰাযাতি বেদান্ত-কেশৰী। পলায়ুৰ্দ্ধং পলায়ুৰ্দ্ধং ভো ভো পণ্ডিতকেশৰী।। এওঁৰ উল্লেখ প্ৰয়োগ-ৰত্নমালা-প্ৰণেতা পুৰুষোত্তম বিদ্যাবাগীশেও কৰিছে। যদি এওঁ শঙ্কৰদেৱৰ সমসাময়িক হয় তেতিয়া হলে এওঁ এই পুথি ৰচা নহয় যেন লাগে। কৃষ্ণ-আচাৰ্য্যৰ শঙ্কৰ-চৰিতৰ লগত সন্ত-নিৰ্ণয়ৰ মিলেও এই দুই গ্ৰন্থকাৰৰ নাম বা পুথিৰ খেলি-মেলি থকা যেন দেখুৱায়। গোবিন্দ দাসৰ সন্ত-সম্প্ৰদায় কথা-পুথিৰ সামৰণিত—'সাধুসৱক সম্বোধিয়া সেৱা কৰিবা এতেকে সে মুক্তিক লভিবা। অপৰাধী-সৱকো সদায় ক্ষমা কৰিবা। ইতি এটকা মহন্তৰ চৰিত্ৰ পুস্তক সমাপ্ত। এনে আৰু অনেক পুথি আছে; এইবিলাক অতি সম্ভৱ সপ্তদশ শতিকাৰ মাজ বা শেষ ভাগৰ।

গোবিন্দ মিশ্ৰৰ পদ-গীতা এই যুগৰ এটি বিশেষ সম্পদ। এওঁৰ ঘৰ কামৰূপৰ বালি গাঁৱত পিতাক তাৰাপতি ককাক কলাপচন্দ্ৰ আজোককাক ৰামমিশ্ৰ। এওঁৰ পাণ্ডিত্য কবিত্বতকৈ হীন নাছিল এই পদ-ভাঙনি সম্পৰ্কে

নিজেই লিখিছে — 'শঙ্কৰী ভাস্কৰী মতক আলোচি টীকা চাই হনুমন্ত। আনন্দগিৰিৰ টীকা যে স্বামীৰ দুইৰো জিজ্ঞাসি মত।। পঞ্চ টীকা চাই, যিমানে বুজিলোঁ মতি অনুসাৰে লৈলোঁ ।। **ভাগৱত মিশ্ৰ** হৰি মিশ্ৰৰ পুতেক আৰু হৰিদেৱৰ ( ১৪৯৩-১৫৭১ খৃ ) শিষ্য এওঁৰ বিষ্ণুপুৰাণ আৰু ভক্তিমূলক সাত্বত তন্ত্ৰৰ ভাঙনি বিতোপন। 'সংসাৰ-চক্ৰ নামৰ আন এখনি পুথিতো এওঁৰ ভণিতা পোৱা হয়। 'ভাগৱত-ৰত্ন পুথিৰ ভণিতাৰ পৰা ইয়াৰ ৰচয়িতা **বিষ্ণু ভাৰতীৰ** বিষয়েও যৎসামান্য জানিব পাৰি —

'দ্বাদশ স্কন্ধৰ কথা সূত্ৰ অনুসৰি। যি অধ্যায়ত যেন কথা আছে ব্যাখ্যা কৰি।।
তাহাক সূচাই যাইবোঁ প্ৰথমৰ হন্তে। যিহেতু আমাক বোলে অনেক মহন্তে।।
শ্ৰীধৰ স্বামীৰ শঙ্কা শ্লোক অনুবন্ধে। বিৰচিবোঁ সূত্ৰ কথা পৰম প্ৰবন্ধে।।
শুনা মহাজনসৱে গোচৰ আমাৰ। ইটো শাস্ত্ৰখানি হৌক লোকত প্ৰচাৰ।।
ভাগৱত-ৰত্ন নামে ভাগৱত তত্ত্ব। ইহাক জানিলে জানিবেক ভাগৱত।।
অল্পভাৱে হোৱে যদি বহুমূল্য ৰত্ন। শ্ৰীবিষ্ণু ভাৰতী উদ্ধাৰিলা কৰি যত্ন।।

এওঁৰ আন এখনি পুথি ধ্ৰুৱ চৰিত । এইসকলৰ উপৰিও অনেক সৰু-সুৰা পুথি-লেখক আছে, সেই সকলৰ সম্যক পৰিচয় নোপোৱাত আৰু একেখন পুথিতে কেবাজনৰো নাম বা ভণিতা পোৱা আদি খেলি-মেলিৰ বাবে তেওঁলোকৰ বিশেষ উল্লেখ কৰা নহল।

ভাগৱতৰ চতুৰ্থ-পঞ্চম স্কন্ধ মহাভাৰতৰ আদি-পৰ্বৰ ৩৮৫ পদ মানলৈ ধৰমৰ গীত নামৰ পুথিৰ কেইবাশও গীতত এজন অনিৰুদ্ধৰ ভণিতা পোৱা হয় তেওঁ নিশ্চয় অনিৰুদ্ধ দ্বিজ বা ৰাম সৰস্বতী নহয় তেঁওৰ উপাধি কায়স্থ বা ভূঞা। পঞ্চম স্কন্ধত আছে—

লোহিত উত্তৰ কাযৰে প্ৰকাশে নাৰায়ণপুৰ বন্ধ।
তাৰ মধ্যে ভাগে মাজৰ তালুক কহিবোঁ কত মহত্ত্ব।।
তাৰ অন্তৰ্গত বিষ্ণু-বালিকুঞ্চি ভৈলেক গ্ৰাম বিশেষ ।
শঙ্কৰ মাধৱ উপাসা কৰিয়া আছিলে ভক্ত অশেষ।।
সেই গ্ৰামেশ্বৰ ভৈলেক গোমস্থা মহীপাল নাম যাৰ।
সকল লোকৰ মধ্যত ভৈলেক যাহাৰ গুণ প্ৰচাৰ।।
তাহান সন্ততি বৃহদ্দলপতি অপৰ হৰি দলই।
দুই হানো কনিষ্ঠ গণ্ডা নৰগিৰি বুলিয়া সবে বোলই।।

ব্যাকর্ণ শাস্ত্রত পৰম পণ্ডিত আছিলেক মহাবীৰ।
শঙ্কৰৰ দুই চৰণ পঙ্কজে কৰিছিল বুদ্ধি স্থিৰ।।
তাহান সন্ততি ভৈল অনিৰুদ্ধ নজানে শাস্ত্র নিশ্চয়।
গোপালৰ দুই চৰণ সম্পর্কে মনে যেন উপজয়।।
পৰম দেৱতা হৃদযত থাকি দিলা যেন অনুমতি।
সেই অনুৰূপে পঞ্চম স্কন্ধৰ ৰচিলোঁ কথা সম্প্ৰতি।।

আৰু ৰামানন্দৰ গুৰু চৰিতৰ ( ৩২৩-৪১ পদ) পৰা আমি জানো নাৰায়ণপুৰৰ এই বালিকুচি বা বালিগাঁৱেই মাধৱদেৱৰ জন্মস্থান। এই ভণিতাত দিযা বংশাৱলী চিদানন্দদেৱ ( ১৮২৫ ৮০ খৃ ) ৰচিত অনিৰুদ্ধ চৰিতৰ ( ৩৯ ৪৬ পদ) লগত হুবহু মিলে গতিকে এওঁক আমি মায়ামৰা সম্প্ৰদাযৰ গুৰি অনিৰুদ্ধ কায়স্থ বুলি নি সন্দেহে ধৰিব পাৰোঁ । অনিৰুদ্ধৰ পিতাক গণ্ডাদেৱ মাক আজলী 'চন্দ্র বেদ ঘোৰ বাণ শকে ভৈলা জন্ম তান পঞ্চদশ দিনে বৈশাগত। শুকুলা নৱমী তিথি সর্ব শুভ গ্ৰহ দৃষ্টি গুৰুবাৰে ভৈলন্ত বেকত।। ৫৬। তেন্তে ১৪৭৫ (১৫৫৩ খৃ ) অনিৰুদ্ধৰ জন্ম শক ৰূপে পোৱা হয।

কোন গুৰু সংসাৰত কৰিবেক পাৰ। মনত বিচাৰি প্ৰভু কৰিলন্ত সাৰ।।
ভৱানীপুৰত আছে শ্ৰীমন্ত গোপাল। তাহান পাশক গৈলে মোৰ হৈবে ভাল।।
গোপালেও বুলিলন্ত দেখি বিচক্ষণ। আহন পাৰত লোকে লৈবন্ত শৰণ।।
অন্যত্র শাস্ত্রৰ পথ কৰিযা নিৰোধ। ভকতিৰ পথে মাত্র কৰিবেক বোধ।।
এতেকেসে আন নাম হৈব অনিৰুদ্ধ। সমস্ত শাস্ত্ৰৰ প্ৰচাৰিব গূঢ় তত্ত্ব।।

গোপাল আতাৰ সৈতে তিনি বছৰমান থকাৰ পাছত অনিৰুদ্ধ ঘৰলৈ উলটিব খোজাত আতাই বৰ দুখ পালে ধৰ্ম্ম-আচাৰ্য্য পাতিব খোজাতো অনিৰুদ্ধে জনালে বোলে পিতাকে তেওঁৰ ওপৰত লখীমপুৰ বিহপুৰ নাৰায়ণপুৰ ঢলপুৰ নাগপুৰ আৰু কলংপুৰ এই পঞ্চপুৰ'ৰ শাসনভাৰ দিয়া বাবে তেওঁ সেই কামো কৰিব নোৱাৰে। যি হওক শেষত অনিৰুদ্ধই গুৰু-ভাৰ গ্ৰহণ কৰিলে।

অনিৰুদ্ধ ঘূৰি আহি জয়ে জয়ে নিজ পিতৃ-মাতৃক শৰণ দি ঢেলি নামৰ মুছলমান কাজিৰ অনুৰোধ ক্ৰমে তেওঁক শৰণ দিয়া কাহিনী অনিৰুদ্ধ চৰিতে জীৱন্ত ভাবে বৰ্ণাইছে ( ১১৯—১২১)—

'ইটো ঢেলি দৰ্জ্জিয়ে যে পশিলা শৰণ। ধ্যানপতি নাম তাঙ্ক দিলা গুৰুজন।।
সেহি দিন ধৰি ঢেলি বৰা হিন্দু ভৈল। আহ্মেধৰ মধ্যে তাহাক ৰাখিল।।

অদ্যাপি তাহাৰ বংশ আছয় ঐহিত। ঢেলি বৰা ঘৰ বুলি সৰ্বত্ৰ বিদিত।।
পঞ্চদশ শত ত্ৰয়োবিংশ মাঘ মাস। সেহি দিন হন্তে ধৰ্ম্ম কৰিলা প্ৰকাশ।।

১৫৪৮ শকৰ ( ১৬২৬ খৃ°) ১১ পুহ সোমবাৰে শুক্লা একাদশী তিথিত অনিৰুদ্ধৰ মৃত্যু হয় কিন্তু বৈষ্ণৱ কবি ধৰ্ম্মচাৰ্য্যৰ কীৰ্ত্তিৰ বাহিৰেও অনিৰুদ্ধ অসমৰ বুৰঞ্জীত আন প্ৰকাৰেও শোণিত জ্যোতিৰে চিৰকাল জিলিকি থাকিব। অসমৰ বুৰঞ্জীত একেটি লেখৰ ঘটনা আৰু একমাত্ৰ গৌৰৱপূৰ্ণ জন-আন্দোলন মহাপুৰুষীয়া ধৰ্ম্মৰ একমাত্ৰ কুচ্ছেদ বা ধৰ্ম্মযুদ্ধৰ জয়-জয়কাৰ যুগ-যুগান্তৰলৈ ঘোষণা কৰি দিগদিগন্তলৈ একশৰণ ধৰ্মৰ বিজয় পতাকা উৰোৱা যি মাযামৰা আন্দোলন তাৰ জনক-জননী এই অনিৰুদ্ধই। কিন্তু দুৰ্ভাগ্যক্ৰমে পতনমুখী অসমীয়া জাতিযে 'আদি -চৰিত নামৰ এখন দুষ্ট 'জাল' পুথিৰ অপপ্ৰচাৰ আদিৰে এই পবিত্ৰ ধৰ্মৰ নামত ছাই সানি অনিৰুদ্ধক চোৰ-প্ৰবঞ্চক পাতি অসমীয়া জাতিৰ গৌৰব স্বৰূপ মায়ামৰাসকলক মোৱামৰীয়া আদি নিন্দাসূচক নাম দি নিজৰ ধ্বংস নিজে চপাই আনিছিল। মাযামৰা নামৰ অৰ্থ অতি মনোৰম পঞ্চপুৰৰ শাসন-ভাৰ পিতাকে অনিৰুদ্ধৰ ওপৰত জাপি দিয়া বাবে তেওঁ আচাৰ্য্য বা গুৰুৰ ভাৰ লব নোৱাৰে ইয়াকে ভক্তিৰসৰ ৰসিক অনিৰুদ্ধই গোপালক এইদৰে জনালে 'মধুমতী মাযা শিৰে চৰি আছে মোৰ । নপাৰোঁহো এহি বাক্য কৰিবে গুৰুৰ।। উত্তৰত কথাৰ সাগৰ গোপাল আতাই কলে 'মধুমতী মাযাৰ শিৰত তুমি চৰি। মৰ্দ্দিযা মাযাক থাকাঁ ধৰ্ম্মক আচৰি ।। ১০৪। এই বাবেই যে অনিৰুদ্ধৰ প্ৰচাৰিত ধৰ্ম্ম-সম্প্ৰদায়ক মাযামৰা সম্প্ৰদায় বোলে তাত সন্দেহ নাই।

অনিৰুদ্ধৰ ভাগৱত আৰু মহাভাৰতৰ ভাঙনি ষোড়শ শতিকাৰ শেষ ভাগত নহলে সপ্তদশ শতিকাৰ আগভাগত লিখা। অনিৰুদ্ধ-চৰিতৰ পাতনি লেখক ৰজনীকান্ত বৰদলৈৰ মতে "ধৰমৰ গীত পুথিত অনিৰুদ্ধৰ গীতৰ লেখ ১৮২ আৰু মাধৱদেৱৰ নামঘোষাৰ দৰে আৰু তোটয় ভটিমা আদিৰে অনিৰুদ্ধই 'ভক্তি-মঙ্গল বোলা আৰু এখন পুথি লিখিছিল। এই পুথিৰ আমি সম্পাদনা কৰিছোঁ এতিয়াও ছপা হোৱা নাই। মহাভাৰতৰ সভাপৰ্বৰ ভাঙনি এটিতো অনিৰুদ্ধৰ নাম আছে, অতি সম্ভৱ তেওঁ অনিৰুদ্ধ দ্বিজ বা ৰাম সৰস্বতী নহয়। শঙ্কৰদেৱ-মাধৱদেৱ দুযো অনিৰুদ্ধৰ সম্বন্ধীয়া আৰু শঙ্কৰদেৱৰ তিৰোভাৱৰ কালত অনিৰুদ্ধ পোন্ধৰ বছৰীয়া লৰা, গতিকে মহাপুৰুষ দুজনাৰ লগত এওঁৰ

বিৰোধ কেৱল কাৰোবাৰ হিংসামূলক অপপ্ৰচাৰ। অনিৰুদ্ধ-চৰিতত মাধৱে শঙ্কৰৰ পৰা আৰু অনিৰুদ্ধই মাধৱৰ পৰা কল্পতৰু শাস্ত্ৰ এখন পোৱা বুলি আছে, দুষ্ট 'আদি-চৰিতে তাকে শঙ্কৰদেৱৰ পৰা "ধাতু তাম্ৰক্ষৰী" পুথি অনিৰুদ্ধই চুৰ কৰা বুলিব পাৰে।

বৈকুণ্ঠনাথ (১৫৫৮—১৬৩৮? খৃ°) অসমৰ বৈষ্ণৱ আকাশৰ এই শাৰদী দীপাৱলীৰ শেষত জ্বলা অন্যতম উজ্জ্বল নক্ষত্ৰ। এওঁ কবি সৰস্বতীৰ দ্বিতীয় পুতেক আৰু চন্দ্ৰ ভাৰতীৰ নাতিযেক ঘৰ বৰনগৰৰ ভেল্কা গাঁৱত। ভট্টদেৱ কবিৰত্ন ভাগৱত ভট্টাচাৰ্য্য আদি এওঁৰ উপাধি। ৰামচৰণে লিখিছে বৈকুণ্ঠনাথ নামে ব্ৰাহ্মণ একজন। আছিলন্ত নগৰত পৰম গহন।। বিখ্যাত পণ্ডিত হন্ত তান্ত্ৰিক ব্ৰাহ্মণ। দেশ মধ্যে গণ্য-মান্য জানে সৰ্ব্বজন।।৩১১১।।' বামুণ হৈ শঙ্কৰদেৱৰ ধৰ্ম ধৰাৰ বিৰুদ্ধে মাধৱে শঙ্কৰৰ লগত তৰ্ক কৰা দৰে এওঁ দামোদৰৰ লগত তৰ্ক কৰে আৰু তৰ্কত পৰাস্ত কৰিব নোৱাৰি গয়াপানিয়ে মাধৱক নিয়া দৰে দামোদৰে বৈকুণ্ঠক শঙ্কৰদেৱৰ ওচৰলৈ নিযে আকৌ মাধৱৰ দৰেই বৈকুণ্ঠৰো শঙ্কৰদেৱক দেখা মাত্ৰই মন্ত্ৰ-মুগ্ধ সাপৰ দৰে মূৰ দোঁ খালে ° 'মিনতি মাতেৰে বিপ্ৰে মাতিলন্ত পাছে।। বহু অপৰাধ মই নজানি কৰিলোঁ। নিন্দাবাদ কৰি মই অধোগামী হৈলোঁ।। ৩১৩১। দেখিলোঁ সাক্ষাতে আৰে মহা ভাগৱত। দিয়াঁ উপদেশ মোক মজিলোঁ গৰ্ব্বত।। এহি বুলি কৰযোৰে শৰণ মাগিল। হেন দেখি গুৰু হাসি সমিধান দিল।। ৩১৩২। এহি বুলি দামোদৰে আদেশ কৰিল। শৰণ দিয়াঁহা বুলি বাক্যক বুলিল।। ৩১৩৩। শুনি ভট্টদেৱে বোলে দুখ মন কৰি। কৃতাৰ্থ হবোঁহোঁ ধৰ্ম্ম তযু পাশে ধৰি।। দিয়াঁ ৰাপ নিজে তুমি শৰণ আমাক। এহি বুলি কৰযোৰে বুলিলন্ত বাক।। ৩১৩৪। গুৰু বোলে আত কিছু নকৰা সন্দেহ। মোৰে দামোদৰে ভিন্ন নাহি মাত্ৰ লেশ।।৩১৩৫। গুৰু আজ্ঞা পাই দামোদৰ মহামানী। ভট্টদেৱে দিলা ধৰ্ম্ম মহাজ্ঞানী জানি।।৩১৩৬।"

যেনেকৈয়ে হওক বৈকুণ্ঠনাথৰ কথা-ভাগৱতৰ ৰচনাৰ বাবে যে আমি দামোদৰদেৱৰ ওচৰত বিশেষ ঋণী সেই কথা স্বীকাৰ কৰিবই লাগিব। চিলা-ৰায়ৰ পুতেক ৰঘুদেৱ (১৫৮১—১৬০৩ খৃঃ) চুকোৱাত সোণকোষৰ পূব পাৰৰ কোচ ৰাজ্যত এওঁৰ পুতেক পৰীক্ষিত নাৰায়ণ (১৬০৩—১৩খৃ°) ৰজা হয়। ৰাজ-পাটত উঠিয়েই তেওঁ বৈষ্ণৱসকলক উৎপীড়ন কৰিবলৈ আৰম্ভ কৰে আৰু বলি-বিধান

আদি নমনাৰ বাবে দামোদৰদেৱক ধৰাই নি এবছৰৰ ভিতৰত তেওঁক ৰাজ্য এৰি যাবলৈ আদেশ দিয়ে। সেই ৰাজ্যত থকা পাটবাউসী সত্ৰ বৈকুণ্ঠনাথক গতাই দি দামোদৰদেৱে ৰামৰায দাসৰ গুৰুলীলা মতে কলে— 'আৰু এক জগত ঈশ্বৰ আজ্ঞা ধৰাঁ । কথাবন্ধে এক খণ্ড ভাগৱত কৰাঁ।। পূৰ্ব্বে মহাপুৰুষে কৰিলে দশ স্কন্ধ। কীৰ্ত্তম ভট্টিমা ছবি দুলডী সুছন্দ।। তাত কৰি সুগম কৰিযো ভাগৱত। স্ত্ৰী-শূদ্ৰ সৰ্ব্বলোকে বুঝে যেন মত।।৩৩৯। প্ৰভু দামোদৰৰ আজ্ঞাযে মহা সন্ত। শ্লোক ভাঙ্গি ভাগৱত কথা কৰিলন্ত।। অবিৰোধে স্ত্ৰী-শূদ্ৰ চণ্ডালে পঢ়য। সংক্ষেপিযা কথা ৰূপে কৈলা মহাশয।। ৯৪২। নৰনাৰাযণৰ (১৫৪০–৮৪ খৃ ) পুতেক লক্ষ্মীনাৰাযণৰ (১৫৮৪ –১৬২২ খৃ ) ৰাজ্য সোণকোষৰ পশ্চিম পাৰে তালৈ যাবলৈ বুলি পাৰ হওঁতেই বৈকুণ্ঠনাথে দামোদৰক তেওঁৰ প্ৰথম কথা ভাগৱত দেখুৱায়। মূল পুথিৰ লগতে টীকা টিপ্পনিবোৰৰো ভাঙনি কৰাত পুথিখনৰ আকাৰ বৰ ডাঙৰ হ'ব দেখি দামোদৰদেৱে কলে 'কিন্তু এতখানি বহু কথা ভৈলে পুথিও হইবে বৰ। বাহুয স্কন্ধৰ কথাক লিখিতে লাগিবে পাত বিস্তৰ।। এতেকে ইযাক কহিতে নপাৰি নকৰিবে কেহোঁ যত্ন। সংক্ষেপ কৰিযা সাৰ মাত্ৰ লৈযা কৰাঁ কথা কবিৰত্ন ।।২২৫। ইযাকে কৈ দামোদৰদেৱ কোচবেহাৰলৈ গল আৰু বৈকুণ্ঠনাথ পাটবাউসীলৈ উলটি আহি চাৰি বছৰ মানৰ ভিতৰত কথা-ভাগৱত সমাপ্ত কৰে। কথা গীতাৰ পাতনিত হেমচন্দ্ৰ গোস্বামীয়ে গেইটৰ বিপৰীতে ৰঘুদেৱৰ মৃত্যু আৰু পৰীক্ষিত নাৰাযণৰ ৰাজ্যাভিষেক ১৫৯৩ খৃ° ধৰি ১৫৯৭ খৃ ৰ ভিতৰত কথা-ভাগৱত ৰচিত হৈছিল বুলিছে; কিন্তু গেইটৰ মত নিযমিতৰূপে খণ্ডন নকৰাকৈ এই নতুন মত ধৰাটো বিজ্ঞানসম্মত নহয়।

শ্ৰীশ্ৰীমদ্ভাগৱত কথা। প্ৰথম স্কন্ধ প্ৰথমোহধ্যাযং। সূতৰ প্ৰতি শৌনকাদিৰ প্ৰশ্ন। কথা —জয জয শ্ৰীকৃষ্ণ বিষ্ণু দৈৱকীনন্দন পৰমানন্দ গোবিন্দ যো জগত-ঈশ্বৰ পুৰুষোত্তম সকল লোকক কৃপাযে অৱতৰি বহুবিধ লীলা কযল সেই গোপ বেশ নন্দ-নন্দন চৰণে সহস্ৰ কোটিবাৰ প্ৰণাম কৰোঁ । যাৰ নাম পাপ-হৰ পৰম মঙ্গল মুক্তিদাযক তাহান চৰিত্ৰ শ্ৰীভাগৱত শাস্ত্ৰ দ্বাদশ স্কন্ধ তিনি শত পঞ্চত্ৰিংশ অধ্যায তাহাৰ কথা বন্ধে কিছো নিবন্ধিতে চাঞো। মঞি অল্পমতি তথাপি শ্ৰীদামোদৰৰ আজ্ঞাযে সন্তসবৰ অনুমোদনে টীকাভাষ্য অনুসৰি সংক্ষেপ প্ৰকাৰে নিবন্ধো। প্ৰথমে প্ৰথম স্কন্ধ কহোঁ : বিশ্ব-সৃষ্টি আদি নৱ লক্ষণে লক্ষিত জগতৰ পৰম আশ্ৰয় শ্ৰীকৃষ্ণক নমো। বেদব্যাস ঋষি প্ৰথমে নানা শাস্ত্ৰ কৰিলা তথাপি

মন প্রসন্ন নভৈল পৰম খেদত শ্রীনাৰদৰ উপদেশে শ্রীভাগৱত কৰিতে শাস্ত্রৰ প্রতিপাদ্য পৰমেশ্বৰক চিন্তন্ত, যাহাতে মিছা প্রপঞ্চ প্রকাশে যাত হন্তে জগতৰ সৃষ্টি স্থিতি সংহাৰ হয়। প্রকৃতি-পুৰুষত পৰ ব্রহ্মাৰো জ্ঞানদাতা সত্য সর্ব্বজ্ঞ তাহাঙ্ক চিন্তএঁ। । সকল শাস্ত্রত কৰি শ্রীভাগৱত শ্রেষ্ঠ যাক শ্রীনাৰায়ণে কহিছা যাত কহে পৰম ধর্ম্ম কেৱল হৰি ভজন মোক্ষতো কৰি শ্রেষ্ঠ ব্রহ্মজ্ঞান অযত্নে হয় পৰম সুখ দেই, তিনি তাপ হৰে। হেন জানি সামাজিকসৱ শ্রীভাগৱত সাৱধান মনে নিত্য শ্রৱণ-কীর্ত্তন কৰাঁ প্রথমে ডাকি হৰি বোল হৰি।

এই গদ্য শঙ্কৰদেৱ-মাধৱদেৱৰ গদ্যৰ অন্ততঃ পাঁচকুৰি বছৰৰ পিছত কিন্তু ইয়াত অকল কীর্ত্তন-নামঘোষাৰ ভাবৰ প্রতিধ্বনিকেহে যে শুনা হয় এনে নহয় সেইসকলৰ অঙ্কেখনৰ ভাষা আৰু লালিত্যৰ প্রতিধ্বনিও সুন্দৰকৈ শুনিবলৈ পোৱা হয়। ৰামৰায়ৰ গুৰু-লীলামৃতে প্রভুৰ আজ্ঞায়ে বাহু স্কন্ধ ভাঙ্গি কথা ৰূপ কৰিলন্ত।। গীতা-ৰত্নাৱলী কথা ৰূপে তাকো কৰিলন্ত বিৰচন। স্ত্রী-শূদ্র শিশু সমস্তে বুঝয় পঢ়ন্তে নাহি দূষণ ।।৯২৭। কথা-ৰত্নাৱলীৰ উল্লেখ বিশেষ নাই কিন্তু কথা গীতাৰ বিষয়ে নীলকণ্ঠই লিখিছে 'কবিৰত্নদেৱে গীতা শাস্ত্রক ৰাখানি। কথা-বন্ধে নিবন্ধিলা পুস্তকক আনি।। অৰিহণা সমে কথা ভকত হাতে দিলা। দামোদৰদেৱৰ কাষক পঠাইলা ।। ৬১৯। পাটবাউসীৰ ভকত বেহাৰক যায়। প্রণমি সন্দেশ দিলা দামোদৰ ঠাই।। ধনৰ টুপলি পুস্তকক দেখিলন্ত। হাসি দামোদৰে পুথি মেলি চাহিলন্ত।। ৬২০। দেখন্ত গীতাৰ কথা পৰম শোভন। শুনিলে অর্থক বুজে যত মূঢ়গণ।। ৬২১। কথা সাত্বত তন্ত্র এখনিও বৈকুণ্ঠনাথে লিখিছিল বুলি কয় তাৰ উল্লেখো চৰিতত পোৱা নাই। কিন্তু ভক্তিসাৰ ভক্তিবিৱেক আৰু শৰণ-সংগ্রহ নামৰ সংস্কৃতত লিখা তিনিখন পুথি পোৱা হৈছে। প্রসঙ্গ-মালা আৰুগুৰুবংশাৱলী বুলি অসমীয়াত দুখন পদ-পুথিও বৈকুণ্ঠনাথে লিখে কিন্তু এনে লেখৰ নহয়।

'কথা-গীতা। প্রথম-অধ্যায়। ধৃতৰাষ্ট্রে সঞ্জয়তে প্রশ্ন কৰন্ত। হে সঞ্জয় মোৰ পুত্রসৱ পাণ্ডুপুত্রসৱো ধর্ম্মভূমি কুৰুক্ষেত্রত যুদ্ধক মিলিত হয়া কি কর্ম্ম কৰিলা মোত কহা। সঞ্জয়ে বোলন্ত, বোলা ৰাজা অর্জ্জুনৰ এই বাক্য শুনি শ্রীকৃষ্ণে সকল ৰাজাৰ মাঝত ভীষ্ম দ্রোণ সম্মুখত দুই সেনাৰ মধ্যত উত্তম ৰথ ৰাখি বুলিলা : হে পার্থ কুৰু বীৰসৱক চক্ষু মেলি দেখা । তাত অর্জ্জুনে পিতৃব্য-পিতামহ আচাৰ্য্য-মাতুল ভ্রাতৃ-ভ্রাতৃপুত্র পৌত্র-সখী শশুৰ-সুহৃদ সৱ দুয়ো সেনাত দেখিলা।

সেইসকল বন্ধুসব যুদ্ধক ইচ্ছাই সম্মুখে থাকিবাৰ দেখি পৰম কৃপায় ব্যাপ্ত হুয়া মহাদুখ পায়া কুন্তিপুত্র অর্জ্জুনে শ্রীকৃষ্ণক এই বাক বুলিলা হে কৃষ্ণ এই জ্ঞাতিসব যুঝিবে ইচ্ছাযে যুদ্ধত উপস্থিত দেখি মোৰ কৰ-চৰণাদি ভাগি যাই, মুখো শুখাই শৰীৰো কাম্পে ৰোমো সিঁহৰে গাণ্ডীৱ ধনু হাতৰ খসি পড়ে চৰ্ম্মো তাপ কৰে। আছোক যুঝিম আগত থাকিতে নপাৰোঁ মনে মহাভ্রম হুয বিমঙ্গলসবো দেখোঁ উপৰত শগুণ ফুৰে শৃগালে আৰাব কৰে। যুদ্ধত স্বজনক বধি কিছো ফল নেদেখোঁ বিজয়কো আকাঙ্খা নকৰোঁ ৰাজ্যকো ইচ্ছা নকৰোঁ সুখকো নবাঞ্ছো। হে গোবিন্দ আমাৰ ৰাজ্যভোগত জীৱনত কি প্রযোজন। যি বন্ধুসবৰ অর্থে আমাৰা ৰাজ্যভোগ সুখক ইচ্ছা কৰি সি বন্ধুসব প্রাণ-ধন ত্যাগক অঙ্গীকাৰ কৰি যুদ্ধত উপস্থিত হুয়া আছে, তাক শুনা মঞিও অস্ত্র নধৰি মৌনে ৰহো তেৱে যদি দুর্যোধনাদি অস্ত্র ধৰি মোকে বধে তেৱে মোৰ মহাপ্রিয হুয যাতো পাপ নিসিজিব। সঞ্জযে কহন্ত জানা ৰাজা যুদ্ধৰ সম্মুখত অর্জ্জুনে এই বাক্য বুলি ধনু-শৰ এড়ি শোকে কম্পিত হৈয়া ৰথৰ উপৰতে বসিলা।”

কথা গীতাৰ পাতনিত হেমচন্দ্র গোস্বামীযে বৈকুণ্ঠনাথৰ কাল ১৫৫৮—১৬৩৮ খৃ আৰু দামোদৰদেৱৰ কাল ১৪৮৮—১৫৯৮ খৃ বুলি থিৰ কৰিছে, বুৰঞ্জীৰ লগত যে এই কাল অন্তত দহ বছৰৰ অমিল হয় তাক আগতে উনুকিয়াই অহা হৈছে। গোস্বামীযে ১৫৯৭ খৃষ্টাব্দত কথা ভাগৱত ৰচা শেষ হোৱা বুলিব খোজে ইফালে নীলকণ্ঠৰ মতে দামোদৰে কথা-গীতাখনি চাবলৈ পাইছিল তেতিয়া হলে কথা ভাগৱত ৰচনালৈ চাৰি বছৰ কাল দিলে কথা গীতা ৰচনালৈ এবছৰ কালো নাথাকে। সি যি হওক কথা গীতাৰ গদ্য স্বভাৱতে এতিয়া বৈকুণ্ঠনাথৰ পৈণত হাতৰ আৰু সৰহ নহলেও কথা ভাগৱত ৰচনাৰ চাৰি-পাঁচ বছৰৰ পাছৰ গতিকে স্বভাৱতে ই কথা ভাগৱতৰ ৰচনাতকৈ অধিক নিমজ। যেনেকৈয়ে হওক আন আন বিষয়ৰ দৰেই শঙ্কৰদেৱেই অসমীয়া গদ্যৰো জনক-জননী যে সন্দেহ নাই, বৈকুণ্ঠনাথৰ অৱদান এয়ে যে তেওঁ জয়ে জয়ে তাক নাটকৰ চাৰি বেৰৰ ভিতৰৰ পৰা উলিয়াই আনি স্বাধীন দার্শনিক গ্রন্থ আৰু মুকলি ৰচনাৰ বাহন ৰূপে ব্যৱহাৰ কৰি আৰু নানা কার্য্যৰ উপযোগীকৈ ভৱিষ্যত অসমীয়া সাহিত্যৰ বাবে এৰি গৈছে। সৃজনমূলক প্রতিভাৰ কলাকাৰ ৰূপেও বৈকুণ্ঠনাথেই বৈষ্ণৱ যুগৰ অন্তিম জ্যোতিষ্ক নিশ্চয়।

নব জন্মৰ বৈষ্ণৱ সাহিত্যৰ জোৱাৰৰ সাগৰৰি। অসমীয়া বৈষ্ণৱ

সাহিত্যৰ বুৰঞ্জী স্বৰূপাৰ্থত শঙ্কৰদেৱৰ বিস্তৃত জীৱনী মাত্ৰ। ইয়াৰ বিপুল বপু আৰু অসীম শক্তি একোতে ইয়াৰ বিজুনি সহজে নোলায় এই বাবে সদায় ইংলণ্ডৰ এলিজাবেথ যুগৰ সাহিত্যৰ লগত ইয়াৰ তুলনা কৰা হৈছে, কিন্তু অসমৰ সাংস্কৃতিক সামাজিক আৰু জাতীয় জীৱনৰ লগত বৈষ্ণৱ সাহিত্যৰ সম্পৰ্ক যিমান দলে শিপোৱা ইংলণ্ডৰ লগত এলিজাবেথৰ যুগৰ সাহিত্যৰ সম্বন্ধ কোনোমতে তেনে গভীৰ বুলিব নোৱাৰি। সচাকৈয়ে অসমীয়া জাতিৰ বহুমুখী জীৱনৰ কাৰ্য্যশক্তিৰ একেটি উহ, কম্পন কেন্দ্ৰ—শঙ্কৰদেৱ। পঞ্চদশ শতিকাৰ মাজছোৱাৰ পৰা বৈষ্ণৱ যুগৰ আৰম্ভ ধৰা হৈছে, সি সম্পূৰ্ণ সঠিক নহয় কিয়নো ফেহুজালি দিয়া উষা সময়ৰ পৰাই যদি দিন হয় তেন্তে দ্বাদশ শতিকা কিয় সম্ভৱ চতুৰ্থ শতিকা মানৰ পৰাই ইয়াৰ ভূমুকি ধৰিব লাগিব। শঙ্কৰদেৱৰ দুশ বছৰৰ শেষত ইয়াৰ সামৰণি ধৰা হৈছে, সিও অসম্পূৰ্ণ কিয়নো বেলিৰ শেষ কিৰণ মাৰ নোযোৱালৈকে যদি দিন হৈ থাকে তেনেহলে উনবিংশ বা বিংশ শতিকা কিয় আৰু কিমান কাললৈকে বৈষ্ণৱ যুগৰ জিলিঙনি পৰি থাকিব তাক এতিয়াই কোৱা টান। মুঠতে সাহিত্যত কি সামাজিক বা জাতীয় জীৱনত কি বৈষ্ণৱ ধৰ্ম তথা শঙ্কৰদেৱৰ পৰা অসমীয়াক ছিন্ন কৰিব পৰা কোনো আন্দোলন এতিয়ালৈকে ঘটা নাই আৰু সহজে ঘটিবৰ সম্ভাৱনাও তাকৰ। ইয়াৰ কাৰণ বহুতো। পোনতে আৰবীয় উপন্যাসৰ কাহিনীৰ দৰে অসমীয়া জন গণৰ হৃদয়ৰ "দুৱাৰ মেল মন্ত্ৰ জানিছিল একমাত্ৰ শঙ্কৰদেৱে দুনাই সেই মন্ত্ৰ আৰু কোনেও মাতিব জনা নাই, এই বাবেই শিৰোমণি পণ্ডিতৰ পৰা নিৰক্ষৰ হজুৱা বাটৰুৱালৈকে বুঢ়া-বুঢ়ীৰ পৰা লৰা ছোৱালীলৈকে চিৰকাল অসমীয়া জাতিৰ বেদব্যাস কেৱল শঙ্কৰদেৱ মাধৱদেৱ অনন্ত কন্দলী ৰামসৰস্বতীসকল। দ্বিতীয়ত কোটি কলীয়া ফাপৰে ধৰা আধ্যাত্মিক আমোলা-তন্ত্ৰৰ অন্যায় অত্যাচাৰ "ভণ্ডামি-বুজৰুকি" আৰু পাপ-কপটতাৰ লৱাব-চৱাব নোৰৰা গধুৰ শিলছটো সমাজৰ বুকৰ পৰা গুৰিয়াই পেলাই এই পবিত্ৰ আত্ম-শুদ্ধিৰ ধৰ্মই সমাজক যি সকাহ লাভ কৰালে তাৰ বাবেও তেওঁলোকত যাউতি-যুগীয়াকৈ কৃতজ্ঞতাৰ পাশত বান্ধ খাই থাকিল। তৃতীয়ত ৰাজনৈতিক ক্ষেত্ৰত ফৰাচী বিপ্লৱে যি সাম্য-মৈত্ৰী-স্বাধীনতাৰ বাণী ঘোষণা কৰিছে, তাৰ কেইবা শ বছৰৰ আগতে ভাৰতত বৈষ্ণৱ ধৰ্মই আধ্যাত্মিক ক্ষেত্ৰত সেই বাণী ঘোষণা কৰি জন-গণৰ প্ৰাণত তোলা অভূতপূৰ্ব আন্দোলনৰ স্নেন্দোলনি শ শ বছৰতো গুচা নাই। জন্মৰ বাবা

মানুহ মাত্ৰই পৰস্পৰ সমান এক ঈশ্বৰৰ সন্তানৰূপে আটাযেই ভাই ভাই, আৰু সেইবাবেই কোনো কাৰো অধীন নহয় এনে অভিনৱ বাণীয়ে সদৌ অসমীয়াক চিৰকাললৈ উল্লসিত কৰাত এই আন্দোলনৰ যোগেইহে অসমীয়া জাতিয়ে জয়ে জয়ে সৰ্বভাৰতীয় চৈতন্য লাভ কৰিছিল।

এলিজাবেথৰ যুগৰ ইংৰাজী সাহিত্যৰ দৰেই শঙ্কৰী যুগৰ অসমীয়া সাহিত্য নিশ্চিতভাৱে যোগাত্মক কোনো বিষাদ অৱসাদ বা সন্দেহবাদৰ বাবে ইয়াত ঠাই নাই। এই যুগৰ লেখত প্ৰত্যেকখন বৈষ্ণৱ গ্ৰন্থৰ প্ৰত্যেক শাৰীযেই আশাবাদ আৰু আনন্দবাদৰ বাণীৰে পৰিপূৰ্ণ ইয়াৰ মতবাদ সুস্পষ্ট আৰু লক্ষ্য সুস্থিৰ। এলিজাবেথ যুগৰ সাহিত্যৰ লগত পাৰ্থক্য ৰূপে কব পাৰি শঙ্কৰী সাহিত্যৰ পৰা তিনিটি অনন্তলৈ বাট প্ৰথমটি কৰ্মৰ অনন্ত দ্বিতীয়টি মানসিক অনন্ত আৰু তৃতীয়টি আধ্যাত্মিক অনন্ত। শঙ্কৰদেৱ মাধৱদেৱ আদিয়ে প্ৰচলিত প্ৰবল বিৰুদ্ধ মতবাদৰ সম্মুখত যি প্ৰচাৰ কাৰ্য্য চলালে সি তেওঁলোকৰ কৰ্মৰ অনন্তৰ সঙ্কেত দিয়ে অঙ্ক গদ্য বৰগীত আদি অভূতপূৰ্ব স্ৰজনমূলক প্ৰতিভাৰ দ্বাৰা উদ্ভাবিত সাহিত্য আদিয়ে মানসিক অনন্তৰ নিদৰ্শন তুলি ধৰে আৰু বৈষ্ণৱ ধৰ্মৰ অপূৰ্ব দৰ্শন তত্ত্ব আৰু তথ্যৰাশিয়ে আধ্যাত্মিক অনন্তৰ সহাৰি দিয়ে।

সমাজৰ মজলীয়া আৰু তল খাপৰ বোলা সকলে মূৰ তুলি উঠাও ইংলণ্ডৰ এলিজাবেথৰ যুগৰ দৰে অসমৰ বৈষ্ণৱ যুগৰ এটি বিশেষ লক্ষণ প্ৰভেদ এয়ে ইংলণ্ডৰ জন গণৰ সেই জাগৰণ সাহিত্যত প্ৰতিফলিত হৈছিল কিন্তু অসমৰ এই উত্থান বৈষ্ণৱ ধৰ্ম আৰু সাহিত্যৰ প্ৰচাৰৰ ফল যে আছিল মাযামৰা জন আন্দোলনেই আকৌ তাৰ নিদৰ্শন । সুবিধা ভোগবিলাকৰ সুবিধাই ধৰ্ম আৰু তেওঁলোকৰ মুখৰ কথাই বেদ বুলি এতিয়া কোনেও নমনা হল কিয়নো বেদ-পুৰাণৰ সকলো কথা পানী যেন কৰি বৈষ্ণৱ প্ৰচাৰসকলে এওঁলোকক এতিয়া যুক্তি-বিচাৰৰ সৈতে মিলাই বুজাই দিলে। নীতি-বিৰুদ্ধ আৰু যুক্তি-বিৰুদ্ধ আচৰণ ধৰ্ম বুলি ভুৱা দিব নোৱৰা কৰি এই আন্দোলনে মানুহৰ আত্ম-শুদ্ধিৰ আৰু পবিত্ৰ জীৱন-যাপনৰ ওপৰত হেচা দিলে ভাবুকি আৰু ভুৱা আঁতৰাৰ লগে লগে এই আন্দোলনে এফালে যেনেকৈ বিৰাট আকাৰ ধাৰণ কৰিলে আন ফালে নীতি যুক্তি আৰু আত্ম-শুদ্ধিত হেচা দিয়াৰ বাবে ই এনে অসীম শক্তি লভিলে যে তাৰ স্বাভাবিক গতি সহজে এই পাঁচ শত বছৰেও ৰহিত হোৱা নাই। বৰ্ত্তমান আৰু ভবিষ্যত অসমীয়া সমাজৰ সঞ্জীৱনী শক্তিও এই ধৰ্মৰ প্ৰচাৰতে লুকাই আছে।

এই বৈষ্ণৱ আন্দোলনৰ যুগ স্বৰূপতে অসমৰ ৰেণেছেঞ্চ যুগ। চাইমণ্ডছৰ মতে ইউৰপীয় জাতিসমূহৰ মাজত মানৱ-প্ৰাণে আত্ম চৈতন্যশীল স্বাধীনতা লাভ কৰাৰ যি ইতিহাস প্ৰকটিত হৈছে, সেযে ৰেণেছেঞ্চৰ বুৰঞ্জী স্বৰূপাৰ্থত ৰেণেছেঞ্চৰ অৰ্থ মুক্তিৰ নৱ জন্ম কাব্য সঙ্গীত-চিত্ৰাঙ্কন আদিৰ যোগেদি বহিৰ্জ্জগতৰ আৰু মানৱ দেহৰ সৌন্দৰ্য্যৰ উপলব্ধি বিজ্ঞানত যুক্তি বিচাৰৰ মুক্তি ধৰ্মত হিতাহিত বিবেচনাৰ জাগৃতি বুদ্ধিত সংস্কৃতিৰ নৱস্থিতি আৰু ৰাজ নৈতিক মুক্তিৰ মূল নীতিৰ ভেটি স্থাপন আদিৰ যোগেদি মানৱ জাতিৰ প্ৰাণে যেতিয়া আত্ম চৈতন্য আৰু আত্ম নিৰ্দ্ধাৰণৰ পুনৰ্প্ৰাপ্তি লাভ কৰে তাকেই ৰেণেছেঞ্চ বোলে। মাঘৰ শেষৰ বৰষুণ ফাগুনৰ বিনন্দীয়া কুঁহিপাত আৰু চৰাইৰ ঠেও ধৰা মাত আদিত একেলগে দশোদিশৰ পৰা যেনেকৈ বসন্তৰ আগমনৰ সহাৰি পোৱা হয় অসমৰ এই ৰেণেছেঞ্চ বাতৰিও সেইদৰে অকল বৈষ্ণৱ সাহিত্যত নহয় সেই কালৰ অসমৰ সামাজিক খৰ-লুটি ৰাজনৈতিক যুদ্ধ-বাগৰ আদি সকলোৰে ভিতৰেদি মুঞ্জৰি উঠিছিল। ৰামস্বামীৰ মতে এই ইউৰপীয় ৰেণেছেঞ্চৰ লগত ভাৰতীয় ৰেণেছেঞ্চৰ মূলগত পাৰ্থক্য আছে, ইউৰপৰ ৰেণেছেঞ্চৰ জন্ম হৈছিল তাৰ দেশান্তৰৰ মৃত সাহিত্যৰ পৰা কিন্তু ভাৰতীয় ৰেণেছেঞ্চে ইউৰপীয় পুৰাণৰ ফীনিক্স চৰাইৰ দৰে নিজ দেশত নিজ ইচ্ছা অনুসাৰে পুনৰ্জ্জন্ম লাভ কৰিছে। এই অৰ্থত বিচাৰিবলৈ হলে যি গীতা উপনিষদৰ অমৃত খৃষ্টপূৰ্ব দেড় হাজাৰ বছৰ মানৰ আগত সেই আৰ্য্য ঋষি সকলৰ মস্তিষ্ক সমুদ্ৰ মন্থনৰ পৰা ওলাই পৰিছিল প্ৰায় তিনি হাজাৰ বছৰৰ লুপ্ত বা সুপ্ত অবস্থাৰ ভিতৰেদি আকৌ প্ৰায় খৃষ্টাব্দ দেড় হাজাৰ বছৰৰ ভিতৰত সি নৱ—বৈষ্ণৱ আন্দোলন ৰূপে নকৈ উশাহ ললে।

**বৈষ্ণৱ সাহিত্যৰ অপৰিসীমতা।** অসমীয়া বৈষ্ণৱ সাহিত্য আকাশৰ দৰে উদাৰ আৰু সাগৰৰ দৰে গভীৰ। এই উদাৰতা আৰু গভীৰতা উপলব্ধি কৰিব নোৱাৰি ইয়াত ইতৰ ৰুচিৰ আহাৰ বিচাৰি নাপাই কোনোৱে তাকে খুত ধৰে। বৈষ্ণৱ সাহিত্যত লৌকিক কথা নাই বুলি আসোৱাহ ধৰা যেনে, বেলিৰ পোহৰত আন্ধাৰ নাই বুলি দায় ধৰাও তেনে মূঠতে ই "অৰসিকেষু ৰসস্য নিবেদনম্।" বৈষ্ণৱ সাহিত্যই ইতৰ সমাজৰ উন্নয়নৰ যত্ন কৰিছিল আৰু তাৰ বাবে গীতা ভাগৱত প্ৰভৃতি শাস্ত্ৰৰ মৰ্ম্ম জন-গণক বিলাই দিছিল সেই বৈষ্ণৱ সাহিত্যই কালিদাসৰ ঋতুসংহাৰ মেঘদূত কুমাৰসম্ভৱ আদি বৈষয়িক

লৌকিক সাহিত্য ভাঙিবলৈ যাব বুলি আশা কৰাই বিচাৰ বিপৰ্যয নিশ্চয়। সৰহ নালাগে স্বয়ং ভাগৱতৰ ভাঙনিতে পীতাম্বৰ দ্বিজই "কোন অঙ্গে খুন দেখি নাইলা যদুমণি বুলি ৰুক্মিণীৰ বিলাপ বৰ্ণাওঁতেই গুৰুজনাই 'আৰ গাইবাক নলাগয। গৰ্ব পৰ্বতত সিটো উঠিযা আছয়।। 'স্বভাবে জানিলোঁ কাম বশ্য সিটো জন। বুলি তীব্ৰ নিন্দাবাদ কৰিছিল। সেই বৈষ্ণৱ সাহিত্যই উপলুঙা সমালোচকৰ চিত্ত-বিনোদনৰ বাবে কাম ভাবৰ উদগনি দিব বুলি ভবা বিড়ম্বনা মাত্ৰ। মাধৱ কন্দলীয়ে বাল্মীকি ৰামাযণৰ যথাযথ ভাঙনী কৰাত তাত মাধৱদেৱে ভক্তিৰ আঁচুফুল" বাচি সমাজৰ ব্যৱহাৰ উপযোগী কৰিলে কিন্তু সিমানতো সন্তুষ্ট নহৈ অনন্ত কন্দলীয়ে বাধ্য হৈ ভক্তি-ৰসাপ্লুত নতুন ভাঙনী কৰিলে এনে অৱস্থাত বৈষ্ণৱ যুগৰ বাণী বুজিব নোৱাৰা লোকৰ বাবেইহে বিৰূপ মন্তব্য সম্ভৱপৰ। দ্বিতীয কথা এই বৈষ্ণৱ সাহিত্যই জনগণৰ দুখ-সুখৰ কথা উপেক্ষা কৰিছে বুলি ভবাও বাস্তৱ সমীক্ষা নহয যিহেতুকে বৈষ্ণৱ আন্দোলনেই জন গণৰ হকে মূৰ তুলি উঠিছিল। দৃষ্টান্ত ৰূপে দামোদৰ বিপ্ৰাখ্যানত বিপ্ৰ আৰু বিপ্ৰ পত্নীৰ দাৰিদ্ৰ্য-ক্লিষ্ট যি চিত্ৰ অঁকা হৈছে আজিৰ অসমীয়া সাহিত্যত তাৰ তুলনা নাই। কাণখোৱা ভীমচৰিত আদিৰ যোগেও অসমীযা দীন-দুখী জীৱনৰ আভাস আওপাকে হলেও পোৱা হয। তৃতীয় কথা শেষ কালত বৈষ্ণৱ সাহিত্য গতানুগতিক হৈ পৰিছিল বোলা অভিযোগে সমালোচকৰ সাহিত্য-বুৰঞ্জীৰ অভিজ্ঞতাৰহে সীমাবদ্ধতা বুজায়। জগতৰ সাহিত্যত এনে কোন যুগ আছে যি গতানুগতিক নোহোৱাকৈ চিৰ কাল একেৰাহে চলি আছে? সাহিত্যত 'যুগ বোলাৰ অৰ্থ ই বা কি যদি আগৰ ভাবধাৰা লুপ্ত হৈ নতুনৰ প্ৰৱৰ্তন নহ'ল? বৰঞ্চ আচৰিত বুলিব লগা কথা আছিল এইটোহে যে যোৱা পাঁচশ বছৰেও অসমীয়া বৈষ্ণৱ সাহিত্য ৰাহি হোৱা নাই আৰু অন্তত দুশ বছৰ কাল (শঙ্কৰদেৱৰ পৰা ভট্টদেৱলৈ) বিশেষ সৃজনী শক্তিৰ বিকাশ দেখুৱাই এই সাহিত্য গতানুগতিক নোহোৱাকৈ চলিব পৰিছিল। মুঠ কথা সাহিত্যৰ সমালোচনাৰ বাবে যি গভীৰ অনুভৱ আৱশ্যক তাক উপাৰ্জন কৰাৰ আগতে কেৱল কেইখনমান কিতাপ চেলেং পেতেংকৈ পঢ়ি হাতত লিখনী ললেই সাহিত্যৰ বুৰঞ্জী লিখা নহয়- সেইবোৰ জীণ নিয়াই তাৰ পৰা উপলব্ধি অৰ্জন কৰি সাৰ-তত্ত্ব উলিয়াব লাগিব।

# পুথি চাৰি

## উত্তৰ নব-জন্ম যুগৰ অসমীয়া সাহিত্য

আগকথা। (ক) ৰাজনৈতিক সাৰাংশ। এই যুগ ভাৰতৰ প্ৰবল প্ৰতাপী মোগল সাম্ৰাজ্য আৰু অসমত মহা পৰাক্ৰমী আহোম ৰাজ্যৰ পতন আৰু লগে লগে ভাৰতবৰ্ষত নতুন বৃটিশ সাম্ৰাজ্যৰ পাতনৰ কালৰ কাণ-সমনীয়া। ইযাৰ ভিতৰতে পুৰণি কামৰূপ ৰাজ্যৰ পশ্চিম ছোৱাত কোচ ৰাজ্য আৰু পূব ছোৱাত চুটিয়া আৰু কছাৰী ৰাজ্যৰ চিন-চাব হেৰায়। অসমৰ সিংহাসনত চুৰামফা বা ভগনীয়া ৰজা (১৬৪১ ৪৪) আৰু চুতিন্‌ফা বা খোৰা বা নৰিয়া ৰজা (১৬৪৪-৮৮) বোলা দুজন নিশকতীয়া ৰজাৰ পাছত চুতাম্লা বা জয়ধ্বজ সিংহৰ ৰাজত্বতে এই যুগ মুকলি হয়। ১৬৫৮ ত মোগল সম্ৰাট শ্বাজাহান নৰিয়া পৰে আৰু এই সুযোগতে দুইৰো এই উমৈহতীয়া বৈৰীৰ পোতক তুলিবলৈ কোচ ৰজা প্ৰাণনাৰায়ণে আহোম ৰজা জয়ধ্বজেৰে মুঠ বান্ধিব খোজে কিন্তু এওঁৰ পূৰ্ব্বৰ চৰিত্ৰলৈ চাই জয়ধ্বজে এওঁক সাৰটি ধৰিব নুখুজিলে । আলমগীৰনামা মতে জয়ধ্বজে কোচ আৰু মোগলৰ বিপক্ষে যুদ্ধযাত্ৰা কৰি কোচ ৰাজ্য অধিকাৰ কৰি ব্ৰহ্মপুত্ৰৰ দক্ষিণে ঢাকালৈকে গোটেইখিনি ঠাই লুটি-পুতি শেষ কৰাত অসংখ্য বৰতোপ হিলৈ আৰু ঘোৰা আদি এৰি থৈ ঢাকাৰ মুছলমান ফৌজাদাৰ প্ৰাণ লৈ পলাই যায়। ছুজা আৰাকানলৈ পলাই যোৱাত মিৰজুমলাক বঙ্গৰ শাসনকৰ্ত্তা পতা হয় আৰু তেওঁ ততালিকে প্ৰাণনাৰায়ণৰ কালে চোচা লৈ আহি দেখে এওঁ তাৰ আগতে পলাই ফাট মাৰিলে। ১৬৬২ৰ ৪ জানুৱাৰীত মিৰজুমলাই পৰ্টুগীজ আৰু অন্যান্য ইউৰপীয় বিষয়াৰ পৰিচালিত নৌ-বাহিনী লৈ এইবাৰ আহোম ৰজাৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিলে, আৰু ১৬৬৩ৰ ৩০ মাৰ্চত অতি কষ্টেৰেহে এওঁলোকক কোনোমতে অসমৰ পৰা খেদাব পৰা হৈছিল। জয়ধ্বজৰ পাছত চুপুংমুং চক্ৰধ্বজ সিংহ নাম লৈ ৰজা (১৬৬৩-৬৯) হোৱাত ১৬৬৯ৰ ফেব্ৰুৱাৰীত মোগল সম্ৰাট ঔৰংজেবে (১৬৬৮-১৭০৭) অসম জয় কৰিবলৈ তেওঁৰ তলতীয়া

ৰজা ৰামসিংহৰ সেনা-নায়কত্বত এক বিপুল সৈন্যবাহিনী পঠায় ১৬৬৯ৰ এপ্ৰিলতে অৱশ্যে সেই সৈন্যবাহিনীকো পৰাস্ত কৰি ওলটাই পঠোৱা হয়। তাৰ পাছত আহোম ৰাজপাটত আন আন ৰজা বহে মোগলৰ সপ্তদশ বা শেষ আক্ৰমণ ১৬৮২ খৃঃত গদাধৰ সিংহৰ ৰাজত্বত (১৬৮১-৯৬) একেবাৰে নিৰ্মূল কৰা হয়। সপ্তদশ শতিকাৰ সামৰণি আৰু অষ্টাদশৰ দোকমোকালিত নৰক বংশীয় ৰজাসকলে ৰাজত্ব কৰা বিশাল কামৰূপ ৰাজ্যৰ সৰহ ছোৱাত শ্ৰেষ্ঠতম আহোম ৰজা ৰুদ্ৰসিংহ (১৬৯৬-১৭১৪) ৰজা হয়। এওঁ কছাৰী আৰু জয়ন্তীয়া ৰজা সকলক আকৌ নিজ অধীনলৈ আনি ৰূপ আৰু সোণৰ খুটাৰে তম্বু তৰি এখন ডাঙৰ দৰ্বাৰ পাতে। কোচ সেনাপতি চিলাৰায়ৰ দৰে ৰুদ্ৰসিংহযো মোগলৰ হাতৰ পৰা বঙ্গদেশ পুনৰধিকাৰ কৰিবলৈ দিহা কৰোঁতেই ১৭১৪ৰ আগষ্টত গুৱাহাটীত হঠাৎ তেওঁৰ মৃত্যু হয়। এওঁৰ পাছত শিৱসিংহ আদি কেইবা গৰাকিও দুৰ্বল ৰজা আহোমৰ ৰাজপাটত উঠি পৰাক্ৰমী আহোম ৰাজ্য পতনৰ ঠিয় গড়াত পেলাই দিয়ে আৰু মায়ামৰা আন্দোলন আদি অন্তৰ্বিপ্লৱ আৰু মানৰ মাৰণ আদি বাহিৰৰ আক্ৰমণ মাতি আনি দেশ চাৰখাৰ কৰায়। ১৮২৬ৰ ২৪ ফেব্ৰুৱাৰীত ইংৰাজ আৰু মানৰ ভিতৰত হোৱা য়াণ্ডাবু সন্ধিতেই অসমৰ স্বাধীনতাত শেষৰ চলু পানী দি অসমে যাউতি-যুগীয়া খিলঞ্জীয়া স্বাধীনতা হেৰুৱায়।

**(খ) মায়ামৰা আন্দোলন।** অসমত নৱ প্ৰচাৰিত বৈষ্ণৱ ধৰ্ম্মৰ অগ্ৰগতি যে ধৰ্ম সম্পৰ্কীয় গৰাকিসকলে ভাল চকুৰে চাব নোৱাৰিছিল তাক আগতে উনুকিয়াই অহা হৈছে আৰু এই পুৰোহিত শ্ৰেণীয়ে যে নিজ ক্ষুদ্ৰ স্বাৰ্থৰ প্ৰতিকূলে যোৱা এই ধৰ্মৰ বিৰুদ্ধে বৈষয়িক অধিকাৰীসকলক মিছা কথা লগাই তাক পুলিতে উঘালিবলৈ যত্ন কৰিছিল তাকো আগতে উল্লেখ কৰি অহা হৈছে। কিন্তু সিমানৰ সত্বেও এই পুলি যে উঘাল খাবলৈ গঢ়া নাছিল সিও প্ৰমাণিত হল তথাপি শঙ্কৰদেৱ-মাধৱদেৱ আদি সকলে এই ৰাজ্যৰ পৰা খেদা খাই কোচ ৰজা নৰনাৰায়ণৰ আশ্ৰয় লবগৈ লগা হৈছিল ইও ঠিক। কিন্তু গদাধৰ সিংহৰ ৰাজত্বত বৈষ্ণৱসকলৰ ওপৰত যে এই নিৰ্য্যাতনে সীমা পাৰ হৈ গৈছিল তাক গৈইটে স্পষ্টভাৱে দেখুৱাইছে তেওঁৰ পৰৱৰ্তী ৰুদ্ৰসিংহক যদিও এফালৰ পৰা শ্ৰেষ্ঠতম আহোম ৰজা বোলা হৈছে আন ফালৰ পৰা তেওঁ আওপাকে হলেও বৈষ্ণৱ ধৰ্মৰ তথা অসমীয়া জাতীয়ত্বৰ যি অনিষ্ট সাধন কৰি গল তাৰ

তুলনা দিবলৈ নাই আৰু সেইটোই ইয়াৰ ভাল নিৰ্ণয় কৰিছে। ভাটি বয়সত হিন্দু ধৰ্মত তেওঁৰ শৰণ লবলৈ মন গল কিন্তু নিজ প্ৰজা মহন্ত এজনৰ ওচৰত মূৰ দোঁৱাবলৈ টান পাই তেওঁ বঙ্গদেশৰ শাক্ত মহন্ত এক কৃষ্ণৰাম ভট্টাচাৰ্য্যক মতাই আনিলে আৰু তেওঁ আহি পোৱাত ৰজাই তেওঁতো শৰণ নলৈ তেওঁক বঙ্গদেশলৈ ঘূৰাই পঠালে। তাৰ পাছত অসমত এটা ভূমিকম্প হৈ অসমৰ মঠ-মন্দিৰ বহুত ভাঙিলে এই প্ৰাকৃতিক দুৰ্য্যোগ সেই বঙ্গদেশীয় শাক্ত মহন্তৰ খঙত হৈছে বুলি কোনোবাই বুজাই দিয়াত ৰজাই আৰু কিবা বিপদ হব পাৰে বুলি ভয় কৰি দ্বিতীয় বাৰ তেওঁক মতাই পঠালে। এইবাৰো তেওঁ বঙালী শাক্ত মহন্তত শৰণ লবলৈ মন নকৰি তেওঁৰ পুতেক শিৱসিংহ আৰু বামুণ বিষয়া বিলাকক শৰণ লবলৈ আদেশ দিয়াত সেই সকলোবোৰ তেওঁৰ শৰণীয়া হল। শিৱসিংহ (১৭১৪-৪৪) ৰজা হৈয়েই তেওঁৰ বঙালী শাক্ত গুৰু কৃষ্ণৰামক গুৱাহাটীৰ নীলাচলৰ কামাখ্যা মন্দিৰ চলাবলৈ দিয়ে ক্ষান্ত নহল অসমৰ বিভিন্ন ঠাইত খাত-পাম দি তেওঁক পাতিলে আৰু আদিতে নীলাচলত থকা বাবে পৰ্বতীয়া গোসাঁই নামেৰে সেইবোৰ তেওঁৰ পুত্ৰ পৌত্ৰাদিয়ে আজিলৈকে ভোগ কৰিছে। আকৌ সেইটৰ কথাৰে শিৱসিংহ তেনেই বামুণ পুৰোহিত আৰু জ্যোতিষীবিলাকৰ তলতীয়া আছিল ১৭২২ত ৰজাৰ ছত্ৰভঙ্গ যোগ পৰিছে বুলি তেওঁলোকে উলিয়াই দিয়া কথাৰ ওপৰতে তেওঁ ৰাণী ফুলেশ্বৰীক 'বৰ ৰজা পাতিলে আৰু 'বৰ ৰজা" হৈয়ে ফুলেশ্বৰী উঠি ৰজা" 'বহি ৰজা সকলো হল। এওঁ শিৱসিংহতকৈও বামুণৰহে তলতীয়া আছিল আৰু তেওঁলোকৰ প্ৰৰোচনাত এনে এটা অবিবেচনাৰ কাৰ্য্য কৰিলে যে তাৰ পৰিণাম গোটেই জাতিটোৰ বাবে চিৰকাললৈ অতি বিষময় হৈ পৰিল। নটৰ জীয়ৰী ফুলমতী "উঠি ৰজা" 'বহি-ৰজা' আৰু বঙালী শাক্ত মহন্তৰ নতুন শিষ্যা তেওঁক পায় কোনে? তেওঁ মায়ামৰা মহন্তক ধৰাই আনি কপালত বলিকটা ছাগলিৰ তেজৰ ফোঁট-বেঘা আঁকাই দিয়ালে। তুহ জুইৰ দৰে উমাই উমাই প্ৰায় আঢ়ৈ কুৰি বছৰৰ পাছতো এই অপমানৰ প্ৰতিশোধ দপ্‌দপ্‌কৈ জ্বলি উঠিল। বৈষ্ণৱ ধৰ্ম-প্ৰচাৰ যেনেকৈ জন-গণৰ হকে কৰা একমাত্ৰ জন-গণৰ মানসিক আন্দোলন, অসম-বুৰঞ্জীত জন-গণৰ হকে আৰু জন-গণৰ দ্বাৰা হোৱা একেটি সামাজিক-ৰাজনৈতিক আন্দোলন মায়ামৰা বিদ্ৰোহ। তাৰ ফলত লক্ষ্মীসিংহ (১৭৬৯-৮০) সিংহাসনচ্যুত হয় আৰু তেওঁৰ ঠাইত বিদ্ৰোহী দলৰ পৰা ৰমাকান্ত ৰজা হৈ

তেওঁৰ নামে (১৭৬৯ খৃঃ) মোহৰ মৰায়। এইদৰে শেষত ইংৰাজৰ শৰণাপন্ন হৈহে গৌৰীসিংহ (১৭৮০-৯৪) ৰজাই কোনোমতে এই বিদ্রোহ দমোৱায় আৰু তাৰ লগে লগেই ১৭৯৪ ৰ ১৯ দিশেম্বৰত গৌৰীসিংহ ঢুকায়।

(গ) **সাহিত্যিক বিশিষ্টতা।** ইংলণ্ডৰ ৰেষ্টৰেস্যন্ (১৬৬০-১৭০০) আৰু অষ্টাদশ শতিকাৰ সাহিত্যৰ লগত এই যুগ কাণ-সমনীয়া। সেই ৰেষ্টৰেস্যন্ সাহিত্যৰ দৰেই অসমীয়া সাহিত্যত ই ৰেণেছেঞ্চৰ শৌৰ্য্য-বীৰ্য্য আৰু উৎফুল্লতাৰ পৰা গতানুগতিক আৰু আটোম-টোকাৰি সাহিত্যলৈ ক্ৰমপৰিবৰ্ত্তনৰ যুগ। ইংৰাজী ৰেষ্টৰেস্যন সাহিত্য যেনেকৈ এলিজাবেথীয় সাহিত্যৰ (১৫৫০-১৬২০) প্ৰাণ-স্পন্দন, জাতীয় প্ৰেম নৱন্যাস-প্ৰীতি আৰু সৃজনীমূলক প্ৰতিভা আৰু সৰহ নালাগে পিউৰিটান যুগৰ (১৬২০-৬০) নৈতিক আগ্ৰহৰ পৰাও সম্পূৰ্ণ বৰ্জ্জিত বুলিব পাৰি উত্তৰ-বৈষ্ণৱ অসমীয়া সাহিত্যও সেইদৰে ঘাই বৈষ্ণৱ যুগৰ সকলো বিশেষ গুণৰ পৰা হীন হৈ পৰিল। শঙ্কৰদেৱ মাধৱদেৱ ৰামসৰস্বতী অনন্ত কন্দলী আৰু ভট্টদেৱ আদি প্ৰথম শ্ৰেণীৰ লেখকসকল যোৱাৰ লগে লগেই সাহিত্যৰ বাসন্তী পূৰ্ণিমাৰ জোৱাৰ আঁতৰ হল আৰু এতিয়া অকল দ্বিতীয় শ্ৰেণীৰ লেখকসকল এই ভাতাৰ ৰখীয়া হৈ থাকিল। বিপুল শস্যৰ ভৰ পক দাই-চপাই নিয়াৰ পাছত ক্ষেত্ৰৰ যি সাৰ-শূন্যতা বা বিৰাট উৎসৱৰ পাছত যি মানসিক অৱসাদ উত্তৰ-বৈষ্ণৱ যুগত সেই শূন্যতা আৰু অৱসাদ সহজে উপলব্ধি কৰিব পাৰি গীত কাব্য অঙ্ক আদিত এই মহাপুৰুষসকলে যি গগন-স্পৰ্শী পতাকা উৰুৱাই থৈ গল তাৰ পাছত সেই ফালে আগবাঢ়োঁতা কেও নোলোৱাটো স্বাভাৱিক, কেৱল হৰিবংশ ভাগৱত আদিৰ দুই এখনি সৰু-সুৰা ভাঙনিৰ বাহিৰে চৰিত-পুথি আৰু বংশাৱলী কেখনমানেই এই যুগৰ পদ্য-সাহিত্যৰ ঘাই সম্বল। গদ্যসাহিত্যত এই যুগৰ অৱদান অৱশ্যে লেখত লব লগা কিয়নো শঙ্কৰদেৱ-মাধৱদেৱসকলৰ অঙ্কৰ আৰু ভট্টদেৱৰ গীতা-ভাগৱতৰ গদ্যৰ বাহিৰে বৈষ্ণৱ যুগত কথা-সাহিত্যৰ বিশেষ উৎকৰ্ষ ঘাই বৈষ্ণৱ যুগত দেখা পোৱা নহয়। তদুপৰি অঙ্কীয়া গদ্যত মৈথিলী আৰু গীতা-ভাগৱতৰ গদ্যত "কৰন্ত" "খাৱন্ত" আদি বিদেশী গঢ় মিহলি থকাৰ উপৰিও, তাত জতুৱা অসমীয়াৰ চানেকি বিৰল কিন্তু এই যুগৰ কথা-ৰামায়ণ আৰু কথা-ঘোষা ভট্টদেৱৰ কথা-ভাগৱত আৰু কথা-গীতাৰ বংশধৰ হলেও ঘাইকৈ বুৰঞ্জী বিজ্ঞান আদিৰ বিভিন্ন গদ্যত অসমীয়া সেই জতুৱা গঢ় দেখিবলৈ পোৱা হয়। বৈষ্ণৱ গদ্যৰ জন্মস্থান সত্ৰ-সভাত, বুৰঞ্জীৰ

ৰাজগৃহত বৈষ্ণৱ গদ্যৰ বিষয-বস্তু ধৰ্মমূলক বুৰঞ্জীৰ বৈষয়িক , বৈষ্ণৱ গদ্যৰ আদৰ্শ সংস্কৃত বুৰঞ্জীৰ জতুৱা অসমীয়া । এনেবোৰ মিল-অমিল লৈ এই যুগত হাতী ঘোৰা আদি বিষযক বৈজ্ঞানিক ৰীতিত লিখা পুথিকো লৈ অসমীয়া গদ্য-ৰীতি যথেষ্ট আগবাঢ়িল। এই বিশিষ্ট অৱদানৰ ভিত্তৰত ছাৰ জৰ্জ আব্ৰাহাম গ্ৰীয়াৰ্ছনে বুৰঞ্জী সাহিত্যৰ বিষযে কোৱা প্ৰসিদ্ধ কথাৰ মৰ্ম ঃ— 'অসমীয়াই নিজ জাতীয সাহিত্যৰ বাবে যথাৰ্থতে গৌৰৱ কৰিব পাৰে। কিন্তু যি বিষয়ত ভাৰতবৰ্ষ আচৰিতভাৱে পিছ পৰা তেনে এটিতহে অসমীযা আটাইবোৰ বিষয়তকৈ আগবঢ়া। অসমীযাৰ বুৰঞ্জী সাহিত্য এটি জাতীয সম্পদ। ই সদায় জাতীয় আৰু এতিযালৈকে জাতীয হৈয়ে আছে । অসমীয়া জাতীয় প্ৰতিভাই ইয়াক নিজ বাটেদি আগবঢ়াই নিছে বঙ্গীয সাহিত্যত নোহোৱা নোপজা এই বিষয়টি অসমীযাৰ ঘাই গৌৰৱৰ বস্তু। অসমীযা জাতিয়ে অসমীয়া সাহিত্য গঢ়িলে নে অসমীযা সাহিত্যই অসমীযা জাতি গঢ়িলে মই কব নোৱাৰোঁ কিন্তু অসমীযা আৰু অসমীযা সাহিত্য উভয়েই শত শত বছৰ জুৰি শক্তিমন্তভাৱে জীৱিত আছে, ই সত্য কথা।

অনুবাদ আৰু চৰিতমূলক বৈষ্ণৱ পদ্য-গদ্য। হৃদয়ানন্দ বা অনন্ত কায়স্থৰ নাম অনন্ত কন্দলীৰ ৰচিত ৰামায়ণৰ সামৰণিৰ ফালে আছে ঃ কায়স্থ হৃদযানন্দে কয়। শুনিযোক সভাসদচয়।। অথ মুনি বাণ চন্দ্ৰ শকত । শুক্ৰ অঘ্ৰণে দ্বিতীয পক্ষত ।। শ্ৰীৰাম-কীৰ্ত্তন ভৈল উপসাম। অনন্তে কহে বোলা ৰাম ৰাম।। তেন্তে ১৫৭৭ শকত (১৬৫৫ খৃঃ) শ্ৰীৰাম-কীৰ্ত্তনৰ সামৰণি মৰা এই হৃদয়ানন্দ বা অনন্ত কবি কোন ? শঙ্কৰদেৱৰ সমসাময়িক হৰিচৰণ অনন্ত কন্দলী ইমান দিনলৈ জীয়াই থকা নিশ্চয় সম্ভৱ নহয়। এই ভণিতাৰ আগছোৱাত পোৱা হৃদয়ানন্দ কায়স্থ এই অনন্ত কবিৰ আন নাম কিন্তু এই হৃদয়ানন্দ কায়স্থই বা কোন?——

| | | |
|---|---|---|
| "আত পাছে শুনা | ব্যাসকলাইৰ | যেন ভৈল বিসঙ্গতি। |
| হৃদয়ানন্দ নামে | তাহান তনয় | মহাধীৰ শুদ্ধমতি।।১৩৫৮। |
| মহা বিচক্ষণ | সুন্দৰ শৰীৰ | ওজা বৰ কীৰ্ত্তনৰ। |
| তেন্তে পদ গান্তে | শ্ৰীমন্ত শঙ্কৰে | আনন্দ লভে বিস্তাৰ।।"১৩৫৯। |

কিন্তু গুৰুচৰিতত পোৱা ব্যাসকলাইৰ এই পুতেকজনো শঙ্কৰদেৱৰ নবীন সমসাময়িক হৈ ইমান দিনলৈ আছিল বুলিব নোৱাৰি। তেন্তে এওঁ কোনো

পৰবৰ্ত্তী কবি হব লাগিব। কালশিলা গোসাঁইৰ বংশাৱলীৰ পৰা হৃদযানন্দ কাযস্থৰ সম্পূৰ্ণ বৃত্তান্ত পোৱা হয –

| | | |
|---|---|---|
| 'শঙ্কৰদেৱৰ | ভ্ৰাতৃ যে কনিষ্ঠ | হাথীয়া দলই খ্যাত । |
| নামে ৰতিকান্ত | পৰম মহন্ত | মহন্তৰ সমজ্যাত।। |
| তাহান তনয | অতি শুভাশয | ৰামচন্দ্ৰ নাম ভৈলা। |
| জীউখানি মাত্ৰ | জন্মিল তাহাৰ | এতেকে বৈকুণ্ঠ গৈলা।। |
| নাতিনীখানিক | ৰতিকান্ত দেৱে | তুলিলন্ত স্নেহ কৰি। |
| সুকবিৰ পুত্ৰ | যদুক আনিযা | বিহাইলন্ত যত্ন ধৰি |
| তান গৰ্ভজাত | তিনি পুত্ৰ খ্যাত | বিষ্ণুৰ সেৱক ভৈলা। |
| চিদানন্দ নিত্যা | নন্দ কনিষ্ঠাৰ | হৃদযানন্দ নাম থৈলা।। |
| হৃদযানন্দক | অনন্ত বোলয | সৰ্বগুণে অনুপম। |
| বাৰাদিৰ হস্তে | উজানে আনিযা | কৈলে আৰু নানা কাম।। |
| তেহোঁ যে আসিযা | মায২ ৰাজ্যত | কালশিলা গ্ৰামে ৰৈলা। |
| অতি ভযানক | বিলখান তাত | সেহি নামে গ্ৰামে ভৈলা।। |
| প্ৰেমলতা আৰু | ৰাম যে কীৰ্ত্তন | দুইশাস্ত্ৰ কৰিলন্ত। |
| সেহি কাৰণত | কালশিলা সত্ৰে | অদ্যাপি কীৰ্ত্তি ৰৈলন্ত।।" |

প্ৰেমলতা নামে এওঁৰ আন এখন পুথিৰ উল্লেখৰ উপৰিও এওঁ আদৰ্শৰূপে দ্বিজ কলাপচন্দ্ৰৰ ৰামাযণ-চন্দ্ৰিকা পাইছিল বুলি এওঁৰ ভণিতাৰ পৰা বুজিব পাৰি—

"সাত কাণ্ড ৰামাযণ বাল্মীকিৰ কৃত। তাৰ সাৰ উদ্ধাৰিলা কৰিয়া বিবৃত।

ৰামাযণ চন্দ্ৰিকা হৈলন্ত তাৰ নাম। কলাপ যে দ্বিজচন্দ্ৰ মহন্ত উপাম।। কীৰ্ত্তনৰ ছন্দে বিৰচিলোঁ পদসাৰ। শ্ৰীৰাম কীৰ্ত্তন নাম বুজিবা ইহাৰ।।' ইফালেও শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষাৰ অনুকৰণত লিখাৰ প্ৰমাণ ইযাৰ নামকৰণতে দিছে। এই অনন্ত আতাৱে পুতেক ভুবনেশ্বৰে আহোম ৰজা ৰাজেশ্বৰ সিংহৰ (১৭৫১-৬০) ৭০০ পুৰা ধৰ্মোত্তৰ মাটি পায় বুলি বুজিব পাৰি।

কিন্তু ওপৰত ৰামায়ণ-চন্দ্ৰিকাৰ কবি বোলা এই কলাপচন্দ্ৰ জন কোন? ৰামায়ণ-চন্দ্ৰিকা পুথি বা তাৰ উল্লেখ আন ক'তো পোৱা নাই, কিন্তু এজন কলাপচন্দ্ৰই চতুৰ্থ স্কন্ধ ভাগৱতৰ এছোৱা ভাঙোতে কৈছে—"জয় নৰনাৰায়ণ। দ্বিজ মাৰ্ত্তণ্ড যেন।। ২২৩৯। নিৰন্তৰ ব্ৰহ্মজ্ঞানী। নৃপতিৰ চূড়ামণি।। ২২৪৩। তান প্ৰসাদত মই। ৰচিলোঁ পয়াৰচয়।। ২২৪৪। বদতি কলাপচন্দ্ৰ। বোলাঁ

ৰাম ৰাম মন্ত্ৰ।। ২২৪৫। আকৌ ৰামসৰস্বতীয়ে জয়দেৱৰ গীত-গোবিন্দ কাব্যৰ ভাঙনি কৰিছিল আৰু তেওঁৰ কলাপচন্দ্ৰ নামৰ পুতেকে সম্ভৱ ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণৰ কাহিনী লৈ লিখা ৰাধা-চৰিত্ৰ নামৰ ৩১৫ পদৰ পুথিখনৰ ভণিতাত লিখিছে— শ্ৰীৰাম সৰস্বতী যাৰ সদা শুদ্ধ মতি ভাগৱত শাস্ত্ৰে যাৰ ৰতি। তাহান' তনয অতি জ্ঞানশূন্য অল্পমতি কোন কাম কৰিলোঁ তথাপি।।২০১। কিন্তু ৰনাৰাযণৰ সভাকৰি ৰামসৰস্বতীৰ পুতেক কলাপচন্দ্ৰই নৰনাৰাযণৰ 'প্ৰসাদত " ভাগৱত ভঙা সম্ভৱ নহয কিয়নো নৰনাৰাযণৰ কালত (১৫৪০ ৮৪) ৰাম সৰস্বতীয়েই লৰা মানুহ আছিল। আকৌ কোনো কোনোৱে ৰামাযণ চন্দ্ৰিকাৰ কবিজনক কলাপ কেশৰী বুলিব খোজে আৰু ৰামানন্দৰ গুৰুচৰিতত এওঁক শঙ্কৰদেৱৰ প্ৰথম শিক্ষাগুৰু বুলিছে। কলাপ কেশৰী নামে এক ওজা আছন্ত সেই গ্ৰামত। আগত শঙ্কৰ পাছে সূৰ্য্যবৰ ভৈলা ভান উপগত।।১৩২। আকৌ ই খেলি মেলি বঢাযহে। গতিকে কালশিলা বংশাৱলীৰ কথা সচা হলে ৰামায়ণ চন্দ্ৰিকা লেখক কলাপচন্দ্ৰ কোনো উত্তৰ বৈষ্ণৱ কবিযেই হব।

ৰামমিশ্ৰৰ পৰিচয এইদৰেই ধূৰ্ত্তলিকুৰলীত। মহাভাৰতৰ কোনো কোনো হাতে-লিখা পুথিত প্ৰথম ছয দিনৰ যুদ্ধৰ বৰ্ণনাত ৰাম-সৰস্বতীৰ ভণিতা আৰু সপ্তমৰ পৰা নৱমলৈ তিন দিনৰ বৰ্ণনাত বিদ্যা পঞ্চাননৰ কিন্তু আন কিছুমানত নৱম দিনৰ যুদ্ধলৈকে ৰামমিশ্ৰৰ আৰু দশম দিনৰ যুদ্ধৰ বৰ্ণনাত আকৌ ৰাম-সৰস্বতীৰ ভণিতা। নিগদতি ৰামমিশ্ৰ সবাৰে আগত। নৱ দিনা যুদ্ধ এহি মানে সমাপত।। দশ দিনা পদ কৈলা ৰাম সৰস্বতী। আমাসাৰ কৃত এহি মানে সমাপতি।। আকৌ বিষ্ণু শৰ্মাৰ সংস্কৃত হিতোপদেশৰ ভাঙনিত ৰামমিশ্ৰৰ আত্ম-পৰিচযৰ ভণিতা—

গড়গ্ৰাম নগৰৰ ৰাজাৰ শ্বশুৰ বৰ নেয়োগৰ মধ্যম তনয়।
মন্ত্ৰী মাঝে অগ্ৰগণী পক্ষীৰ গৰুড় যেনি যাৰ গুণ দেশে দেশে কয়।।
হেন মন্ত্ৰী গৃহে আসি লৈয়া পূৰ্ব পুণ্যৰাশি কনিষ্ঠ তনয় ভৈলা জাত।
সঙ্গৰ কমল প্ৰায যাত পৰে আন নাই ভদ্ৰসেন নামত প্ৰখ্যাত।।
হৰিপদ-কমলৰ যাৰ মুখ মধুকৰ মধুপানে মত্ত সৰ্বদাই।
হিত-উপদেশ শাস্ত্ৰ পাৰিজাত তুল্য ইটো ভ্ৰমৰ পৰিল ঘ্ৰাণ পাই।।
ৰাজনীতি কৰি ৰতি ভদ্ৰসেন শুদ্ধমতি আদেশিলা পদ-নিবন্ধনে।
দোষ-গুণ পৰিহৰি বোলা সবে হৰি হৰি অল্পমতি ৰামমিশ্ৰে ভণে।।"

পৰাশৰ গোত্ৰে জাত ৰামমিশ্ৰ নামে খ্যাত দিচৈ গ্ৰামে যাহাৰ বসতি।
ফুকনৰ আজ্ঞা পাই হিত-উপদেশ চাই বিচাৰিলোঁ পদ যথামতি।।

ৰামমিশ্ৰৰ এই পৃষ্ঠপোষক ভদ্ৰসেন ফুকনৰ পৰিযালৰ এজনী ছোৱালীক এজন গড়গঞা ৰজাই বিয়া কৰাইছিল কাৰো কাৰো মতে এওঁ চুক্লেন্‌মুং (১৫৩৯-৫২) আৰু কাৰো কাৰো মতে জয়ধ্বজ সিংহ (১৬৪৮-৬৩)। গতিকে ৰামমিশ্ৰ ষোড়শৰ বা সপ্তদশ শতিকাৰ মাজছোৱাৰ কবি আৰু হিতোপদেশৰ ভাঙনিৰ উপৰিও এওঁ মহাভাৰতৰ ভীষ্ম পৰ্ব আৰু পুতলা-চৰিত্ৰৰ পদ ৰচিছিল। এওঁৰ পিতাক মাধৱ কন্দলী ( পৰবৰ্ত্তী ) ককাক হৰিভাৰ্থী আৰু আজোককাক কলাপচন্দ্ৰ দ্বিজ বুলি পোৱা হয়। তেন্তে এই ওপৰত কোৱা কোনজন কলাপচন্দ্ৰৰ আজোনাতি?

ৰঘুনাথ এই যুগৰ এজন প্ৰধান লেখক। এওঁৰ ৰচিত কথা ৰামাযণ আৰু "অদ্ভুত ৰামাযণ প্ৰসিদ্ধ। ১৬৫৮ মানত লিখা পদ-পুথি 'শত্ৰুঞ্জয'ত এওঁ ৰামাযণৰ কিষ্কিন্ধ্যা কাণ্ডৰ অন্তৰ্গত বালি-বধ কাহিনী আৰু অদ্ভুত-ৰামায়ণত মূল কাহিনীবোৰৰ সাৰাংশ দিযে। শত্ৰুঞ্জযৰ ভণিতাত আছে, ' কৃষ্ণৰ কিঙ্কৰ ৰৰভক্ত বংশে জাত। অল্পমতি ৰঘুনাথ নামত প্ৰখ্যাত।। শঙ্কৰদেৱ তীৰ্থভ্ৰমণলৈ যাওঁতে বাটত সতানন্দ নামৰ এজন লোকক শৰণ ভজ্বায় "বৰ ভকত নাম দি এওঁৰ অৰ্দ্ধতন ষষ্ঠ পুৰুষেই ৰঘুনাথ। ৰঘুনাথৰ পিতাক কৃষ্ণনাথ আৰু ককাক দৈযাং এলেঙী সত্ৰ পাতোঁতা বিখ্যাত সংস্কৃত পণ্ডিত হৰিকৃষ্ণ। ১৬৫৮ মানতে লিখা ৰঘুনাথৰ কথা-ৰামাযণ ভট্টদেৱৰ কথা-গীতা আৰু কথা-ভাগৱতৰ দৰেই এই যুগৰ অসমীযা সাহিত্যৰ অন্যতম কীৰ্ত্তিস্তম্ভ।

কথা-ৰামাযণৰ আৰম্ভণ ঃ আমাৰ ইটো অনুচিত কৰ্ম জানি নিন্দা নুবুলি কৃপা-ৰস উচিত হয়। পুনু শ্ৰীৰামচৰণত মোৰ কোটি প্ৰণাম। হে প্ৰভু ৰাম তুমি পূৰ্ণকাম, কোটি ব্ৰহ্মাণ্ডৰ কাৰণ নিৰঞ্জন নিৰাকাৰ যাক বেদান্তয়ো প্ৰত্যক্ষ কৈতে নপাৰিলা কিন্তু অন্বয় ব্যতিৰেকে নানা উপমাৰে নিৰ্দেশ কৰিছে তোমাক কহিছে।" মাধৱ কন্দলীৰ ৰামায়ণত বৰ্ণোৱা সীতা-কাক কাহিনী ৰঘুনাথৰ ৰামাযণতো কৈছে (অধ্যযন ১৮০-৮১ পিঃ)। কথা-ৰামায়ণৰ সামৰণি "তুমিয়ো দীনবন্ধু কৃপাসিন্ধু পতিত পাৱন সৰ্ব্বজ্ঞ, ইহাক জানি কাতৰ কৰিছোঁ। মোৰ মন্দ বুদ্ধি দূৰ কৰি নিজ দাস কৰি লৈযো এতেকে কৃতাৰ্থ হওঁ। হে সভাসদ, ওহি শ্ৰীৰাম কথা সমস্ত ধৰ্ম্মত গৰিষ্ঠ। আক একচিত্তে যিজনে পান কৰে সংসাৰ

তৰিব ই কি বিচিত্র বংশকো উদ্ধাৰ কৰি পৰম্পদ পায়। এতেকে ইয়াক সদা শ্রৱণ-কীর্ত্তন কৰি উচ্চ কৰি হৰি বোল হৰি।

ইযাৰ লগত ৰঘুনাথৰ প্রায় একুৰি-দেঢ়কুৰি বছৰৰ আগৰ ভট্টদেৱৰ (১৫৫৮-১৬২৮) গদ্য তুলনা কৰি চাবলগীয়া। কথা ভাগৱতৰ বর্ষা-বর্ণমত লিখিছে ঃ পাছে বাৰিষা কাল প্রবর্ত্তিলা ঃ যত সর্ব্ব প্রাণীৰ উদয় হয়। দশোদিশ প্রসন্ন হৈল ঃ যেন তিনি গুণাচ্ছন্ন হুয়া জীৱ প্রকাশ কৰে তেমনে মেঘাচ্ছন্ন আকাশো প্রকাশ কৰিল ঃ যেন ৰাজা সুখ কালতে লোকৰ কৰ লৱে ঃ দুখ কালত দেয় ঃ তেমনে সূর্য্যেৱো ভূমিৰ আঠমাস যি জল শোষিছা তাক এড়িবে আৰম্ভিলা ঃ যেন কৃপালু সবে লোকৰ দুঃখ দেখি আপোনাৰ জীৱন এড়ে ঃ তেমনে মেঘসব লোকৰ কৃপায়ে জল বৃষ্টি কৰিল ঃ যেন সকামী তপসী সবে তপৰ ফল পাইলে দেহ বৃদ্ধি হয় ঃ তেমনে গ্রীষ্ম কালত তাপিত ভূমিযো বৃষ্টিজলপায়া তুষ্ট হৈলা ঃ যেন কলি যুগত পাপে পাযণ্ড প্রকাশ কৰে ঃ বেদে নকৰে ঃ তেমনে বাৰিষা কালৰ ৰাত্রিত খদ্যোতেসে প্রকাশ কৰে।' কথা-গীতাত লিখিছে ঃ "সঞ্জয়ে কহন্ত অর্জ্জুনে নুযুঝিম বুলিয়া মৌনে ৰহিলা। হৃষিকেশ ভগৱন্তো হাস্যবদনে দেহাত্ম বিবেক দেখাই তাহান মোহ দূৰ কৰিতে এই বাক্য বুলিলা ঃ হে সখি অর্জ্জুন তুমি শোকৰ অবিষয় বন্ধুসবক শোক কৰা ঃ তাত মঞি বোধ দিলেও পণ্ডিতসবৰ বাদসব কহা ঃ তুমি পুনু পণ্ডিত নহৱা ঃ যি পুনু পণ্ডিত হয় সি জীৱন্তা মৰন্তা দুইকো শোক নকৰে। তাৰ হেতু শুনা ঃ যেন মঞি অনাদি ঈশ্বৰ ঃ লীলা তনু ধৰিতে এড়িতেয়ো নাইকা নহো ঃ কিন্তু সদায়ে থাকো ঃ তুমি এই ৰাজাসবো উপজি মৰিও মোৰ অংশ পদে নাইকা নহৱা ঃ কিন্তু সততে থাকা। পৰমাৰ্থত জন্ম মৰণ নাই নিমিত্তে শোক নকৰিবা। যদি বোলা ঈশ্বৰৰ জন্ম-মৰণ নাই ই সত্য হয় ঃ জীৱৰ পনু জন্ম মৰণ প্রসিদ্ধ আছে, তাত শুনা। যেন দেহী পুৰুষৰ এই দেহাতে দেহ নিবন্ধন কৌমাৰ যৌৱন জৰা অৱস্থা হয় দেহান্তৰ প্রাপ্তিকো তেমনে বুঝিবা। এতেকে যি ধীৰ হয় সি দেহৰ উৎপত্তিত বিনাশত মোহ নযায়।"

বেণুধৰ ৰাজখোৱাৰ সংগৃহীত সত্তৰ সপ্তদশ শতিকাৰ আগভাগত লিখিত এখন কথা গুৰু- চৰিতৰ গদ্য ইয়াতকৈ অর্বাচীন বুলি ধৰিব পাৰি (অধ্যয়ন, ১৮১ পিঃ)। হেমচন্দ্র গোস্বামীৰ সম্পাদিত পুৰণি অসম বুৰঞ্জী ১৫৩৩ খৃঃৰ বুলিলেও সত্তৰ প্রকৃততে ষোড়শ শতিকাৰ শেষ বা সপ্তদশ শতিকাৰ আগভাগত ৰচিত ; তাৰ গদ্যও তুলনাত অর্বাচীন যেন লাগে। (অধ্যয়ন, ১৮৩ পিঃ)

কথা -ৰামায়ণৰ তথা কথা-ভাগৱতৰ আৰু কথা-গীতাৰ গদ্যৰ লগত চৰিত আৰু বুৰঞ্জীৰ গদ্য মিলাই চাই ইয়াকেহে কব পাৰি ধৰ্ম্মমূলক গদ্য আৰু বৈষয়িক গদ্যৰ ৰচনা-ৰীতিৰ পাৰ্থক্য আলোচ্য কথাৰ সমতলৰ ওখ- চাপৰ অনুসাৰেই হীন-ডেটি হয় তাৰ বাহিৰে সময়ৰ অগা-পিছাৰ বাবে বঢা-টুটা যৎসামান্য বুলিব পাৰি। যিহওক ৰঘুনাথৰ বংশৰে ১৭০৮ খৃঃ মানত সন্ত-মুক্তাৱলী পুথি প্ৰণেতা ৰামনাথ। শৰণ ভজাই শঙ্কৰদেৱে একাদশ স্কন্ধ পুথিখন দি সৰ্বসাধাৰণৰ মাজত ভক্তিধৰ্ম প্ৰচাৰিবলৈ আৰু পোনতে নিজ চাৰি পুত্ৰক শৰণ লগাবলৈ বৰভকত সতানন্দক কেনেকৈ আদেশ দিছিল এই পুথিখনত সবিশেষ সকলো বৰ্ণোৱা আছে। মহাযত্নে শ্লোক ভাঙি কৰিছোঁ পদক। তোমাক দিলোঁহো আজি চলিয়ো গৃহক ।। নামমাত্ৰ জপিবাঁহা হাতে মালা ধৰি। লোককো শিখাইবা আক অতি যত্ন কৰি।। চাৰি তনযক তুমি কৰাইবাঁহা সেৱা। গোপ্য কৰি নাম মন্ত্ৰ চাৰিকো কহিবাঁ ।। বৰ ভকতৰ এই চাৰি পুতেক যথাক্ৰমে জয়কৃষ্ণ শ্ৰীকৃষ্ণ ত্ৰাহিকৃষ্ণ আৰু মহাকৃষ্ণ মহাকৃষ্ণৰে আজো নাতিযেক ৰামনাথ আৰু এৰেঁই বৰগঞা গোসাঁইৰ পূৰ্বপুৰুষ আৰু তেজপুৰৰ বৰকলা সত্ৰ পাতোঁতা।

পুৰুষোত্তম ঠাকুৰ শঙ্কৰদেৱৰ বৰ-পো ৰামানন্দৰ ফালৰ নাতি। মাধৱ দেৱৰ থাপিত বৰপেটা সত্ৰৰ ভকতসকলৰ লগত এওঁৰ থাপিত জুনীয়া সত্ৰৰ ভকতসকলৰ কিছুদিন মনোমালিন্য থকাৰ ভিতৰতে পুৰুষোত্তমে নামঘোষা শাস্ত্ৰখন খুজি বৰপেটালৈ মানুহ পঠিয়ায় বিবাদৰ বিষত বৰপেটাৰ ভকতসকলে কিবা-কিবি বুলি শাস্ত্ৰখন নিদি মানুহজন ঘুৰাই পঠোৱাত ঠাকুৰে দুখ পাই নিজে ন-ঘোষা বুলি এখন নতুন হাজাৰী ঘোষা লিখিলে । পাছত গোপাল আতাৰ নিৰ্দ্দেশ মতে নাৰায়ণ ঠাকুৰৰ পুতেক পৰমানন্দই দুই দলক মিলাই দিয়ে। তেওঁৰ ৰচিত ন-ঘোষা ভুলতে কোনোবাই নামঘোষাৰ প্ৰতিদ্বন্দ্বী হেন ভাবিব পাৰে বুলি ভাবি তেতিয়াই পুৰুষোত্তমে নিজৰ পুথিখন জুইত দিলে এনেতে ভকত এজনে দেখা পাই আধা-পোৰা অৱস্থাত ন-ঘোষা উদ্ধাৰ কৰে। প্ৰতিদ্বন্দ্বী নহয় সচা, কিন্তু ই যে নামঘোষাৰ উপযুক্ত অনুসঙ্গী তাত সন্দেহ নাই। 'শঙ্কৰ স্বৰূপে হৰি, নিজ-অংশে অৱতৰি ভকতি-প্ৰদীপ লগাই থৈলা। মাধৱ স্বৰূপে আসি, তৈতে তৈল দিয়া বাকি অজ্ঞান আন্ধাৰ দূৰ কৈলা।। ১৪৪।" এনে ৰচনা নিশ্চয় শঙ্কৰদেৱৰ পো-নাতিৰ অনুপযুক্ত হব নোৱাৰে। এইদৰেই, "দুৰ্ঘোৰ সংসাৰ সাগৰত , পৰি আছে আত লোক যত, তাহাক কৃপায়ে

আসিযা হৰি আপনে। শঙ্কৰ স্বৰূপে অৱতৰি প্ৰকাশিলা নিজ যশৰাশি যাক শুনি-ভণি তৰি যায সৰ্বজনে।। ৩৩৪। সংস্কৃত সাহিত্যতো এওঁ সুপণ্ডিত আছিল। কেইটিমান বৰগীত আৰু বুঢ়া-ভাষ্য নামৰ এখন পুথিও পুৰুষোত্তমৰ ৰচিত বুলি কোৱা হয।

পৰমানন্দ ঠাকুৰ নাৰাযণ আতাৰ যোগ্য পুতেক পুৰুষোত্তমে মাধৱদেৱৰ অনুকৰণত ন ঘোষা ৰচাৰ দৰে এৰোঁ শঙ্কৰদেৱৰ অনুকৰণত কুসুম মালাত গুৰু-গুণমালা লিখি গুৰুজনৰ লীলা বৰ্ণনা কৰে। শঙ্কৰদেৱৰ পৰদেশী শিষ্যবৰ্গৰ বৰ্ণনা বিতোপন—

| | | | |
|---|---|---|---|
| ত্ৰিজটা সন্ন্যাসী | তেহোঁ ব্ৰজবাসী। | গুৰুক উপাসি | ভজিলন্ত আসি।।৯২ |
| গোপীনাথ সন্ত | কৰ্মী আছিলন্ত। | শৰণ লৈলন্ত, | হৰি ভজিলন্ত।।৯৩ |
| সেতুৰ খণ্ডত | বিশ্বনাথ সন্ত। | গুৰু মানিলন্ত, | শৰণ লৈলন্ত।।৯৪ |
| ৰামভদ্ৰ সন্ত, | পৰম মহন্ত। | কৰ্ম এডিলন্ত, | হৰি ভজিলন্ত।।৯৫। |
| কৃষ্ণকান্ত সন্ত, | পৰম মহন্ত। | গুৰু মানিলন্ত, | হৰি ভজিলন্ত।।৯৬ |
| গঙ্গাধৰ সন্ত | পৰম মহন্ত। | গুৰু মানিলন্ত | হৰি ভজিলন্ত।।৯৭ |
| ৰুদ্ৰপদ নাম | ত্যজি আন কাম। | গুৰুক প্ৰণাম | ভজিলন্ত ৰাম।।৯৮ |
| শ্ৰী ধৰ আছন্ত, | পৰম মহন্ত। | শৰণ লৈলন্ত, | হৰি ভজিলন্ত।।৯৯ |
| ৰাম ভট্ট সন্ত, | গুৰু মানিলন্ত। | শৰণ লৈলন্ত, | হৰি ভজিলন্ত।।১০০ |
| বিষ্ণুদত্ত নাম | অতি অনুপাম। | কৈলা পৰ্শুৰাম, | গুৰুক প্ৰণাম।।১০১ |
| বিষ্ণুপুৰী সন্ত, | পৰম মহন্ত। | ব্ৰহ্মানন্দ সন্ত, | শৰণ লৈলন্ত।।১০২ |
| ৰূপ সনাতনে | গুৰুৰ চৰণে। | পৰম যতনে | পশিল শৰণে।।১০৩ |
| আনো যত সন্ত, | শৰণ লৈলন্ত। | তাক কহি অন্ত, | কোনে কৰিবন্ত।।১০৪ |

পৰশুৰাম নামৰ এজনেও শঙ্কৰদেৱৰ আৰু এওঁৰ অনুকৰণতে কুসুম-মালাত গীতা গুণমালা এখন লিখে। মাধৱদেৱৰ নামঘোষাৰ আৰু পুৰুষোত্তমৰ ন ঘোষাৰ গঢ়ত সোতৰটি পদৰ এখন কেৱলীয়া ঘোষা লিখি গোপাল আতাই মাধৱ-দেৱক আৰু যদুমণিদেৱে গোপাল আতাক নিজ গুৰুৰূপে বন্দে—

মাধৱ মাধৱ প্ৰাণ মাধৱ মাধৱ আত্মা
মাধৱ মাধৱ গুৰু ইষ্ট।
মাধৱ মাধৱ নাম সুমৰণে সুমঙ্গল
মাধৱেসে দেৱ ইষ্ট নিষ্ট।।১।

নমোহো শঙ্কৰদেৱ মাধৱ সহিতে দুইকো
মোৰ ইষ্ট দেৱ দুই জন।
মাধৱৰ শিক্ষা ধৰি শুদ্ধভাৱে ভজো হৰি
বন্দো হেন ভক্তৰ চৰণ।।২।
মাধৱ বৈকুণ্ঠে গৈলা গোপাল উদয় ভৈলা
ভকতি সৰ্ব্বস্ব মনে ধৰি।
পৰম কৃপায়ে (তেওঁ) জগতক উদ্ধাৰিলা
ভকতি -অমৃত বৃষ্টি কৰি।।৩।

দৈত্যাৰি ঠাকুৰ আৰু তেওঁৰ গুৰুচৰিতৰ উল্লেখ আৰু উদ্ধৃতি অনেক বাৰ কৰি অহা হৈছে। এওঁৰ পিতাক ৰামচৰণ অন্ততঃ মাধৱদেৱৰ (১৪৮৯-১৫৯৬) মৃত্যু কাললৈকে অবিবাহিত আছিল বুলি চৰিতকাৰৰ পৰা বুজিব পাৰি গতিকে পিতাকৰ বহুত বয়সত সপ্তদশ শতিকাৰ মাজ ছোৱাত দৈত্যাৰিৰ জন্ম বুলি ধৰিব লাগিব। পিতাকৰ ৰচিত শঙ্কৰ-চৰিত নেদেখাকৈয়ে এও দ্বিতীয় গুৰুচৰিত লিখা কথাও ইয়াৰ পৰাই সম্ভৱপৰ বুলি ভাবিব পাৰি। এওঁৰ 'নৃসিংহ-যাত্ৰা নাটৰ গদ্যও বিতোপন (অধ্যযণ ১৭৯ পিঃ)।

ৰামানন্দ দ্বিজ শঙ্কৰদেৱৰ তৃতীয় চৰিত-লেখক কিন্তু এওঁৰ ভণিতাৰ শঙ্কৰদেৱ-চৰিত গোপালদেৱ-চৰিত মহামোহ কাব্য সন্তৰত্ন সন্তসাৰ ভাগৱতী-চৰিত সাধুসঙ্গ-নিৰ্ণয এই আটাইবোৰ পুথিৰ ৰচয়িতা কেবাজনো নে উজনিৰ চেচা সত্ৰ -পাতোঁতা এই একে জনেই তাকো ভাবি চাবলগীয়া। শঙ্কৰদেৱ চৰিত ৰচয়িতা ৰামানন্দৰ যথেষ্ট উল্লেখ আৰু উদ্ধৃতি আগতে দিযা হৈছে, গোপাল আতাৰ চৰিত-লেখক ৰামানন্দ দাস এজন সুকীয়া লোক বুলিব লাগিব। কুৰুৱাবাহী সত্ৰ পাতোঁতা গোপাল দেৱৰ চৰিত-ৰচয়িতাও ঠিক একেজন যেন নালাগে আৰু পাৰ্থিৱ প্ৰণয়ৰ পৰিণামদৰ্শী পুথি "মৃগাৱতী চৰিত"ৰ ভণিতাত আছে ঃ—

" বিষয় বিষম বিষে হৈয়ো বিৰকতি। সাধুসঙ্গে হৰিপদে কৰিয়ো ভকতি।
ঘোৰ সংসাৰৰ দুঃখ এড়িবে তেখনে। কহে দ্বিজ ৰাম ৰাম বোলা সৰ্ব্বজনে।।
খণ্ডিত বিষয় তাত সুখ নাহিকয। অখণ্ড সুখক সাৰ্থ ভক্তি কৃপাময়।।
কুৎসিৎ বিষয় আৰ ছাড়িও সকাম। কহে দ্বিজ ৰাম ডাকি বোলা ৰাম ৰাম।।"

ইয়াত সহজে মন কৰিব পাৰি কবিয়ে সদায় নিজৰ নাম দ্বিজ ৰাম হে বুলিছে,

গুৰুচৰিতৰ দৰে 'কহে ৰামানন্দে সবে বোলা হৰি হৰি। ৮৮। বুলি ভণিতা দিয়া নাই। 'মহামোহ কাব্য'ৰ ৰচনা আৰু ৰহস্যপূৰ্ণ , ই সংস্কৃত ৰূপক নাটক এখনৰ ভাবানুবাদ মূল পুথি বাৰাণসীৰ পৰা অহা বুলি লেখকে কৈছে। এই কাব্যৰ ঘাই নায়ক বিবেক ৰাজ্য হৃদয়পুৰ বা সংসঙ্গ প্ৰতিনায়ক মহামোহে কাম ক্ৰোধ আদি পাত্ৰ-মন্ত্ৰীৰ মন্ত্ৰণাতহে এই ৰাজ্য মাৰণৰ চেষ্টা কৰে কিন্তু ধৈৰ্য্য ক্ষমা দয়া তুষ্টি আদি এই চাৰি মন্ত্ৰী আৰু ভক্তি প্ৰীতি আদি পত্নীৰ সহায়-উপদেশত ঘূৰি বিবেকেহে মহামোহৰ দুঃসঙ্গ নগৰ মাৰি তেওঁৰ বিপক্ষক নিজ শৰণাপন্ন কৰায়।—

| | | |
|---|---|---|
| পাছে মহাৰাজা | বিবেকৰ পতি | যুদ্ধত ভৈলন্ত জয়। |
| মহামোহ ৰাজা | ৰণ হাৰি যেৱে | অধোমুখ হুয়াছয়।। |
| পৰম কৰুণা | বিবেক নৃপতি | কৃপাৰ যেন সাগৰ। |
| মোহ নৃপতিক | পুনু যি বুলিলা | শুনা তাক অনন্তৰ।। |
| বিবেক বদতি | শুনা ইন্দ্ৰপতি | কহো মঞি তত্ত্বসাৰ। |
| ব্ৰহ্মা শঙ্কৰত | যি বৰ লভিলা | ত্ৰিভুবনে চমৎকাৰ।। |
| তথাপি কৃষ্ণৰ | দাসক জিনিবৰ | নকৰিবা কিছু আশ। |
| অষ্টগুণ তেজি | নিৰ্গুণ হৰিত | ভক্তি হোৱা তান পাস।। |
| তেবেসে মায়াৰ | ভ্ৰমক এৰাইবা | মন হুইব শুদ্ধাশয়। |
| শ্ৰৱণ-কীৰ্ত্তন | কৰি অণুক্ষণে | লভিয়ো ভক্তি অভয়।। |
| ভকতৰ সঙ্গে | থাকি মহাসুখে | মুখে লৈয়া গুণ-নাম। |
| সুদৃঢ় বিশ্বাসে | কৰিয়ো ভকতি | তেৱে হৈবা পূৰ্ণকাম।। |
| বিবেকৰ হেন | বাক্য-অমৃতত | মোহু হুয়া নৃপবৰ। |
| মায়া পাশ ছেদি | নিৰ্ম্মল ভৈলন্ত | সঙ্গী ভৈলা সৎসেৱৰ।। |
| হুয়া নম্ৰ-ভাৱ | বিবেকৰ পাৱ | কৰিলন্ত নমস্কাৰ।।" |

কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত এই মহামোহ-পটল ২১২ পদত সমাপ্ত। কাব্যত অন্যান্য বৈষ্ণৱ গুৰুসকলৰ লগত আউনিআটিৰ কৃষ্ণদেৱ দত্তদেৱৰ (১৮১৮-১৯০৪ ) নামো আছে আৰু "শাকে ৰসে ঐশ্বৰ্য্য সিন্ধু মহী" অৰ্থাৎ ১৭৬৬ ত (১৮৪৪ খৃঃ) কাব্য সমাপ্ত বুলি দিয়া আছে। গতিকে অন্ততঃ এওঁ যে শঙ্কৰ-চৰিত ৰচয়িতাজন নহয়, সন্দেহ নাই।

ভূষণ দ্বিজও শঙ্কৰদেৱৰ চৰিত-লেখক; এই চৰিত-প্ৰকাশক দুৰ্গাধৰ

বৰকটকীয়ে এওঁক পাতনিত নৰনাৰায়ণৰ সভাকবি বুলিছে ই নিশ্চয় তেওঁৰ ভ্রম কিয়নো সেই চৰিততে আছে, শ্ৰীমন্ত পুৰুষোত্তম শ্ৰীশ্ৰীচতুৰ্ভূজ । শৰীৰত ভিন্ন দুইৰো আত্মা একানুজ ।।৯০০। 'ঠাকুৰৰ বাক্য শুনি সৱে ভয ভৈলা। ধৰ্ম্মক প্ৰখ্যাত কৰি আমাত কহিলা।।৯০২। শঙ্কৰদেৱৰ দুই নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজৰ মুখৰ পৰা শুনি এই চৰিত লিখা ভূষণ দ্বিজ নিশ্চয নৰনাৰাযণৰ (১৫৪০-৮৪) ৰাজকবি হব নোৱাৰে। সি যি হওক অজামিল উপাখ্যান নামৰ অঙ্কৰো এওঁ ৰচযিতা তাৰ গদ্য বিতোপন (অধ্যযন ১৮০ পিঃ)।

অজ্ঞাত কেইবাজনো লেখকৰ এই যুগৰ কেইবাখনো কথা পুথি পোৱা হৈছে। কথা-পদ্মপুৰাণৰ নিচিনাকৈ কথা সাত্বত তন্ত্ৰ' ও সম্ভৱ সপ্তদশ শতিকাৰ মাজ- ভাগত লিখা হৈছিল ই সংস্কৃতৰ এই নামৰ বা নাৰদীয পঞ্চৰাত্ৰ তন্ত্ৰৰ কথা-ভাঙনি। (অধ্যযন ১৮০ পিঃ ) ইযাৰ পূৰ্ববৰ্তী পদ-ভাঙনিত ভাগৱত-মিশ্ৰই এই বিষযত বিতং বিৱৰণ দিছে ঃ—

'নাৰদ বদতি দেৱ প্ৰভু মহেশ্বৰ। শুনিবাক ইচ্ছা মোৰ কথা গোবিন্দৰ।।
যি কাৰণে কৃষ্ণে যিবা স্বৰূপ ধৰন্ত। যি কালত জাত হোন্ত প্ৰভু ভগৱন্ত।।
যি মতে কৰন্ত লীলা বান্ধৱ মুৰাৰি। কহিযোক তাক পুছোঁ প্ৰভু ত্ৰিপুৰাৰী।।
এই অনুক্ৰমে আকৌ নাৰদৰ প্ৰশ্ন— একখানি সংশয মিলিছে মনোৰম।।
বেদৰ বিহিত হিংসা যজ্ঞ কৰিলে। কিছো বধ নাহি হেন বেদবাদী বলে।।
হিংসাৰ নিষেধ তুমি কৰিলা ইহাত। শ্ৰুতি-স্মৃতি কেনে ৰহে কহিয়ো আমাত।।
শিৱ নিগদতি মুনি শুনিয়ো নিশ্চয। প্ৰবৃত্তি নিবৃত্তি কৰ্ম্ম দুই বিধ হয়।।
প্ৰবৃত্তি কৰ্ম্মৰ স্বৰ্গলোকে চলি চায। পুণ্য শেষে পৃথিবীত ওপজে দুনাই।।
হিংসা পুনু কদাপি বেদৰ মত নুই। যদি শুনা ৰাগান্ধক অনুজ্ঞাসে হুই।।
অহিংসা পৰম ধৰ্ম্ম বেদৰ বচন। বেদৰ নিবৃত্তি মৰ্ম্ম জানিবা শোভন।।
তন্ত্ৰ বুলি আক নকৰিবা অৱহেলা। ভকতি সুখৰ জানা আছে আত মেলা।।"

এই কথা-পুথিখনি নৱটি অধ্যায়ত সমাপ্ত, কিন্তু কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত পুথিখনিৰ প্ৰথমটি আংশিকভাৱে নষ্ট হৈছে, অৱতাৰবাদ অংশকলা তিনি ভক্তি যুগধৰ্ম্ম, হাজাৰ-মহিমা ষত্ৰিশ পাপ সেৱাধৰ্ম্ম , তন্ত্ৰ-জন্ম আদিয়েই বাকী আঠ অধ্যায়ৰ বিষয়।

আৰু এক অজ্ঞাত লেখকৰ এখন " কথা -নামঘোষা" কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষিত হৈছে, লেখকৰ নাম আদি নাথাকিলেও পুথিৰ শেষত ১৬৩৭

শক (১৭১৫ খৃ০) লিখা আছে ইয়াক লিপিৰ কাল বুলি ধৰিলেও মূল ৰচনা ইয়াৰ ৫০।৬০ বছৰৰ আগৰ হব পাৰে। (অধ্যযন ১৮০ পিঃ ) গতিকে ই মাধৱ দেৱৰ সমালোচনামূলক কথা-পুথি বুলিহে বুজিব পাৰি এই বৈষ্ণৱ লেখক-সকলৰ এই তুলনামূলক আলোচনা ৰীতি অতি মনোৰম ।

ৰামচন্দ্ৰ বৰপাত্ৰই মহাপুৰুষৰ কীৰ্ত্তন-ঘোষাৰ অনুকৰণত হয়গ্ৰীৱ মাধৱ পদ পুথি ৰচে উৰ্ব ঋষিযে হযাসুৰ বধৰ বাৱে বিষ্ণুক আৰাধনা কৰা বিষ্ণুৱে হয়গ্ৰীৱ ৰূপেৰে হযাসুৰক বধাৰ পাছত উডিষ্যাৰ ৰাজা ইন্দ্ৰদ্যুম্নই সাগৰত উটি অহা দাৰু কাঠৰ পৰা কেনেকৈ শ্ৰীক্ষেত্ৰত জগন্নাথ মূৰ্ত্তি থাপিলে আৰু শেষত সেই দাৰুৰে এটি অংশ আনি উৰ্বই হাজোৰ মনিকুট পৰ্বতৰ ওপৰত হয়গ্ৰীৱ মাধৱৰ মূৰ্ত্তি থাপিলে ইযাত সকলো বৰ্ণাইছে। ভণিতাত লিখিছে—

কেন্দুগুৰি নামে গ্ৰাম। শস্যে মৎস্যে অনুপাম।।
বহে নদী অবিশ্ৰাম। দিলীহ যাহাৰ নাম।।
তাৰ তীৰে কৰি ঘৰ। আছিলন্ত পাত্ৰবৰ।।
বৰ পাত্ৰ নাম লৈলা। অনেক পুৰুষ গৈলা।।
অধিকাৰী পদ পাই। গৈল লোক প্ৰবৰ্ত্তাই।।
সেহি বংশে ভৈল জাত। ৰামচন্দ্ৰ নামে খ্যাত।।
বৰপাত্ৰ নাম ধৰি। আছোঁ ৰাজসেৱা কৰি।।

এওঁ যোগিনী-তন্ত্ৰ বুলি আৰু এখন পদ পুথি লিখে তাৰ ভণিতাত লিখিছে—

সৌমাৰ পীঠৰ গডগ্ৰাম নাম যাৰ। সেহি স্থানে থাকি মই ৰচিলোঁ পয়াৰ।।
নামত যোগিনী তন্ত্ৰ মহেশৰ বাণী। পৰম সাদৰে যাক শুনিলা গোসানী।।
এক কথা কওঁ মই শুনিয়ো সম্প্ৰতি। যি কালত পুস্তক ভৈলন্ত সমাপতি।।
প্ৰপঞ্চ কৰিযা আৰ ৰচিবোঁ পয়াৰ। তিথি মাস বাৰ অব্দ কৰিবোঁ প্ৰচাৰ।।
নক্ষত্ৰাদি যোগফল সকলো বৰ্ণিবোঁ। ইসবক দিয়া পদ ৰচনা কৰিবোঁ।।
বসুগণ প্ৰথমে মিলিয়া যেৱে আছে। তাৰ বাম পাশে মহা আকাশ প্ৰকাশে।।
তাত পাছে ঋতুসব যায় কালক্ৰমে। তাত অনন্তৰ চন্দ্ৰ চলে শশা সমে।।
উত্তৰ ফাল্গুনী কন্যা সমে দিবাকৰ। তাৰ লগে হস্তা সমে আছে শশধৰ।।"

ৰামচন্দ্ৰ যে পাণ্ডিত্য আৰু কবিত্ব উভয়ত গুণী আছিল এই ভণিতায়ো তাৰ প্ৰমাণ দিয়ে। যি হওক ১৬০৮ শকৰ (১৬৮৬ খৃঃ ) আহিনত এওঁ এই পুথি সমাপ্ত কৰে

বুলি সঠিক জনা হল। ইয়াৰ পাঁচ বছৰ মানৰ আগত এওঁ হয়গ্ৰীৱ-মাধৱ পুথি ৰচে বুলি অনুমান কৰা হয়।

**ভৱানন্দ** নামে এজনে হৰিবংশৰ পদ কৰে ভণিতাত লিখিছে, "নানা কথা নানা ধৰ্ম এহি সবে অংশ। পুণ্যাৰ্থীৰ পুণ্য হোৱে শুনি হৰিবংশ।। মনোহৰ শ্লোক ভাঙি ৰচি পদ বন্ধে। শিৱানন্দ সুতে কহে দীন ভৱানন্দে। গোবিন্দ চৰিত নামৰ পুথিৰ ভণিতাৰ এঠাইত 'শুনিযোক সবে নৰ নাম ভৱানন্দ মোৰ" আৰু আন ঠাইত 'কতো পীৰ বহিগই চন্দ্ৰনাৰাণ নৃপ হই পশিলন্ত থানক সম্প্ৰতি" বুলিছে। চন্দ্ৰনাৰাযণৰ কাল ১৬৪৩-৬০ খৃঃ গতিকে এই পুথি সপ্তদশ শতিকাৰ মাজ-ভাগৰ বুলি সহজে ধৰিব পাৰি। কামৰূপৰ লেচাকুছি গাঁৱৰ গোবিন্দ ঠাকুৰৰ চৰিতত শঙ্কৰদেৱৰ আদেশত মাধৱদেৱৰ কাষত এওঁ কেনেকৈ শৰণ লৈ দেৱ-দেৱীৰ মূৰ্ত্তিবোৰ দলিযাই পেলাইছিল সকলো বিতংকৈ ইযাত বৰ্ণোৱা আছে। তদুপৰি দামোদৰদেৱে শঙ্কৰদেৱৰ পৰা শৰণ লোৱা কথাও ইয়াত এই বুলি লিখিছে---'শঙ্কৰৰ পাশে (তেৱে) গৈলেক ব্ৰাহ্মণ । মহা বিবেকিত বিপ্ৰ নাম দামোদৰ ।। মলিন বসন আতি সুকোমল কায়া। দেখি তাঙ্ক শঙ্কৰৰ জন্মিলেক দয়া। ভাগৱতৰ-তত্ব দিলা ধৰ্ম্ম পালিবাক। দিলন্ত শিক্ষাৰ মন্ত্ৰ দামোদৰদেৱক।।'

**নীলকণ্ঠৰ** ৰচিত দামোদৰ-চৰিতৰ এখন হাতে-লিখা পুথি কামৰূপ অনুসন্ধান সমিতিত আছে; অসম সাহিত্য সভাৰ পৰাও ১৯২৭ ত প্ৰকাশিত হোৱা এই পুথিযে যি চাঞ্চল্যৰ সৃষ্টি কৰিছিল সি এতিয়াও একেবাৰে মাৰ যোৱা নাই। এই চাঞ্চল্যৰ মূল কাৰণ নিজ স্বীকাৰোক্তি মতেই সম্পাদকে মূল পুথিখন নাচাই বা নিবিচাৰি দুজন লোকৰ হাতে-লিখা সংগ্ৰহৰ পৰা কিতাপখন অবৈজ্ঞানিকভাৱে ছপাই উলিয়ালে। কোনোবা দুখন পুথিৰ পৰা সেই সংগ্ৰহটি যুগুত কৰা বোলা হৈছে আৰু বৰপেটাত পোৱা এখন পুথিৰ পাঠান্তৰ তাত দিছে। কিন্তু স্বৰূপতে শঙ্কৰদেৱ, মাধৱদেৱ দামোদৰ আদিৰ ঘাই ক্ৰীড়াভূমি বৰপেটাৰ পুথি মূল কৰি লোৱা স্বাভাৱিক হলহেতেন আৰু তেতিয়া হলে বহুত বেমেজালি পাতলিলহেতেন বুলি বুজিব পাৰি। পুথিৰ আৰম্ভণ ঃ "শঙ্কৰ-মাধৱ দামোদৰ এক কায় । তিনিও মূৰ্ত্তিৰ একো ভিন-পৰ নাই।। এৰেক স্মৰণে হৌক তিনিবো স্মৰণ। তিনি মূৰ্ত্তি দামোদৰ চৰণে শৰণ।।" ৰামচৰণ আৰু দৈত্যাৰি ঠাকুৰ আদিৰ দৰেই,, দামোদৰদেৱে নিজ পিতাক সতানন্দৰ লগত পোনৰ বাৰ

শঙ্কৰদেৱৰ কাষলৈ গৈ চা-চিনাকি হৈ তাৰ পাছত অকলে অনেক বাৰ গৈ শেষত তেওঁৰ পৰা ভাগৱতী ধৰ্ম্ম গ্ৰহণ কৰা কথাকে কৈছে।

ৰমাকান্তৰ বনমালীদেৱ চৰিতো সেইদৰেই অসম সাহিত্য সভাৰ পৰা অবৈজ্ঞানিকভাৱে প্ৰকাশিত হৈ অনেক চাঞ্চল্যৰ সৃষ্টি কৰিছিল। দামোদৰ চৰিতৰ দৰেই ইয়াতো শঙ্কৰদেৱৰ নামৰ ঠাইত চৈতন্যদেৱৰ নাম জাল্ কৰা বুলি বহুত ঠাইত সন্দেহ হয় বিশেষকৈ যিহেতুকে শঙ্কৰদেৱৰ চাৰি নামৰ বাহিৰে চৈতন্যদেৱৰ যোল নাম সেইবোৰ ক্ষেত্ৰত নাই। সম্পাদকে এই পুথি সপ্তদশ শতিকাৰ শেষ দশকৰ বুলিছে পুথিৰ শেষত শাওণ ১৬৮৮ শক (১৭৬৬ খৃ) লিখা আৰু তাৰ ৰচনাৰ কালো ইয়াতকৈ সৰহ আগৰ যেন নালাগে। পূৰ্ণানন্দ নামৰ এজনৰ গোপালদেৱ চৰিত্ৰও এই সময়ৰে।

শিষ্ট ভট্টাচাৰ্য্যৰ শিশুপালবধ কাব্যও এই কালৰে কবিৰ বিষয়ে একো বিশেষ জনা নাই। এওঁৰ ৰচনা যেনে সৰবৰহী তেনে আৰ্বাচীন যেন লাগে।—

'হাসিয়া হাসিয়া শ্ৰীকৃষ্ণে বোলয় শুন তই শিশুপাল।
ৰাজ-সমাজত এতেক কদৰ্থ তই বৰ্তমান ভাল।।
ৰাজ-সমাজত এতেক কদৰ্থি তেও যে তুষ্ট নভৈলি।।
কোননো বিধাতা স্ৰজিলেক তোক দ্বন্দৰ কঠিয়াতলী।।
ভোবোলা ছাগলি সিংহক সিযাৰে আপোনাক বৰ মানি।
ভতুৱা কুকুৰে কামোৰ মাৰয গৃহস্থ চোৰ নজানি।।
নৰক দেখিলে শৃগাল ওলাই লুকাই বন সোমায।
গধূলি পুৱাহে আটাস পাৰয মোত কৰি বৰ নাই।।
হাতী চুৰি কৰি যায আগে আগে বেঙেনা চোৰক ধৰে।
নাকটি কাটিলে লাজ নলাগয় নখটি কাটিলে মৰে।।
তোৰ তিৰস্কাৰে জানিবি আমাৰ সি পুন গাৱ নোছোৱে।
যতেক কুকুৰে কামোৰ মাৰয আঠুৰে সে নাম হোৱে।।"

কবিৰাজ বিপ্ৰৰ শিযাল-গোসাঁই নামৰ পুথি কোনোৱে ১৬১৬ ত ৰচিত বুলিলেও প্ৰকৃততে সি অষ্টাদশ শতিকাৰ আগৰ যেন নালাগে। কবিৰ চিনাকি —"সূৰ্য্যবিপ্ৰ কুলে জন্ম মই অধমৰ। দৰঙ্গৰ মধ্যে গ্ৰাম ছপাৰাত ঘৰ।। নামে কবিৰাজ কবি সুছন্দ সদাই। চাউল মাগি ফুৰোঁ এহি কবিতা কৰ্ণাই।" ইয়াৰ

বিষয় বস্তু ° ধৰ্মদেৱ ভূঞা নামৰ বামুণ এজনৰ কুণ্ডতাৰা আৰু ছন্দতাৰা বুলি দুজনী ঘৈণীয়েকৰ দ্বন্দ্ব লাগি কুণ্ডতাৰাই ছন্দতাৰাৰ কেচুৱাটি হাবিত লুকুৱাই থোৱাত এজনী শিয়ালে তাক তুলি ললে। এক দিনা প্ৰভাতত সূৰ্য্য মহা উদযত আসি বাজ ভৈলেক গৰ্ব্বে আৰু পিতাক ঘূৰি আহি পুতেকক উদ্ধাৰ কৰি আনিলে।

**কবিৰাজ চক্ৰবৰ্ত্তীয়ে** ভাস্বতী নামৰ সংস্কৃত জ্যোতিষ গ্ৰন্থৰ কথা-ভাঙনিত এই বুলি এটি শ্লোকেৰে আত্মপৰিচয় দিছে 'ৰবিপদকমলম প্ৰণম্য মূৰ্দ্ধা সুমতিকৰম খণ্ডে ভাস্বতী প্ৰবন্ধে। ৰচযতি কবিৰাজ চক্ৰবৰ্ত্তী নিজ সুত মহাভিদে কথাম দ্বিজাগ্ৰে।। সামৰণিত কথাৰে লিখিছে, শ্ৰীমন্ত ডাক আত্মজ সৰস্বতী শ্ৰীকবিৰাজ চক্ৰবৰ্ত্তী বিৰচিত ভাস্বতী শাস্ত্ৰৰ কথা সমাপ্ত হইল। ইয়াৰ পৰা বুজিব পাৰি পুতেক-পিতাক দুয়ো পৰম পণ্ডিত আছিল অসমীয়া ভাস্বতীও সংস্কৃতৰ আখৰব্বা ভাঙনি মাত্ৰ নহয় আৰু য'তে তেওঁ মূলৰ পৰা ফালৰি কাটিছে ত'তে সূৰ্য্যসিদ্ধান্ত আৰু মহাজ্যোতিষৰ মূল উদ্ধৃত কৰিছে। এওঁৰ ঘাই নাম ৰামনাৰায়ণ আৰু এই নামেৰেই তেওঁ সংস্কৃত বিল্ব-উৎসৱৰ এটি বৰ্ণনা লিখিছিল। এওঁ ৰুদ্ৰসিংহ (১৬৯৫-১৭১৪) আৰু শিৱসিংহ (১৭১৪-৪৪) দুইৰো ৰাজকবি আছিল আৰু 'বৰৰজা ফুলেশ্বৰীৰ আদেশত ১৭১৪ ত শঙ্খচূড়বধ কাব্য লিখে °

সৌমাৰ পীঠৰ শিৱসিংহ অধিপতি। হৰি-হৰ চৰণত সদা যাৰ মতি।।
তাহান আছিল জায়া ফুলেশ্বৰী নাম। পত্নীগণ মধ্যে শ্ৰেষ্ঠ গুণে অনুপাম।।
হেন নৃপ মহিষীৰ আজ্ঞা শিৰে ধৰি। কবিৰাজ চক্ৰবৰ্ত্তী মতি অনুসৰি।।
পৰম সুন্দৰ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ। ব্যাসদেৱে বান্ধি আছা নানা উপাখ্যান।।
বৈষ্ণৱৰ মধ্যে সাৰ শঙ্খচূড় নাম। দানৱৰ অধিপতি গুণে অনুপাম।

ৰাণী প্ৰমথেশ্বৰীৰ (ঘনকান্তি) আজ্ঞাত ১৭০৮ত ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ কৃষ্ণজন্ম খণ্ডৰ পদ এনে লিখে

"ইন্দ্ৰৰ বংশত ৰুদ্ৰসিংহ নৰপতি। সৌমাৰ দেশৰ পতি ভৈলা মহামতি।।
তাহাৰ প্ৰথম পুত্ৰ শিৱসিংহ ৰাই। দেৱতা বিপ্ৰত ভক্তিমন্ত শুদ্ধ কায়।।
নামত প্ৰমথেশ্বৰী শুদ্ধ সূক্ষ্ম জায়া। ইন্দ্ৰৰ ৰমনী যেন আদিত্যৰ ছাঁয়া।।
হেন শিৱসিংহ ৰাজা প্ৰমথ ঈশ্বৰী। মনুষ্য লোকত যেন শিব মহেশ্বৰী।।
তাহান আদেশ-মালা শিৰোগত কৰি। কবিৰাজ চক্ৰবৰ্তী মতি অনুসৰি।।

পুৰাণৰ শ্ৰেষ্ঠ ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ। কৃষ্ণজন্ম খণ্ড তাতে পৰম প্ৰধান।।
তথাপিতো পদবন্ধে দেশ-ভাষা ধৰি। মতি অনুসাৰে বিৰচিলোঁ যত্ন কৰি।।

ফুলেশ্বৰীৰ আদেশ মতে এৱঁেই গীত-গোবিন্দৰ পদ কৰে বুলি কয় (৯৮ পদ) কিন্তু তাৰ ভণিতাৰ পৰা সি প্ৰমাণিত নহয় ঃ 'ভণে দ্বিজবৰে শুনা সৱ নৰে চাডা ভাষ-ভুষ কাম।। 'ভণে কবি দ্বিজবৰে এৰাঁ আন কাম। আদিত ক'তো কোনো ৰামনাৰায়ণ বা কবিৰাজৰ নাম নাই।

শুভনাথ দ্বিজয়ো শিবসিংহৰ আমোলতে আ° ১৭২০ত ধৰ্মসংবাদ কাব্য লিখে ধৰ্মৰাজ যমে চণ্ডালৰ বেশেৰে পুতেক যুধিষ্ঠিৰক কৰা প্ৰশ্নাদিৰ বিৱৰণ সুন্দৰ। ভণিতাত দিছে—

'অশ্বমেধপৰ্ব ভাৰতৰ মধ্যে সাৰ। শ্লোক অৰ্থ চাই পদ নিবন্ধিলোঁ তাৰ।।
শিবসিংহ ধৰ্মৰাজ গুণে নাৰায়ণ। কৰন্ত ভকতি সদা কৃষ্ণৰ চৰণ।।
তাহান আদেশ পাই দ্বিজ শুভনাথে। ৰচিলা পয়াৰ হৰিপদ ধৰি মাথে।।

সোণাৰাম চৌধাৰীৰ মতে ওপৰৰ তৃতীয় শাৰী পদ হব লাগে 'শিবৰংশে ধৰ্ম ৰাজা হৰে নাৰায়ণ আৰু সেইদেখি শুভনাথে যোড়শ শতিকাত নৰনাৰায়ণৰ আদেশত ইয়াক লিখা এনে অনুমানত যুক্তিৰ বলতকৈ গাৰ বলহে দেখা পোৱা হয় আৰু পদফাকিও তেনেদৰে খৰক-বৰক হয়। ৰামসৰস্বতী প্ৰমুখ্যে কোনেও নৰনাৰায়ণৰ বিষয়ে এনে দুৰ্বলভাৱে লিখা নাই আৰু "শিবৰংশে 'হৰে নাৰায়ণ আদি শব্দ-গাঁথনিও সন্দেহজনক। "দৰং-ৰাজবংশাৱলী'ত বৰ্ণোৱা নৰনাৰায়ণৰ সভাকবিবোৰৰ মাজতো শুভনাথৰ ঠাই নাই, আৰু "ধৰ্মসংবাদো" তেনে পুৰণি যেন নালাগে। ৰামৰায়ৰ পুতেক কেশৱদেৱে আ ১৭৪৩-৫৩ত সপ্তম আৰু নৱম স্কন্ধ ভাগৱতৰ পদ ভাঙে ভণিতাত আছে, "শ্ৰীমন্ত শঙ্কৰ যিটো কুলত কায়স্থ তেহোঁ, পৰম পণ্ডিত গুণশীল। তাহান ভ্ৰাতৃৰ নাতি যদিবা আমাক বোলে তথাপিতো তাহান কিঙ্কৰ। গুৰুশিক্ষা অনুসৰি টীকা-ভাষ্য মত ধৰি পদ কৈলোঁ নৱম স্কন্ধৰ।" বিদ্যাচন্দ্ৰ কবিশেখৰ নামে এজনেও আঃ ১৭৬০ত হৰিবংশৰ পদ কৰে ভণিতাত আছে ঃ

"সৰ্বদেশে ৰাজা ভৈলা সেহি দিনে ধৰি। ইন্দ্ৰৰ প্ৰভাৱে পাইলা দেশ-দেশান্তৰি।।
সেহি বংশে ৰাজেশ্বৰ সিংহ নৰপতি। শান্ত দান্ত শিষ্ট মিষ্ট অতি শুদ্ধমতি।।
তাহান তনয় চাৰু সিংহ মহামতি। গুণীগণ মধ্যে শ্ৰেষ্ঠ বিপুল শকতি।।
তান পত্নী প্ৰেমদা নামত মনোনীতা। সৰ্ব গুণৱতী যেন দ্ৰুপদ-দুহিতা।।

তাসম্বাৰ আজ্ঞা-মুক্তামালা শিৰে ধৰি। শ্ৰীকবিশেখৰ ভট্টাচাৰ্য দ্বিজ হৰি।।
ভাষা-বন্ধে নিবন্ধিত হৰিবংশ পদ। শুনা নিঃশবদে শুদ্ধ বুদ্ধ সভাসদ।।

এইসকলৰ উপৰিও সৰু-সুৰা অনেক লেখকৰ পুথি আছে। আদি-পৰ্ব মহাভাৰতৰ কোনো পুথিত ৰাম সৰস্বতীৰ আৰু কিছুমানত ৩৮৮ পদলৈ অনিৰুদ্ধ দাসৰ ১০৪ পদলৈ শ্ৰীনাথ দ্বিজৰ আৰু ১৫০৫ পদলৈ দামোদৰ বিপ্ৰৰ ভণিতা আছে শ্ৰীনাথে কোচ ৰজা প্ৰাণনাৰায়ণৰ (১৬৩৩ -৬৬ খৃ ) উল্লেখ কৰিছে। শৈল পৰ্ব মহাভাৰতৰ আৰম্ভণিত ধৰ্মনাৰায়ণ ৰঘুদেৱৰ সন্তান। পৰম সুন্দৰ বীৰ সৰ্বৰসজ্ঞান ।। আৰু সামৰণিত 'মনুষ্য হৈবাৰ জানা এহি মানে কাম। দ্বিজ দামোদৰে ভণে বোলা ৰাম ৰাম।। আকৌ আন এঠাইত 'বিপ্ৰ দামোদৰ কহে নিৰন্তৰ ইত্যাদি। এই দ্বিজ বা বিপ্ৰ দামোদৰে নিজ পৃষ্ঠপোষক ৰূপে উল্লেখ কৰা ৰজা মকৰধ্বজ সম্ভৱ ৰঘুদেৱৰ সমসাময়িক মহেন্দ্ৰনাৰায়ণ (১৬৩৭-৪৩ খৃ )। অশ্বমেধ পৰ্ব মহাভাৰতৰ তিনিজন লেখক গঙ্গাদাস সেন সুবুদ্ধি ৰায় আৰু ভৱানী সেন সেই কালত এই বঙালী লেখকৰ অসমীয়া ৰচনা কৌতূহলৰ কথা নিশ্চয়। ১৭৬৪ খৃ মানত লক্ষ্মীনাথ দ্বিজই শান্তিপৰ্ব মহাভাৰত ৰচে এওঁ কামৰূপৰ হেলেচাৰ সংস্কৃত পণ্ডিত। সৰ্বানন্দৰ নাতিযেক ব্ৰহ্মচাৰী অলকানন্দৰ অৰ্জুন-গীতা বৈষ্ণব-গীতা আৰু গুপ্তসাৰ নামৰ তিনিখন পুথিও পোৱা হয়। গুপ্তসাৰ আদিত শঙ্কৰদেৱৰ ৰচনা আৰু শিৱৰ জুনা পুথিত শঙ্কৰদেৱৰ ভণিতা নিশ্চয় জাল্! নৰোত্তম ঠাকুৰৰ ভক্তি-প্ৰেমাৱলী শঙ্কৰ-মাধৱৰ কীৰ্তন-ঘোষাৰ অনুকৰণত লিখা কিন্তু ব্ৰহ্মবৈবৰ্ত পুৰাণ এখনৰ পদত নৰোত্তম বিপ্ৰ নৰোত্তম দ্বিজ আৰু নৰোত্তম দাসৰ আৰু এখনত বলোৰাম নন্দীশ্বৰ আৰু খগেশ্বৰ দৈৱজ্ঞৰ ভণিতা পোৱা হয়। হৰিদাস বিপ্ৰই অশ্বমেধ পৰ্ব মহাভাৰতৰ আৰু নাৰায়ণ দাসে অৰ্জুন-সম্বাদৰ পদ কৰিছিল 'শুনা সভাসদ গীতা ভাগৱত, কৃষ্ণে অৰ্জুনক কৈলা । গুৰুৰ আজ্ঞাত নাৰায়ণ দাসে পদবন্ধে নিবন্ধিলা। বিষ্ণুৰাম দ্বিজই দাতাকৰ্ণৰ পদত লিখিছে 'দ্বিজ বিষ্ণুৰামে কহে বিষ্ণুৰ আদেশে। কৰ্ণে কৃপা কৈলা প্ৰভু ব্ৰাহ্মণৰ বেশে।' লক্ষ্মীচৰিত্ৰ পুথি এখনত ৰাম সৰস্বতীৰ আৰু আন এখনত জগন্নাথ দ্বিজৰ ভণিতা পোৱা হয়। ভবদেৱ বিপ্ৰই নাগাক্ষ যুদ্ধ কাব্যত হনুমানৰ নাগাক্ষৰ লগত যুদ্ধৰ বৰ্ণনা দিছে। ৰুদ্ৰৰামে নীতিৰত্নৰ পদত বিক্ৰমাদিত্যৰ নৱৰত্নৰ সভাত হোৱা বুলি নীতিৰ আলোচনা কৰিছে।

'জনমে জনমে হৌক ৰামত ভকতি। অদ্ভুত আচাৰ্য্য কবি মধুৰ ভাৰতী।।
এই ভণিতাৰে এজনে লঙ্কা কাণ্ড ৰামায়ণৰ পদ কৰিছে। কামৰূপ অনুসন্ধান সমিতিত থকা স্বপ্নাধ্যায়ৰ পদত এজন অজ্ঞাত কবিয়ে লিখিছে

প্ৰথম প্ৰহৰে স্বপ্ন যিজনে দেখয়। বৎসৰেক মাে তাৰ ফলক পাৱয়।।
দ্বিতীয় প্ৰহৰে স্বপ্ন দেখে যিটো জন। তাৰ ফল পায় জানা ছয় মাস মান।।
'স্বপ্নত ৰুধিৰ বহে যাহাৰ শৰীৰে। নুহিবা ৰুধিৰ স্নান কৰে যিটো জনে।।
স্বপ্নত ইসবক দেখে যিটো নৰে। ব্যাধি গুচি কল্যাণক পাৱয় অচিৰে।।'

অম্বৰীশ দ্বিজই জয়ধ্বজ সিংহৰ কালত (১৬৪৮-১৬৬৩) আউনিআটী সত্ৰাধিকাৰ কেশৱদেৱৰ আৰু বিদ্যানন্দ ওঝাই ঠাকুৰ চৰিত বুলি শঙ্কৰদেৱৰ বৰপুতেক ৰামানন্দৰ ফালৰ নাতি পুৰুষোত্তম আৰু সৰু পুতেক হৰিচৰণৰ ফালৰ নাতি চতুৰ্ভুজ ঠাকুৰৰ জীৱনী লিখে। এই অনুক্ৰমে আৰু বহুত সৰু-সুৰা লেখক আৰু পুথি আছে।

মহাভাৰতৰ মুষল পৰ্ব ৰচোঁতা পৃথুৰাম দ্বিজই লিখিছে, 'জয়যুক্ত প্ৰতাপবল্লভ মন্ত্ৰীবৰ। সন্ধিক বংশত জন্ম গুণৰ মন্দৰ।। মুনি চন্দ্ৰ সিদ্ধ চন্দ্ৰ শকে মন্ত্ৰীক পাইলা। ৰণ কৰি শত্ৰু নাশি যশক ৰাখিলা।। নিয়মমতে সিদ্ধ=৪ ধৰিলে ই ১৪১৭ শক (১৪৯৫ খৃ) কিন্তু সিদ্ধ=মুনি বুলিলে ১৭১৭ শক (১৭৯৫ খৃ) হয়। পঞ্চদশ শতিকাত কোনো আহোম ৰজা মন্ত্ৰীয়ে অসমীয়া সাহিত্যৰ পৃষ্ঠপোষকতা কৰা সম্ভৱ নহয় তাৰ লগতে ভাষা আদি আভ্যন্তৰিণ প্ৰমাণ ধৰিলে এই পুথি অষ্টাদশৰ শেষভাগৰ। এনে বেমেজালিৰ আন এখন জনাজাত পুথি দীপিকাচন্দ্ৰ "চাৰি ৰূপ ধৰি শ্ৰীৰাম লক্ষ্মণ ভৰতাই শত্ৰুঘ্ন। তাহান বংশত জন্ম ভৈলোঁ মই পামৰ পুৰুষোত্তম।। এই পুৰুষোত্তম গজপতিৰ নামৰ পুথিখনি কোনোৱে ত্ৰয়োদশ কোনোৱে একাদশ বা কোনোৱে ষষ্ঠ শতিকাৰ কোনো অসমীয়া কবিৰ মূল পুথি বুলি আহিছিল কিয়নো তেওঁলোকে ওপৰৰ ভণিতাৰ সম্পূৰ্ণ তাৎপৰ্যলৈ আওকাণ কৰি অসমৰ জিতাৰি খেন্দৰ কোনোবা ৰামচন্দ্ৰ ৰজাৰ বংশধৰে এই পুথি লিখা বুলি আকোৰ-গোজালিকৈ ধৰি লৈছিল। কিন্তু মাধৱদেৱৰ অনূদিত নাম-মালিকাৰ ৰচয়িতাও যে পুৰুষোত্তম গজপতি নামৰ এজন উড়িষ্যাৰ ৰজা আৰু তেওঁৰ এই সংস্কৃত গ্ৰন্থৰ নকল এটি কোনোবা জগন্নাথ-যাত্ৰীৰ যোগেদি আহিহে শঙ্কৰদেৱ-মাধৱদেৱৰ হাতত পৰিছিল, আৰু উক্ত ভণিতাত বৰ্ণোৱা ৰামচন্দ্ৰ দশৰথ-পুত্ৰৰ বাহিৰে আন যেতিয়া হব নোৱাৰে

তেন্তে তেওঁৰ বংশধৰ অযোধ্যা-উড়িয্যা আদিত বাদে অসম আদিত বিচৰা বাতুলতা মাত্র এনে এপোণ-ছুগৰা যুক্তিলৈ মন নকৰাও আচৰিত কথা। এওঁৰে হংসকাকি আৰু যামল সংহিতাৰ পৰা লিখা বুলি স্বীকাৰ কৰা ৰুদ্রযামলৰ ভণিতাত আছে, পদ বঢা হোৱা বুলি আমি নিলিখিলোঁ। দীপিকা চন্দ্রক চাই সংক্ষেপিযা থৈলোঁ।। তেনেহলে এই তিনিওখন পুথিযেই সেই নামৰ একেজন উড়িষ্যাৰ ৰজাৰ শঙ্কৰদেৱৰ ভক্তি-ৰত্নাকৰৰ দৰে সংগৃহীত সংস্কৃত গ্রন্থৰ পৰা মাধৱদেৱ আৰু পৰবৰ্তী কোনোবা অসমীযা কবিযে ভাঙনি কৰা যে সন্দেহ নাই কিযনো আন দুখন পুথিৰ ভাষা মাধৱদেৱৰ নাম-মালিকাৰ ভাষাতকৈ অৰ্বাচীন। অৱশ্যে গুৰু-গুণমালাত গজপতি সন্ত শৰণ লৈলন্ত বুলিছে কিন্তু এওঁ যে শঙ্কৰদেৱৰ অসমৰ শিষ্য তাক কোৱা নাই, আৰু গজপতিৰ উপৰিও আন বহুত জনে বিভিন্ন দেশত শঙ্কৰদেৱৰ ধৰ্মত শৰণীয়া হোৱাৰ কথা লিখা আছে। পুথিখনৰ নাম বহুতে দীপিকা-চন্দ' বোলে কিন্তু ভিতৰৰ অধ্যাযবিলাক বিভিন্ন 'কলা বুলি বৰ্ণোৱাত 'চন্দ নহৈ "চন্দ্র হব লাগে বুলি ভাবিব পাৰি। দীপিকাচন্দ্ৰ যে বৈষ্ণৱ যুগৰ শেষ কালৰ ভাঙনি এই পদ কেফাকিযেই তাৰ চূড়ান্ত প্ৰমাণ—— দেখি কৃপাময় হৰি। নৰৰূপে অৱতৰি।। চৈতন্য-শঙ্কৰ বেশে। ৰামানন্দ হৰিব্যাসে।। এহি চাৰি ৰূপ হৈব । নিজ যশ প্রচাৰিব।।

## অন-বৈষ্ণৱ আৰু বৈষয়িক পদ্য-গদ্য

অনন্ত আচাৰ্য্যই আনন্দ-লহৰী কাব্যৰ ভণিতাত লিখিছিল —

'সৌমাৰ পীঠৰ সম নাহি (ৰাজ্য) আন। সততে থাকন্ত যাত ভৱানী ঈশান।।
সেহি পীঠ মধ্যে আছে পুৰী নানা খান।। কেহো নোহে ৰঙ্গপুৰ নগৰী সমান।।
সেহিসে নগৰী জানা দুতি অম্ৰাৱতী। তাতে শিৱসিংহ ভৈলা দুতি সুৰপতি।
প্ৰমথেশ্বৰীকে কৈলা তান পটেশ্বৰী। ৰূপে গুণে কৌতো যাৰ নাহি সৰিবৰি।।
তাসম্বাৰ সঙ্গে থাকি মই বিদ্যাহীন। ৰজা দুজনাৰ হিত বাঞ্ছো প্রতিদিন।
অনন্ত আচাৰ্য্যে ভণে এৰি আন বাণী। নিৰন্তৰে বোলা লোকে শঙ্কৰ-ভৱানী।।"

ৰুচিনাথ কন্দলীয়ে আঃ ১৭৫৫ত কল্কিপুৰাণ আৰু ১৭৫৯ ত মাৰ্কণ্ডেয় চণ্ডীৰ পদ কৰে, তাৰ পৰিচয়ত লিখিছে ——

বাসৱ বংশত জাত কদ্ৰসিংহ নামে খ্যাত সৌমাৰ পীঠৰ অধিপতি।
কামৰূপ অধিকাৰী দুৰ্জ্জনৰ দণ্ডকাৰী গদাধৰ সিংহৰ সন্ততি।
ৰঙ্গপুৰ মামে এক তেহে পুৰ কৰিলেক থাকিলেক তৈতে বিপ্ৰগণ।।
নানাস্থান হন্তে নিযা বৃত্তি-বিধানক দিযা আনিলেক অনেক ব্ৰাহ্মণ।।
সি স্থানত বিপ্ৰবৰ নানাগুণে গুণাকৰ তৈল কৃপাচাৰ্য্য শুদ্ধমতি।
তান পুত্ৰ কচিনাথে দুৰ্গাক সেৱিযা মাথে চণ্ডীপদ ৰচিলা সম্প্ৰতি।।"

লোহিতৰ উত্তৰকুলত অনুপাম। এক দেশ আছে নাৰায়ণপুৰ নাম।।
তথাতে আছিল ৰত্ন কন্দলী ধৰ্ম্মাদি। কাশ্যপ গোত্ৰত জাত বিপ্ৰ সত্যবাদী।।
তান বংশে জাত তৈলা বিপ্ৰ ৰামপতি। তামোলবাৰীত তান তৈলেক বসতি।।
পাছে তান পুত্ৰ ৰঘুপতি তৈলা জাত। সেই মই বিপ্ৰ অল্পমতি কচিনাথ।।
কল্কী পুৰাণৰ পদ কৰিলোহো আগে। ৰচিলোঁ চণ্ডীৰ পদ এৱে অনুৰাগে।।

এইবোৰৰ উপৰিও গীতৰ পুথি নামৰ সংগ্ৰহতে কবিৰ পৃষ্ঠপোষক ৰজা-সকলৰ নামতো দুই চাৰিটি গীত পোৱা হৈছে। —

### কদ্ৰসিংহৰ গীত—গৌৰীবন্দন—ৰাগ গান্ধাৰ

আইল গৌৰী প্ৰসন্ন মন। পূৰ্ণিমাৰ শশীসম জ্বলয বদন।।
শিৰত কিৰীটি গাৱে অমূল্য বসন। কৰ্ণে কুণ্ডল শোভে কণ্ঠাভৰণ।।
দশভুজে দশ অস্ত্ৰ ধৰিছা সঘনে কটিত কিঙ্কি বাজে নূপুৰ চৰণে।।
ৰূপৰ উপমা দিব পাৰে কোনজনে। নমি গৌৰী-পাৱে কদ্ৰসিংহ নৃপে ভণে।।

### শিৱসিংহৰ গীত—ৰাধাচৰিতম—ৰাগ দেৱ গান্ধাৰ

শাৰদ পূৰ্ণিমা হিমকৰ বদনী। চঞ্চল নীল নলিনীদল নয়নী।।
চঞ্চল লোচনে কাজৰ ৰঙ্গি। ভাবুক মনে কুটিলতৰ ভঙ্গি।।
প্ৰাতৰুদিত ৰবি সিন্দুৰ কান্তি। সজল মুকুতা ফল দশন পান্তি।।
সজল জলদ ইব কুণ্ডল জালে। পৰিমল শোভিত মালতী মালে।।
মৃগমদ-কুঙ্কুম চৰ্চ্চিত দেহা। তৰল ঘনান্তৰ দামিনী ৰেহা।।
শ্ৰীফল বিকলিত কুচযুগ লোলে। মত্ত দ্বিৰদগতি অতিশয় দোলে।।
ৰাজা শিৱসিংহ ইহ ৰস ভণিতম। ৰমণী শিৰোমণি ৰাধা-চৰিতম্।।

সূর্যখড়ি বলদেৱ দৈৱজ্ঞৰ ১৭৯৮ৰ দৰঙ্গ-ৰাজবংশাৱলী আৰু ৰতিকান্ত দ্বিজৰ ১৮০২ ৰ ৰাজবংশাৱলী এই যুগৰ ব্যক্তিগত চৰিত আৰু জাতিগত বুৰঞ্জী সাহিত্যৰ মাজৰ এক সোণালী সাঁকো আৰু অসমীয়া সাহিত্যলৈ এক বিশিষ্ট বৰঙণি। অন্তত কোচ ৰাজবংশৰ উৎপত্তি প্ৰসঙ্গত পুৰাণ আৰু ইতিহাসৰ জোৰা লগাবৰ যি চেষ্টা সূৰ্য্যখড়িয়ে দেখুৱাইছে সি আমোদজনক । —

ৰেণুকা বোলয বাপু শুনিযো বচন। মহাদুষ্ট সহস্ৰাৰ্জ্জুনৰ পুত্ৰগণ।।
তযু পিতৃ বসি আছে চিন্তিযা হৰিক। সেহি বেলা কাটিলেক তোমাৰ পিতৃক।
শিৰ গোট লৈযা গৈলা আপুন ভবনে।। হেন শুনি ক্ৰোধিলন্ত ৰামনাৰাযণে।।
প্ৰলযৰ মেঘে যেন সঘনে গৰ্জ্জন্ত। সেহি মতে ৰামে ক্ৰোধে গৰ্জ্জিযা বোলন্ত।।
শুনা মাতৃ তযু আগে কৰোঁ অঙ্গীকাৰ। সত্যে সত্যে সত্যে মঞিঃ বোলোঁ বাৰম্বাৰ ।
যত ক্ষত্ৰীগণ আছে পৃথিবীক ভৰি। নিক্ষত্ৰীয কৰিবোঁ সকলে বসুন্ধৰী।।
তাৰে বাৰ জন ৰাজপুত্ৰ পলাই গৈলা। চিকণাবাৰীত গৈযা সোমাই ৰহিলা।।
সহস্ৰাৰ্জ্জুনৰ পুত্ৰ যিটো বাৰ জন। ৰাম ভযে মদ্য ভাত কৰিলা ভোজন।।
ভযতে থাকিযা মেচনীত দিলা জাত। তান বীৰ্য্যে পুত্ৰ জন্ম ভৈলা অসংখ্যাত।।
কতো দিন অনন্তৰে অৰাজক হৈলা। হৈহৈৰ সন্ততি বাৰ ঘৰ মেচ ভৈলা।।
পানবৰ ফেদেলা আনৰৱ গুৱাবৰ। ফেদফেদো বৰিহনা মেচ শ্ৰেষ্ঠতৰ।।
কাঠিযা বৈহাগু মেঘা যুদ্ধাবৰ নাম। গড়কাটা জগাই ডোখোৰা অনুপাম।।
এহি বাৰ জনা মেচ পৰম প্ৰবল। সবাৰ উপৰি শ্ৰেষ্ঠ হাৰিযা মণ্ডল।।
তান ভাৰ্য্যা নামে হীৰা পৰমা সুন্দৰী। সাক্ষাতে দেখিযো যেন মত বিদ্যাধৰী।।
এক দিনা মহেশ্বৰ দেৱ ত্ৰিনযণে। অৰাজ ভৈলন্ত দেখি গুণিলন্ত মনে।।
কৈলাসৰ হন্তে হৰ পৃথিবীক আসি। হাৰিযা মণ্ডল ৰূপে থাকিলা প্ৰকাশি।।
হাৰিয়াক লাগিযা হীৰাই নেন্ত ভাত। দেখিলন্ত বসি আছে আৱক জোৰাত।।
কি কাৰ্য্যে বসিছা বুলি পুছিলা হীৰাই। হাৰিযা মণ্ডলে বোলে ভোকে প্ৰাণ যায়।।
হেন শুনি হীৰা আথে-বেথে পানী আনি। থানক পৱিত্ৰ কৰি দিলা মনে জানি।।
টোপোলা মেলিযা দিলা ষড়ৰস অন্ন। পৰম আনন্দে শিৱে কৰিলা ভোজন।।
মনোৰঙ্গে সদাশিৱে হাসি কৌতুহলে। হীৰাক হৰিলা সেই শিলিখাৰ তলে।
হীৰাৰ জন্মৰ কথা শুনিও সম্প্ৰতি। পূৰ্ব্ব জন্মে হীৰা আছিলন্ত ভগৱতী।।
তান বীৰ্য্যে পুত্ৰ এক ভৈলা অনুপাম। দযাত থাকিবা তাত থৈলা বিশু নাম।।"

এই বিশুৱেই অৱশ্যে বিশ্বসিংহ।

অজ্ঞাত লেখকৰ হৰগৌৰী সম্বাদ কথা-পুথি এই যুগৰে। ই এই নামৰ সংস্কৃত গ্ৰন্থৰ ভাঙনি। ইযাত ভাৰতৰ বিভিন্ন পীঠ আৰু মন্দিৰ পুৰণি ভৌগোলিক বিভাগ পুৰণি ৰজাসকলৰ বিৱৰণ বশিষ্ঠ মুনিৰ শাপ আৰু তৰ পৰা মুক্তিৰ কাল আদি বৰ্ণোৱা আছে। গোৰক্ষনাথৰ সংস্কৃত কামৰত্ন তন্ত্ৰ কথা-ভাঙনিৰ এখনি ১৯২৬ ত ছপা হৈ ওলাইছে, ইযাতে লেখকৰ নাম আৰু ভাঙনিৰ কাল লিখা নাই। আৰম্ভণ শ্ৰীকৃষ্ণায় নমঃ। অথ শিৱ-পাৰ্ব্বতী সম্বাদ। একদিনা পাৰ্ব্বতীযে শঙ্কৰক সোধন্ত প্ৰভু কামৰত্ন তন্ত্ৰ মোত কহা। শঙ্কৰে কহন্ত জানা পাৰ্ব্বতী বশ আকৰ্ষণ বিদ্বেষণ স্তম্ভন মাৰণ শান্তি পুষ্টি আদি কৰি এই কৰ্ম্মসকল তাহাকে কহোঁ। তন্ত্ৰ মন্ত্ৰৰ উপৰিও এই পুথিত বৈধৰ ব্যৱস্থাও আছে 'অথ সৰ্ব্বজন্ত বিষ নিবাৰণ। কৰচাৰ মূল গুটি সত সৰিযহ বাটি দিলে গুচে। ইতি শ্ৰীগোৰক্ষনাথ সিদ্ধ বিৰচিতম কামৰত্ন তন্ত্ৰ ত্ৰয়োদশ উপদেশ সমাপ্ত।

শুভঙ্কৰ কবিৰ সংস্কৃত গ্ৰন্থ শ্ৰীহস্ত মুক্তাৱলীৰ এটি নকল কাটামুণ্ডৰ নেপাল দৰ্বাৰ লাইব্ৰেৰীত আৰু আন এটি পুৰণি মিথিলাৰ অন্তৰ্গত দ্বাৰভাঙ্গাত পোৱা হৈছে আৰু তৃতীয় নকল এটি তাৰ অসমীয়া কথা ভাঙনিৰে বৰ্ত্তমান কামৰূপ জিলাৰ সুচান্দ ৰায় ওজাৰ হাতত পোৱা হৈছে। এওঁ উপৰি পুৰুষসকলৰ দিনৰ পৰা বংশানুক্ৰমে প্ৰাচীন কামৰূপৰ নৃত্য-গীত পৰিচালনাত জড়িত আছে। শুভঙ্কৰৰ জন্ম-স্থানৰ নিৰ্ণয় হোৱা নাই, কিন্তু কামৰূপৰ এটি কাযস্থ পৰিয়ালে তেওঁক নিজ পূৰ্বপুৰুষ বুলি দাবী কৰে। অতি পুৰণি কালৰে পৰা কামৰূপ যে নৃত্য-গীতৰ কেন্দ্ৰ আছিল ইযাত থকা অসংখ্য শিৱ মন্দিৰ দেৱদাসী প্ৰথা আৰু তাৰ পূজাৰীবিলাকৰ বৃত্তিৰূপে দিয়া মাটি-দান পত্ৰ আদিয়েই দেখুৱায় নৱম শতিকাৰ বনমাল বৰ্ম্মা ৰজাৰ তামৰ ফলি আদিয়েই ইয়াৰ প্ৰকৃষ্ট প্ৰমাণ। এই গ্ৰন্থত এখন হাতৰ দুখন হাতৰ আৰু শৰীৰে সৈতে দুই হাতৰ নাচ এই তিনি ভাগত ৩৯ প্ৰকাৰ নাচৰ বৰ্ণনা দিয়া আছে। এই অসমীয়া কথা-ভাঙনিটিও বিতোপন আৰু প্ৰাঞ্জল (অধ্যয়ন ১৮১ পিঠি):

"এমত প্ৰকাৰে শুভঙ্কৰ কবি আশীৰ্বাদ বিধান কৰি গ্ৰন্থ নিবন্ধনক প্ৰতি প্ৰতিজ্ঞা বোলে। শুভঙ্কৰ কবি ৰসিকসকলৰ সন্তোষৰ নিমিত্তে "শ্ৰীহস্ত মুক্তাৱলী" নামে গ্ৰন্থক নিৰূপণ কৰে। কামত শুভঙ্কৰ কবি আক কহি ' যে বুদ্ধিক সহায় কৰিয়া গুণ-সমুদ্ৰত অতি দুস্তৰ দৃঢ় মজ্জন কৰিছে : নৰ্ত্তক-নৰ্ত্তকীৰ দ্বাৰায়ে অতি

প্ৰকাশমান নাটক শাস্ত্ৰত উৎসুক হইছে। আৰ পণ্ডিত-সমুদ্ৰত চন্দ্ৰ সদৃশ হৈয়া গীত মুক্তাপংক্তিক নিৰ্ম্মল কৰিছে। সামৰণিত এখন শুভঙ্কৰ কবি গ্ৰন্থৰ সমাপ্তিত নৃপাদিৰ আশীৰ্বাদ বিধান কৰে। সমস্তে জয়যুক্ত ৰাজাসকলৰ পৰস্পৰে মৈত্ৰি বাঢোক কীৰ্ত্তিও বাঢ়োক সন্ত-সকলৰো আপদ নষ্ট হওক পুণ্যৱন্তসকলৰো কীৰ্ত্তি বৃদ্ধি হোক। নীতিও বেশ্যা স্ত্ৰীৰ সদৃশ আনন্দপূৰ্ণ বদন হইয়া সৰ্বদাযে হৃদযত আশীষ কৰিযা প্ৰতি দিবসে মন্ত্ৰীসকলৰ বদনক চুম্বন কৰোক।

**কবিৰাজ চক্ৰবৰ্ত্তীৰ ৰামনাৰায়ণৰ** ভাস্বতীৰ কথা-ভাঙনি ১৬৯৫ খৃ মানত ৰাজকোঁৱৰসকলৰ শিক্ষাৰ বাবেই ৰুদ্ৰসিংহই লিখোৱা বুলি বুজিব পাৰি এই জ্যোতিষ শাস্ত্ৰখনি জোন-বেলি গ্ৰহ-তৰা আদিৰ স্থান নিৰূপণত আৰম্ভ কৰি চন্দ্ৰগ্ৰহণ-সূৰ্য্যগ্ৰহণত শেষ কৰা হৈছে। সুকুমাৰ বৰকাঠৰ সুচিত্ৰিত হস্তী-বিদ্যাৰ্ণৱ কথা-পুথি মহাৰাজ শিৱসিংহ (১৭১৪-৪৪) আৰু তেওঁৰ ৰাণী অম্বিকাৰ আদেশত লিখা আৰু দিলবৰ আৰু দোযাই নামৰ দুজন শিল্পীযে অতি বিতোপনকৈ চিত্ৰিত কৰা। ইযাত হাতীৰ বিবিধ জাতি ইহঁতৰ ৰোগ আৰু চিকিৎসা আদিৰ কথা বৰ্ণোৱা আছে, আৰু অন্যান্য চিত্ৰৰ উপৰিও আহোম ৰাজসভাৰ চিত্ৰ বিশেষৰূপে দিয়া হৈছে। ইথাৰ ভাষাও প্ৰাঞ্জল (অধ্যয়ন ১৮২ পিঠি)।

**অজ্ঞাত** কোনো লেখকে আ ১৭৪০ ত ঘোৰা-নিদান পুথি লিখে ইযাত নানা জাতিৰ ঘোৰাৰ বিৱৰণ সিহঁতৰ ৰোগ আৰু চিকিৎসা সম্পৰ্কে আলোচনা কৰিছে, যেনে "জিঞ্জিনিযা বাত হলে তিনি খোজ মানক লাগি ঠেঙ্গ চোচোৰাই। যত্ত বাখৰ আছে মানে সৱাকো লব আৰু কলা খাৰ মাহডালি সহিতে ৰান্ধি খুৱাব।" কাশীনাথৰ অঙ্কৰ আৰ্য্যা কথা-পুথিও ঠিক এই যুগৰে। বাগীশ এজনে কামন্দকৰ সংস্কৃত নীতিসাৰৰ কথা-ভাঙনিৰূপে নীতি-লতাঙ্কুৰ কমলেশ্বৰ সিংহৰ (১৭৯৫-১৮১০) ৰাজত্বত ৰচে। –

'নীতিৰ সাগৰ ইটো শাস্ত্ৰ মনোহৰ। তাক পঢ়ি শুনি জ্ঞানী হোৱে সৱে নৰ।।
জয়তু কমলেশ্বৰ সিংহ নৰপতি। বিশুদ্ধ সেৱক পাত্ৰ-মন্ত্ৰী সমন্বিতি।।
ৰাজ জননীৰ আজ্ঞা যত্নে শিৰে ধৰি। ভণতি বাগীশ দ্বিজে বোলা হৰি হৰি।।'

সি সম্প্ৰতি অসম বুৰঞ্জী পুৰাতত্ত্ব বিভাগৰ পৰা প্ৰকাশিত হৈছে। তাৰ গদ্য প্ৰাঞ্জল। (অধ্যয়ন, ১৮৩ পিঠি)

আহোমবিলাকেই যদিও বুৰঞ্জী লিখা প্ৰথা আদিতে অসমত সুমুৱায়, তথাপি পোনতে তেওঁলোকে কেতিয়া অসমীয়াত বুৰঞ্জী লিখিছিল ঠাৱৰ হোৱা নাই কিয়নো পোনতে তেওঁলোকে নিজ ভাষাতহে লিখিছিল আৰু অসমীয়া আয়ত্ত কৰিবলৈ তেওঁলোকৰ অনেক কাল লাগিছিল নিশ্চয়। চুহুংমুং বা দিহিঙীয়া ৰজায়ে (১৪৯৭-১৫৩৯) জয়ে জয়ে স্বৰ্গনাৰায়ণ বুলি হিন্দু উপাধি লোৱা কথাই তেওঁৰ হিন্দুৱানী মনোবৃত্তি স্পষ্টভাৱে দেখুৱাই বুলি ধৰিব পাৰি। হেমচন্দ্ৰ গোস্বামীয়ে গোলাঘাটৰ ঢেকিয়াল মৌজাত পোৱা স্বৰ্গনাৰায়ণ মহাৰাজাৰ আখ্যান বোলা পুথিখনেই অতি পুৰণি বুলি অনুমান কৰা হয় আহোম ৰজাসকলৰ উৎপত্তিত আৰম্ভ কৰি চুটিয়া ৰাজ্য আৰু ধনসিৰি পৰ্য্যন্ত ১৪৪৮ শকত (১৫২৬ খৃ) কছাৰী ৰাজ্য অধিকাৰ কৰালৈকে ইয়াত সকলো ঘটনা অসমীয়াত লিখা হৈছে, গোস্বামীয়ে এই বাবে এই পুথিৰ কাল ১৫২৬ খৃং বুলিছে যেন ইয়াক দৈনিক টোকাৰ দৰে লিখা হৈছিল আৰু ই কোনো অসমাপ্ত কাৰ্য্য নহয়। এই মতত সম্পূৰ্ণ হুৰিভৰ দিয়া কঠিন হলেও আহোমবিলাকে যে অসমীয়া ভাষা আয়ত্ত কৰোঁতে আঢ়েশ বা তিনি শ বছৰতকৈ সৰহ কাল নিশ্চয় নালাগিছিল তাত সন্দেহ নাই গতিকে পঞ্চদশ শতিকাৰ শেষভাগৰ পৰাই তেওঁলোকে অসমীয়া বুৰঞ্জী লিখাৰ চেষ্টা কৰা বুলি সহজে ধৰিব পাৰি। ইয়াৰ বাহিৰে "অৰুণোদই কাকতত ১৮৫০ ৰ আগষ্টৰ পৰা ১৮৫২ ৰ আগষ্টলৈকে ধাৰাবাহিকভাৱে পুৰণি অসম বুৰঞ্জী ওলায় ই অন্ততঃ ষোড়শ শতিকাৰ শেষ বা সপ্তদশ শতিকাৰ আগছোৱাৰ গদ্য। সাঁচিপাতৰ লিখা চক্ৰধ্বজ সিংহৰ (১৬৬৩-৭০) কাললৈকে থকা আহোম দিনৰ বুৰঞ্জী 'স্বৰ্গনাৰায়ণদেৱৰ যুদ্ধৰ চৰিত আৰু ৰুদ্ৰসিংহৰ (১৬৯৬-১৭১৪) কাললৈকে বৰ্ণোৱা আন এখন সাঁচি-পতীয়া পুথি "স্বৰ্গনাৰায়ণদেৱ মহাৰাজৰ জন্ম চৰিত্ৰ" গদ্য অষ্টাদশ শতিকাৰ আগছোৱাৰ হোৱাও অসম্ভৱ নহয় তাৰ পাছৰ হব নোৱাৰে। ইয়াৰ বাহিৰেও অসমৰ বুৰঞ্জী পুৰাতত্ত্ব বিভাগে কিছুমান বুৰঞ্জী প্ৰকাশ কৰিছে। দাঁতিয়লীয়া বুৰঞ্জীৰ গদ্য আদিৰ বিজ্ঞানসম্মত আৰু তুলনামূলক আলোচনা নহলে অসমীয়া গদ্যৰ ক্ৰমবিকাশৰ ইতিহাস থিৰ কৰা কঠিন (অধ্যয়ন, ১৮৪-৫৬ পিঠি)।

এই পুৰণি বুৰঞ্জীবিলাকৰ ঠায়ে ঠায়ে অসমৰ সামাজিক বুৰঞ্জীৰো যথেষ্ট সজুলি আছে। ইন্দ্ৰবংশৰ উৎপত্তিৰ প্ৰসঙ্গতঃ "শ্ৰীকৃষ্ণায় নমো নমঃ। আগৰ ৰূপত। শ্ৰীল স্বৰ্গদেৱ বীৰ্য্যনৃপস্য কৰ্ত্তব্যম্ বুৰুম্। নাৰুমি তাংসিং শকত

ব্ৰহ্মাৰ দৈনন্দিন প্ৰলয় হল। লাকমি কামুতত পৃথিবী পুৰি টান পৰিলে। লাকমি কাংসনত লাউ ৰুলেং সেই বছৰতে লাউ ফুটি মাযুষ্যসকল জন্মিলে। লাকমি দাপৰাৎত মনুষ্য স্ৰজিলেং প্ৰজা নাবাঢ়িলে । পাচে সেই বছৰত ইন্দ্ৰ দেৱতাৰ বৰ পুত্ৰ এবাই ফালুৱে আহি বিস্তৰ মনুষ্য স্ৰজিলে। লাকমি ৰৈমিত শকত সৃষ্টি স্বৰ্গলৈই গল। পাচে সেই বছৰতে দেওৰাজে থাওলিপ্‌লি, থাওবাকচে, এই দুই পণ্ডিতক পঠাই পৃথিবীত মনুষ্য শিকাই-বুজাই যাব দিলে। (অৰুণোদই ১৮৫০-৫২ খৃ)। পূৰ্ব্ব প্ৰলয়ৰ অন্তে ব্ৰহ্মা তিনি বাৰ মানুহ স্ৰজিব নোৱাৰি লাউ ৰুলত তাৰ ভিতৰত মানুহ হই লাউ ফালি ওলায একো নাজানে। পশু প্ৰায় হেন দেখি ইন্দ্ৰে ব্ৰহ্মাক পাঁচি পঠাই দেখাই-শুনাই থাকিব দিলে। তাৰে পৰা সকলো জানিলে শুনিলে। এই শাস্ত্ৰৰ মতে এযে প্ৰলয়। পাচে সত্য যুগ প্ৰীতিতে গল। একে মহেঙ্গতে একে মাৰৰ পো হেন হৈ ভাত খাইছিল। হিংসা দ্বেষ কাৰো কতো নাই। (বাঁহগড়ীয়া বুৰঞ্জী) । আহোম ৰজাই কছাৰী ৰজাৰ দূতৰ লগত হোৱা কথা-বাৰ্ত্তাৰ গদ্য বৰ্ণাহাং ৰাজৰ্ষি ভ্ৰাতৃ ৰহাৰ দ্বোদাবাৰ বৰুৱা ঈশ্বৰদেৱৰ আজ্ঞাযে সোধোঁ ও পাগিয়া চুংউঙ্গ তুমি যেখন আহাঁ তেখন তোৰ শ্ৰীশ্ৰীহেডম্বৰ হেডম্বেশ্বৰ মহাৰাজা মহাৰাণী পাত্ৰা-মাত্য গো-ব্ৰাহ্মণ নৰ-নাৰী প্ৰাণী-প্ৰজা গল-পৰ্ব্বতীয়া লোক সমস্তৰো কুশল? ও দেৱ আমি যেখনে আহোঁ তেখনে কুশল। বাৰু তোৰ হেডম্বৰ মহাৰাজাৰ চতুৰ্পাশে অনেক ছত্ৰ আছে, সেযে বা পৰভাৱে আচৰিছে না। 'অ দেৱ ঈশ্বৰৰ তেজ-শক্তিৰ বলত গোসাঁই গোসানীৰ কৃপায কোনো ছত্ৰে পৰভাৱো কৰিতে নাপাৰিবে। নিৰুপদ্ৰৱে গো-ব্ৰাহ্মণক স্বধৰ্ম্মে প্ৰাণী-প্ৰজা সকলকো সমভাৱে প্ৰতিপাল কৰি মহাৰাজা কুশলে আছে। (সাঁতিৰলীয়া বুৰঞ্জী)

আহোমৰ বিবাহ-পদ্ধতি সম্পৰ্কে গদ্যঃ "ৰাজা সাতঘৰীয়া আহোমৰ ঘৰৰ যৌৱৎ ছোৱালী কুঁৱৰী কৰিবলৈ নিযে। যদি কোন শূদ্ৰাদি ফুকন বৰুৱাৰ ঘৰত ভাল ছোৱালী থাকে বাপেকও দিযে অকস্মাৎ তাকো কুঁৱৰী কৰিবলৈ নিয়ে। শূদ্ৰাদি ঘৰৰ ছোৱালী হলে হিন্দু মতে বিযা কৰি নিয়ে ঃ আহোমৰ হলে চকলং বিযা কৰে। ৰজালৈ হলে ৰজা-ঘৰলৈকে বাপেকে সহিতে ছোৱালী নি চকলং কৰে। ৰাজাৰ জীয়ৰী বা অন্য আহোমৰ হলে ছোৱালীৰ ঘৰতহে চকলং কৰিব পায।" ("বাঁহী" ১৩ শ বছৰ ১৬৯-৭০ পিঠি)। আহোম ৰজাৰ ৰং-ধেমালি বিষযে গদ্য • "চৰাই চোঙত কনুৱা ক্ৰমে আহি যিমান সবহ হব সিমান সবহকৈ সৰু

মাছ দিবলৈ ধৰে। সেইদৰে ক্ৰমে ৰুনৰীয়া কনুৱা আহি এক হাজাৰ বাৰ শ গোটখাই থাকেহি। গধূলি উৰি যায় ৰাতিপুৱা গোট খায়হি। এইদৰে ছয় সাত ঠাইত চৰাইচোং পাতে। যিফালে পুহ মাঘ মাহে শেনৰ পৰীক্ষা পাতে তাকে বাউলি দিযা বোলে। প্ৰথমে কিছু অন্তৰতে পাৰ এটা বান্ধি ঠাৱ চকুৰ পৰা গিলিপ গুচাই শেনৰ ভৰিত দীঘল ডোল লগাই যেই ডোল ধৰি মেলি দিলে যদি শেনে পাৰ কোবাই পুনৰ আহি শেনচোৰাৰ হাত পৰেহি, তেতিয়া ভৰিৰ দীঘল ডোল গুচাই চোলা জৰীৰ নিচিনা বাটপতীয়া চুটি ডোল লগাই মেলি চাব। তাতো যদি শেনে ঘুৰি হাতলৈ আহে, তেতিয়া চকুৰে দেখাত দিয়ে। তাৰো পৰা শেন যদি ঘূৰি আহিল তেতিয়া পাৰৰ কোযত মানুহ দুই চৈত কৰে ক্ৰমে পাৰ থকাত। অনেক মানুহ থকাতো যদি শেন গৈ পাৰ কোবাই মাৰি ঘুৰি আহে তেতিয়া বাউলি শেন আহিছে বুলি ৰাজা (বা) ডাঙৰীযাত শেনচোৰা বৰুৱাই জনালে মন গলে ৰাজা বা ডাঙৰীয়া এওঁবিলাকো সমাৰোহে গৈ সেই বাউলি চাযগৈ। ( বাঁহী ১০ শ বছৰ ৪০২-০৫ পিঠি)

আহোম ৰজাৰ মৈদাম বিষযক গদ্য এই দেশৰ স্বৰ্গদেৱসকল পৰকাল হলে তেওঁবিলাকৰ মৃত্যু-শৰীল ৰক্ষা অৱস্থা আছিল। যদি মৃত্যু হল তেওঁৰ মূৰে ডাঙৰীয়াসকলে নকৈ এজন ৰজা নাপাতে মানে ৰাজাৰ মৃত্যু-বাৰ্ত্তা ঘৰে পৰে কোনেও নাজানে আৰু কোনেও কব নাপায। নকৈ হোৱা ৰজাই আজ্ঞা দিলেহে নতুন পেডা কাটি হেঙ্গুল হাইতালে বোলাই সোণপানী খটাই সেই পেডাৰ ভিতৰত কাপড-কানি তুলি তলিচা পাৰি মৃত ৰজাৰ দেহ ভৰাই বান্ধিব পায। আৰু সেইজনা জীয়াই থকাত তামুলি পাঁচনি পিকদান ধৰা হেংদান ধৰা জৰা ধৰা চৌৱৰ ধৰা ধনখোৱা ধৰা চাংমাই, ৰান্ধনি গা-চোৱা, ফুলচোৱা লিগিৰা এইদৰে অনেকটি লা-লিগিৰা লগে সেইদৰে মৰাৰ লগত দিছিল। অতি কমেও এই দহজন লোক পৰিচালক নহলেই নহয়। সেই মানুহ লুখুৰাসন খেলৰ আনি প্ৰতিজনে সেই এক এক বিষয় দি মৰা ৰজাৰ লগত দিব পায়। কেতিয়াবা দুই চাৰিজন ঘৰফলীয়া খেলৰো দিয়ে। আৰু মৰা ৰজাৰ শৱ আৰু পেৰাৰ ভাৰ ঘৰফলীয়াই মূৰৰ ফালে আৰু লুখুৰাসনে ভৰিৰ ফালে লব পায়।" (অৰুণোদই, ১ম বছৰ ১৮৪৬ খৃঃ)

নৰা চুটিয়া ত্ৰিপুৰা জয়ন্তা আদি জাতিৰ জন্ম-কথাৰ গদ্যও বিতোপন, সন্দেহ নাই (অধ্যয়ন,১৮৬-৮৭ পিঠি)। তুঙখুঙীয়া বুৰঞ্জীৰ গদ্য তুলনাত আধুনিকতম

আহোম বুৰঞ্জী বুলিব পাৰি এই বুৰঞ্জী ভুঙ্গখুঙ্গীয়া ৰজাসকলৰ ঘাইকৈ ৰাজেশ্বৰ সিংহৰ (১৭৫১ ৬৯) পৰা কমলেশ্বৰ সিংহলৈ (১৭৯৫-১৮১০) আধা শতিকাৰ ওপৰ কালৰ দুৰহ আৰু নিৰ্ভৰযোগ্য কাহিনী। ইযাৰ লেখক শ্ৰীনাথ দুৱৰা বৰবৰুৱাই ইযাৰ ৰচনাৰ সঠিক সময দিছে, আৰু বহুত ঘটনা এওঁ প্ৰায চকুৰে দেখা আৰু নিজে শ্ৰেষ্ঠ বিষযাৰূপে অনেক ঘটনাত ভাগ লোৱা।

সিঁচৰতি হৈ থকা অসংখ্য বুৰঞ্জীৰ বাচকবণীযা কেখনমান বুৰঞ্জী গদ্য অসমীযা কথা সাহিত্যৰ ক্ৰমবিবৰ্ত্তনৰ প্ৰমাণ উদ্ধৃত কৰা হল। উত্তৰ-বৈষ্ণৱ যুগ স্বৰূপতে পদ্যতকৈ গদ্য সাহিত্যৰ ক্ৰম-বিকাশ আৰু উৎকৰ্ষৰ যুগ বৈষ্ণৱ-গদ্য তাৰ এফাল আৰু বুৰঞ্জী পদ্য আনটো ফাল। এফালে ঘাইকৈ সত্ৰ সমূহ আৰু ইফালে আহোম ৰাজসভা অসমীযা গদ্যৰ এই দুই শিক্ষালযৰ পৃষ্ঠ-পোষক বুলি সাধাৰণভাৱে কব পাৰি। ভাৰতৰ প্ৰাদেশিক ভাষাৰ গদ্যৰ প্ৰথম পিতা শঙ্কৰদেৱে ভাষাৰ গাম্ভীৰ্য্য সাহিত্যৰ সৌন্দৰ্য্য আৰু শাস্ত্ৰীয মৰ্য্যাদা ৰক্ষা কৰিবৰ বাবে অসমীযাত ব্ৰজবুলি যেনেকৈ ব্যৱহাৰ কৰিছিল পৰবৰ্ত্তী গদ্যলেখক ভট্টদেৱ ৰঘুনাথ আদিযেও সেই হেতুকেই উড়িষা প্ৰভৃতি ভাষাৰ অনুকৰণত 'কহন্ত বোলন্ত আদি অসমীযাৰ সাধাৰণতে অপ্ৰচলিত ক্ৰিযাৰূপ আৰু সমধিক তৎসম শব্দ ব্যৱহাৰ কৰি তেওঁলোকৰ ৰচনা তুলনাত গধুৰ আৰু সামান্যভাৱে হলেও সংস্কৃতগন্ধী কৰিবলৈ প্ৰয়াস পাইছিল আৰু বৈষ্ণৱ লেখকৰ আধ্যাত্মিক সমতলৰ বিষয-বস্তুৱেও প্ৰকাৰান্তৰে তেওঁলোকক তেনে কৰিবলৈ বাধ্য কৰিছিল আৰু বিপৰীত ফালে বুৰঞ্জীৰ গদ্য বৈষযিক আৰু ৰাজকোঁৱৰ আৰু সাধাৰণতে নিৰক্ষৰ জন-গণৰ উদ্দেশ্যে লিখা বাবে অধিক ব্যৱহাৰিক নহৈ নোৱাৰিছিল। কিন্তু প্ৰায় একে বিধৰ বিষয়-বস্তুত বুৰঞ্জী-গদ্যত : "পূৰ্ব্বে ৰাজা যুধিষ্ঠিৰক পাঞ্চ ভাই ভাৰ্য্যা সহিত কূট মন্ত্ৰণা কৰি ৰাজ্য-সম্পত্তি হৰিযা লৈলেক দুৰ্য্যোধনাদি-সকলে, তত্ৰাপি কালচক্ৰৰ গতিৰ দ্বাৰাযে যুধিষ্ঠিৰহে চক্ৰৱৰ্ত্তী ধৰণীমণ্ডলৰ ৰাজ-ৰাজেশ্বৰ হৈ ৰহিল দুৰ্য্যোধনাদিৰ কূট মন্ত্ৰণা আপোনাৰ লগতহে গল যশধৰ্ম্ম কিছু নৰহিল এতেকে লোভ কৰিব নাপায ।" (কামৰূপৰ বুৰঞ্জী ১১৩ ছেদ)। সমসাময়িক বৈষ্ণৱ গদ্যত : "নাৰদে কহন্ত, তদনন্তৰে পাত্ৰমন্ত্ৰীগণে ভৰতক ৰাজা হইতে বুলিল : ভৰতে বোলন্ত, জ্যেষ্ঠ ভাই গুৰু থাকিতে কেনে ৰাজা হইবো কিন্তু শ্ৰীৰামৰ চৰণ দেখিতে বনে চলিবো এখন সৈন্য জুড়াৰ। হেন শুনি পাত্ৰমন্ত্ৰীগণে ৰঙ্গ মন হই সেনা জুডাইলা।" (কথা-ৰামায়ণ, ৰঘুনাথ)।

কিন্তু এই ৰিজনি বাহ্যিক মাত্র ইযাতকৈ চাব লগা কথা হৈছে, বৈষ্ণৱ আৰু বুৰঞ্জী গদ্যৰ আন্তৰিক দৃষ্টিকোণ। বৈষ্ণৱ পদ্যৰ দৃষ্টিভঙ্গী সদৌ ভাৰতীয় বৈষ্ণৱ সাহিত্যৰ দৃষ্টিভঙ্গীৰ দৰেই অধ্যাত্ম আৰু অন্তৰ্মুখী আৰু বুৰঞ্জী গদ্য সকলো বৈষযিক সাহিত্যৰ দৰেই বাহ্যদৃষ্টিমূলক। ইযাৰ পিছৰ যুগৰ অসমৰ পদ্য-বুৰঞ্জীৰ দৰেই এই যুগৰ বহুত কথা ইতিহাসভো বৈষ্ণৱ গদ্যৰ অধ্যাত্ম আদৰ্শই বুৰঞ্জীৰ বৈষযিক ৰাজ্য আক্রমণ কৰা ভালকৈযে মন কৰিব পাৰি কিন্তু বৈষযিক আদৰ্শই ঘূৰি বৈষ্ণৱ ভাৱ-ৰাজ্যত প্রতি-আক্রমণ কৰা নাই আৰু কৰিব নোৱাৰেও। বাহ্যিক গঢতো বুৰঞ্জীৰ সাধাৰণ গদ্যৰ ৰীতিৰ ওপৰত বৈষ্ণৱ গদ্যৰ প্রভাৱ হাড়ে-হিমজুৰে আছে বুলিব পাৰি গধুৰ ৰচনা-ৰীতিৰ বুৰঞ্জীবোৰতে ইযাক জলজল্-পটপটকৈ দেখিবলৈ পোৱা হয। ইফালে আকৌ জোনাক জেউতি লাহে লাহে পমি ক্রমে উযাৰ কিৰণ আৰু বেলিৰ পোহৰত মিলি যোৱাৰ দৰে এই বুৰঞ্জী আৰু হস্তীবিদ্যাৰ্ণৱ আৰু ঘোৰা নিদান আদি বিজ্ঞানৰ গদ্য আধুনিক গদ্যত ক্রমে মিলিলহি। কিন্তু এই কথা অকল 'অৰুণোদই যুগলৈকেহে বিশেষভাৱে খাটে আৰু আচহুৱা প্রভাৱৰ সত্বেও সেই কালৰ অসমীয়া গদ্য বিশেষভাৱে কেতিযাও ভজুৱা হোৱা নাছিল। কিন্তু পৰবৰ্ত্তী যুগত ইংৰাজী আৰু বঙলা ভাষাৰ প্রভাৱে যেনেকৈযে হওক অসমীয়া কথা-ৰীতিৰ খাজ লৰালে যে তাত সন্দেহ নাই। অন্ততঃ অষ্টাদশ শতিকাৰ পৰা বুৰঞ্জী গদ্যৰ ৰীতি আদৰ্শ অসমীয়া কথা-ৰীতি অসমীযা জন-গণৰ কথা কোৱাৰ যি গঢ় তাত সম্পূৰ্ণ প্রতিফলিত হৈছে। "অৰুণোদই কাকতৰ সৰ্বসাধাৰণ ভাষাত অসমীয়া কথা-কোৱাৰ এই সাঁচ ভালকৈযে মানি চলা হৈছিল কিন্তু ঢেকিয়াল ফুকন হেমচন্দ্র বৰুৱা আদিত ইংৰাজী আৰু বঙলাৰ ভাঁজ সহহ-তাকৰকৈ যেনে তেনে সোমাল আৰু বৰ্তমান সেয়ে সীমা অতিক্রম কৰি যাবলৈ ধৰিছে। ইয়াৰ প্রতিষেধকৰূপে এই বুৰঞ্জী গদ্যৰ আদৰ্শই বিশেষ কাম কৰিব বুলি আশা কৰিব পাৰি।

## ৰাজকীয় পত্র পেড়াকাকত মানুহ-বেচা কাকতৰ গদ্য

আমাৰ "অসমীয়া সহিত্যৰ অধ্যযন"ত (১৮৭-৯৪ পিঠি) এই বিষয়ৰ শিতানৰ বিভিন্ন মৌলিক উদ্ধৃতি দি আলোচনা কৰা হৈছে। বুৰঞ্জী সাহিত্যৰ উপৰিও এনে বিভিন্ন ক্ষেত্ৰৰ অসমীয়া গদ্যৰ বিমানবোৰ পৰীক্ষা দেখিবলৈ পোৱা হয়, ভাৰতীয় কোনো সাহিত্যত ইয়াৰ তুলনা দেখিবলৈ পোৱা নহয়। ইয়াৰ

পৰা বুজিব পাৰি বৈষ্ণৱ যুগত অসমীয়া কাব্যৰ উৎকৰ্ষই যি চূড়ান্ত লাভ কৰিছিল অনুজ স্বৰূপ উত্তৰ-বৈষ্ণৱ যুগৰ অসমীয়া গদ্যৰ উৎকৰ্ষ কোনো প্ৰকাৰে তাৰ অনুপযুক্ত নাছিল। মন্ত্ৰণাকুশল (ডিপ্লমেটিক) সাহিত্য ৰূপে উদ্ধৃত প্ৰথম কেখা পত্ৰৰ যি মূল্য অভিনৱ বিষয ৰূপে তামৰ ফলি বা সিদ্ধান্ত পত্ৰৰ বাহিৰেও পেডাকাকত আৰু ঘাইকৈ মানুহ-বেচা কাকতৰ গদ্য তাতকৈ হীনমূল্যৰ নহয। বিদেশী বা বিজাতীয ৰজালৈ লিখিব লগা হেতুকে মন্ত্ৰণাকুশল পত্ৰৰ ভাষা অসমীয়া-বঙলা হিন্দী মিহলি ঠাযে ঠাযে অৱশ্যে হব লগা হলেও তাত অসমীয়া কথা-ৰীতিৰ গঢ সম্পূৰ্ণ সংৰক্ষিত হৈছে সন্দেহ নাই। দিলালখালৈ দিয়া ফুকনৰ মন্ত্ৰণাকুশ ল পূৰ্ণ পত্ৰত 'আৰ ইমানো কি নিমিত্তে দিৰঙ্গ হৈছে, যাতো সমস্তে লোক উজাৰ এই কাৰণেহে দিৰঙ্গ। আমি যদি দিবাক পাৰো তেৱে আমাৰহে ভাৰ গুচে। সপ্তদশ শতিকাৰ ভাষাৰ খোলা আৰু শাহ উভযেই এনে অসমীয়া জাতীয আৰু জতুৱা যে আজিৰ অসমীয়া লিখিত গদ্যতো এনে উদাহৰণ অতি বিৰল। প্ৰকাশ-ভঙ্গীৰ ফালৰ পৰাও ইয়াৰ ভাষা জতুৱা প্ৰাঞ্জল আৰু সুৰলা বাক্য দুটি সবল আৰু সবল তৎসম শব্দৰ প্ৰাধান্য শূণ্য বুলিব পাৰি অথচ বিষয অনুসৰি ৰচনাৰ গাম্ভীৰ্য্যৰ খতি-খুণ হোৱা নাই। নৰনাৰাযণে খোৱা ৰজা চুখামফালৈ দিয়া পত্ৰখন বঙলা সাহিত্যৰ বুৰঞ্জী লেখক দীনেশচন্দ্ৰ সেনে পোনতে বঙলা গদ্যৰ আৰ্হি ৰূপে ব্যৱহাৰ কৰিছিল কিন্তু ইযাত প্ৰথম পুৰুযত ব্যৱহাৰ কৰা 'আছি কৰি আদিৰ বাবেই যদি ইয়াক বঙলা বুলিব পাৰি তেন্তে জয়ধ্বজে দিল্লীৰ বাদশ্বাহলৈ লিখা পত্ৰৰ দেউল কৰকে আসামে নিয়াথা" মোৰ আপোনাৰ বেটী আৱৰ ৰাজা তিপামকা বেটী তোমৰা পাস' আদি ব্যাকৰণমূলক গঢৰ বাবে হিন্দী বুলিব লাগিব। মূল কথা সাহিত্যৰ সামগ্ৰী হব বুলি এইবোৰ পত্ৰ কেতিয়াও লিখা নাছিল যিদৰে লিখিলে উভয় পক্ষৰ কথা পৰিপাটিকৈ আৰু নিৰ্ভুলকৈ বুজিব পাৰিব তেনে ভাষাতেই তেওঁলোকে লিখিবলৈ বাধ্য হৈছিল। তাম্ৰ-লিপিৰ গদ্যত ঃ যদি কোনো কালত আন পৰগণাৰ জমাব কমি বেটি হই, এই পৰগণাৰ জমিৰ কমি কৰিব নাপাই; ভগা পৰগণা আনো ওপৰঞ্চি বাবে ধৰিব নাপাই। এনে কথা-ৰীতি যেনে প্ৰাঞ্জল, তেনে শক্তিধৰ। মুঠতে সপ্তদশ-অষ্টাদশ আদি শতিকাৰ অসমীয়া গদ্য ক্ৰমবিকাশৰ বাটত যেনে দৃঢ়ভাৱে আগ বাঢ়িছিল, কুৰি শতিকাৰ বৰ্ত্তমান গদ্য ঠিক তেনেভাৱে আগ বাঢ়িব পৰা

নাই বুলিব লাগিব। কবিতা ওপজে কিন্তু কথা সাজে, অসমীয়া গদ্য গঢ়িবলৈ যিখিনি অধ্যবসায়ৰ আৱশ্যক দুৰ্ভাগ্যক্ৰমে সেইখিনিৰ প্ৰয়োগ কিয় আৱশ্যকতাও বৰ্তমান সাহিত্যিকসকলে ভালদৰে উপলব্ধি কৰিব পৰা হোৱা নাই বুলিব পাৰি।

## জিকিৰ আৰু অন্যান্য মৌখিক সাহিত্য

অসমীয়া মৌখিক জন-সাহিত্যৰ আগকথা আদি যুগতে কোৱা হৈছে। এফালৰ পৰা চালে জন-সাহিত্যৰ কোনো যুগ নাই বুলিব পাৰি সচা, কিন্তু সকলো যুগ যে তাৰ বিকাশৰ অনুকূল নহয় তাকো সৈ নাকাটি নোৱাৰি। বৰ্তমান কালৰ দৰে সমাজত যেতিয়া 'অন্নচিন্তা চমৎকাৰা" হৈ উঠে যেতিয়া মানুহে হাঁ-ভাত হাঁ-কাপোৰ বুলি হাবাথুৰি খাই ফুৰে তেনে কালত অন্ততঃ জন-সাহিত্য কিয় কোনো সাহিত্যৰেই স্বাভাবিক বিকাশ অসম্ভৱ যিহেতুকে সকলো কলাবিদ্যাই যুদ্ধৰ চৰখৰিযাতকৈ শান্তিৰ সেউজীয়া কোলাত বঢ়া লতাহে। তদুপৰি যুদ্ধ-বিগ্ৰহৰ কালৰ দৰেই বৈষ্ণৱ আন্দোলনৰ নিচিনা সামাজিক আলোড়নৰ সময়তো জন-সাহিত্যৰ বিকাশ সাধন হব নোৱাৰে • এই কাৰণেই পাৰদৰ দৰে চঞ্চল স্বভাৱৰ হলেও ঘটনা-সংশ্লিষ্ট গীত-কাব্য মণি-কোঁৱৰ ফুল-কোঁৱৰৰ গীত আদি-যুগত আৰু ময়নামতী আৰু গোপীচন্দ্ৰৰ গীত পূৰ্ব্ব-বৈষ্ণৱ যুগত ঠাই দিয়া হৈছে কিন্তু স্বয়ং বৈষ্ণৱ যুগত তেনে কোনো জন-সাহিত্যক ঠাই দিবলৈ বিচাৰি পোৱা টান। অথচ বৈষ্ণৱ আন্দোলনৰ ধল শুকাই যোৱাৰ লগে লগে আকৌ জন-সাহিত্যৰ শহ মূৰ তুলি উঠিল আৰু তাৰ প্ৰমাণ স্বৰূপে এই যুগত অনেক জাতীয় গীত-মাত পোৱা হয়।

জিকিৰ বা আজান ফকিৰৰ গীত বুলি এনে ৰচনাৰ ভালেখিনি গীত অনেক কাল কোনও সম্প্ৰদায়ৰ মাজত মুখে মুখে চলি আহিছে, এই বিষয়ে 'অসমীয়া সাহিত্যৰ অধ্যয়ন'ত (১১৪-১৮ পিঠি) মুকলিকৈ আলচ কৰা হৈছে। ৰহস্যবাদী অনুপম ছুফী কবিতাবোৰ যেনেকৈ খৃষ্টপূৰ্ব কালৰ গীতা-উপনিষদৰ উৰ্ব্বৰ ক্ষেত্ৰত ৰোৱা ইছলামৰ ফুল-পুলিৰ ফুল জিকিৰবোৰো সেইদৰে মহাপুৰুষীয়া ধৰ্ম্মৰ সাৰুৱা মাটিত ৰোৱা একে ফুল-পুলিৰ ফুল। ছাহাবুদ্দিনে লিখাৰ দৰে মুছলমানতকৈ অসমীয়াৰ লগতহে সদায় আন্তৰিক সহানুভূতি আৰু সংলগ্নতা থকা অসমীয়া মুছলমানৰ ৰচিত এই গীতবোৰৰ ইতিহাস ইয়াতে সোমাই আছে। গড়িকে প্ৰতাপ সিংহৰ (১৬০৩-৪২) কালত নহলেও, জয়ধ্বজ সিংহৰ (১৬৪৮-

৬৩) ৰাজত্বৰ পাছৰ পৰা মাযামৰা বিদ্ৰোহৰ (১৭৬৯-৯৪) আগলৈকে এনে কালতে জিকিৰবোৰ মূলত ৰচিত হোৱা সম্ভৱপৰ।

ঘটনাৰ বিষযত আদি-যুগত উৎপত্তি হোৱা বোলা ফুল-কোঁৱৰ মণি-কোঁৱৰৰ গীত আৰু পূৰ্ববৈষ্ণৱ যুগৰ ময়নামতী-গোপীচন্দ্ৰৰ গীতৰ লগত শাৰী পতা এই যুগৰ অৰ্দ্ধ-ঐতিহাসিক জনা-গাভৰুৰ গীত লেখৰ। ইযাৰ ঘটনাৰ ভাগত ইংৰাজ কবি স্থইন্‌বাৰ্ণৰ নাযিকা আটালাণ্টাৰ দৰে (বৰ্ত্তমান অসমৰ নগাঁৱৰ) কামপুৰৰ গৰুচৰ বা গৰুবাট ৰাজ্যৰ অবিবাহিতা ৰাণীজনাই ঘোষণা কৰিলে তেওঁৰ কোনো তিনটা পৰীক্ষাত উঠিব পৰা কোঁৱৰজনকহে তেওঁ বিযা কৰাব কিন্তু পৰীক্ষাত উঠিব নোৱৰাসকলক বন্দী কৰি হত্যা কৰাব। কুঁৱৰীৰ ৰূপৰ মোহত বা ৰাজ্যৰ লোভত ন শ কোঁৱৰ আহি বিফল-মনোৰথ হৈ আৰু হত্যাৰ আদেশ লৈ বন্দী হৈ থকাৰ পাছত নট জাতিৰ কলিধন নামৰ এজন ডেকা অহাত জনাই তেওঁক অপমান দি খেদাই পঠালে । তাৰে পোটক তুলিবলৈ বুলি তেওঁ তেওঁৰ বন্ধু গোপীচন কোঁৱৰৰ গুৰিলৈ গল, কিন্তু তেওঁ আগতে ন-পোন কুঁৱৰী বিযা কৰাই থকাত আৰু এজনী বঢ়াবলৈ মন নেমেলিলে ° কলিধনে বৰকৈ ধৰাত শেষত গোপীচনে মাকৰ আৰু ন-পোণ কুঁৱৰীৰ হাক-বচন নামানি সেই তিনটা পৰীক্ষাত উঠি ৰুকাযেক অভিমনক মাৰি জনাক বিযা কৰাই সেই নশ কোঁৱৰক মুক্তি দিলে। ওপৰে ওপৰে চালে ইযাত ঐতি-হাসিকতা একো নথকা যেন লাগে এই জনা আৰু অভিমনক মহাভাৰতৰ জনা আৰু অভিমন্যুৰ লগত সংলগ্ন কৰিবলৈ চোৱাও বাতুলতা হ্ব, তদুপৰি ৰুকাযেক থাকোঁতেও অবিবাহিতা জনাই ৰাজপাট খোৱা কথাও কোনো স্ত্ৰীৰাজ্যৰ নুবুলিলে আচৰিত কথাই। কিন্তু আন পাকে গোপীচনৰ ন-পোণ আৰু মাণিকচন্দ্ৰ ৰজাৰ ময়নামতীৰ বাহিৰেও ন-বুৰি তিৰুতা গোপীচন আৰু গোপীচন্দ্ৰ দুয়ো সকলো ভাৰ্য্যা এৰি নতুন তিৰুতাত আসক্ত হোৱা আদি কথা আকস্মিক মিল বুলি এৰিব নোৱাৰি, তেন্তে ইহঁতৰ পৰস্পৰ সম্পৰ্ক মানিব লাগিব। তদুপৰি মাতৃ-স্বত্বৰ ৰাজ্য খাছিয়া-জযন্তাৰ সংলগ্ন নগাঁও জিলাৰ লগত এই নাৰী-ৰাজ্যৰ অৱতাৰণাও মন কৰিব লগা। সি যি হওক সাহিত্যৰ ফালৰ পৰাও এই গীত-কাব্যৰ মূল্য নিশ্চয় আছে জনাৰ বৰ্ণনাত:

“জোকাৰি পিন্ধিলে গোমচেঙৰ চোলাটি মাজত বাখৰামি কৰা।
কঁকালত মাৰিলে জৰদৰ টঙালি দেখিলে জিলমিল কৰা।।

থুৰিযাই পিন্ধিলে ধলপাটৰ চুৰিযা মূৰত ডাউকীযা পাগ।
পিন্ধি উৰি পেলাই গোপীচন ওলালে যেনে পূর্ণিমাৰে চান্দ।।
হাতী খোজে কাঢে লুপুৰে-থুপুৰে ঘোৰা খোজে কাঢে লৰি।
শিলৰে আলিতে জনাই খোজে কাঢ়ে হস্তী-গমনে ধৰি।।
অতিকৈ জিলিকে বালিত বালিচন্দা অতিকৈ জিলিকে সোণ।
তাতোকৈ জিলিকে জনা যে গাভৰু যেনে পূর্ণিমাৰে জোন।।'

জনা গাভৰুৰ গীতৰ কাহিনী যিমান আগৰে হওক ই গঢ লোৱা কাল এই যুগৰ পাছলৈ নিশ্চয নাযায। এই যুগতে গঢ় লোৱা আৰু কেইবাটিও গীত-কাব্য আছে বাখৰ বৰাৰ গীত তাৰ অন্যতম । নগাঁও জিলাৰ বাখৰ বৰা বোলা এজন লোকক ৰাজদ্রোহত অন্যাযকৈ অভিযুক্ত কৰি গৌৰীনাথ সিংহৰ (১৭৮৯-৯৪) কালত এওঁক হত্যা কৰা হয়। এই কাহিনী লৈ লিখা এই গীত-কাব্যৰ দুই এফাকি - 'আঠিযা কলৰে পাত সৰু সৰু জাতি কলৰে পাত। গা ধুই উঠি বাখৰৰ টেমেকাই খাবলৈ নাপালে ভাত।। "লুইতৰ বাঙলী গডা। ভৰলী মুখতে ঘৰ-বাৰী সাজিছে, পালেহি বাখৰ বৰা।। গৌৰীনাথ আৰু কমলেশ্বৰ সিংহৰ (১৭৯৫-১৮১০) ৰাজত্বৰ মাজত হোৱা কামৰূপ জিলাৰ হৰদত্ত বাৰু বীৰদত্তৰ বিখ্যাত দন্দুৱা দ্রোহৰ কাহিনী লৈ বেজবৰুৱা আৰু বৰদলৈৰ দুখনি প্রসিদ্ধ উপন্যাস আছে এই কাহিনীৰ বিষয়ে ৰচা পদুম-কুঁৱৰীৰ গীতৰ দুফাকি—

হৰদত্তৰ জীযৰী পদুম কুঁৱৰী (বেজাৰত) নাখালে ভাত।
কামদান বঙালে হাতত ধৰি নিলে পদুম বিচাৰি গাত।।
ক'ত হৰদত্ত, ক'ত বীৰদত্ত, ক'ত খাওঁ খাওঁ কৰা।
ৰজাৰে শাপত হৰ-বীৰদত্ত দুয়ো হল ভেটি মৰা।।

তেজীমলা পাণেশৈ আৰু কমলা কুঁৱৰী আদি সাধুৰ ঐতিহাসিকতা থিৰ কৰা কঠিন কিন্তু সেই সাধুবোৰৰ লগৰ গীতবোৰ অতীব করুণ আৰু সৌন্দর্য্যপূর্ণ যে তাত সন্দেহ নাই—

"হাতো নেমেলিবি ফুলো নিছিঙিবি ক'বে নাৰবীয়া তই।
মানুহে ফুলৰ কি জানে আদৰ তেজীমলাহে মই।।'
"পাণেশৈ পাণেশৈ মোৰ ভনী পাণেশৈ, মোৰ ঘাটে চপাই দে নাৱ।
দুহাতে দুমুঠি দি যাম চাৰি মুঠি ডিঙিতো পিন্ধামে হাৰ।।"

"কমলা কুঁৱৰী মোৰে প্ৰাণেশ্বৰী পানী কিমানৰ হ'ল।
বণ্ডহৰ দেৱতা, মোৰে প্ৰাণপতি পানী এবুকু হ'ল।।'
"কুটুমে বান্ধিলে কুটুমে বাটিলে কুটুমে কুটুমক খালে।।'
কুটুমৰ তেজেৰে বন্তি জ্বলালে মজিয়া ভকভকালে।।"

এইবোৰৰ বাহিৰে চিকণ সৰিযহৰ গীত আদি আৰু তুলনাত বৰ্ত্তমান মণিৰাম দেৱানৰ গীত পৃথু বৰকাকতীৰ গীত আদি সৰবৰহী জনা গাভৰুৰ গীতৰ দৰে বদন বৰফুকনৰ গীত সম্পূৰ্ণভাৱে সংগৃহীত হৈছে কিন্তু আন আটাইবোৰ এতিযাও সু-সম্পাদিত হৈ ওলোৱা নাই। প্ৰকাশিত গীত-কাব্য-কেইটিৰ সৰস্বতীৰ বন্দনা আৰু জোৰা দিয়া কথাবিলাক প্ৰায় একে আৰু তাৰ ভালেখিনি গৰখীয়া নামতো সোমাইছে। ৰাজনৈতিক গীত-কাব্যবোৰত জন-গণৰ মত স্পষ্টকৈ প্ৰকাশ পাইছে

'সত্য ত্ৰেতা দ্বাপৰ কলি তিনি চাৰি যুগ গ'ল।
অসম দেশত মন্ত্ৰী নাইকিয়া বুঢ়া গোঁহাইৰ অৱতাৰ হ'ল।।
চাৰি দিশে চাই। দেখে বুঢ়াগোহাঁই শত্ৰুৰ নাই।।
কি ক'ম পাছে। ভাটিৰ বৰফুকন শত্ৰুৰ আছে।।
প্ৰজাই মাৰে হাই। ফুকনে নামাৰিলে মাৰোঁতা নাই।।
'ৰূপৰ ধোঁৱাখোৱাত খালি সোণৰ ধোঁৱাত খালি।
ৰাইজৰ দোৰোহত পৰিলি মণিৰাম ডিঙিত ফাঁচিকাঠ ল'লি।।"

গীত-কাব্যবিলাকৰ বাহিৰে অসমীয়া জন-সাহিত্যৰ বিভিন্ন ঠেঁতুলি- সাধুকথা, ধাই-নাম নিচুকনি বা লৰা-ওমলোৱা নাম, গৰখীয়া নাম বা গাঁৱলীয়া নাম আই-নাম বা শীতলা আদি নাম বিয়া নাম ঃ এইবিলাকৰ বিষয়ে আমাৰ বিভিন্ন সংগ্ৰহৰ পাতনি বা শলাগনিত বিশদভাৱে আলোচনা কৰা হৈছে ("অসমীয়া সাহিত্যৰ অধ্যয়ন" ৫-৫২ পিঠি)।

# পুথি পাঁচ

## বৰ্ত্তমান যুগৰ নব আবিষ্কাৰৰ অসমীয়া সাহিত্য

আগকথা— (ক) ইংৰাজ শাসন। মায়ামৰা বিদ্ৰোহ (১৭৬৯ - ৯৪) আৰু দ্বন্দুৱা দ্ৰোহ (১৮১০) আদিৰ পাছত মানৰ মাৰণ আৰু অপশাসনে (১৮১৬-২৪) অসম আৰু অসমীয়াক যেনেকৈ জুৰুলা কৰিলে সৰহ নালাগে মোগলৰ লেখি লেখি সোতৰটা আক্ৰমণেও (১২০৬-১৬৮২) অসমক তেনে একো কৰিব নোৱাৰিছিল। ১৮২৬ৰ ২৫ ফেব্ৰুৱাৰীত ইংৰাজ আৰু মান ৰজাৰ সন্ধি হ'ল; আৰু মাজতে বিনা কাৰণত অসমখন ইংৰাজৰ হাতলৈ গল। অৱশ্যে পুৰন্দৰ সিংহক ১৮৩৮ৰ অক্টবৰলৈকে উজনি অসমৰ ৰজা বুলি মানি লোৱা হৈছিল, কিন্তু তাৰ পাছত তেওঁক ৰজা ভাঙি উজনি নামনি লগ লগাই ইষ্টইণ্ডিয়া কম্পেনীয়ে গোটেই অসমৰ শাসনৰ বাঘজৰী নিজৰ হাতলৈ ললে। তদুপৰি পোনতে সহজ নিয়মে শিক্ষা আৰু বিচাৰৰ বাহনৰূপে ইংৰাজে অসমীয়াকে চলাইছিল কিন্তু ১৮৩৬ত হঠাৎ তেওঁলোকে বৰ ঘৈণী অসমীয়াক অসমৰ স্কুল আদালতৰূপ ৰৰ-ঘৰৰ পৰা উলিয়াই চাপনী বঙলা ভাষাক ইয়াত সুমুৱালে। ১৮৩৭ৰ আইন্ আৰু দণ্ডবিধিৰ ৩৩৭ ধাৰামতে দেৱানী আৰু ৰাজহ বিষয়ত প্ৰত্যেক প্ৰদেশত নিজ ভাষাহে চলাব লাগিছিল, পিছে অসমৰ বেলিকা সেইবোৰ বিধিও বিড়ম্বনা মাত্ৰ হ'ল। এনে ঘোৰ অন্যায়ৰ বিৰুদ্ধেও কোনো অসমীয়াই আঙুলি এটা টোওৱা দেখিবলৈ পোৱা নহ'ল! এনেতে জানিবা ঘোপমৰা ডাৱৰৰ মাজত বিজুলীৰ এছাটি পোহৰৰ দৰে সেই ১৮৩৬তে আমেৰিকাৰ বেপটিষ্ট মিস্যনেৰীৰ অসমলৈ শুভাগমন হয়। তেওঁলোকে যদিও পৰ্বতীয়া জাতিৰ মাজত খ্ৰীষ্টৰ ধৰ্মৰ পোহৰ বিলাবলৈহে অসমলৈ আহিছিল, সেই মানুহবিলাকৰ অত্যাচাৰত পোনতে সেই ঠাইবোৰত সৰহ কাল ঠাৱৰিব নোৱাৰি সমতললৈ তেওঁলোক নামি আহিবলৈ বাধ্য হ'ল। ইয়ালৈ আহি যেতিয়া দেখা পালে অসমীয়া মানুহে দিনেকীয়া জীৱনত এটা ভাষা কয় আৰু শিক্ষা আৰু বিচাৰত আন এটা ভাষা চলায় তেওঁলোক বিচুৰ্ত্তি হ'ল, আৰু এই বৈষম্য দূৰ কৰি বঙলা

গুচাই আকৌ তাৰ ঠাইত অসমীযাক পুনৰ অভিযেক কৰিবলৈ তেওঁলোকে শাসকসকলক জনালে। সদ্যহতে তাৰ ফল নধৰিল যদিও অসমীযা ভাষাৰ স্বতন্ত্ৰতা প্ৰমাণ কৰিবলৈ তেওঁলোক উঠি-পৰি লাগিল আৰু তাৰ সুফল স্বৰূপে কেৰী আদি শ্ৰীৰামপুৰৰ পাদ্ৰীসকলে বঙলা ভাষা পতাৰ দৰে এওঁলোকেই বৰ্ত্তমান অসমীযা সাহিত্যৰ ভেটি সুদৃঢ়ৰূপে থাপনা কৰিলে।

(খ) **আত্মবিশ্বাসহীনতা ঃ** এই যুগৰ পাতনিত অসমীযা জাতি মৰি শালিৰ পৰা অহা মানুহৰ দৰে আনন্দ-বিহীন আৰু উৎসাহ-শূন্য। মান ৰজাই কেতিযাও অসম নিযমিতভাৱে অধিকাৰ কৰা নাছিল অথচ যেতিযা যাণ্ডাবু সন্ধিমতে ইংৰাজে অসম অধিকাৰ কৰি বহিল অসমীযাই তাক দেখিও নেদেখিলে ° তাৰ বিৰুদ্ধে মাত এষাৰ মতা যে দূৰৰ কথাই। মাতৃভাষাৰ বিষযেও সেই একেটি সাধুৱেই ইংৰাজ শাসনৰ বিৰুদ্ধে অকলশৰীযাকৈ হলেও গুজৰি-গুমৰি থকা মণিৰাম দেৱানৰ (১৮০৬-৫৮) দৰে বঙলা ভাষাৰ শাসনৰ বিৰুদ্ধে পাদ্ৰীসকলৰ লগত পোনতে যোগ দিওঁতা একমাত্ৰ অসমীযা আনন্দৰাম ঢেকিযাল ফুকন (১৮২৯-৫৮)। কিন্তু এটি কুলি চৰাইৰ মাততে যেনেকৈ বসন্ত কাল নাহে, সেইদৰে জাগ্ৰত এই দুজন-এজন অসমীযাই সেই কালৰ সৰ্বসাধাৰণৰ আত্মবিস্মৃতিৰ কথাহে সুপ্ৰমাণিত কৰে স্বৰূপতে অসমীযা জাতিৰ সেই জডতা ভাগিবলৈ আধা শতিকাৰ ওপৰ কাল লাগিছিল নিশ্চয কিন্তু সেই জডতাৰ মোহ আজিও অবশ্যে একেবাৰে আঁতৰিছে বুলিব নোৱাৰি। মানৰ আক্ৰমণৰ বিভীষিকাৰ দৰে বঙ্গ-ভাষাতঙ্কযো ভূতৰ ভযৰ নিচিনাকৈ অসমীযাৰ মনত এতিযালৈকে আধিপত্য কৰিছিল তাৰ পৰিণাম ৰূপে 'দিন-ভিক্ষা প্ৰাণ-ৰক্ষা'ৰ বাহিৰে অসমীযাই এই যুগত বিশেষ মহৎ কাম একো সাধিব পৰা নাই। বুৰঞ্জীয়ে ঢুকি পোৱা আৰু নোপোৱা কালৰে পৰা বল-বীৰ্য্যত অসমীযা চিৰকাল কেনে অতুলনীয আছিল পুৰাণ-প্ৰসিদ্ধ নৰকাসুৰ-ভগদত্তৰ কাহিনী এৰিও বুৰঞ্জীপ্ৰখ্যাত ভাস্কৰ বৰ্ম্মা (৫৯৪-৬৫০) হৰ্ষবৰ্মা (৭০০-৭৫০) হৰ্জৰ বৰ্মা(৮০০-৮৫০) ব্ৰহ্মপাল (৯৫০-১০০০) দুৰ্লভনাৰাযণ (১১৫০-১২০০) নীলধ্বজ (১২০৪-৫৬), ৰত্নধ্বজ (১২২০-৫০) নীলাম্বৰ (১৪৫৫-৯৮), নীতিপাল (১৫২০-৫০?) নৰনাৰাযণ (১৫৪০-৮৪) আৰু ৰুদ্ৰসিংহৰ (১৬৯৫-১৭১৪) নিচিনা চিৰস্বাধীন অসমৰ চক্ৰবৰ্ত্তী ৰজাসকল চিলাৰায়-লাচিতৰ নিচিনা বীৰ, শঙ্কৰদেৱৰ (১৪৪৯-১৫৬৮) নিচিনা অভ্ৰভেদী ব্যক্তিত্বৰ কথা তেতিযা অসমীয়াই

সচা বুলি ভাবিব নোৱৰা হৈছিল আৰু আজিলৈকে এইসকলৰ মহত্ত্ব সম্পূর্ণভাৱে উপলব্ধি কৰিব পাৰিছে বুলি কব নোৱাৰি। আৰু নিজৰ ছাঁটোকে দেখি যেন অসমীযাই নিজেই চক খাই উঠিছিল আৰু এতিয়ালৈকে সেই স্বভাব একেবাৰে দূৰ হৈছে বুলি কবলৈ টান। মুঠতে অসমীযাৰ মনলৈ সম্পূর্ণ আত্মবিশ্বাস নাহে মানে এই নতুন স্বাধীনতাৰ কালতো অসমীয়াই নিজ উজ্জ্বল অতীতৰ সম্পূর্ণ উত্তৰাধিকাৰী বুলি চিনাকি দিব পৰা কঠিন, ক'বলৈ দুখ লগা নিষ্ঠুৰ সত্য হলেও ইযাক কবই লাগিব।

(গ) সাহিত্যিক জাগৰণ। অসমৰ বৈষ্ণৱ সাহিত্যৰ অভ্যুত্থান অকল অসম বা ভাৰততে নহয পৃথিবীৰ যেই সেই দেশৰ সাহিত্যৰ লেখৰ জাগৰণৰ লগত ফেৰ মাৰিব পৰা কথা যে ই ধ্রুব সত্য তাৰ পাছত অসমীযা সাহিত্যৰ জাগৰণ কিয প্রকৃত প্রাণ স্পন্দন কিবা আছে নে নাই, ই মত-সাপেক্ষ। উত্তৰ-বৈষ্ণৱ যুগত ৰাজনীতি আৰু সমাজ-নীতি ক্ষেত্রত হোৱা মায়ামৰা আন্দোলনৰ দৰেই সাহিত্য-ক্ষেত্রত হোৱা অসমীয়া গদ্যৰ অভ্যুত্থান অৱশ্যে সেই একে বৈষ্ণৱ জাগৰণৰ প্রমাণ যে সন্দেহ নাই। ইংৰাজ আমোলত অসমীয়া সাহিত্যৰ সেই পুৰণি যোগ-সূত্র ছিগিল নিশ্চয নতুনক সংলগ্ন কৰাত এই সাহিত্য কিমান আগ-বাঢিছে সিযেই বৰ্ত্তমান বিচাৰৰ বিষয়। পৰ্বতৰ লগত টিলাৰ তুলনাৰ দৰে সেই বৈষ্ণৱ সাহিত্যৰ জোৱাৰৰ লগত 'অৰুণোদই আৰু জোনাকী'ৰ লগত উঠা সামান্য দুটি ঢৌৰ কথাই মাত্র এই যুগত নাম কব পৰা ঘটনা আৰু দুইটাই (প্রকৃততে এটাহে) বঙলা ভাষাৰ আক্রমণৰ প্রতিক্রিয়া মাত্র আৰু সেই-ৰূপেই সীমাবদ্ধ। এখন আত্ম-চৈতন্যশীল সমাজ আৰু এটা উঠন-মুখী জাতি নহলে যদিও উন্নত সাহিত্য হব নোৱাৰে সাহিত্যয়ো সেইদৰেই সহায় নিদিলে তেনে সমাজ আৰু জাতিৰ জাগৰণ আকস্মিক বা অভাৱনীয়ৰূপে আহিবলৈ আশা কৰা বিডম্বনা মাত্র। অসমীযা জাতি আৰু অসমীয়া সাহিত্যৰ মাজত সেই "হিছাপ-নিকাছৰ সময কেতিয়াবাই আহিল, দুখৰ কথা, কোনেও তালৈ কাণ দিযা নাই। ঢেকিয়াল ফুকন, গুণাভিৰাম, হেমচন্দ্র, কমলাকান্ত লক্ষ্মীনাথ আদি কেইবাজনেও বাৰে বাৰে নিজ ৰচনাৰ ভিতৰেদি এই প্রসঙ্গৰ উত্থাপন কৰি গৈছে তাক সমর্থন কৰিবলৈ কেও ওলোৱা নাই। কব পাৰি, অসমীয়া ভাষাত বৰ্ত্তমান বহুত বুজনকৈ আৰু ধুনীয়াকৈ কিতাপ ওলাইছে, তাৰ বাবে যদি এই ভাষা গৰ্ভৱতী হৈছে বোলা হয়, তেন্তে কব লাগিব ই ভুৱা

গৰ্ভধাৰণ। সাহিত্যনামা গৰ্ভস্থ সন্তানৰ নাড়িৰ লগত যদি সমাজৰূপা মাতৃ-নাড়িৰ সম্পৰ্ক নাই, ই প্ৰকৃত গৰ্ভধাৰণ হ'ব নোৱাৰে, একে প্ৰাণ-স্পন্দনত সাহিত্য আৰু সমাজ স্পন্দিত নহলে জাতীয় সাহিত্যৰ জন্মৰ আশা বাতুলতা মাত্ৰ। উভয়ৰ মাজত এই যোগ-সূত্ৰৰ স্থাপনেই বৰ্ত্তমান অসমীয়া সাহিত্যৰ অবিলম্বে কৰিব লগা কাম, প্ৰকৃততে প্ৰবল জাতীয় ভাব এটি তাৰ বাবে অতি আৱশ্যকীয়। বৈষ্ণৱ সাহিত্যই যোৱা পাঁচ শত বছৰে যেনেকৈ অসমীয়াৰ প্ৰাণত ধ্বনিত-প্ৰতিধ্বনিত হৈ আছে, বৰ্ত্তমান অসমীযা সাহিত্যও কাঠ-ফুলাৰ দৰে নহৈ তেনে হ'ব লাগিব আজিও অসমীযা মানুহৰ দৰে অসমীযা সাহিত্য আছে, কিন্তু সেয়ে নহয়ঃ দুযো জীযাই থাকিব লাগিব।

১। খৃষ্টীয় অসমীয়া সাহিত্যৰ থাপনা— ইংলণ্ডৰ সিংহাসনত চতুৰ্থ বিলিয়ম্ আৰু আমেৰিকাৰ যুক্তৰাষ্ট্ৰৰ অধিনাযকত্বত এণ্ড্ৰুজেকছন্ থকা কালত ইষ্ট ইণ্ডিয়া গৱৰ্ণমেণ্টৰ ছেক্ৰেটৰী ছি, ই (পাছত চাৰ্লছ) ট্ৰেভেলিযানৰ যোগে অসমৰ কমিস্যনাৰ জেনেৰেল মেজৰ জেনকিন্সে কলিকতাৰ পাদ্ৰীসকলক উত্তৰ-পূব সীমান্ত প্ৰদেশত ঘাইকৈ শ্যান্ আৰু খামতি জাতিৰ কাৰণে এটি মিস্যন্ স্থাপিত কৰিবলৈ দিহা দিযে। এই পাদ্ৰীসকলে আকৌ ব্ৰহ্ম দেশৰ লগত অসমক সংলগ্ন কৰি খৃষ্ট ধৰ্ম প্ৰচাৰৰ বাবে এডোখৰ আহল-বহল ঠাই উলিযাবৰ ইঙ্গিতেৰে তেতিয়া ব্ৰহ্মদেশত থকা আমেৰিকাৰ বেপটিষ্ট মিস্যন বিদেশী সমাজলৈ সেই নিৰ্দ্দেশ পঠিয়ায। পছিম ফালৰ পৰা চীন দেশ সোমাবলৈ আৰু তিব্বতলৈ আহিবলৈ অসম দেশ অতি সুবিধাৰ ঠাই হ'ব বুলিযে আমেৰিকাৰ বেপটিষ্ট মিস্যন বিদেশী সমাজে এই ছেগ সাৱটি লোৱা যুগুত ভাবিলে।

এই অনুসাৰেই ১৮৩৫ৰ ২০ নৱেম্বৰত ৰেভাৰেণ্ড নেথন ব্ৰাউন আৰু অলিবৰ টি কটৰ নিজ নিজ লৰা তিৰুতা আৰু এটি আখৰ-ছেপা কল লগত লৈ কলিকতাৰ পৰা যাত্ৰা কৰে। অসমত ভাপনাও, ভাপগাড়ী মানুহ কাঢ়িওৱা বাহন স্বৰূপে তেতিয়া নালাগে তাৰো ভালেমান দিনৰ পাছলৈকে চলা নাছিল, দেশী নাৱেৰে ৮০০ মাইল উজাই আহি ১৮৩৬ৰ ২৩ মাৰ্চত তেওঁলোক সদিয়া পায়হি, আহোঁতে অকল গুৱালপাৰাতহে এওঁলোকক লগ ধৰিবলৈ মেজৰ জেনকিন্সে এজন শ্যান্ শিক্ষক পঠাইছিল। সদিয়া পায়ে এওঁলোকে স্কুলা আৰু প্ৰচাৰ কাম আৰম্ভ কৰে, আৰু আঢ়ৈ মাহৰ মূৰতে ৭ জুনত ব্ৰাউনৰ মেমে লৰাৰ আৰু কটৰৰ মেমে ছোৱালীৰ পঢ়াশালি দুটি পাতে। এওঁলোকৰ পিছত

১৮৩৬ৰ ১৮ অক্টবৰত ডক্টৰ মাইল্‌ছ্ ব্ৰন্সন আৰু ৰেভাৰেণ্ড জেকব থমাছ্ দুয়ো নিজ পৰিয়াল লৈ সুদূৰ আমেৰিকাৰ বষ্টন নগৰীৰ পৰা অসম অভিমুখে যাত্ৰা কৰে। কলিকতা পাই তেওঁলোকে তাৰ পৰা ১৮৩৭ৰ ২৬ এপ্ৰিলত ব্ৰাউন আৰু কট্‌ৰৰ পথ অনুসৰি সদিয়ালৈ যায়। বাটত দুইটা পৰিয়ালেই অতিকৈ অসুখ ভোগে পিছে সৰাতকৈ ব্ৰন্সনৰে নৰিয়া শকত। ব্ৰন্সনলৈ ঔষধ পাতি আনিবলৈ বুলি এখনি সৰু নাৱত থমাছ্ কোবেৰে উজাই যাওঁতে পাৰৰ গছ এজোপা খহি নাও বুৰি থমাছৰ মৃত্যু হয়। সেইদিনা ১৮৩৭ ৰ ৭ জুলাই ১৫ জুলাইত বাকীখিনি কোনোমতে সদিয়া পায়গৈ।

ব্ৰন্সনে অলপ দিনৰ পাছতে সদিযাৰ পৰা আহি জয়পুৰত চিংফৌৰ মাজত ধৰ্ম-প্ৰচাৰ কাম আৰম্ভ কৰে। ইফালে ১৮৩৯ৰ জানুৱাৰীত খামতিবিলাকে ঘৰ-বাৰী গাঁও-ভূঁই পুৰি ইংৰাজৰ বিৰুদ্ধে ভয়ানক বিদ্ৰোহ আৰম্ভ কৰে। তাৰ ফলত তাত থকা ইংৰাজ বিষয়াজনে খামতিৰ বিহ্‌সনা কাঁড়ৰ হানত প্ৰাণ এৰে আৰু ব্ৰাউনে নিজ পৰিয়ালেৰে কাণে-কাণমাৰিযে প্ৰাণ লৈ পলাই আহে। কট্‌ৰৰ পৰিয়ালে অৱশ্যে ইয়াৰ আগতে স্বাস্থ্যৰ বাবে সেই ঠাই সলনি কৰে। ১৮৪০ ত ব্ৰাউন্ আৰু কট্‌ৰক জয়পুৰত থৈ ব্ৰন্সন নগা পৰ্বতলৈ যায় আৰু নামচাঙত প্ৰচাৰ কাম চলায়। এই বছৰতে আমেৰিকাৰ পৰা ছাইৰছ বাৰ্কাৰ তেওঁৰ মেম আৰু কুমাৰী ৰোডা ব্ৰন্সনে সৈতে জয়পুৰলৈ আহে। কুমাৰী ব্ৰন্সনে ককায়েকৰ লগত প্ৰচাৰ কামত ধৰাৰ পাছতে ধাবাবাৰ ৰোগত ভুগি দুয়ো আকৌ জয়পুৰলৈ আহে আৰু ইয়াতে এই বছৰৰ শেষ ভাগত কুমাৰী ব্ৰন্সন ঢুকায়। ইফালে এতিয়া মানে জয়পুৰৰ মিস্যনেৰীসকলে দেখিলে ভৈয়ামত অসমীয়াৰ মাজত প্ৰচাৰ কাৰ্য্য অধিক সফল হোৱা সম্ভৱ এতেকে ১৮৪১ৰ পৰা এওঁলোক অসমৰ ভৈয়ামৰ উজনি-নামনি জুৰি পৰিল। বাৰ মাহ মান জয়পুৰতে থাকি সেই বছৰৰ মে মাহতে বাৰ্কাৰ শিৱসাগৰলৈ যায় আৰু অলপ দিনৰ পাছতে ব্ৰাউন আৰু কট্‌ৰৰ পৰিয়ালেও এওঁক তাত লগ ধৰেগৈ। এই বছৰৰে অক্টবৰত এইবাৰ জয়পুৰৰ ওচৰত নগাৰ ভিতৰত বিদ্ৰোহৰ সূত্ৰপাত হোৱাত ব্ৰন্সন নগাঁৱলৈ ভটিয়াই গৈ তাত নতুন কুঠি পাতে, আৰু তাতে নিগাজি হৈ লৈ প্ৰচাৰৰ লগে লগে ১৮৪৩ ত এটি পঢ়াশালি আৰু এটি মাউৰাশালি পাতে। ১৮৪৩ ত বাৰ্কাৰে শিৱসাগৰ এৰে আৰু তেজপুৰত অলপ দিন থাকি শেষত গুৱাহাটীত থিতাপি লয়গৈ। এনেকৈ গুৱাহাটী মিস্যন

পাতে আমেৰিকালৈ উলটি যাওঁতে জাহাজতে ১৮৫০ ৰ ৩১ জানুৱাৰীত মুঠেই ৪২ বছৰ ১০ মাহ ৪ দিন বয়সত এওঁ ঢুকায়। এওঁৰ পাছত ডক্টৰ ব্ৰন্সন গুৱাহাটীলৈ যায়।

যীশুৰ ত্যাগ আৰু বিশ্বপ্ৰেমৰ মহান আদৰ্শ বুকত বান্ধি সুদূৰ আমেৰিকাৰ বষ্টন নগৰীৰ মাতৃভূমি এৰি অহা এই মহানুভৱ মিস্যনেৰীসকলৰ বহুমুখী প্ৰতিভা আৰু উদ্যমৰ বিকাশ দেখুৱাবলৈ শেষত এইদৰেই এটি নতুন ছেগ মিলিল। শেন চকুৰা এই পাদ্ৰীসকলে ততালিকে এই সুযোগ দেখা পালে কিয়নো যেই সেই শিক্ষা বা ধৰ্ম প্ৰচাৰৰ বাবে মাতৃভাষাৰ সিংহ-দুৱাৰেদি সোমাবই লাগিব আৰু অসমৰ এই সিংহ-দুৱাৰ জপোৱা বাবে তাক মেলি লোৱাকেই তেওঁলোকৰ প্ৰথম কৰ্ত্তব্য বুলি অনুভৱ কৰিলে। অসম নামে এখন ঐতিহ্যপূৰ্ণ দেশ আছে আৰু অসমীয়া নামেৰে এটা পুৰণি সংস্কৃতি-সভ্যতাৰে সমৃদ্ধিশালী জাতি আছে, কিন্তু তেওঁলোকৰ এটা লেখৰ ভাষা নাই, ৰজাঘৰীয়া এই আকোৱালি নোপোৱা ভুলটো দেখিবলৈ এওঁলোকৰ সৰহ চিন্তা-গৱেষণাৰ প্ৰয়োজন নহ'ল। কিন্তু বিদেশী আমোলৰ লগে লগে অসমলৈ ভাত-কাপোৰ বিচাৰি অহা কেলেহুৱা কিছুমানৰ কথাতে যি ইংৰাজ শাসকবিলাকে পতিত-পাৱনী অসমীয়া ভাষাক বঙলাৰ চহা ৰূপ বুলি বিনা বিচাৰে ততালিকে সিংহাসন-চ্যুত কৰিছিল তেওঁলোকক এতিয়া চকুত আঙুলি দি বুজাই দিব লগা হ'ল যে অসমীয়া এটা স্বতন্ত্ৰ ভাষা। এই প্ৰসঙ্গত এওঁলোকে লিখে—'অসমীয়া আৰু বঙলা উভয় ভাষাতে চলা ইমানবোৰ উমৈহতীয়া শব্দ দেখি আৰু একে মাক সংস্কৃতৰ পৰা দুই ভাষা (জীয়ৰীৰ) এনে মিল যে হবই তাক তৰ্কিব নোৱাৰি থলুৱা উপভাষাৰে বুজিব নোৱৰাকৈ খেলি-মেলি হোৱা বঙলা ভাষাৰ চহা ৰূপেই অসমীয়া ভাষা বুলি হুতাই-তাইকৈ থিৰাং কৰা হৈছে। অসমীয়া ভাষা বঙলাৰ পৰা ওলাইছে বোলাটোৱেই একেবাৰে খাপ নোখোৱা কথা কিয়নো মুছলমান মাৰণৰ আগত অসমলৈ কেতিয়াও বঙালী অহা নাছিল কিন্তু তাৰ আগতেই অসমীয়া ভাষা নিজ স্থানত সুপ্ৰতিষ্ঠিত আছিল। সৌন্দৰ্য্য আৰু কোমলতা গুণত অসমীয়া বঙলাৰ বহুত ওপৰত।

আওপাকে হলেও কিন্তু এই প্ৰতিকূল অৱস্থাই অসমীয়াৰ নিশ্চয় উপকাৰহে কৰিলে কিয়নো অসমীয়া ভাষাৰ স্বতন্ত্ৰতা প্ৰমাণ কৰিবৰ বাবে নোহোৱা হ'লে এই পাদ্ৰীসকলে বৰ্ত্তমান অসমীয়া সাহিত্যৰ ভেটি এনে শকতকৈ বান্ধিবলৈ

নোলালহেতেন। স্বৰূপতে ইয়াৰ তিনি কুৰি বছৰ মানৰ আগতে শ্ৰীৰামপুৰৰ পাদ্ৰীসকলে এইদৰেই বৰ্ত্তমান বঙলা সাহিত্য পাতিছিল ১৭৮৫ ত ইষ্ট ইণ্ডিয়া কম্পেনীয়ে পতাটোৱেই দ্বিতীয বঙলা চেপা কল। ১৭৮৮ত প্ৰাছী হলহেডে এখন বঙলা ব্যকৰণ লিখে। ১৮০১ত কেৰীৰ 'কথোপকথন ৰামৰাম বসুৰ 'ৰাজা প্ৰতাপাদিত্য চৰিত্ৰ আৰু গোলোকনাথ শৰ্মাৰ 'হিতোপদেশ ১৮০২ত মৃত্যুঞ্জয় বিদ্যালঙ্কাৰৰ 'বত্ৰিশ সিংহাসন ১৮০৩ত ডক্টৰ গিল্ ক্ৰাইষ্টৰ নিৰ্দেশত তাৰিণীচৰণ মিত্ৰই লিখা আৰু ৰমান আখৰত ছপোৱা ঈছপৰ উপকথা ১৮০৮ত ৰাজাবলী ১৮১২ত কেৰীৰ ইতিহাস-মালা ১৮১৫ ত হৰপ্ৰসাদ ৰায়ৰ পুৰুষ-পৰীক্ষা আৰু ৰামমোহন ৰাযৰ বেদান্ত গ্ৰন্থ ১৮১৬ত গঙ্গাধৰ ভট্টাচাৰ্য্যৰ বেঙ্গলী গেজেট আৰু ১৮১৮ত শ্ৰীৰামপুৰ পাদ্ৰীসকলৰ দিগ্‌দৰ্শন কৌমুদী আৰু গস্পেল্ ম্যাগাজিন ১৮২১ ত ৰামমোহন ৰাযৰ ব্ৰাহ্ম আলোচনী আৰু ১৮৩৩ত হিতোপদেশ প্ৰবোধ চন্দ্ৰিকা বঙলাত ওলায। এতেকে স্বৰূপতে ৰমেশচন্দ্ৰ দত্তৰ মতেৰে ৰামমোহন ৰাযক বঙলা গদ্যৰ পিতাক বুলিলে সুকুমাৰ সেনৰ মতে কেৰীক বঙলা গদ্যৰ এজন ঘাই প্ৰবৰ্ত্তক বুলিবই লাগিব। এই শ্ৰীৰামপুৰৰ মিস্যনেৰীসকলেই বঙলা ভাষাৰ উপৰিও অসমীয়া ভাষাৰ ওপৰত চকু দিছিল আৰু ১৮১১ত নগাঁৱৰ কলীযাবৰৰ আত্মাৰাম শৰ্মাক শ্ৰীৰামপুৰলৈ নি তেওঁৰ হতুৱা গোটেই বাইবোল্ গ্ৰন্থ অসমীযালৈ ভঙাই ১৮১৩ত প্ৰকাশ কৰায আৰু ই গুৱাহাটীৰ মিস্যনত সংৰক্ষিত আছে বুলি কয়। ইযাৰ দ্বিতীয় তাঙৰণৰ কাল ১৮৩৩ কিন্তু ইযাত এই বিষযৰ কোনো উল্লেখ নাই। এইখনৰ বাহিৰেও ইংৰাজীত শ্ৰীৰামপুৰ মিস্যনে অসমীয়া ভাষাৰ দুই এখন পুথি উলিয়ায় তাৰ ভিতৰত ১৮৩৯ ত ওলোৱা বিলিয়ম ৰবিনছনৰ অসমীযা ব্যাকৰণ বিষয়ক পুথিয়েই ঘাই।

**ডক্টৰ নেথন ব্ৰাউন** (১৮০৭-৮৬) অসমীয়া খৃষ্টীয় সাহিত্যিকৰ ত্ৰিমূৰ্ত্তিৰ প্ৰথম। ১৮০৭ ৰ ২২ জুনত আমেৰিকাৰ যুক্তৰাজ্যৰ কোনো এক নগৰত এওঁ ওপজে ন বছৰ বয়সত এওঁ খৃষ্ট ধৰ্মত শৰণ লয় আৰু কুৰি বছৰত বিলিযমছ কলেজৰ গ্ৰেজুৱেট হয। পোনতে নিজ দেশতে এওঁ কিছুমান দিন শিক্ষকতা কৰে আৰু কোনো এখন কাকত সম্পাদন কৰে। তাৰ পাছত মিস্যনেৰী নিযুক্ত হৈ নিজ লৰা-তিৰুতা লৈ ১৮৩৩ ত এওঁ মান দেশৰ মৌলমেন্ পায়হি। তাত দুবছৰ মাথোন থাকি কট্‌নৰ পৰিয়ালে

সৈতে এটি চেপা-কল সৰ্বহ্ কৰি সদিয়াত বহ্বৈহি। অলপ দিনৰ ভিতৰতে খামতি আৰু অসমীয়া মাত-কথা শিকি তেওঁলোকে নকৈ পতা পঢাশালিৰ বাবে ব্ৰাউনে এই দুই ভাষাতে পঢাশলীয়া পুথি লিখে। তাৰ পাছত তেওঁ বাইবোলখন অসমীয়ালৈ ভঙা কামত ৰাতি-দিন কৰি একাণ-পতীয়াকৈ লাগে। ১৮৩৮ ৰ সেপ্তেম্বৰত এওঁৰ জীয়েক কুমাৰী ছুফিযা ঢুকায কিন্তু সন্তপ্ত পিতৃ-মাতৃয়ে সেই পুথি লিখা ধৰ্মপ্ৰচাৰ কৰা আৰু পঢাশালিত শিকোৱা কামৰ পৰা মুৰ নাদাঙিলে। ১৮৩৯ৰ জানুৱাৰীৰ খামতি বিদ্ৰোহত এওঁলোকে কথমপি প্ৰাণ লৈ জয়পুৰলৈ পলাই সাৰে। এই বছৰৰে মে'ৰ পৰা এওঁলোকে আকৌ জয়পুৰত চেপা কল বহুৱাই অসমীযা শ্যান্ চিংফৌ নগা আদি ভাষাত ৰ'মীয আৰু অসমীযা দুই বিধ হৰফেৰে ছপা কাম চলায। ১৮৪৪ ত কটুৰৰ পৰিযালেৰে লগ লাগি এওঁলোকে তাৰ পৰা শিৱসাগৰলৈ যায, আৰু এয়ে অসমত থকা তেওঁৰ বাকী ছোৱা কালৰ পবিত্ৰ কৰ্মক্ষেত্ৰ হয়। কুৰি বছৰ কঠোৰ প্ৰবাস আৰু পৰিশ্ৰমৰ পাছত ১৮৫৫ ত এওঁ অসম এৰে আৰু পাছৰ পোন্ধৰ বছৰ কাল নিজ জন্মভূমিত কটায়। এওঁ আমেৰিকান্ বেপটিষ্ট কাকতৰ সম্পাদক আছিল আৰু ৰাজনীতিত দাসত্ব প্ৰথাৰ ঘোৰ বিৰুদ্ধবাদী নেতা আছিল। ১৮৭২ ত এওঁ জাপানলৈ যায আৰু য়াকোহামাত থাকি জাপানী ভাষা শিকি ছবছৰৰ ভিতৰত জযে জযে নিউ টেষ্টামেণ্টৰ জাপানী ভাঙনি উলিয়ায়। ১৮৮৬ ৰ ১ জানুৱাৰীত ৭৯ বছৰ বয়সত যাকো-হামাত এওঁ ঢুকায।

অসমীযা সাহিত্যলৈ ব্ৰাউনৰ দান স্বৰূপতে অতুলন। ১৮৩৬ ত অলিবৰ টি কটুৰেৰে এৰেঁই পোনতে অসমত আখৰ-চেপা কল বহুৱায আৰু ইয়াত ভৰি দিযাৰ মুঠেই আঢ়ৈ মাহৰ ভিতৰত শিক্ষা-বিস্তাৰৰ বাবে পঢ়াশালি পাতি জযে জয়ে তাৰ বাবে অসমীয়া পুথি লিখে আৰু নিজে ছপাই উলিয়াব। এৰেঁই পোনতে নিউ টেষ্টামেণ্টখন সম্পূৰ্ণকৈ অসমীয়ালৈ ভাঙি ১৮৪৮ ত ছপাই উলিয়াব, আৰু "আমাৰ ত্ৰাণকৰ্তা প্ৰভু খৃষ্টৰ নতুন নিয়ম" নাম দিয়া এই পুথিখন ১৮৭৩ ৰ ভিতৰত শিৱসাগৰৰ বেপটিষ্ট মিস্যন প্ৰেছত চাৰি বাৰ ছপা হৈ ওলায়। ব্ৰাউনে নিজে ইয়াৰ তিনি সংস্কৰণ উলিয়ায়, চতুৰ্থটি এওঁ অসম এৰাৰ পাছত আৰু পঞ্চমটি ১৮৯৮ ত কলিকতাৰ বেপটিষ্ট মিস্যন প্ৰেছৰ পৰা ওলায়। "মাথি, মাৰ্ক, লুক, যোহন, এই চাৰিখন পুথিৰ

পৰা ক্ৰমেৰে লিখা খৃষ্টৰ বিৱৰণ আৰু সুভ বাৰ্ত্তা" বোলা এওঁৰ আন এখন পুথি এওঁলোকৰ শিৱসাগৰৰ প্ৰেছতে ১৮৫৩ ত প্ৰকাশিত হয়। অসমীয়াত ওলোৱা ৩৩০ টি খৃষ্টৰ স্তুতি-গানৰ ভিতৰত ৬০ টা অকল ব্ৰাউনৰে অনুদিত। ইয়াৰ উপৰিও এওঁ ধৰ্ম বিষয়ক আন ভালেখিনি পুথি লিখি উলিযায়। "দি হ'ল বলফৰ্ড কীন্ নামৰ এখন পুথিত এওঁৰ বিদেশত ধৰ্মপ্ৰচাৰ কৰা অভিজ্ঞতা-খিনি বৰ্ণোৱা আছে আৰু তাত অসমৰ বৰ্ণনা অতি ধুনীয়াকৈ দিয়া আছে। অসমীযা ভাষা আৰু সাহিত্যৰ লগত এওঁৰ পোনপটীয়া সম্পৰ্ক থকা আৰু কেইবাটিও সাহিত্য-কীৰ্ত্তি আছে অসমীয়া পুৰণি পুথি আৰু ঘাইকৈ বুৰঞ্জীবোৰ ধ্বংসৰ মুখৰ পৰা ৰক্ষা কৰিবলৈ বাট-দেখাওঁতাও এৱেঁই। ১৮৪০ ৰ পৰা দহ বছৰৰ ভিতৰত এওঁ দুকুৰিখন তেনে পুথি গোটায়, তাৰ পিছৰ তিনি কুৰি বছৰৰো অধিক কাল এই বিষযৰ কোনো লাগতিয়াল যত্ন কোনো ফালৰ পৰা হোৱা নাছিল। ১৮৪৪ ত প্ৰকাশিত তামুলী ফুকনৰ অসম বুৰঞ্জী ১৮৫০ ত প্ৰকাশিত চুটিযা বুৰঞ্জী আৰু বকুল কাযস্থৰ অসমীয়া পদ গণিতৰ প্ৰকাশ অকল ব্ৰাউনৰ আশাশুধীযা চেষ্টাৰ ফল। ১৮৪৬ ৰ জানুৱাৰীত ব্ৰাউনেই কটুৰেৰে লগ লাগি প্ৰসিদ্ধ "অৰুনোদই কাকত পোনতে উলিযায। ১৮৪৮ ত এৱেঁই অসমীয়া ব্যাকৰণমূলক দ্বিতীয পুথি ইংৰাজীত প্ৰকাশ কৰে। অসমীয়া ভাষাৰ মৌলিকতা সম্পৰ্কে যুক্তি-প্ৰমাণ দি লিখা এই পুথিৰ পাতনিখনি বহুমূলীযা।

এলিজা ব্ৰাউন এওঁৰ দুখ-সুখ আৰু ধৰ্ম-কৰ্মৰ সদায় সহভাগিনী আছিল। কিতাপ লিখা প্ৰচাৰ কৰা আৰু শিক্ষকতা কাৰ্য্য আদি সকলোতে এওঁ নেথনক প্ৰাণপণে সহায কৰিছিল। জীযেক ছুফিয়া ঢুকোৱাৰ পাছতো নেথনৰ কামত ব্যাঘাত হয বুলি ১৮৪০ ৰ ১০ ফ্ৰেব্ৰুৱাৰীত অন্ধ পুত্ৰটিক লৈ এলিজা অকলে ব্ৰহ্মপুত্ৰইদি নাৱেৰে চাৰি মাহৰ বাট কলিকতালৈ ভটিয়াই যায। পুতেকৰ শকত নৰিয়াত স্বাস্থ্যৰ আৰু চিকিৎসাৰ কাৰণে কলিকতালৈ যাওঁতেও, নাৱতে এলিজাই তেওঁৰ "গণনৰ অঙ্ক" নামৰ পুথিখন লিখি শেষ কৰি গুৱাহাটীৰ পৰা নিজ ছপা কলত ছপাবলৈ পঠিয়ায়। শিশু সাহিত্য-ৰূপে প্ৰথম অসমীয়া সাধুৰ কিতাপ এলিজায়ে ১৮৫০ ত প্ৰকাশ কৰে।

ডক্টৰ মাইলছ ব্ৰন্সন্ (১৮১২—৮৩) খ্ৰীষ্টীয় ত্ৰিমূৰ্ত্তিৰ দ্বিতীয়জন। ১৮১২-ত আমেৰিকাৰ নিউয়ৰ্কৰ নৰৱে নামৰ ঠাইত মাইলছ ব্ৰন্সনৰ জন্ম হয়। এওঁ হেমিল্টনত শিক্ষা লভি ২৪ বছৰ বয়সত পাদ্ৰী নিযুক্ত হয়। এওঁবো অসম-

প্ৰবাস নানান দুখৰ সোঁৱৰণেৰে ভৰা হলেও এওঁ একোলৈকে কেৰেপ নকৰি সেই চেঙেৰা ডেকাৰ উদ্যমেৰেই অসমত শেষলৈকে কাম কৰি গল। এই কৰ্মক্ষেত্ৰই এওঁৰ সুহৃদ আৰু সতীৰ্থ থমাছৰ ভনীযেক কুমাৰী ৰোডা আৰু দ্বিতীয়া পত্নীকে আদি কৰি ভালেখিনি আত্মীয়ৰ সমাধি-ভূমি। তথাপি অসমত ভৰি দিয়া দিন ধৰি এদিন এখন্তেকলৈও আলাহ্-দুখ নামানি নেৰানেপেৰাকৈ একুৰি দুবছৰৰ ওপৰ কাল খাটিলে । সদিয়া জয়পুৰ আৰু নামচাঙত এওঁৰ প্ৰথম ছোৱা কাল কটাই ১৮৪১ ৰ অক্টবৰত উজনি অসমৰ পৰা নগা আদিৰ বিদ্ৰোহত খেদা খাই যেতিয়া ব্ৰন্সনে নগাঁৱত কিছু কাললৈ থিতাপি লযগে তেতিয়া পঢ়াপালি ধৰ্ম-প্ৰচাৰ আৰু মাউৰাশালিৰ কামেই তেওঁৰ সকলোখিনি সময় শুহি লয। ১৮৪৮ ত ষ্টডাৰ্ড-দম্পতীয়ে অজৰাই দিযাত স্বাস্থ্য-লাভৰ বাবে ব্ৰন্সন-দম্পতী আমেৰিকালৈ যায আৰু ১৮৫১ৰ মাৰ্চত যুৱলিত পুনৰ কান্ধ পাতে। আগৰ কামৰ উপৰিও এওঁ এতিয়া খ্ৰীষ্টীয অসমীযা সহিত্যৰ বাবে কঠিন পৰিশ্ৰম কৰে আৰু বাইবোল পুথিৰ বহুত কথা আৰু খ্ৰীষ্টীয তুতি-গান একুৰি অসমীযালৈ ভাঙে। বাৰ বছৰৰ কঠোৰ কষ্টৰ পাছত ১৮৬৭ ৰ আগষ্টত এওঁ প্ৰথম অসমীযা ইংৰাজী ছপা অভিধানখনি উলিযায আৰু অসমীয়া জাতিক এই অবদানেৰেই তেওঁ চিৰঋণী কৰে। আকৌ স্বাস্থ্য-লাভৰ বাবে এওঁলোক দ্বিতীয বাৰ আমেৰিকালৈ যায আৰু তাতেই ১৮৬৯ ৰ সেপ্তেম্বৰত এওঁৰ প্ৰথমা পত্নী ঢুকায। সিমানতো জীযেক কুমাৰী মেৰিযাক সাৰথি লৈ ১৮৭১ ত তেওঁ ডেনফৰ্থৰ বিধবা পত্নীক পুনৰ্বিবাহ কৰায আৰু তেৰোঁ ১৮৭৪ত স্বাস্থ্যলাভৰ বাবে ব্ৰহ্মদেশলৈ গৈ তাতে মৃত্যুৰ মুখত পৰে। জীযেক মেৰিযাছ্ মাহী মাকৰ লগত মান দেশলৈ গৈছিল, আৰু তাৰ পৰা নগাঁৱলৈ উলটি আহোঁতে এৰোঁ গুৱালপাৰৰ ওচৰতে হুইজাত পৰি জাহাজতে ঢুকায়। ১৮৭৮ ত এওঁ যেতিয়া শেষ বাৰ অসম এৰে, বিদায দিওঁতাসকলক কৈছিল "যাবলৈ মোৰ সত যোৱা নাই। মোৰ হিয়া ইযাতে থাকি যাব। ইয়াৰ পাঁচ বছৰ পাছত আমেৰিকাৰ মিছিগানৰ ইটন ৰেপিড নামৰ ঠাইত ১৮৮৩ ৰ ১০ নৱেম্বৰত ৭১ বছৰ বয়সত মাইলছ্ ব্ৰন্সনে চিৰশান্তি লাভ কৰে।

ব্ৰন্সনৰ কীৰ্ত্তিস্তম্ভ এই শব্দকোষত ১৪০০০ মান অসমীয়া শব্দ আৰু তাৰ অসমীযা আৰু ইংৰাজী অৰ্থ দিয়া আছে, আন সকলো কথা এৰিও, তেওঁ

যে ইমানখিনি অসমীয়া শব্দ গোটাই সজাই ৰাখিলে ইও সামান্য লাভৰ কথা নহয়। এই অভিধানৰ ইংৰাজী পাতনিতে এওঁ ইয়াৰ লগৰীয়া ইংৰাজী-অসমীয়া শব্দকোষ এখনি লিখাৰ সঙ্কল্প প্ৰকাশ কৰিছিল। হেমচন্দ্ৰ বৰুৱাৰ পঢ়াশলীয়া অভিধান হেমকোষ আদি ওলোৱাৰ আগলৈকে এইখনেই একমাত্ৰ অসমীয়া ছপা শব্দকোষ আছিল। ইংৰাজী পাতনিত এওঁ লিখিছে— 'ইয়াৰ আগতে এই ভাষাৰ কোনো গঢ় নোপোৱাত আৰু যেযে যেনেকৈ পায তেনেকৈ লিখাত আন সকলো প্ৰথম চেষ্টাৰ দৰেই এই চেষ্টাও নিশ্চয অলপ নহয অলপ অসম্পূৰ্ণ হবই। তথাপি বিনা-বিচাৰে এটি শব্দও সৰকি যাবলৈ দিযা হোৱা নাই, আৰু সন্দেহৰ স্থলত আটাইতকৈ জ্ঞান-বয়োবৃদ্ধ লোকক সুধি লোৱা হৈছে। ইযাৰ আখৰ-জোটনিত অসমীযা পণ্ডিত যাদুৰাম বৰুৱাৰ নিযম মানি চলা হৈছে মোৰ বিশ্বাস আনবোৰ নিযমতকৈ এই নিযমেই জন-সাধাৰণৰ উচ্চাৰণ লগত অধিক মিলে। গতিকে এই শব্দকোষ আৰু 'অৰুনোদই কাকতৰ তথা খৃষ্টীয অসমীয়া সাহিত্যৰ আখৰ-জোটনিৰ বাবে এওঁলোকৰ অজ্ঞতাত দোষ পেলাব খোজা সমালোচকসকল অৱশ্য ওপৰ চকুৱা। সেই আখৰ জোটনিৰেই লিখা তেওঁৰ এই অভিধানৰ 'আভাস'টি যেনে যুক্তিপূৰ্ণ তেনে আবেগ উদ্দীপনাময়।—

"সকলো জাতি আৰু মানুহৰ মাজত নিজ মাত্ৰি ভাসা আদৰণিয়। সেযে জিমান কি খিন আৰু অসোভিত নহওক তেওঁ আপোন ভাসা বুলি নেৰে। ৰণ-বিগ্ৰহ, ৰাজ্য ভগা আৰু নতুন ৰাজ্য পতা এনে দুৰ্ঘটনাৰ পৰা বা নানা বিদেসি ভাসা সিকাতে মাত্ৰি ভাসাক গুচাব নোৱাৰে। আমাৰ এই অচম দেসত ইযাৰ প্ৰমাণ দেখা গৈচে। পূৰ্বে আহোম ৰজাসকলে এই দেস জই কৰি স স বচৰ ভোগ কৰিলে। তেওঁবিলাকৰ ভাসা খামতি জাতিৰ সমন্ধিয় এক ভাসা আচিল। কিন্তু এনে অতি আচৰিত জে ৰজা-সকলৰ ভাসাই অসমীয়া ভাসাৰ একো হানি নকৰি এতিয়া প্ৰাই সেই ভাসা আপুনি লোপ হল। এইদৰে মান আৰু মচলমানৰ সৈন্য বাৰে বাৰে এই দেসত ৰণ কৰি দেসৰ বহু উতপাত কৰিলে তথাপি ভাসাৰ একো লৰ নহল। আৰু বৰ্ত্তমান কালত এই দেশ ইংলণ্ডৰসকলৰ অধিন হোৱাত তেওঁবিলাকে অচমিয়া ভাসাৰ প্ৰতি বিসেস সহায় নহই বঙ্গালি ভাসাক নিজ মাত্ৰি ভাসা বুলি গৰ্ৱণমেণ্টৰ সকলো কৰম আৰু স্কুল আদিতো বেৱহাৰ কৰে। তাতে আমাৰ অচমিয়া

মানুহৰ এভাগে জিবিকাৰ উপাইৰ নিমিতে বহু শ্ৰমেৰে বিদেসি ভাসা সিকে আৰু কিচু বঙ্গালি কথা লিখিব বুজিব পাৰিলে কাচাৰিলৈ গৈ তাত বঙ্গালি অচমিযা দুয়োকো মিহলাই আৰজি আদি লিখি জিবিকাৰ উলিয়াই। কাচাৰি ঘৰত দিনৰ দিনটো হিন্দুস্থানি বঙ্গালি আৰু কেতিয়াবা কিচু অচমিযা কথাও মিহলাই কাম-কাজ কৰে কিন্তু আপোন ঘৰ পৰিআল পোআ মাত্ৰে সুধ ৰূপে নিজ মাত্ৰি ভাসাৰে আলাপ কৰে। এইদৰে প্ৰাই ৩০ বছৰ গল কিন্তু অচমিযা ভাসা ব্ৰহ্মপুত্ৰ নদিৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত একেদৰে চলি আছে আৰু আগলৈকো চলিব।।

**নিধি লেৱি ফাৰৱেল** খৃষ্টীয অসমীয়া সাহিত্যৰ ত্ৰিমূৰ্ত্তিৰ তৃতীযটি। ব্ৰাউন আৰু কটুৰৰ মেমে তেওঁলোকৰ সদিযাৰ পঢ়াশালিৰ বাবে গোটোৱা লৰাবোৰৰ ভিতৰত নিধি নামে চোকা-বুধীযা সৰু লৰা এটি পাইছিল ছপাশালৰ উমেদাৰ ৰূপে তেওঁলোক জযপুৰলৈ লৈ আহে। তেতিযা নিধিৰ বযস চৌধ বছৰ খৃষ্ট ধৰ্ম গ্ৰহণ কৰিবৰ ইচ্ছা প্ৰকাশ কৰাত বিচক্ষণ বুদ্ধি আৰু অধ্যযনশীল স্বভাৱৰ এই লৰাটিক ১৮৪১ ৰ ১৩ জুনত ব্ৰন্সনে জযপুৰত শৰণ দিয়ে। এই আদি অৱস্থাত খৃষ্ট-ধৰ্মৰ ন-শৰণীয়া একোজনক আমেৰিকাৰ একোজন ধনীযে একোটা বৃত্তি দিয়ে, আৰু তাৰ বাবে পৃষ্ঠপোষকৰ উপাধিযেই শৰণীযাজনৰ নতুন উপাধি হয নিধিয়ে এইদৰেই লেৱি ফাৰৱেল উপাধি পালে। এওঁ বোলে আদিতে তেজপুৰ মহকুমাৰ কলংপুৰ মৌজাৰ সুতাৰ গাঁৱৰ কেওট কুলীয়া লৰা আছিল। ১৮৪৪ ৰ দিশেম্বৰত শিৱসাগৰত ব্ৰাউনে এওঁৰ পত্নীক শৰণ দিয়ে। গদ্য-পদ্য উভয় ৰচনাতে নিধিৰ হাত আছিল "অৰুনোদই"ত এওঁৰ বিনই বচন চৰগৰ বিৱৰণ নৰকৰ বিৱৰণ প্ৰভু যিচু খৃষ্টৰ অৱতাৰ, নিস্তাৰৰ উপাই আদি পদ্য আৰু হিন্দুস্থানৰ বুৰঞ্জী আদি গদ্য ৰচনা আৰু কিছুমান চিঠি ওলায়। এই চিঠিবোৰৰ এখনত এওঁ ভালেমান দিনৰ মূৰত দেখা নিজ গাঁৱৰ কথা বৰ্ণাইছে। ইয়াৰ উপৰিও "কলি বেহেকন্দাৰ সাধু" আদি কেইখানো সৰু সৰু পুথি এওঁ উলিয়ায়, আৰু এওঁৰ ভাৰতীয দণ্ডবিধি আইন পুথি ১৮৬৫ ত শিৱসাগৰ মিস্যন প্ৰেছৰ পৰা ছাপা হৈ ওলায়। মুঠতে "অৰুনোদই"ৰ বাহিৰেও ব্ৰাউনৰ বাইবোল ভাঙনি, আৰু ব্ৰন্সনৰ শব্দকোষ আদি খৃষ্টীয় অসমীয়া সাহিত্যৰ প্ৰায় ভাগতে নিধিৰ হাত আছিল। হেমচন্দ্ৰ বৰুৱাৰ আত্মজীৱনীত আছে— "মই তাৰ (অৰুনোদইৰ)

বৰ্ণবিন্যাস সংশোধনৰ নিমিত্তে যত্ন কৰিবলৈ ধৰিলো। মোৰ এই চেষ্টাত নিধি লেৱি ফাৰৱেল নামেৰে এটা দেশী খৃষ্টিয়ানৰ পৰা বৰ বাধা পাইছিলো। সি তাৰ গুৰু ব্ৰাউন চাহাবৰ বৰ্ণবিন্যাসৰ প্ৰণালীৰ এক আঙ্গুলো লৰচৰ হোৱাক মহা পাপ যেন ভাবিছিল। তাৰ কথাত নিধিয়ে জনচেৰেক ডাঙ্গৰীয়াৰো মত লৈছিল।" এনে উল্লেখত নিধিৰ প্ৰতি ন্যায় আচৰণ কৰা হৈছে বুলিব নোৱাৰি। এওৰ 'বিনই বচন'ৰ নিচিনা ৰচনাত যিশু খৃষ্ট আদিৰ ঠাইত বিষ্ণু কৃষ্ণ আদি শব্দ বহুৱালে ই বৈষ্ণৱ ধৰ্মৰ কবিতাৰ দৰে হৈ পৰিব—

"শুনা সৰ্বজন বিনই বচন ৰিদয়ে দিওক বাস।
পাপ তৰিবৰ যিচু পদ সাৰ নাহি অন্য আৰ আশ॥
তেৱেঁ দয়াতুৰ আপুনি ইস্বৰ পূৰ্ণ ব্ৰহ্ম সনাতন।
যিচু বিনে আৰ সকলো অসাৰ ভাবি দেখা সৰ্বজন॥
জেন ব্ৰিখ্য ডালে পখি গৈ সকলে দণ্ড কি দুদণ্ড থাকে।
সেই ৰূপে জান দেহত জিৱন নিচয়ে বোলা সবাকে॥
দিপ্তিতে সঘন কৰিলে গমন অপমান নাহি হৱ।
অন্ধকাৰে ভাই চলিলে সদাই পথতে উজুটি খাব॥
এই হেতু সুন মোৰ নিবেদন খ্ৰীষ্টত কৰা আশ্ৰই।
যিচু বিনে আৰ নাহিকে উধাৰ জানিবা নিচয়ে ভাই॥"

এই তিনিজনৰ বাহিৰেও খৃষ্টীয় অসমীয়া সাহিত্যত বৰঙণি যোগাওঁতাৰ লেখ এলা-পেচা নহয়। ১৮৪০ ত শিৱসাগৰত প্ৰথমে এই মিস্যনেৰীসকলৰ প্ৰেছ স্থাপিত হয়, আৰু তাৰ পৰাই ১৮৪৪ ত কাশীনাথ তামূলী ফুকন আৰু ৰাধানাথ বৰবৰুৱাৰ অসম বুৰঞ্জী আৰু ১৮৪৬ ৰ জানুৱাৰীত ভোগালী বিহুৰ পাছতে "অৰুনোদই" ওলাবলৈ ধৰে। ইয়াৰ প্ৰথম সম্পাদক ওলিবৰ টি কাটৰ, ইলষ্ট্ৰেটেড্ লণ্ডন্ নিউজ কাকতৰ চিত্ৰৰ পৰা অসমীয়া খনিকৰৰ হতুৱা ব্লক কটাই এই কাকত সচিত্ৰ কৰা হৈছিল। ধৰ্ম, সাহিত্য, বুৰঞ্জী, বিজ্ঞান, দেশ-বিদেশৰ বাতৰি আদিয়ে ইয়াত ঠাই পাইছিল, আৰু ইয়াৰ ভাষা বুৰঞ্জী গদ্যৰ দৰেই সহজ, সৰল আৰু সৰ্বসাধাৰণ অসমীয়াৰ কথা-বাৰ্ত্তাৰ গঢ়ত লিখা আছিল বাবে ই অতি সৰবৰহী হৈ উঠিছিল। ১৮৬৭-৬৮ ত এই কাকতৰ গ্ৰাহকৰ লেখ সাত শৰ ওচৰা-উচৰি হৈছিল, স্বৰূপতে ইয়াৰ ৫০/৬০ বছৰৰ পাছলৈকো

অসমীয়া আলোচনী আৰু বাতৰি কাকতৰ বাবে এনে গ্ৰাহক-সংখ্যা আকাঙ্ক্ষাৰ কথা আছিল। ইয়াত প্ৰকাশিত অসংখ্য বহুমূলীয়া প্ৰবন্ধৰ ভিতৰত চুটিয়া বুৰঞ্জী, আহোম বুৰঞ্জী আৰু দেশ-বিদেশৰ বুৰঞ্জী কেখনমান, আৰু লেখকসকলৰ ভিতৰত ঢেকিয়াল, ফুকন, হেমচন্দ্ৰ বৰুৱা আদি কেজনমান চিৰস্মৰণীয়। ৩৬ বছৰ কাল মহা পয়োভৰেৰে চলি ১৮৮২ মানত এই কাকত ওলাবলৈ এৰে, ইয়াৰ ভিতৰতে ব্ৰাউন, ডেনফৰ্থ, হুইটিং প্ৰভৃতি কেইবাজনো সম্পাদকৰ সলনি হয়।

আমেৰিকাৰ বেপটিষ্ট মিস্যনৰ প্ৰকাশিত অন্যান্য পুথিৰ ভিতৰত (ক) পঢ়ালীয়া পাঠ্য — বাৰে-মতৰা, প্ৰথম কিতাপ, সাধু কথা, প্ৰথম গণনা, দুতিয় গণনা, পদাৰ্থ বিদ্যা, (খ) বিবিধ — ফুলমনি আৰু কৰুণা, মাক-জীয়েক, হেনৰী আৰু তেওঁৰ লগুৱা, জাত্ৰিকৰ জাত্ৰা, অপৰিমিতাচাৰৰ পৰিণাম, জোচেফৰ কাহিনী, আমেৰিকা আবিষ্কাৰ, বৰ্ণবিচাৰ, (গ) ধৰ্মপুথি — আমাৰ ত্ৰাণকৰ্ত্তা যিচু খৃষ্টৰ নতুন নিয়ম, খৃষ্টৰ বিৱৰণ আৰু সুভ বাৰ্ত্তা, ডেভিডৰ গীত, নিস্তাৰৰ উপায়, কথোপকথন প্ৰথম আৰু দুতিয়, সৃষ্টি আৰু সংহাৰ প্ৰলয়, অসমীয়ালৈ ধৰ্ম সম্ভাষণ, পৱিত্ৰ অৱতাৰ, মুচলমান সকললৈ চিঠি, মুক্তিৰ বাট, পণ্ডিত আৰু ধৰ্মপ্ৰচাৰক, জাত্ৰিকৰ ভ্ৰমণ, ভুলৰ প্ৰতিবাদ, স্তুতিগান (২১০টি), ডক্টৰ বাৰ্থৰ, বাইবলৰ সাধু, (ঘ) শিশু পাঠ্য — শুৱনী সাজ, আফ্ৰিকাৰ কোঁৱৰ, বুঢ়া চল, যুদ্ধনায়ক, ৰামগতিৰ কাহিনী, ৰেবিৰ কাহিনী, ধাৰ্মিক চহা, বেজৰ কাহিনী, সক কালৰ ধৰ্ম, মাউৰী ছোৱালী, ঈগলৰ বাহ। ইয়াৰ বাহিৰে ১৮৪০ ত কট্টৰৰ মেমে উলিওৱা ২৫৬ পিঠীয়া অসমীয়া শব্দাৱলী আৰু খণ্ডবাক্য, ৰবিচন্দ্ৰ ডেকা বৰুৱাৰ অসম দণ্ডবিধি আইন, ১৮৪৫ ত ব্ৰাউনে উলিওৱা বকুল কায়স্থৰ পদগণিত আৰু লীলাৱতীৰ ভাঙনি, ১৮৪৯ ত মুৰেৰ বিশ্বকোষৰ সহায়ত লিখা অসমীয়া লৰাৰ মিত্ৰৰ ১৭৭ পিঠীয়া ভূগোল-শিক্ষক আৰু ২২২ পিঠীয়া অসমীয়া শিক্ষক, আৰু বিজ্ঞান আদি বিষয়ক সমাচাৰ চন্দ্ৰিকা যন্ত্ৰত ছপোৱা পেটাৰ পাৰ্লিৰ অনুকৰণত লিখা ব্ৰাউনৰ মেমৰ প্ৰথম ভাগ ভূগোল, ১৮৬৪-ত ওলোৱা ব্ৰাৰ্ডৰ মেমৰ ইংৰাজী-অসমীয়া শব্দকোষ, ১৮৭৭ ত বি, এল্ কট্টৰৰ ইংৰাজী-অসমীয়া খণ্ডবাক্য ওলায়। বিলিয়ম্ব্ৰাৰ্ড নিজে কবি আৰু বাইবোলৰ সঙ্গীত-অনুবাদক, গ্ৰীক হিব্ৰু ভাষাৰ পণ্ডিত, আৰু ভালেখিনি পৰিশ্ৰমৰ ফলস্বৰূপে ১৮৯৯ ত তেওঁৰ অল্ড টেষ্টামেণ্টৰ অসমীয়া ভাঙনি ওলায়, এই মিস্যনেই ১৮৫৯ ত হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া

ব্যাকৰণ উলিয়ায়। ইয়াৰ বাহিৰেও ১৮৪৪ ত ৰবিঞ্চনৰ অসমৰ বিৱৰণ, ১৮৯৪ ত লণ্ডনৰ এলেন কম্পেনীয়ে উলিওৱা নিকলৰ অসমীয়াৰ সৈতে বঙলা ব্যাকৰণ, আৰু ১৮৯৬ ত কলিকতাৰ পৰা এণ্ডাৰছনে উলিওৱা 'অসমীয়া আৰু বঙলা' আদি বিষয়ৰ ইংৰাজী পুথি উল্লেখযোগ্য।

'খৃষ্টীয় অসমীয়া সাহিত্য' কথাটো স্বৰূপতে তেনে নিন্দাসূচকভাৱে ধৰিব নালাগে। হেমচন্দ্ৰ গোস্বামীয়ে কবৰ দৰে সাত-সাগৰ তেৰ-নদী পাৰ হৈ অহা এই পাদ্ৰীসকলে দহ বাৰ বছৰৰ ভিতৰত ততাতৈয়াকৈ অসমীয়া ভাষা আয়ত্ত কৰি লিখিব লগা হোৱাত তাত এটা আচহুৱা স্বভাৱ থাকিবই, আৰু তাত যিমান ক্ৰটিয়েই থাওক, তাত দোষতকৈ গুণৰ ভাগ নিশ্চয় অত্যন্তৰূপে অধিক হ'ব। যাইকৈ তেওঁলোকে অসমীয়া জন-গণৰ মাত-কথা অনুকৰণ কৰি লিখাৰ বাবে তেওঁলোকৰ ভাষা কেচুৱাৰ থুনুক-থানাক মাতৰ দৰে মিঠা আৰু স্বাভাৱিক, কিন্তু ইংৰাজী ভাব-ভাষা যেতিয়াই কোনোজনে গোটে-পাতে অসমীয়াত ভৰাবলৈ গৈছে, তেতিয়াই সেই সাহিত্যৰ পৰা এটা অঁইয়া গোন্ধ ওলাইছে। উদাহৰণ ৰূপে, ১৮৫৭ ৰ জুনৰ ১২শ বছৰ ষষ্ঠ সংখ্যা "অৰুনোদই"ত ওলোৱা "ম, ৰ, ব'ৰ "সক চিমুএল" পদ্যটি —

সক চিমুএল যি সময়ই নিসাত সুনি প্ৰভুৰ মাত,
আনন্দ জন্মিল তাৰ বিদই জানি ঈশ্বৰ আছিল তাত।
কেনে সুখৰ ভাগি সি, প্ৰভুৰ প্ৰিয় সন্তানটি,
যদি দায়াল প্ৰভু জন মোত সুনাব সুখ বানি।
গুচাই পাপ পৰাক্ৰম দিব তাৰ পৰা মুক্তি,
তেওঁলৈ প্ৰেম পাপলৈ ভই, মোৰ মন জুৰিচে নিচই।"

ই স্বাভাৱিক অসমীয়া পদ্য নিশ্চয় নহয়, সেইদৰে "জাত্ৰিকৰ জাত্ৰা"ৰ গদ্য "এনে অৱস্থা হলত সেই মানুহ ঘৰলৈ গৈ আপোনাৰ পেতত দুখ দমনকৈ ৰাখি থৈছিল। কিন্তু অসন্তোষ বাহিঁ গলত সবহ কাল ৰাখিব নোৱাৰিলে, এই হেতুকে ক্ৰমে তিৰোতা আৰু লৰাৰ আগত পেত ভাঙ্গি এইৰূপে কবলৈ ধৰিলে বোলে 'অ মোৰ প্ৰিয়া আৰু মোৰ পেতৰ লৰাটিহঁত তোমালোকৰ অতি বেথাৰ মিতিৰ জি মই, মই সৰ্বনাস হৈছোঁ, কিঅনো মোৰ ওপৰত এটা বোজাই হেচি ধৰিচে আৰু মই বৰ ভান পাই ৰূপকৈ জানিচো আমাৰ এই নগৰ চৰগৰ জুইৰে পুৰি জাব। এই

কথা সুনি তাৰ পৰিআলৰ বৰ উকমি লাগিল। তাৰ কথা স্বৰূপ বুলি পতিআলে এনে নহই, তাৰ মুৰত পগলা বায়ু সোমাই বলিআ কৰা জানিলে।" (অৰুনোদই)। ইয়াত বহুত সুৱলা ঘৰুৱা অসমীয়া শব্দ লগোৱা সত্ত্বেও ই নিশ্চয় জতুৱা ঠাচত নুঠিল। কিন্তু আন ঠাইত এই বিদেশী লেখকৰ ভাষা সহজ সৰল আৰু ঠনা ধৰা হৈছে, ১৮৪৭ৰ মাৰ্চৰ "অৰুনোদই"ৰ এজন অজ্ঞাত আমেৰিকাৰ লেখকৰ লিখাত —

"দেসৰ জি চলিত ভাসা তাক সেই দেসৰ লোকসকলৰ মাত্ৰি ভাসা বোলে, এই মাতৃভাসাৰ সক্তি বৰ আচৰিত, কিয়নো ইয়াক আমি কেতিয়াও নেপাহৰো! কিন্তু কি সোকৰ কথা, এই দেসৰ লোকসকলে ইয়াকে জানিও অনেকে মাত্ৰি ভাসাক অস্ৰধা কৰি বঙ্গালি ভাসাকহে মান ভাগ দিয়ে। সমনিয়া মানুহৰ সাৰিত সৰু তল মানুহ এটাক মান ভাগ দিলে নোপোআবিলাকে জেনেকৈ দিওঁতা গৰাকিৰ প্ৰতি মনত বেজাৰ কৰে, সেইদৰে অচমিয়া সকলে বঙ্গালিক মান ভাগ দিআত থাকি আমাৰ অচমিয়া ভাষাই বেজাৰ পাইচে। অচমিয়া ভাসা আমাৰ মাত্ৰি ভাসা আৰু মাত্ৰিৰ নিচিনা। সেইদেখিএ মাতৃএ বেজাৰ পোৱা কাম সন্তানসকলৰ পক্ষে অতি অজুগুত, ই সাস্ত্ৰৰ কথা। ইয়াকে জানি অচমিয়া সকলে মাত্ৰি-ভাসাৰ প্ৰতি স্ৰধা আৰু ভক্তি প্ৰকাশ কৰা উচিত। আমাৰ দেসৰ বৰসকলেই পত্ৰ লিখাত অনেক স্ৰমেৰে অঙ্গিকাৰ কৰিও বঙ্গালি লিখে আৰু ব্যঅহাৰ কৰে। সেই দেখি আমাৰ ইতৰ আৰু ডেকা-ডুমা সকলেও লব, তাত কি সংসয় আচে। এতেকে আমাৰ দেসৰ বৰবিলাকক বঙ্গালি ভাসাক অচমিয়াতকৈ মান্য কৰা ৰোগৰ পৰা মুকুত কৰিব পাৰিলে সাধাৰণ লোকসকলক পৰা জাই। কিন্তু ই ৰোগৰ ঔষধ একো নাই, সকলোএ আপোন মৰ্জ্জদা চালেই কাজ আছে। আপোনাৰ ৰোগ আপুনি গুচাব লাগে। মুখৰ অগ্নি মুখে নুনুমালে কোনে নুমাব ? এই নিমিত্তে অচমিয়া সকলে একমত হৈ থাকিলেই হই। অধিক কি লিখিম।"

**উনৈশ শতিকাৰ সাহিত্যৰ বাট দেখাওঁতাসকল।** "অৰুনোদই"ৰ মেৰৰ ভিতৰ বা বাহিৰৰ পৰা যিসকল অসমীয়াই বৰ্ত্তমান সাহিত্যৰ বাবে আৰিয়া দাণ্ডি ধৰিছিল, সেই সকল জাতিৰ চিৰ নমস্য। সেইসকলৰ কেজনমানৰ চিনাকি।—

**যাদুৰাম বৰুৱা (১৮০১-৬৯)** ১৭২৩ শকৰ ৩৮ চ'তত যোৰহাটত ওপজে। এওঁৰ পিতাক কৃষ্ণদাস উঁৱালী বৰুৱা চন্দ্ৰকান্ত সিংহৰ সম-সাময়িক আছিল। চাৰি ককাই-ভাইৰ ভিতৰত *এওঁ বৰ-মাজু, সকতে তেনেই লাহি আছিল গুণে এওঁক*

আটায়ে লেৰেলী ডেকা বৰুৱা বুলিছিল। এওঁৰ দুজন পুতেকৰ বৰজন কৃষ্ণৰাম, যোৰহাটৰ এজন খ্যাতনামা জ্যোতিষী পণ্ডিত আৰু বৈদ্য, আৰু সৰুজন দুৰ্গাপ্ৰসাদ, শিৱসাগৰ সদৰ তহছিলৰ তহছিলদাৰ আছিল, ব্ৰোডি ছাহাব শিৱসাগৰ জিলাৰ অধিপতি আৰু ইন্দুনাৰায়ণ সৰুমেলীয়া ৰজা যোৰহাট মহকুমাৰ সদৰামিন্ হৈ থকা কালত যাদুৰাম যোৰহাটত মুন্সিফ আছিল। ১৮৫৭ৰ ছিপাহী বিদ্ৰোহত দেশ তল ওপৰ থকা অৱস্থাতো এও উত্তৰ লখীমপুৰ মহকুমাৰ গৰাকিৰ বাব ভালকৈ পালিছিল। ১৮৬০ৰ ১৫ জুনত এওঁ গুৱাহাটীৰ পৰা বৰপেটালৈ গৈ তাত গৰ্গৰাম বৰুৱাৰ পৰা সদৰামিনৰ কাৰ্য্যভাৰ লয়। আকৌ লেফটেনেণ্ট গৱৰ্ণৰৰ আদেশ মতে এই বছৰৰে ৩ নৱেম্বৰত আকৌ এওঁ ডিব্ৰুগড়ৰ সদৰামিন হৈ যায়। ১৭৯১ শকৰ ২৩ আহিন শুকুৰবাৰে শিৱসাগৰত এওঁ ঢুকায়। ১৮৩৫ ত এওঁ লিখা বঙলা-অসমীয়া অভিধান এখন কৰ্ণেল জেনকিন্সক উপহাৰ দিয়ে, আৰু ইজনে ঘূৰি সেইখন শিৱসাগৰত থকা বেপটিষ্ট মিস্যান্ সমাজক দান কৰে। সেই কালৰ অসমীয়া ভাষাৰ এওঁ এজন অধিকাৰী পণ্ডিত আছিল বুলি ব্ৰন্সনে তেওঁৰ অভিধানৰ পাতনিত লিখা কথাৰ পৰাই ধৰিব পাৰি।

হলিৰাম ঢেকিয়াল ফুকন (১৮০২-৭০?) ১৭২৪ শকত পৰশুৰাম বৰুৱাৰ বৰজনা পত্নীৰ গৰ্ভত জন্মে। বদন বৰফুকন গুৱাহাটীৰ পৰা পলাই যাওঁতে তেওক ধৰিবলৈ বুলি এইজন পৰশুৰামেই ৰাজআজ্ঞাৰে মানুহ পাঁচে। সেই ঘটনাৰ কিছুদিনৰ পাছতে ১৭৩৮ শকৰ বহাগৰ শুক্লা চতুৰ্থীত এওঁ পৰলোকলৈ যায় আৰু হলিৰামে দুৱৰীয়া পদ পায়। তাৰ পাছত চন্দ্ৰকান্ত সিংহ গুৱাহাটীলৈ যাওঁতে ঢেকিয়াল ফুকন বাব লভে আৰু কম্পেনীৰ আমোলত মেজৰ স্কটে হলিৰামক সেই পদত স্বীকাৰ কৰে। নগাঁও আৰু দৰঙৰ প্ৰথম বন্দৱস্ত এওঁ কৰে, আৰু অসমৰ নামনি আৰু উজনি ছেৱা ক্ৰমে ছিনিয়ৰ আৰু জুনিয়ৰ খণ্ডত বিভক্ত হোৱাত, এওঁ ছিনিয়ৰ খণ্ডৰ কলেক্টৰী ছিৰাস্তাদাৰ হৈ থাকি কামৰূপৰ বন্দৱস্তৰ কাম কৰে। চেৰাপুঞ্জীত স্কটৰ মৃত্যু হোৱাত ৰেবেক্ট অসমৰ কমিস্যনাৰ হয়, আৰু সেই সম্পৰ্কত গৱৰ্ণমেণ্টে গুৱাহাটীত সহকাৰী মেজিষ্ট্ৰেটৰ এটি পদ গ্ৰাহ্য কৰাত ২৩০৲ মাহিলি টকা বেতনত এওঁ সেই পদত নিযুক্ত হৈছিল। এওঁ স্বাধীনচেতা লোক আছিল, কাছাৰীলৈ যাওঁতে এওঁ সদায় পাৰ্হি দোলাত গৈছিল। সংস্কৃত ভাষা আৰু তন্ত্ৰ শাস্ত্ৰত এওঁ বিশেষ ব্যুৎপত্তি লভিছিল, আৰু ১৭৫৩ শকত 'কামাখ্যা যাত্ৰা পদ্ধতি' নামে এখন সংস্কৃত পুথি লিখি কলিকতাৰ

সমাচাৰ চন্দ্ৰিকা যন্ত্ৰৰ পৰা ছপাই উলিয়াইছিল। এওঁ নিজে ভাৰতৰ অনেক তীৰ্থস্থান ভ্ৰমি বহুত পণ্ডিত সমাজত খ্যাতি লাভ কৰিছিল। ১৮২৯ত এওঁ সেই যন্ত্ৰৰে পৰা বঙলা ভাষাত এখন অসম বুৰঞ্জী ছপাই উলিয়ায়, প্ৰতিক্ৰিয়াশীল হলেও এয়ে গুণাভিৰামৰ অসম বুৰঞ্জীৰো বাটদেখাওঁতা।

**মণিৰাম দেৱান বৰভণ্ডাৰ বৰুৱা (১৮০৬-৫৮)** ১৭২৮ শকত শিৱসাগৰ মহকুমাৰ চাৰিঙত জন্মে, এওঁৰ পিতাক ৰামদত্ত দোলাকাষৰীয়া বৰুৱা। ১৭৩৬-৩৮ শকত মানে দেশ উপান্ত কৰোঁতে পৰিয়ালে সৈতে ৰামদত্ত চিলমাৰিলৈ পলাই যায়, আৰু পাছত পুৰন্দৰ সিংহৰ লগত যোৰহাটলৈ ওলটে। এনে দুৰ্যোগৰ কালতো মণিৰামে ফাৰ্চি আৰু বঙলা ভাষাত যথেষ্ট জ্ঞান আৰ্জে। ১৮৪৬ শকত ডেভিড্ছনে মান খেদি উজনিলৈ আহোঁতে কেপ্টেন হৰ্ছবৰাৰ তলত অহা পল্টনক মণিৰামেই গুৱাহাটীৰ পৰা কালীয়াবৰলৈ বাট দেখুৱাই আনে। ৰংপুৰ কোঠ অধিকাৰ কৰা হ'লত লেফটেনেন্টে বেডিংছফিল্ডে মণিৰামক লৈ উজনিৰ বহুত পৰ্বতীয়া জাতিক বৰায়গৈ। বেডিংছ্-ফিল্ডক উপহাৰ দিবলৈ চিংফৌ গামে ফিনাপ বুলি গছৰ পাত এবিধ আনে, এয়ে অসমীয়া চাহপাত। চিংফৌ খাছিয়া আদি জাতিক বৰাই আহি ইংৰাজ বিষয়াবিলাকৰ চকুত লগা মণিৰাম ক্ৰমে কলেক্টৰী মিৰমুন্সি আৰু পেছকাৰ হয়। তেতিয়া শিৱসাগৰৰ কছাৰী জয়সাগৰ পুখুৰীপাৰত বহিছিল, ৰৰপঞ্চায়ত নামে ৰজাদিনীয়া বিচাৰৰ নিচিনা দুখন মেলে তেতিয়াৰ ৰংপুৰ জিলাৰ গৰাকি নিউৱিলক গোচৰ সোধাত সহায় কৰিছিল। নিউৱিলৰ প্ৰিয়পাত্ৰ ৰূপে বিচক্ষণ বুদ্ধিৰ মণিৰামে যি ক্ষমতা চলাইছিল তাৰ বাবেই তেওঁক কলিতা ৰজা বোলে হবলা। ১৮৩২ ত অসমৰ আৰ্থিক সম্পদৰ অনুসন্ধানত এজন মণিপুৰীয়া ৰজাই সৈতে জেন্‌কিন্স যোৰহাটলৈ আহোঁতে মণিৰামে তেওঁক যি প্ৰতিবেদন দিছিল আৰু, ১৭৭৫ শকত ২৩ বহাগত নিজৰ আৰু ঘনকান্ত সিংহ যুৱ-ৰাজৰ ৰবীয়াকৈ মোফাট মিলছক যি এভলাৰ আঁচনি দিছিল, তাত মণিৰামৰ ওখ ধৰণৰ ৰাজনৈতিক দূৰদৰ্শিতা সুন্দৰকৈ প্ৰকাশ পাইছিল। ১৭৭৫ শকৰ বহাগত উজনি খণ্ড পুৰন্দৰ সিংহক লাজবন্দীকৈ দিয়াত মণিৰাম পুৰন্দৰৰ প্ৰধান মন্ত্ৰী হৈ বৰ-ভাণ্ডাৰ বাব পালে, আৰু তেওঁ ইষ্ট ইণ্ডিয়া কম্পেনীৰ চিৰস্তাদাৰ আৰু অসম কম্পেনীৰ দেৱান হল। ১৭৭৯ শকৰ ১৬ ফাগুনত (২৬ ফেব্ৰুৱাৰী, ১৮৫৮) ৰাজদ্ৰোহত অভিযুক্ত বুলি যোৰহাটত এওঁৰ ফাচি হয়।

"বুৰঞ্জী-বিবেক ৰত্ন" বুলি মণিৰাম দেৱানৰ এখন হাতে-লিখা বুৰঞ্জী অসমৰ বুৰঞ্জী-পুৰাতত্ত্ব বিভাগত সংৰক্ষিত হৈছে। ১৮৩৮ ত ই সঙ্কলিত হৈছিল, ভাষা বঙলা-ভঁজুৱা হলেও সমসাময়িক ঘটনাবোৰ জীৱন্তভাৱে বৰ্ণোৱা আছে — 'কুম্পানিৰ যোৰহাট ফৌজৰ যোৰহাট দখল। তত পৰ মাঘ মাসে আসিয়া কুম্পানিৰ ফৌজৰ যোৰহাট দখল কৰে। চাম ফুকনেৰা ক্ৰমাত ক্ৰমে পশ্চাতে হটিয়া জাইতে লাগিল। পৰে সৰকাৰেৰ ফৌজ গিয়া গৌৰীসাগৰ পহুচাতে তাৱত মানেৰা নামডাঙ্গৰ সিলসাকোৰ আলীএ পথাৰে জুৰি এক জুদ্ধ কেই। তাহাতে কুম্পানি বাহাদুৰেৰ ফৌজ ক এক কুম্পানি জুদ্ধ দেওঁতে পৰস্পৰ অতিশয় বল-বীৰ্য্য ফন্দি ফিকিৰ জাত হওতে বিশেষ কয়েক মান মৰা পৰা দেখি জুদ্ধ ভঙ্গ হৈয়া ফিৰিয়া গেল। সৰকাৰি ফৌজো ধাওঁ কৰি ৰঙ্গপুৰে জাই তাহাতে ঔগুৰি চকিতে পুনৰ জুদ্ধ দেই। আলিৰ দুই ফালেৰ পৰা জংঘল হৈতে গুলী চালাইতে লাগিল।"

কাশীনাথ তামুলী ফুকন (১৮১০ ? ৭০ ?) শিৱসাগৰৰ কাকতীয়াৰৰ ঘৰৰ শিৱনাথৰ নাতিয়েক আৰু শ্ৰীনাথৰ চাৰি পুতেকৰ বৰটি। কাশীনাথ পুৰন্দৰ সিংহৰ দিনত তামুলী ফুকন আৰু ইংৰাজ আমোলত শিৱসাগৰ আৰু গুৱাহাটীত মুন্সিফ আছিল বুলি বুজিব পাৰি। ফাৰ্ছি, বঙলা আৰু আহোম ভাষাতো এওঁৰ বিশেষ ব্যুৎপত্তি আছিল, আৰু পুৰন্দৰৰ আজ্ঞা অনুযায়ী আহোম ভাষাবিদ ৰাধানাথ বৰবৰুৱাৰ সহায়ত আহোম ভাষাৰ পৰা ভাঙি যিখন অসম বুৰঞ্জী লিখে তাকে শিৱসাগৰত থকা বেপটিষ্ট মিস্যন্ সমাজে ১৮৪৪ত নিজ প্ৰেছত ছপাই উলিয়ায়। ইয়াৰ ৰচনা-ৰীতি আগৰ বুৰঞ্জীৰ লগত সেও খোৱা "ইন্দ্ৰবংসি আসাম মহাৰজা সকলৰ বিৱৰণ। শ্ৰীৰাধানাথ বৰবৰুআৰ দ্বাৰা সংশোধিত মতে কাশীনাথ তামুলি ফুকন কৰ্ত্ৰিক গ্ৰন্থ। আসাম বুৰন্জি। খুন্লুঙ্ খুনলাই। পূৰ্বে কেনো এক সময়ত সৰগদেও অৰ্থাৎ ইন্দ্ৰে জাচিংফা অৰ্থাৎ সৰস্বতীক আশ্ৰয় কৰি এইৰূপ বুধি স্থিৰ কৰিলে, জে প্ৰিথিৱীত চন্দ্ৰবংসি অনেকটি ৰজা হৈ গৈছে, আমি সকলো দেৱতাৰ মধ্যে ৰজা, তথাপি আমাৰ সন্তানৰ প্ৰিথিৱীত ৰাজত্ব নাই, অতএৱ মোৰ সন্তানকো প্ৰিথিৱীত ৰজা হবলৈ পঠাওঁ। এই বুলি ৰাজপুজাৰ জন্ত্ৰ কৰিবলৈ লাউথে অৰ্থাত বিশ্বকৰ্মাক আজ্ঞা দিলে। পাচে বিশ্বকৰ্মাই চোমদেও নামে ইন্দ্ৰৰ মনোগতৰূপে জন্ত্ৰ তৈয়াৰ কৰি দিলে। পৰে ইন্দ্ৰ লুচাইনেত অৰ্থাত বায়ুক পঠাই ইন্দ্ৰৰ পুত্ৰ খেনখৰামক মতাই আনি প্ৰিথিৱীত ৰজা হবৰ নিমিত্তে জনাবলৈ

বোলাত নিজে জাবলৈ কবুল নকৰি থেনখামৰ পুত্ৰ খুনলুঙ্গ খুনলাই দুইকে পঠাবলৈ জনালত ইন্দ্ৰে স্বিকাৰ কৰি এই আজ্ঞা কৰিলে বোলে খুনলুঙ্গ, তই বৰ, তয়ে ৰজা হবি। খুনলাই সৰু, তোৰ লগত জুৱৰাজ ৰূপে থাকিব।"

**হৰকান্ত শৰ্মা বৰুৱা (১৮১৩ ?-১৯০০)** সদৰামিনৰ ঘৰ উত্তৰ গুৱাহাটীত, বুৰঞ্জী পুৰাতত্ত্ব বিভাগে উলিওৱা এওঁৰ অসমৰ বুৰঞ্জীৰ ৰচনা কাল ১৮৭০-৮০ খৃ । পাতনিত এওঁ লিখিছে "শ্ৰীশ্ৰীপুৰন্দৰ সিংহ মহাৰাজ কোম্পানী বাহাদুৰ আমোলত ব্ৰহ্মপুত্ৰ নদৰ দক্ষিণে ধনশিৰি নদীৰ উত্তৰে বিশ্বনাথ দেৱালৰ উজান কচু-জানকে সীমা কৰি উজনি খণ্ড সদিয়া পৰ্য্যন্ত ৫০,০০০ পঞ্চাশ হাজাৰ টকাত লালবন্দী কৰি ১৭৫৫ শকত প্ৰাপ্ত হোৱাত সেই ৰাজত্তি কৰা সময়ত ৰাজাদেৱৰ আজ্ঞাৰে ৰাধানাথ বৰবৰুৱা আৰু কাশীনাথ শৰ্মা তামুলী ফুকনে নানা স্থানৰ পৰা বুৰঞ্জীসকল একত্ৰপূৰ্বক সাৰ সংগ্ৰহ কৰি একখানি গ্ৰন্থ চুম্বকমতে কৰিলে। কিন্তু সেই গ্ৰন্থখনিত অনেক আৱশ্যকীয় কথা লিখিবৰ নিতান্ত আৱশ্যক আছিল। বোধ কৰো বাহুল্য হব সেই নিমিত্তে লিখা নহল। এজন্য আমি সেই গ্ৰন্থখানিকে আদৰ্শ কৰি আৰো অন্য বুৰঞ্জীত যি পোৱা হৈছিল, আকো সত্যবাদী আহোম ফুকন বৰুৱাদিৰ মুখে কি কি শ্ৰৱণ হৈছিল, সেই সকল সঙ্কলন কৰি অনেক বিবেচনা ও পৰিশ্ৰমপূৰ্বক এইখানি গ্ৰন্থ লিখিবৰ আৰম্ভ কৰিলোঁ। শ্ৰীহৰকান্ত শৰ্মা বৰুৱা।"

**আনন্দৰাম ঢেকিয়াল ফুকন (১৮২৯-৫৯)** ১৭৫১ শকৰ ৭ আহিন মঙ্গলবাৰে ওপজে, মাক প্ৰসূতী আৰু পিতাক হলিৰাম। কুমলীয়া বয়সতে এওঁ মুগ্ধবোধ ৰত্নমালা আদি সংস্কৃত ব্যাকৰণ পঢ়ে। আৰু তাৰ লগে লগে বঙলা ভাষাও শিকে। ১৮৩৫ ত গুৱাহাটিত প্ৰথম ইংৰাজী পঢ়াশালি পতাত ১৭৫৯ শকত এওঁ তাত ভৰ্ত্তি হয়। মেথী আৰু জেনকিন্স ছাহাবৰ উদগনি আৰু আশাশুধীয়া যত্নৰ ফলত তেওঁ ইংৰাজী শিক্ষাত বিশেষ উন্নতি দেখুৱায়, আৰু ১৮৪১ ৰ বাৰিষা কলিকতাত পঢ়িবলৈ বুলি নাৱেৰে যাত্ৰা কৰে। ছিৰাজগঞ্জ, ঢাকা আৰু সুন্দৰবনেদি ২৫ দিনত এওঁ এজন লগৰীৰ সৈতে কলিকতা পায়গৈ আৰু তাৰ হিন্দু কলেজৰ জুনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীত নাম লগায়গৈ। ১৮৪২ ত এওঁৰ লগৰীয়াজন জ্বৰত ভুগি মৃত্যুৰ গৰাহত পৰে, আৰু ১৮৪৪-ৰ আগভাগত ফুকনে ছিনিয়ৰ বিভাগৰ তৃতীয় শ্ৰেণীলৈ উত্তীৰ্ণ হৈ এই বছৰে নৱেম্বৰৰ শেষত আকৌ সুন্দৰবনেদি অসমলৈ ওলটে। ১৭৬৭ শকৰ

বহাগত মাহিন্দ্ৰী দেৱীৰ লগত এওঁৰ বিয়া হয়। পৈতৃক সম্পত্তি ক্ৰমে হ্ৰাস পাই অহা বাবে কামৰূপ জিলাৰ কলেক্টৰ এগ্নিউৰ আদেশমতে ১৮৪৭ৰ ২৯ এপ্ৰিলত এওঁ খাতা পৰগণাৰ জিম্মাদাৰ নিযুক্ত হয়। এই বছৰৰে ১৬ নৱেম্বৰৰ মেথীৰ আদেশ মতে মাহিলি ২৫০্ টকা বেতনত ফুকনে বিজনী ৰজাৰ দেৱানৰ পদ গ্ৰহণ কৰে। ১৮৫২ ত এওঁ কলিকতালৈ গৈ গুণাভিৰাম বৰুৱাৰ নামত কলিকতা নিউ প্ৰেছ নাম দি এখন ছপাশাল কিনে। পিছে এই বছৰৰে ২৭ অক্টবৰত জেনকিন্সৰ অনুগ্ৰহত তেওঁ বৰপেটাৰ এছিষ্টেন্ট কমিস্যনাৰ পদ পায়, আৰু বিজনীৰ সকলো লেঠা এৰি দি এই পদত তেওঁ ভৰ্ত্তি হয়। ১৮৫৯ৰ ১৬ জুনত (আষাঢ়, ১৮৭১ শক) ২৯ বছৰ ৯ মাহ ২৯ দিন বয়স হওঁতে ফুকনৰ মৃত্যু হয়।

সংস্কৃত আৰু বঙলাৰ বাহিৰেও ফুকনে ফাৰ্ছি ভাষা শিকি সেই ভাষাৰ পুথি গুলিস্তান বোৱেস্তান পৰ্য্যন্ত পঢ়িছিল, আৰু পন্দেনামাৰ পদ্যবোৰ এওঁৰ সম্পূৰ্ণ কণ্ঠস্থ আছিল। এওঁ বহুত যত্নেৰে ১৮৪৯ ত ‘অসমীয়া লৰাৰ মিত্ৰ’ পুথিমালা লিখি নিজে প্ৰকাশ কৰিছিল, কিন্তু অকাল মৃত্যুৰ বাবে এই পুথিমালা সম্পূৰ্ণ কৈ ওলাবলৈ নাপালে। “অৰুনোদই সম্বাদ পত্ৰ, দুতিয় চোআ, ১৮৪৭” চতুৰ্থ সংখ্যাত “শ্ৰীযুত বাবু আনন্দিৰাম ফুকন কৰ্ত্তৃক “ইংলণ্ডৰ বিৱৰণ” প্ৰবন্ধ দেখিয়ে জানিব পাৰোঁ ওঠৰ বছৰ বয়সৰ পৰা ফুকনে সাহিত্যিক জীৱনৰ উমেদাৰি কৰিছিল। ১৮৫৬ ত পোনতে মোফাট মিলছ্ আহোঁতে তেওঁ অসমৰ বিভিন্ন অভাৱ-অভিযোগ আৰু ঘাইকৈ অসমীয়া ভাষাক নিজ দেশৰ সিংহাসনচ্যুত কৰাৰ বিৰুদ্ধে যিটি বহুমূলীয়া প্ৰতিবেদন দিয়ে, প্ৰতিবেদনমূলক পৰিশিষ্টত সি বিশেষৰূপে স্থান পাইছে। ১৮৫৫ত শিৱসাগৰ বেপটিষ্ট মিস্যন প্ৰেছৰ পৰা ‘এজন দেশী লেখকে লিখা অসমীয়া ভাষা সম্পৰ্কে কেইটামান কথা’ বুলি যিখনি বহুমূলীয়া ইংৰাজী গ্ৰন্থ ওলায় তাত ফুকনৰ পাণ্ডিত্য আৰু দেশ-প্ৰেম সুন্দৰৰূপে প্ৰকাশ পাইছে, আৰু তাত স্বতন্ত্ৰ ভাষা ৰূপে অসমীয়াৰ দাবী কি কি প্ৰমাণৰ ওপৰত ঠিয় হব পাৰে সিও ভালকৈ ফুটি ওলাইছে। ১৮৫৬ ৰ ভিতৰতে ফুকনে বৰ্ত্তমান আখৰ-জোটনিৰ ৰীতিৰে ইংৰাজী-অসমীয়া আৰু অসমীয়া-ইংৰাজী দুখন অভিধান লিখে, কিন্তু তেওঁৰ অকাল মৃত্যুৰ বাবে সিও পোহৰৰ মুখ দেখিবলৈ নাপালে। এই সম্পৰ্কে “অৰুনোদই”ৰ সম্পাদকে লিখিছিল, “শ্ৰীজুত আনন্দৰাম ঢেকিয়াল ফুকনে ইংৰাজি-অচমিয়া আৰু অচমিয়া-ইংৰাজি এইৰূপে দুই খণ্ড অভিধান লিখিছে। তাৰ

আহিঁ লোকবিলাকক দেখাবৰ কাৰণে এই অৰুনোদইৰ মাজত দুই এক পিঠি চাপিবলৈ আমালৈ লিখিচে। এই অভিধানৰ আখৰ জোটনি আমাতকৈ কিচু বেলেগ হৈচে হই।" ১৮৫৮ ত মহাৰাণী ভিক্টৰিয়া ভাৰতবৰ্ষৰ তথা অসমৰ শাসন ইষ্ট ইণ্ডিয়া কম্পেনীৰ পৰা নিজ হাতলৈ লোৱা যি ঘোষণা-পত্ৰ সেই বছৰৰ ১৯ নৱেম্বৰত পাঠ কৰা হয়, ফুকনে তাৰ অসমীয়া ভাঙনি কৰিছিল।

অসমীয়া সাহিত্যত ফুকনৰ আসন বঙ্গ-সাহিত্যত ৰাজা ৰামমোহনৰ আসনখনিৰ দৰে বাদ-বিসম্বাদৰ অতীত। "কিন্তু বঙ্গ আৰু অসমৰ সেই কালৰ অৱস্থাৰ হীন-ডেঢ়িলৈ চাই ৰামমোহন ৰায়তকৈও আনন্দৰাম ফুকনক অসাধাৰণ পুৰুষ বুলিব লাগে" এই কথা অকণো অতিৰঞ্জিত নহয়। আনন্দৰাম অকল বৰ্ত্তমান অসমীয়া গদ্যৰ প্ৰথম প্ৰৱৰ্ত্তকেই নহয়, বৰ্ত্তমান অসমীয়া ভাষাৰ আদি অৱস্থাৰ অনেক অপায়-অমঙ্গলৰ বিৰুদ্ধে যুজা প্ৰথম আগৰণুৱা তেওঁ, অসমীয়া সাহিত্যৰ আৰু জাতিৰ নতুন আদৰ্শ দাঙি ধৰোঁতা তেওঁ। ফুকনৰ লেখৰ সাহিত্যিক অৱদান কি বুলি সুধিলে অৱশ্যে আহুকালত পৰিব লগা হয়, কিয়নো তাৰ উত্তৰত আমি তেওঁৰ পঢ়াশলীয়া পাঠ্য 'অসমীয়া লৰাৰ মিত্ৰ' আৰু ইংৰাজীত লিখা পাণ্ডিত্যপূৰ্ণ অসমীয়া ভাষা সম্পৰ্কীয় টোকা পুথিলৈকো আঙুলিয়াব নোৱাৰোঁ। কিন্তু খৃষ্টীয় অসমীয়া সাহিত্যৰ বাহিৰ মেৰত যিসকল থলুৱা অসমীয়া লেখকৰ প্ৰতিভা সিচৰতি হৈ আছিল, শক্তিধৰ লেখকৰূপে ফুকনে নিজ ব্যক্তিত্বৰ প্ৰভাৱেৰে সেই সমূহ শক্তি একত্ৰিত কৰি প্ৰকৃততে অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ সূত্ৰপাত কৰে, যুগৰ অধিনায়কৰূপে তেওঁৰ এয়েই যথেষ্ট অৱদান। ওঠৰ বছৰীয়া ফুকনে যেতিয়া 'অৰুনোদই'ৰ "ইংলণ্ডৰ বিৱৰন"ত লিখে—"হে খ্ৰিপামই জগদিস্বৰ, এই অসম দেশৰ লোকসকলক স্বদেশী সভ্য গিয়ানি আৰু ধাৰ্ম্মিক কৰিবলৈ মতি দিয়া, সিবিলাকৰ অভাৱ আৰু দুৰৱস্থা জানিবলৈ সিবিলাকক গিয়ান দিয়া, আৰু তোমাৰ বিচিত্ৰ সক্তিৰে সিবিলাকক সভ্য কৰা, আৰু তোমাক জানিবৰ আৰু আজ্ঞা পালিব জোগ্য কৰাঁ। জি সময়ত অসম হাবি গুচি ফুলবাৰি হব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পৰ্হাসালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া-দৰিদ্ৰ পৰিত্ৰানৰ আলয় হব, আৰু জিকালত লোকসকলে পৰস্পৰ হিংসা নকৰি আটাইয়ে আটাইক ভাত্ৰিৰত চেনেহ কৰিব, কেৱে দুটকা কাৰনিব সলনি মিছা সাখি নিদিব, লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেটি পাইও কাৰো অন্যায় নকৰিব, বেশ্যা

কানি আৰু সুৰা এই কথা দেসত লোকে ভু নোপোআ হব, সেই সময়, হে পৰম পিতা জগদীশ্বৰ, সীঘ্রে ঘটোআ।”

বিষয়-বস্তু অলপ সুকীয়া হলেও, ইয়াৰ লগত এওঁৰ সমসাময়িক হৰকান্ত বৰুৱাৰ (১৮১৩?—১৯০০) গদ্য তুলনীয় —“ইন্দ্ৰবংশীয় ৰজাৰ বিৱৰণ। আসাম বুৰঞ্জী, প্ৰথম অধ্যায়। শোণিতপুৰ বা ইদানীং তেজপুৰ জিলাৰ অন্তৰ্গত ভৈৰবী নদীৰ পৰা দিক্কৰবাসিনী অৰ্থাত উজান সদিয়াৰ কেচাইখাতী পৰ্য্যন্ত সৌমাৰ পীঠ বোলে। এই সৌমাৰ পীঠৰ পূৰ্ব্ব, হীৰকূট পৰ্ব্বতৰ দক্ষিণ, স্বৰ্ণাদ্ৰিৰ উত্তৰ, এই সীমাৰ মধ্যাতে বিগ্ৰহাদি নামক পৰ্ব্বতৰ ওপৰি ৰত্নভূমি নামে অতি সুৰম্য ফলপুষ্পে শোভিত স্থান আছে। এক সময়ত ঋষিগণ সহিতে শচি ও ইন্দ্ৰ উভয়েই কামোন্মত্ত হৈ আনন্দে ক্ৰীড়া কৰি ফুৰিছিল। সেই পৰ্ব্বতৰ গুহাতে বশিষ্ঠ মুনি থাকে। তাৰে পৰা স্নান কৰিবলৈ যাওঁতে তেওঁৰ পুষ্পবাটিকাতে ক্ৰীড়া কৰা দেখি কুপিত হৈ ইন্দ্ৰ দেৱতাক অন্ত্যজ ও অন্ত্যজা স্ত্ৰীত পতিত হওক বুলি শাপ দি সেই স্থান এৰি ৰত্নপীঠৰ ঈশানকোণৰ নীলাচললৈ মুনি গুচি গল। পৰে ইন্দ্ৰ তৎক্ষণাতে কাণে নুশুনা কলা ও বোবা এনে দৈত্যাকাৰ মনুষ্য হল। ইন্দ্ৰৰ সেই ৰূপ অৱস্থা দেখি সখীগণ সহিতে অতি দুঃখিত হৈ শচী স্বৰ্গলৈ গুচি গল।”

সমসাময়িক এই দুই গদ্যৰ ভিতৰত হৰকান্তৰ গদ্যত সেই পুৰণি ভাব আৰু অসমীয়া কথা-ৰীতি সম্পূৰ্ণ দেখিবলৈ পোৱা হয়, আনন্দৰামৰ গদ্যত অকল নতুন ভাবৰ দেশহিতৈষণাই নহয়, কথা-ৰীতিত এটি আচহুৱা নতুন ভাঁজ সোমোৱা দেখা পোৱা হয়। এয়ে ইংৰাজী বাক্য-ৰীতিৰ প্ৰভাৱ, অকল বাক্য বিন্যাসতে নহয়, কথাৰ ঠাচতো যেনে, “হে অসম দেস নিৱাসি লোকসকল, তোমালোকে অলপ গমি চালেই জানিবা যে তোমালোকৰ দুৰৱস্থাৰ হেতু তোমালোকেই। দেখা, প্ৰথমতে এই জগতত বিদ্যাৰ সমান আমাৰ মিত্ৰ নাই, কিয়নো তাক জানিলে আমি গিয়ান পাওঁ। হাই, হাই, কি আক্ষেপৰ কথা। হে প্ৰিয় মিত্ৰ সকল, যদি সভ্য আৰু গিয়ানি আৰু সুখী হবৰ বাঞ্ছা কৰা তেন্তে টোপনিৰ পৰা উঠাঁ। দুতিয়তে, হে মোৰ অসমীয়া মিত্ৰসকল, বিদ্যা জেনেকৈ ইহকালত উপকাৰক, আন একো তেনে নহই। কিন্তু যদি সভ্য আৰু সুখি হব খোজা, তেন্তে ক্ৰিসি আৰু শিল্প কৰমত ইংৰাজৰ দৰে পাৰ্গত হবলৈ, পুৰুষাৰ্থ কৰাঁ।” এই ৰচনাৰ ঊমি ঊমি স্বদেশ-প্ৰেম আৰু বাচকবনীয়া শুধু শব্দাৱলী

সত্বেও ইংৰাজী-ভজুৱা গদ্য ৰীতিৰ যি গোন্ধ, আমেৰিকাৰ লেখক-সকলতো তেনে নাই। লেখকৰ অজ্ঞাতসাৰেও অসমীয়া গদ্যত বিদেশী প্ৰভাৱৰ ই পাতনি।

**গুণাভিৰাম বৰুৱা (১৮৩৭-৯৪)** ১৯৫৯ শকত যোৰহাটত ওপজে, এওঁ ৰণৰাম বৰুৱাৰ দ্বিতীয়া ভাৰ্যাৰ সন্তান। গুণাভিৰামৰ জন্মৰ পিছ বছৰতে ৰণৰাম ঢুকায়, আৰু এওলোকৰ আত্মীয় আনন্দৰাম ঢেকিয়াল ফুকনহঁতে এওঁলোকক সকলো সহায় কৰে। ফুকনে নিজে গুণাভিৰামক কলিকতালৈ নি তাৰ কলুতোলা ইংৰাজী পঢ়াশালিত ভৰ্ত্তি কৰায়। ১৮৫৪ত তাৰ বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ গুণাভিৰামে প্ৰেছিডেন্সী কলেজতে নাম লগায়, আৰু দ্বিতীয় বাৰ্ষিক পৰীক্ষাত উঠিব নোৱাৰি সেই কলেজতে আইন পঢ়িবলৈ লয়। ১৮৫২ত ফুকনে গুণাভিৰামৰ নামে লোৱা কলিকতা নিউ প্ৰেছৰ এৰেঁই অধ্যক্ষ হৈ থাকে। ১৭৭৯ শকৰ ১৮ আঘোণত গুণাভিৰামে ব্ৰজসুন্দৰীক বিয়া কৰায়। ফুকনৰ আকস্মিক মৃত্যুত গুণাভিৰাম কলিকতাৰ পৰা উলটি আহে, আৰু ১৮৫৯ ৰ অক্টবৰত ছব এছিষ্টেট কমিস্যনাৰ আৰু ১৮৬০ৰ জানুৱাৰীত একষ্ট্ৰা এছিষ্টেন্ট্ কমিস্যনাৰ নিযুক্ত হয়। এওঁ ফুকনৰ বৰটি লৰা ৰাধিকাৰামক বিলাতত আৰু দ্বিতীয় লৰা অন্নদাৰামক স্বদেশতে শিক্ষা দিয়ায়। ছাত্ৰ অৱস্থাৰে পৰা সামাজিক মতত গুণাভিৰাম উদাৰপন্থী আছিল, আৰু কলিকতাত থকা সময়তে এওঁৰ মন ব্ৰাহ্ম ধৰ্মৰ ফালে ঢাল লৈছিল, সেইহে বিষয়া জীৱনত ১৮৬৯ত ধুবুৰীত থাকোঁতে এওঁ ব্ৰাহ্ম ধৰ্ম লয়। এওঁ বিধৱা বিবাহৰ সদায় সমৰ্থক আছিল। সেইবাবে ১৮৬৭ৰ জুলাইত এওঁৰ আগৰ ঘৈণীয়েক ঢুকোৱাত ১৮৭০ত পৰশুৰাম বৰুৱাৰ বাঁৰী তিকতা বিষ্ণুপ্ৰিয়াক আকৌ বিয়া কৰায়। এই গৰাকীৰ ফালৰ ১৮৭১ৰ ফেব্ৰুৱাৰীত স্বৰ্ণলতা, ১৮৭৪ৰ জুনত করুণাভিৰাম আৰু পাছত জ্ঞানদাভিৰাম আদিৰ জন্ম হয়। ১৮৯০ৰ ৩১ মাৰ্চত ৰজাঘৰীয়া বিষয়-বাবৰ পৰা আজৰি পাই কলিকতাত এডোখৰ মাটি কিনি ঘৰ-বাৰী সজোৱাৰ দিহা কৰোঁতেই ১৮৯৪ৰ ২৫ মাৰ্চত এওঁৰ মৃত্যু হয়। এওঁৰ মৃত্যুৰ ঠিক দুবছৰৰ আগতে ১৮৯২ৰ ২৬ মাৰ্চত এওঁৰ দ্বিতীয়া ভাৰ্য্যা ঢুকায়।

ছাত্ৰ অৱস্থাৰ পৰাই গুণাভিৰাম সাহিত্যানুৰাগী আছিল। দ্বাদশ বছৰ সপ্তম সংখ্যা "অৰুনোদই"ত (জুলাই, ১৮৫৭)—"ঘোসা পুথি চপা হোআৰ বিগ্যাপন। শ্ৰীগুণাভিৰাম ডেকা বৰুআ। ১০ আঘোন, ১৭৭৮, প্ৰেচিডেন্সি কলেজ, কলিকতা। শ্ৰীশ্ৰীজুক্ত আউনি আটিয়া অধিকাৰ গোসাঁইৰ দোআৰাই সংশোধন কৰা হৈ" বুলি

ওলায়, ১৮৮০ত এওঁৰ আনন্দৰাম ঢেকিয়াল ফুকন নৱ জীৱন চৰিত্ৰ পুথি ওলায়, লেখকৰ পাতনিৰ ভাষাৰেই "আমাৰ ভাষাত আধুনিক জীৱন চৰিত্ৰৰ এই পুস্তকেই প্ৰথম। (১১ ভাদ, ১৮০২ শক)"। অকল সেয়ে নহয়, বহুবেলে লিখা জনৰ জীৱনীৰ দৰে সেই বিষয়ত সি আজিলৈকে আদৰ্শনীয় হৈও ৰৈছে। ১৮৩৬ শকত ইয়াৰ দ্বিতীয় তাঙৰণ ওলায়। ১৮৮৪ত নিউ আৰ্য্য প্ৰেছৰ পৰা আধুনিক ৰীতিত লিখা এওঁৰ অসম বুৰঞ্জী প্ৰকাশিত হয়, স্বৰূপতে ইও এই বিষয়ৰ পথপ্ৰদৰ্শক পুথি। ১৮৫৮ত এওঁ বিধৱা বিবাহৰ সমৰ্থনকাৰী ৰাম-নৱমী নামৰ মৌলিক সামাজিক নাটক লিখে। নৱমী নামৰ বিধৱা ছোৱালী এটিৰ লগত ৰামচন্দ্ৰ নামৰ এজন ডেকাৰ গুপ্ত প্ৰণয় হয়, এই কথা সদৰি হ'লত গোসাঁয়ে তেওঁলোকক এঘৰীয়া কৰে। ৰাতি এই গোসায়ে এটি সপোন দেখি তাৰ বাতৰি ভকতসকলক কয়—"কালি ৰাতি এজন ক'লাকৈ চুটি চাপৰ বামুণে বহুত হুল থকা এখন বগা কাপোৰ পিন্ধি আহি মোক কলে 'হেৰা গোসাঁই, চোৱাঁচোন বাৰু, মোৰ কাপোৰত কিমান হুল' তুমি নতুনকৈ আকৌ এটা কিয় বিন্ধিলা ?" এই বামুণজন অৱশ্যে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ। গুণাভিৰামে নিজে যে বিধৱা বিয়া কৰাইছিলেই, আপোনাৰ বিধৱা কন্যা স্বৰ্ণলতাক পুনৰ্বিবাহ দিছিল, গুণাভিৰাম কলিকতাত থাকোঁতেই ১৮৫৬ত বিধৱা বিবাহ বিধিবদ্ধ হয়, আৰু এই মতে কলিকতাৰ ছুকীয়া ষ্ট্ৰীটত হোৱা প্ৰথম বিধৱা বিবাহ আৰু আন দুই তিনিখন তেনে বিয়াত তেওঁ নিজে উপস্থিত আছিল। "শুনিবাহা সভাসদগণ। ৰাম-নৱমীৰ বিৱৰণ॥" বুলি নাটৰ সামৰণি গীতটিত আটায়ে যোগ দিছে, কিন্তু অনুতপ্ত হৈয়ো গোসাঁয়ে লোকাচাৰৰ ভয়ত যোগ নিদিলে।

১৮৮৫ (মাঘ, ১৮০৬) কলিকতাৰ ১০০নং বহুবাজাৰ ষ্ট্ৰীটৰ পৰা গুণাভিৰামৰ সম্পাদিত মাহেকীয়া আলোচনী "আসাম বন্ধু" প্ৰকাশিত হয়। সাহিত্য, বিজ্ঞান, বুৰঞ্জী আদি বিবিধ বিষয়ৰ সাৰুৱা প্ৰবন্ধ আৰু সত্যনাথ বৰা হেমচন্দ্ৰ গোস্বামী আদিৰ নতুন ধৰণৰ কবিতাৰ সম্ভাৰেৰে এই কাকতৰ যোল সংখ্যা মাথোন ওলায়। নতুন লেখক-শ্ৰেণী গঢ়ি তোলাই আসাম-বন্ধুৰ বিশেষ কীৰ্ত্তি, তদুপৰি "আসাম—অতীত আৰু বৰ্ত্তমান" বোলা সম্পাদকৰ নিজা বহমূলীয়া প্ৰবন্ধটি ধাৰাবাহিককৈ ওলাই থাকোঁতেই এই কাকত হঠাৎ বন্ধ হয়। ১৮৯০ত "বিজুলী" কাকতত ওলোৱা এওঁৰ "কঠিন শব্দৰ ৰহস্য ব্যাখ্যা", খুহটীয়া কথাৰ প্ৰবন্ধবিনি, ১৮৩৩ত পুথিৰ আকাৰে

ওলায়। ই বিমল হাস্যৰসৰ সাহিত্য, হেমচন্দ্ৰ বৰুৱাৰ কদো-বৰলৰ শুঙৰ নিচিনা বিষময় বিদ্ৰূপ ইয়াত নাই। "ৰতনপুৰৰ নৰাই অধ্যাপকক যদু পাচনিয়ে সুধিলে "দেউ, চাহাব কিয় বোলে?" অধ্যাপকে কলে, "চাহেন বা পাতু ইতি চাহাব। চাহ খাই ৰক্ষা পৰি থাকে দেখি চাহাব।" যদু—"দেউ, কচাবি কিয় বোলে?" অধ্যাপক—"ক চাৰি অৰ্থাৎ কোন কোন চাৰিজন বহা ঠাই? বৰ চাহাব, ছোট চাহাব, সদৰ আমিন্, মুনচুপ।" যদু—"মকৰ্দমা কিয় বোলে?" অধ্যা—"মং মনুষ্যং কদৰ্মং কৰোতি য স মকৰ্দমা। মানুহক যি খচি বোকাৰ দৰে কৰে সেয়ে মকৰ্দমা।" যদু—'হাকিম কিয় বোলে?" অধ্যা—"হা, কিম্ পদাৰ্থম্? হা, এইটো কি পদাৰ্থ ঔ!" যদু—"দেউ, কিবা হনু পোচ্কাৰ আছে, এওঁনো কোন?" অধ্যা—"পেচং কৰোতি কি লগায়েতি য স পেচকাৰ। যিজনে হাকিমৰ আগত কথাৰ পেচ লগাই দিয়ে সেইজনেই।"

১৮১২ শকৰ প্ৰথম বছৰৰ "বিজুলী"ত ওলোৱা "আদ্যাশক্তি স্তোত্ৰ" আৰু "ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ বৈকুণ্ঠ প্ৰয়াণত ভাৰত-বিলাপ" আদি পদ্যৰ ছদ্মনামা কবি "গুৰুদত্ত" এই গুণাভিৰামেই। পদ্মহাস গোস্বামীৰ "পদ্যমালা" পুথিতো এওঁৰ ভালেখিনি কবিতাই ঠাই পাইছিল। "ভাৰত-বিলাপ" পদ্যটিত—

"কান্দন্ত ভাৰত আই, হিয়া মোৰ পুৰি যায়,
বিদ্যাসাগৰৰ বিয়োগত।
কি পাপে পাপিনী মই, মোহোৰ মৰণ নাই,
যাতনা হে মোৰ কপালত॥
যিজনে মোহোৰ অৰ্থে, ধনে-প্ৰাণে যত্ন কৰে,
যাৰ হস্তে বাঢ়ে মোৰ আশা।
কোৱাঁ নিদাৰুণ বিধি, কিয় তাক হেৰুৱাওঁ,
কিয় মোৰ এনুৱা দুৰ্দশা॥

উল্লেখিত পুথি-প্ৰবন্ধৰ বাহিৰে "জোনাকী"ত ওলোৱা এওঁৰ সৌমাৰ ভ্ৰমণ, অসমত মানৰ শেহছোৱা, অলিখিত বুৰঞ্জী আদি উদ্দীপক প্ৰবন্ধ। আনন্দৰাম ফুকনৰ পিছতে গুণাভিৰাম অসমীয়া ভাষাৰ এজন থাই উৎসাহদাতা বুলি হেমচন্দ্ৰ বৰুৱাই পৰম শ্ৰদ্ধাৰে

তেওঁৰ আত্মজীৱনীত লিখি থৈছে। মুঠতে ঢেকিয়াল ফুকন আৰু হেমচন্দ্ৰ বৰুৱাৰ পাছতে অসমীয়া সাহিত্যৰ ওখ আসনখনি যে গুণাভিৰাম বৰুৱাৰ তাত সন্দেহ নাই।

**হেমচন্দ্ৰ বৰুৱা (১৮৩৫—৯৬)** বৰ্ত্তমান অসমীয়া সাহিত্যৰ প্ৰধান ত্ৰিমূৰ্ত্তিৰ তৃতীয়টি। ১৭৫৭ শকৰ ২৪ আঘোণ মঙ্গলবাৰে শিৱসাগৰ মহকুমাৰ ৰাজাবাহৰ গাঁৱত এওঁৰ জন্ম হয়। এওঁ শিৱসাগৰৰ সংস্কৃত ভাষাবিদ্ পণ্ডিত আৰু বৈদ্যশাস্ত্ৰ বিশাৰদ মুক্তাৰাম বৰুৱাৰ দ্বিতীয়া ভাৰ্য্যাৰ দ্বিতীয় সন্তান। ন বছৰমান বয়সলৈকে পিতাকে এওঁক কোন শিক্ষা নিদি পাছত বৰ্ণমালাৰ সৈতে ভেটা-ভেটি নকৰোৱাকৈয়ে পোনে পোনে শব্দ সধাত লগাই বিদ্যাৰম্ভ কৰায়। এনেদৰেই ১৭৬৯ শকৰ কাতিলৈকে এও পিতাকৰ তত্ত্বাৱধানত সংস্কৃত ব্যাকৰণ পঢ়ি তাত কিছু ব্যুৎপত্তি লাভ কৰিলে, আৰু ইফালে নিজে নিজেই দ্ৰোণপৰ্ব, কৰ্ণপৰ্ব আদি অসমীয়া পদ-পুথিবোৰ পঢ়িবলৈ ধৰিলে। পাছত পিতাক জহনী ৰোগত ঢুকোৱাত শিৱসাগৰ কলেক্টৰী ছিৰস্তাদাৰ লক্ষ্মীনাথ বৰুৱা খুৰাদেৱেকে এওঁলোকৰ গোটেই পৰিয়াল শিৱসাগৰ নগৰলৈ নি হেমচন্দ্ৰক মাহে ৪৲ টকা বেতনত নাবিছ নিযুক্ত কৰায়। ইফালে পুৱা-গধূলি এওঁ উৰ্বীধৰ শিৱসাগৰীয়া বৰুৱাৰ টোলত সংস্কৃত আৰু তেতিয়াৰ শিৱসাগৰ জিলাৰ অধিপতি কেপ্টেইন্ ব্ৰোডীৰ ঘৰত দেৱনাগৰীৰে লিখা হিন্দী আৰু ব্ৰজবুলি শিকিছিল। বিদ্যোৎসাহী ব্ৰোডীৰ সহায়তে আকৌ হেমচন্দ্ৰই লুকাই-চুৰকৈ ইংৰাজী শিকিবলৈ লৈছিল, কিয়নো ইংৰাজী শিকিলে জাত যায় বুলি সেই সময়ত বহুতে বিশ্বাস কৰিছিল। কিন্তু ইংৰাজী শিক্ষা সৰহ নৌ আগবাঢ়োতেই সেই কথা দদায়েকৰ কাণত পৰাত সেই চেষ্টাৰ সিমানতে ওৰ পৰিল যদিও পাছত আকৌ আমেৰিকাৰ বেপটিষ্ট মিস্যনৰ সহায়ত এওঁৰ ইংৰাজী শিকাৰ হাবিয়াস ভালেখিনি পূৰ্ণ হয়। পাছে ইংৰাজীত যথেষ্ট ব্যুৎপত্তি হোৱাৰ পাছত খুৰাদেৱেকে তিৰস্কাৰৰ পৰিবৰ্ত্তে মাজে-সময়ে কাছাৰীৰ ইংৰাজী-সংক্ৰান্ত কাকত-পত্ৰবোৰ হেমচন্দ্ৰৰ হতুৱা ভঙ্গাইছিল। ১৮৫৮ত এওঁ অলপ দিন গোলাঘাটৰ ৰেভিনিউ পেছ্কাৰ আৰু অলপ দিন শিৱসাগৰ ইংৰাজী পঢ়াশালিৰ দ্বিতীয় শিক্ষকৰ পদত অস্থায়ীকৈ কাম কৰিছিল। তাৰ পাছত মাহিলি ২৫৲ বেতনত ৰেভিনিউ মহৰেজ নিযুক্ত হৈ ১৮৬২ লৈকে এই কামত থাকে। এই বছৰৰ আগছোৱাত এওঁক তেতিয়াৰ অসমৰ জুডিছিয়েল কমিস্যনাৰ মেজৰ এগ্নিউৱে গুৱাহাটীলৈ তেওঁৰ ভাঙ্গা-ভঙ্গা কাকতী কৰি নিয়ে, প্ৰকৃততে সেই কালত চিৰস্তাদাৰ মুন্সুফ আদিৰ বাহিৰে সৰ্বসাধাৰণৰ

ইংৰাজী জানিবৰ প্ৰয়োজন নাছিল আৰু কেৰেণীত বাজে ইংৰাজী ভাষাক আটায়ে ঘিণাইছিল। এই পদৰ পৰাই হেমচন্দ্ৰই ক্ৰমে সেই অফিছৰ ছুপাৰিণ্টেণ্ডেণ্টৰ পদ পায় আৰু ১৮৮১ৰ ১ জানুৱাৰীত ৮৩।/৩ পাই পেন্সন লৈ অৱসৰ গ্ৰহণ কৰে। ১৮৭৫ আৰু ১৮৭৬ত দুবাৰকৈ এওঁক একষ্ট্ৰা এছিষ্টেণ্ট পদ যচাতো সাহিত্য-চৰ্চাত ব্যাঘাত হব বুলি আশঙ্কা কৰি সেই বাব নললে। ১৮৬৩ত এটী কন্যা জন্মাৰ পাছত ১৮৬৫ৰ নৱেম্বৰত জহনী ৰোগত এওঁৰ ঘৈণীয়েক ঢুকায়।

ঢেকিয়াল ফুকন আৰু গুণাভিৰামৰ দৰেই হেমচন্দ্ৰয়ো "অৰুনোদই"তে সাহিত্যৰ উমেদাৰ জীৱন আৰম্ভ কৰে। একাদশ বছৰৰ চতুৰ্থ সংখ্যা "অৰুনোদই"ত (এপ্ৰিল, ১৮৫৬) "অনেক বিয়া কৰা অজুগুত" প্ৰবন্ধ লেখক ছদ্মনামা সেই "স্ত্ৰী সোনাৰ চাঁদ" যে হেমচন্দ্ৰ, পানীন্দ্ৰনাথ গগৈৰ লৰাশিক্ষা আগছোৱাৰ "সোনাৰ চাঁদ ডেকা বৰুৱা" উল্লেখেই বেঁকা অথচ তীক্ষ্ণভাৱে বুজায়। তেওঁৰ আত্মজীৱনীতো এই কথা তেওঁৰ চুম্বক আৰু শক্তিসম্পন্ন গদ্যত প্ৰকাশ পাইছে "মই পুনৰায় বিয়া নকৰালোঁ। আজিকালি আমাৰ সমাজৰ অৱস্থালৈ চাই ভাৰ্য্যা মৰা পুৰুষে পুনৰায় বিয়া কৰোৱা গোটেই নিন্দনীয়। মই ভাবি চালোঁ, মোৰ ভাৰ্য্যাৰ নহৈ মোৰ মৃত্যু হোৱা হলে তেওঁৰ কি অৱস্থা হ'লহেতেন? তেওঁ মৰিছে, তথাপি মোৰ ইচ্ছা হলেই মই এটা কিয় তিনটা বা অধিক বিয়া কৰিব পাৰোঁ, কিন্তু বিধৱা হোৱাৰ পাচত বিয়াৰ নাম লোৱা মাত্ৰেই তেওঁৰ জাতি গলহেতেন, সমাজে বৰ্জিলেহেতেন, আৰু তেঁও জীৱন্তুতে মৰা যেন হৈ থাকিল-হেতেন! ই যেনে অসঙ্গত তেনে অযুগুত। শাস্ত্ৰ নেলাগে যুক্তিলৈ চালেই বিধৱাৰ বিয়াত যে কোনো দোষ নাই তাক বুজিব পাৰি, আৰু শাস্ত্ৰৰো যুক্তিয়েই মূল, কিয়নো "যুক্তিহীন-বিচাৰেন ধৰ্মহানিঃ প্ৰজায়তে।" এতিয়া চাওক-চোন, মতা-তিৰোতা দুইটা সমান জীৱ, ভোক-পিয়াহ, টোপনি, বোধ-ইচ্ছা, অঙ্গ-প্ৰত্যঙ্গ, জন্ম-মৰণ দুইৰো সমান। তথাপি এটাৰ যি স্বত্ব আছে আনটোৰ সি নাই বোলা কথাটো কিমান অন্যায়, ইয়াক যাৰ অলপমান জ্ঞান আছে সিও বুজিব পাৰে। ঈশ্বৰৰ বা স্বভাৱৰ নিয়মমতে বিধৱাৰ বিয়া নিষিদ্ধ হোৱা হলে স্বামীৰ মৃত্যুৰ পাচত তিৰোতাৰ মনৰ পৰা সহবাসৰ বাঞ্ছা গুচি গলহেঁতেন, কিন্তু সকলোৱেই জানে তেনে কেতিয়াও নহয়। হিন্দু-শাস্ত্ৰমতে ভাৰ্য্যা স্বামীৰ অৰ্দ্ধাঙ্গ আৰু হিন্দুবিলাকে

তেওঁবিলাকে তেওলোকৰ বিয়াত অগ্নিৰ আগত দেৱতা আৰু পিতৃবিলাকক সাক্ষী কৰি ভাৰ্য্যাক এইৰূপে কয়, "তোমাৰ প্ৰাণে সৈতে মোৰ প্ৰাণক, তোমাৰ হাড়ে সৈতে মোৰ হাড়ক, তোমাৰ মাংসে সৈতে মোৰ মাংসক, আৰু তোমাৰ ছালে সৈতে মোৰ ছালক মিলাও।" ইয়াৰ দ্বাৰা দেখা যায় যে ভাৰ্য্যা আৰু স্বামীৰ একে দেহ, একে প্ৰাণ, দুইৰ ভিতৰত একো প্ৰভেদ নাই। এনে স্থলত যেতিয়া পুৰুষে ভাৰ্য্যা মৰি গলে অৰ্থাৎ তেওৰ শৰীৰৰ এভাগ নষ্ট হলে তাক পূৰাই লব পাৰে, তিৰোতা সেই স্বত্বৰ পৰা বঞ্চিত হব কিয় ?

"আমাৰ শিক্ষিত ডেকাবিলাকৰ মূৰত এটা বৰ গধুৰ বোজা আছে, সেই কথা সিবিলাকে ভাবি চোৱা উচিত। ইয়াৰ পাচত তেওঁবিলাকেই সমাজৰ নায়ক আৰু সাধাৰণ মতৰ শ্ৰষ্টা হব , তেতিয়া তেওঁলোকে যেন কুসংস্কাৰ আৰু দেশাচাৰৰ দাস হৈ নাথাকে, আৰু বিধৱা বিয়াৰ বাটটো বহলায়, এয়ে মোৰ আন্তৰিক ইচ্ছা আৰু প্ৰাৰ্থনা। পূজনীয় বিদ্যাসাগৰে বিধৱা বিবাহ যে শাস্ত্ৰসিদ্ধ ইয়াকে প্ৰমাণ কৰিয়েই মনে মনে নাথাকিল, আপোনাৰ পুতেকেৰে সৈতে বিধৱাৰ বিয়া দিলে। কালৰ সোতত তেওঁ উটি গল, কিন্তু তাৰ বালিত তেও যি খোজৰ সাঁচ থৈ গৈছে সি চিৰকাললৈ থাকিব, লুপ্ত নহয়। সেই খোজৰ পাচত চলোতা মানুহ আমাৰ দেশত ওলাব কেতিয়া ? প্ৰতিধ্বনিয়ে সুধিছে— "কেতিয়া ?"

১৮৭৩ ৰ ১৮ জুনৰ তেতিয়াৰ লেফটেনেণ্ট গৱৰ্ণৰ ছাৰ জৰ্জ কেম্বেলৰ ২১৫২ নং জাননী অনুসৰি "আদিপাঠ" লিখি তেনে আঠৈকুৰিখনমান কিতাপৰ ভিতৰত আগঠাই পাই এওঁ ৫০০, টকা বটা লাভ কৰে, ইয়াৰ পাছতো "পাঠমালা", "ব্যাকৰণ" আদি পুথি লিখি আৰু ' ৰে টু হেলথ" পুথি ভাঙি গৱৰ্ণমেণ্টৰ পৰা সকলোটি মিলাই পায় মুঠ ১১০০, টকা। কামৰূপৰ পুৰণি সংস্কৃত পুথি গোটোৱা বিষয়ত ৰাজেন্দ্ৰলাল মিত্ৰক সহায় কৰিও এওঁ গৱৰ্ণমেণ্টৰ পৰা শলাগ আৰু আৰ্থিক পুৰস্কাৰ পায়। অসমত বিবাহ-পদ্ধতি বুলি এখন ইংৰাজী পুথি এওঁ পাছৰ বয়সত লিখি উলিয়ায়, ১৭৮১ শকত এওঁৰ অসমীয়া ব্যাকৰণ শিৱসাগৰ মিস্যন্ প্ৰেছেই ছপায়, তাৰ পাছত পঢ়াশলীয়া ছাত্ৰৰ উপযোগী কৰি ১৮৮৬ ত অসমীয়া লৰাৰ ব্যাকৰণ উলিয়ায়। হেমকোষ এওঁৰ নিজৰ আৰু অসমীয়া ভাষাৰ এটি শ্ৰেষ্ঠ কীৰ্ত্তিস্তম্ভ, ৱেবষ্টাৰৰ আদৰ্শত লিখা এই অভিধানৰ জলনৰ ইংৰাজী অভিধানৰ লগতহে শ্ৰেষ্ঠ একে হুতীয়া কাম বুলে

ৰিজনি হব পাৰে, আৰু স্বৰূপতে ই সেই শাৰীৰ ওখ প্ৰতিভাৰ কাৰ্য্য । জীৱন কালত তেওঁ হেমকোষ প্ৰকাশিত হোৱা দেখিবলৈ নাপালে, আৰু নাপাব বুলি জানিয়ে তেওঁ সংক্ষিপ্ত হেমকোষ বুলি তাৰ এটি ক্ষুদ্ৰ সংস্কৰণ কৰে, আৰু ১৮১৪ শকৰ আঘোণত পঢ়াশলীয়া অভিধান বুলি এখনি সৰু শব্দকোষ উলিয়ায় । মাণিকচন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ফুকনে পতা এটি অনুষ্ঠানৰ সহায়ত ১৮৮২ ত গুৱাহাটীৰ পৰা প্ৰায় ৯০০ গ্ৰাহকেৰে এও আসাম নিউচ নামৰ ইঙ্গ-অসমীয়া সাপ্তাহিক কাকতখনি উলিয়ায় । ১৮৮৫ ৰ জুলাইৰ পৰা যদিও এই কাকত ওলাবলৈ এৰে, তথাপি অসমীয়া ভাষাৰ আখৰ জোটনি আৰু ৰচনা ৰীতিক বৰ্তমান গঢ় দিয়াত ইয়াৰ বৰঙণি অসামান্য নিশ্চয় ।

'কানীয়া কীৰ্ত্তন' আৰু 'বাহিৰে ৰংচং ভিতৰে কোৱাভাতুৰী' হেমচন্দ্ৰৰ ব্যঙ্গ ৰচনা । 'কানীয়া কীৰ্ত্তন' নাটক বা প্ৰহসনৰ গঢ়ত লিখিলেও তাত নাটকীয় গুণ বিশেষ থকা বুলিব নোৱাৰি, সমসাময়িক সমাজক নিজ দোষবিলাক চকুত আঙুলি দি দেখুৱাবৰ বাবেইহে লিখা বুলিব পাৰি । 'কোৱাভাতুৰী' কাহিনীমূলক, ইয়াৰ ব্যঙ্গ আৰু চোকা । "কোৰখনীয়া সত্ৰৰ গোবৰ্দ্ধন দেউ আতা পৰম বৈষ্ণৱ, কংস ৰজাৰ চন্দন যোগাতী কুঁজী বাইৰ বংশত জাত, সাক্ষাত গুৰুজনাৰ পৰা পৰমাৰ্থৰ ভাগ পোৱা গোপীনাথ দেউ আতাৰ পৰিনাতি । ঘোষা, কীৰ্ত্তন, ৰত্নাৱলী, এই তিনিখনি শাস্ত্ৰ প্ৰভুৰ ওষ্ঠাগ্ৰ । ইয়াত বাজেও গুণমালা, ভটিমা,চপয়, তোটয়, এইবিলাক মুখে আখৈ ফুটাৰ দৰে ফুটে । বৰগীতত গোসাইদেউ এনেহে পাৰ্গত যে তেওঁ পুৱতীয়া নিশা গীত ধৰিলে ওচৰৰ গছবিলাকেও পাত লৰোৱাৰ চলেৰে তাল ধৰে, আৰু কুকুৰ-শিয়ালেও প্ৰেমত বাউল হৈ ৰাগ দিয়ে। গোসাঁইদেৱ 'বাক সিধ্', যি বোলে সেয়ে হয়। এবেলি এজন ভকতে কিবা দায় কৰাত "হতশ্ৰী হো" বুলি তাক শাপ দিছিল। গোসাঁইদেউৰ "বৰ্জ্জ বাইক" পৰিবৰ পৰা ভকতজনে দেঢ় কুৰি বছৰ মাথোন টানিলে।" পুথিখনৰ মৰ্মবাণী 'কোৱাভাতুৰী'ৰ সামৰণি গীতত

"হায়, হায়, কেনেকুৱা কৰ্মৰ গতি। উদাসীন মহাজনে দুখ পালে অতি॥
কপটীয়াৰ ফাকটি গোটেই আন্ধাৰ। ভাল বেয়া চিনিবৰ শক্তি আছে কাৰ॥
কেৱলীয়া মহাজন ধৰমীৰ বেশ। শিষ্যক তৰায় দি ধৰম উপদেশ॥
মুখত ধৰম কথা অন্তৰত আন। ধিক্ তাৰ পৰমাৰ্থ ধিক্ তাৰ জ্ঞান॥
বাহিৰত ৰং চং নাই কোনো মলি। ভিতৰৰ ফাল কিন্তু ছাই লিপা কলি॥

আপোনাক শুচি বুলি লোকক ঘিণায়। ধৰমৰ ঢাকনিৰে পাপ ঢাকি খায়॥
বাহিৰত মালা জপে ধৰমী দেখায়। অন্তৰত বা কি ভাবে চিন একো নাই॥
অস্ অস্! হ'ল আহি ঘোৰ কলিকাল। ধৰ্মৰ কঠীয়া তলী পাপৰ ভঁৰাল॥
তাল মালা ফোঁট পূজা আৰু হোমৰ ছাই। বাহিৰৰ সৃষ্টি তাত পতিষ্ঠন নাই॥"

সৌৰ জগতত বৃহস্পতিৰ দৰে, ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যত জনছনৰ নিচিনাকৈ, বৰ্ত্তমান অসমীয়া সাহিত্যত হেমচন্দ্ৰ বৰুৱাই এখনি বিশেষ আসন অধিকাৰ কৰে। আকৌ জনছনৰ দৰেই হেমচন্দ্ৰৰ অধিনায়কত্ব তেওঁৰ ৰচনাৰ লেখ বা জোখৰ ওপৰতো নিৰ্ভৰ নকৰে, এওলোকৰ ব্যক্তিত্ব আচৰিতভাবে এনেবোৰ বিচাৰৰ অতীতত। ইফালেও জন্‌ছন আৰু হেমচন্দ্ৰ উভয়ৰে কীৰ্ত্তিস্তম্ভ তেওলোকৰ একেহতীয়া অভিধান দুখনি, কিন্তু সি সাহিত্যৰ লগত সম্পৰ্ক শূন্য। তদুপৰি হেমচন্দ্ৰ আৰু গুণাভিৰাম উনৈশ শতিকাৰ অসমীয়া সাহিত্যৰ দুটি শিক্ষালয় বুলিব পাৰি, বৈষ্ণৱ সমালোচকসকলে শঙ্কৰ-সূৰ্য্য আৰু চৈতন্য চন্দ্ৰৰ উপমা দিয়াৰ দৰে হেম বেলি আৰু গুণ জোনক সেই শতিকাৰ অসমীয়া সাহিত্যৰ দুটি চকু বুলিলেও ভুল নহয়। কিন্তু জোনাকৰ জেউতিক বেলিৰ কিৰণে জিনিব পৰাৰ দৰে হেমৰ প্ৰতিভাৰ প্ৰখৰতাই গুণৰ জেউতিৰ মৃদুতাক জয় কৰিব পাৰিলে। এই দুইজন অধিনায়কৰ গাইগুটীয়া স্বভাব, হাস্যৰস, গদ্য, ব্যক্তিত্ব সকলোতে এই ৰিজনিৰে সাৰ্থকতা দেখিবলৈ পোৱা হয়। সাহিত্যত হাস্যৰস ৰূপে হেমচন্দ্ৰৰ 'কোৰাভাতুৰী' আৰু গুণাভিৰামৰ 'ৰহস্য ব্যাখ্যা', গদ্যৰূপে হেমচন্দ্ৰৰ আত্মজীৱনীৰ সামৰণি আৰু গুণাভিৰামৰ 'সৌমাৰ ভ্ৰমণ'ৰ আৰম্ভণি আদি মিলালেই যথেষ্ট হয়। আকৌ মুঠতে উনৈশ শতিকাৰ অসমীয়া সাহিত্যৰ বীৰবাহুসকলৰ ভিতৰত হেমচন্দ্ৰই, ওঠৰ শতিকাৰ ইংৰাজী সাহিত্যৰ জনছনৰ দৰে, অভ্ৰভেদী ব্যক্তিত্ব।

**হৰিবিলাস আগৰৱালা (১৮৪২-১৯১৬)** তেজপুৰৰ গমিৰি গাৱত ওপজে। শিক্ষাৰ অৰ্থে এওঁ পোনতে ডিব্ৰুগড় আৰু শিৱসাগৰ, শেষত কলিকতালৈ গৈ তাৰ হিন্দু স্কুলত পঢ়ে। শিক্ষা সাং কৰি এওঁ নানা ব্যৱসায়ত ধৰে। এওঁ অকা, ডফলা, চিংফৌ মিছিমি আদি আৰৰী জাতিক ৰৰাব জানিছিল, এই বাবে ডফলা যুদ্ধৰ সময়ত এওঁক ডফলাক ৰবাবলৈ পঠাইছিল। এও ভাৰতবৰ্ষৰ বাহিৰেও ব্ৰহ্ম দেশ আৰু লঙ্কা দ্বীপ আদিৰ ঘাই ঠাইবিলাক ঘুৰি আহি শেষত এওঁ তেজপুৰত কাঠ-ফলা কলৰ কাৰবাৰত হাত দিয়ে। এই ব্যৱসায়ত এওঁৰ এনেদৰে পৰ্‍যালি পৰিল যে এওঁ এওঁৰ কলিকতাৰ

বৰ-বজাৰৰ আৰ্মেনীয়া ষ্ট্ৰীটৰ নিজা ঘৰ-দুৱাৰ আৰু ডিব্ৰুগড়ৰ মাটি-ভেটি বেচিবলৈ তৎ এৰিলে। এওঁ ৰবৰ আৰু হাতী ধৰা কাৰবাৰ কৰিছিল, আৰু ডিব্ৰুগড়ৰ লাহোৱালত বিখ্যাত তামোলবাৰী চাহ-বাৰী পাতে, এই চাহবাৰীকে বঢ়াই তেওঁৰ পুতেক-নাতিয়েকহঁতে চাহ-ব্যৱসায়ত যথেষ্ট উন্নতি কৰিলে। বিষ্ণুপ্ৰসাদ, চন্দ্ৰকুমাৰ, পৰমানন্দ, কৃষ্ণপ্ৰসাদ আৰু গোপালচন্দ্ৰ, এওঁৰ এই পাঁচটি পুত্ৰৰ ভিতৰত বৰ-মাজু চন্দ্ৰকুমাৰ কুৰি শতিকাৰ অসমীয়া কবিসকলৰ অগ্ৰণী এজন।

অসমীয়া পুৰণি পুথিৰ সংগ্ৰহত নেথন ব্ৰাউনৰ নেতৃত্বৰ উল্লেখ কৰি অহা হৈছে। তেওঁৰ প্ৰায় তিনি কুৰি বছৰৰ নিমাও মাও অৱস্থাৰ পাছত ছাৰ আৰ্চডেল আৰ্লৰ আমোলত এই বিষয়ৰ আকৌ সহাৰি পোৱা হয়। ১৯১২ত কৰ্ণেল গৰ্ডনৰ নেতৃত্বত হেমচন্দ্ৰ গোস্বামীয়ে ৭৭খন সংস্কৃত আৰু ১৫৬খন অসমীয়া পুথি গোটায় অসমীয়া পটন্তৰ ৪, গণিত ৪, জ্যোতিষ ১, চৰিত ১২, বুৰঞ্জী ১০, নাটক ১৪, কাব্য ৩৯, আখ্যান ১, আহোম শব্দকোষ ১, মন্ত্ৰ ১০, ঔষধ ২, বিবিধ ২, পুৰাণ ১৬, ধৰ্মপুথি ৩৪, ফকৰা ১, গীতকাব্য ৪, তন্ত্ৰ ১। এইবোৰৰ ভিতৰত নৈষ্ঠিক মতৰ লগত যুজি ঘাইকৈ ধৰ্মপুথিবোৰ ছপাবলৈ পুঁজি আৰু সৎসাহ ক'ত ? ১৮৭৬ত সাঁচিপতীয়া পুথিৰ পৰা জয়ে জয়ে হৰিবিলাসেই সকলো প্ৰকাৰে সাহ কৰি শঙ্কৰদেৱৰ কীৰ্ত্তন-ঘোষা কলিকতাত ছপাই আনে। এৱেঁই আকৌ ভাগৱতৰ আদি, মধ্য আৰু শেষ ছোৱাৰ দশম স্কন্ধ, তাৰ পাছত একাদশ স্কন্ধ আৰু লাহে লাহে প্ৰথম, দ্বিতীয় আৰু তৃতীয় স্কন্ধ প্ৰকাশ কৰে। ইয়াৰ বাহিৰেও ঊনৈশ শতিকাৰ ভিতৰতে এওঁ শঙ্কৰদেৱৰ সীতা-স্বয়ম্বৰ অঙ্ক, গুণমালা, ভট্টিমা, বৰগীত আদি উলিয়ায়, আৰু পুৰুষোত্তম ঠাকুৰ বিদ্যাবাগীশৰ 'প্ৰয়োগ ৰত্নমালা ব্যাকৰণ' ছপায়। ভক্তি-ৰত্নাৱলী, দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত, ৰিপুঞ্জয় স্মৃতি, সাৰ-নিত্যক্ৰিয়া আদি পুথিও এৱেঁ পোনতে উলিয়ায়। এওঁৰ উদ্যোগ আৰু অৰ্থ-সাহায্যৰ গৰিলা লৈয়ে গুণাভিৰামে পুৰণি সাহিত্যৰ কিছুমান সুন্দৰ ভণিতা গোটাই তেওঁৰ 'কাব্য-কুসুম' পুথি উলিয়ায়। এওঁ নিজে অসমীয়া গদ্যৰ ভাল লেখক আছিল, তাৰ সাক্ষী স্বৰূপে তেজপুৰৰ অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ কোনো অধিবেশনত পঢ়া এওঁৰ লম্বোদৰ বৰাৰ জীৱনীখন মাত্ৰ আছে। হৰিবিলাসৰ আন নহলেও আপাশুধীয়া সাহিত্য-পৃষ্ঠপোষকতাৰ বাবে চিৰ স্মৰণীয় হবৰ নিসন্দেহ দাবী আছেই।

মাধৱচন্দ্ৰ বৰদলৈ (১৮৪৭-১৯০৭) ১৭৬৮ শকৰ মাঘত উত্তৰ গুৱাহাটীত এওঁৰ জন্ম, পিতাক কমলনাথ আৰু মাক পদ্মাৱতী। স্বনামধন্য আনন্দৰাম বৰুৱা, কৰ্ণেল শিৱৰাম বৰা আৰু জালনুৰ আহ্মদ আদিৰে একেলগে এওঁ ১৮৬৪ত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। কিন্তু যথা সময়ত বি এ মহলাত উঠিব নোৱাৰি কাকতী আৰু শিক্ষকৰ কাম কৰি শেষত এল্ এল্ পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীত ওকালতি কৰে, আৰ তাৰ পৰাই এওঁ শেষত একষ্ট্ৰা এছিষ্টেণ্ট কমিস্যনাৰ্ আৰু ডেপুটি মেজিষ্ট্ৰেট হৈ অৱসৰ লৈ ১৯০৭ৰ ১০ অক্টোবৰত ঢুকায়। মাধৱ কন্দলীৰ অসমীয়া পাঁচ কাণ্ড ৰামায়ণ, মাধৱদেৱৰ আদিকাণ্ড আৰু শঙ্কৰদেৱৰ উত্তৰা কাণ্ডৰে এৱেঁই জয়ে জয়ে সুসম্পাদিত কৰি উলিয়ায়। মৌলিক কোনো গ্ৰন্থ নিলিখিলেও এই ৰামায়ণৰ বহুমূলীয়া পাতনিখনেই এওক অসমীয়া সাহিত্যত স্মৰণীয় কৰি ৰাখিব। বহুত দিনৰ বাদ-বিসম্বাদৰ বিষয় পুৰুষোত্তম গজপতিৰ "দীপিকা-ছন্দ" (দীপিকা চন্দ্ৰ ?) পুথিখনিও এৱেঁই পোনতে প্ৰকাশ কৰে। লক্ষেশ্বৰ শৰ্মা নামৰ এজনো এই দৰেই অসমীয়া অষ্টাদশ পৰ্ব মহাভাৰত ছপাবলৈ যো জা কৰোতেই ঢুকায়।

## পূৰ্ব-আধুনিক আৰু আধুনিক কবিতাৰ বিকাশ

"আধুনিক" কথাটো অকল কাল গতই নহয়, দেশ-গতও। দেশৰ লগত দেশৰ আৰু জাতিৰ লগত জাতিৰ যি আন্তৰিক সমিল মিল আৰু সলনা-সলনি আৰু তাৰ ফলত এই দেশ আৰু জাতিসমূহৰ হৃদয়ত যি এটি নতুন প্ৰাণৰ সন্ধান, নৱ জাতীয় ৰূপ বা অভিনৱ যুগ-ধৰ্মৰ বাৰ্ত্তা, সেয়ে আধুনিকতাৰ বিশিষ্ট পৰিচয়। মুঠতে বিশ্ব-মানৱৰ মাজত ব্যাপকতৰ গভীৰতৰ আৰু নিষ্ঠতৰ কল্যাণতে আধুনিকতাৰ জন্ম হৈছে , আৰু ইউৰপেই এই আধুনিকতাৰ পৰশ-মণি স্বৰূপ। ৰবীন্দ্ৰনাথৰ ভাষাৰে, "পশ্চিমে আজ খুলিয়াছে দ্বাৰ, সেথা হ'তে সবে আনে উপহাৰ, দিবে আৰ নিবে, মিলিবে মিলাবে, যাবে না ফিৰে, এই ভাৰতেৰ মহামানৱেৰ সাগৰ-তীৰে।" এই পৰশ মণিৰ পৰশৰ বাবেই জাপান কেতিয়াবাৰে পৰা আধুনিক আছিল, আৰু তাৰ অবিহনে সৌ সিদিনালৈকে চীন দেশ আধুনিক নাছিল। ভাৰতীয় সাহিত্যৰ ইউৰপীয়, বাইকে আধুনিক ইউৰপীয়, চেতনাৰ মূল উপলব্ধিটিয়েই ইয়াৰ বিশিষ্ট বাই দান। সেই মূল উপলব্ধিটি হৈছে এই

স্থূল বা ইন্দ্ৰিয়গ্ৰাহ্য জগতক বৰণ। যদি এয়ে হয়, তেন্তে কালিদাস আদিৰ ভাৰতীয় সাহিত্যতেই বা ইন্দ্ৰিয়ালুতা কি হীন ? তেনেহ্লে কব লাগিব, প্ৰাচ্য বা আদি-ভাৰতীয় আৰু পাশ্চাত্য বা আধুনিক ইউৰপীয় ভাব-ধাৰাৰ মূলগত পাৰ্থক্যখিনি ইন্দ্ৰিয়গত জগতক আলিঙ্গন কৰা বা নকৰাত নহয়, তাক আলিঙ্গন কৰা নীতিত। স্থূলক একান্ত স্থূলভাৱে গ্ৰহণ কৰাই ইউৰপৰ 'প্ৰফেন' বা 'পেগান' নীতি, শৰীৰৰ লগত শৰীৰৰ মিলনৰ যি সৰসতা আৰু তৃপ্তিৰ উপভোগ, সেয়ে এই 'ছেকুলাৰ' বা বৈষয়িক নীতি। কিন্তু ভাৰতৰ অধ্যাত্ম অতীন্দ্ৰিয় নীতিত পাৰ্থিৱ সম্বন্ধৰ মাজতে সকলো ওৰ নপৰে, আৰু ইন্দ্ৰিয়গত বিষয়ানুভূতিও নিজস্ব মূল্যতকৈ বেলেগ এটি সত্যৰ প্ৰতীক ৰূপেহে ধৰা হয়, পতি-পত্নী, পুত্ৰ-কন্যা, বিষয়-বাসনা আদি ধন্য আৰু মান্য হব পাৰে আত্মাৰ আনন্দ স্বৰূপেহে, শাৰীৰিক বা পাৰ্থিৱ গুণত নহয়। এই বাবেই ইউৰপীয় কবিৰ "সি দুটি চকুৰে পিয়া মাথোঁ তুমি, পিম মই বুকু ভৰি", বৈষয়িক, কিন্তু ভাৰতীয় কবিৰ "জনম অৱধি হাম ৰূপ নেহাৰনু, নয়ন ন তিৰপিত ভেল। লাখ লাখ যুগ হিঅ হি ৰাখনু, তইও হিঅ জুড়ন ন গেল॥" আধ্যাত্মিক। তদুপৰি, মৰৰ ওপৰত অমৰৰ, বা জড়ৰ ওপৰত চৈতন্যৰ, অধ্যাত্ম উপলব্ধি অকল ভাৰতীয়ৰ আৰু তাৰ বিপৰীত ভাব ইউৰপীয়ৰ একস্বত্ব নহয়। উভয় দেশৰ বতাহ-পানীৰ লগত নিজ নিজ গুণ বিয়পি থাকি ই সৰ্বসাধাৰণক প্ৰভাৱান্বিত কৰে, তথাপি শ্ৰেষ্ঠতম শিল্পীসকল উভয় মহাদেশতে সদায় ইয়াৰ ওপৰলৈ উঠে।

স্বৰূপতে ইংৰাজ অমোলৰ লগে লগেই পুৰণি অসমীয়া জীৱনৰ, গতিকে অসমীয়া সাহিত্যৰ, লগত বৰ্ত্তমানৰ যোগসূত্ৰ প্ৰায় ছিগিল। কিন্তু ই এদিন, এমাহ, এবছৰ বা এযুগৰ কথা নহয়, ইংৰাজ শাসনৰ লগে লগে তেওঁলোকৰ হাব-ভাব, চলন-ফুৰণ, সাজ-পাৰ, মাত-কথা, আদৰ্শ আদিৰ প্ৰতি লক্ষ্য, আকৰ্ষণ, অনুৰাগ বঢ়াৰ পৰিণাম ৰূপে শেষত জ্ঞাতসাৰে আৰু অজ্ঞাতসাৰে সেইবোৰৰ গ্ৰহণ হবলৈ ধৰিলে। সাহিত্যতো এই গতি যেনে ধীৰ-স্থিৰ, তেনে সুনিশ্চিত। পোনতে বিশ্বেশ্বৰ, দুতিৰাম, পূৰ্ণকান্ত আদিত এই যুগৰ সহাৰিকে পাবলৈ নাই, তাৰ পাছত ৰমাকান্ত, ভোলানাথ আদিত সাজ-পাৰৰ সলনি অৰ্থাৎ মূৰৰ মথুৰা পাগ, গাৰ এৰীয়া বা গুণাকটা ফুলাম খনীয়া আৰু টিকাৰ খম্‌খমীয়া মুগাৰ বৰ চুৰিয়া সলাই হেট্‌ নেকটাই ঠেঙা পিন্ধা দেখা পাওঁ সচা, কিন্তু হেটৰ তলত টিকনি আৰু ঠেঙাৰ তলত তিয়নি তেতিয়াও আছিল, কেৱল

চন্দ্ৰকুমাৰ লক্ষ্মীনাথ হেম গোস্বামীৰ কবিতাত প্ৰথম চাহাবানি দেখা পোৱা হয়। পৰিবৰ্ত্তনৰ এই তিনিটি খাপৰ প্ৰথমটিত পুৰণি ভাব আৰু পুৰণি ছন্দ প্ৰায় অবিচলিতভাৱে থাকিল, দ্বিতীয়টিত দুলড়ি লেচাৰীৰ ঠাইত সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ব্লেঙ্ক ভাৰ্ছ ব্যৱহৃত হল, অথচ তাৰ ভিতৰৰ বস্তু সেই ৰামায়ণ মহাভাৰতৰ আদৰ্শই সুবহু থাকিল, কিন্তু চন্দ্ৰ লক্ষ্মী-হেমৰ কবিতাত ইংৰাজী ৰোমাণ্টিছিজম্ বা ইটালীয় ছনেট্ আৰু বাহিৰা বস্তু হৈ নাথাকিল, হাড়ে হিমজুৰে এক হৈ পৰিল। ওপৰে ওপৰে চালে এনে এটা শঙ্কা মনলৈ আহিব পাৰে, অসমীয়াৰ জাতীয়ত্ব 'তেন্তে ক'ত ৰল'? কিন্তু আমাৰ শাৰীৰিক জীৱনলৈ চালেই দেখা পাও, সাত পুৰুষত নোখোৱা নকৰাও আমি খাইছো আৰু কৰিছো, আৰু সিমানৰ সত্ত্বেও আমি নিজক অসমীয়া বুলি আছোহক, মানসিক বিষয়ে ই ততোধিক সত্য। আগৰ অসমীয়া ঘোপমৰা বৰ ঘৰ মাৰল ঘৰ আহল-বহল খিৰিকি দুৱাৰ দি ওখকৈ সজালেও আমি সেই পূৰ্বপুৰুষৰ বংশধৰ হৈয়ে থাকিম, কেৱল আমাৰ পুৰণি ভেটিটো যাতে নৈয়ে খহাই লৈ নাযায় তালৈ মন কৰিলেই যথেষ্ট। প্ৰকৃততে পৰিবৰ্ত্তিত অৱস্থাৰ লগত নিজক খাপ খুৱাই লব পৰাই জীৱন, তাকে কৰিব নোৱাৰিলেই মৃত্যু অনিবাৰ্য্য। পূৰ্বপুৰুষে নোখোৱা কোনো বস্তু নাখাও বুলি যেনেকৈ আমি বৰ্ত্তমান যুগত জীয়াই থাকিব নোৱাৰোঁ, আমাৰ জলবায়ু আৰু শাৰীৰিক গঠনলৈ মন নকৰি জীণ নোযোৱা বস্তু খায়ো তেনেকৈ আমি নিজ মৰণ মাতি আনিব পৰোঁহক, গতিকে আধুনিকতাৰ আন এটি অৰ্থ সমাহাৰ, সমন্বয়, ঐক্য বা মিলন। শুদা ইউৰপীয় চেতনা আধুনিক নহয়, যি ইউৰপীয় চেতনাত ভাৰতীয় চেতনাৰ ঐক্য সাধন হোৱা নাই সি ইউৰপীয় চেতনাই নহয়। সংস্কৃতি কথাটোও এনেকুৱাই, ই বিশ্বজনীন আৰু গতিশীল, এই দুই গুণ হেৰালেই ই প্ৰাণহীন ৰীতি নীতিত পৰিণত হয়। ভাৰতীয় ইউৰপীয় আদি সভ্যতা যেনেকৈ মানৱ সংস্কৃতিৰ বৰ্ণালি মাত্ৰ, অসমীয়া বঙলা আদি সভ্যতা তেনেকৈয়ে ভাৰতীয় সংস্কৃতিৰ বৰ্ণালি নিশ্চয়, গতিকে এই প্ৰাদেশিক সভ্যতাবোৰ যিমানে উন্নত হয়, ভাৰতীয় সংস্কৃতি সেই অনুপাতে উজ্জ্বল হৈ উঠিব। বৰ্ত্তমান অসমীয়া কাব্য-ৰীতিৰ বিৱৰ্ত্তন আৰু ক্ৰমবিকাশত এইবোৰলৈ লক্ষ্য ৰাখিব লাগিব।

বিশ্বেশ্বৰ বৈদ্যাধিপৰ আত্ম পৰিচয়ঃ "সূৰ্য্যবিপ্ৰে কুলে জাত। বিশ্বেশ্বৰ নামে খ্যাত॥ তেহেঁ পদ বিৰচিল। স্বৰ্গদেৱে আজ্ঞা দিল॥ বৈদ্য বৰুৱাৰ নাতি। পৰম অজ্ঞানী আতি॥

নখাটিয়া আছিলেক। বৈদ্যাধিপ পাতিলেক॥ শুনা সভাসদ লোক। হৰি হৰি ঘুষিয়োক॥ বুৰঞ্জী পুৰাতত্ত্ব বিভাগে উলিওৱা এওঁৰ পদ্য-বুৰঞ্জীত ১৭৯২ ১৮১৯ৰ অসমৰ কাহিনী বৰ্ণোৱা আছে। আধকৰা এই পুথিখন লেখকে সম্ভৱ পুৰন্দৰ সিংহৰ ৰাজ-আজ্ঞামতে ১৮৩৩ মানত আৰম্ভ কৰি ১৮৪৬ৰ ভিতৰত সমাপ্ত কৰিছিল। বৈষয়িক কথা হলেও ইয়াৰ ভাব-ভাষা সকলো বৈষ্ণৱ আদৰ্শৰ "শ্বেত ছত্ৰ যাৰ শিৰ উপৰে চৰাইল। কালৰ বিক্ৰমে এক তিলকে উৰাইল॥" এনে মন্তব্য এই "বেলি-মাৰৰ বুৰঞ্জী"ত বিৰল নহয়। চলিত পদ, দুলড়ি, লেচাৰীৰ বাহিৰেও ইয়াত মুক্তাৱলী, বিদগ্ধ লেচাৰী আদিৰে নানা ছন্দ বৈচিত্ৰ্য পোৱা হয়। পূৰ্ণানন্দৰ পত্নীসকলৰ বিলাপ আদিৰ পৰাও লেখকৰ কবিত্বৰ প্ৰমাণ পোৱা হয় —

"হা হৰি হৰি। স্বামী গৈল মৰি
আইলোঁ ৰাজ্য এৰি, পাইলোঁ কামপুৰী এ,
ধন-জন-বাৰী সকলো তৈতে থাকিলা।
তোমাৰ সমান, মন্ত্ৰী নাহি আন,
শত্ৰু স্থানে স্থানে কৰিলা নিৰ্য্যান এ,
অকণ্টকা কৰি সমস্ত ভূমি পালিলা॥
তোমাৰ বিয়োগে বঞ্চিলেক ভোগে
দৈৱৰ সংযোগে পাইল মহাৰোগে এ,
বিপত্তি কালত আপুনি তুমি মৰিলা।
বিধি বিড়ম্বিলে মানেও খেদিলে,
যুদ্ধতো হাৰিলে বলে নোৱাৰিলে এ,
আমাৰ কপালে বিধাতা হেন লিখিলা॥

**দুতিৰাম হাজৰিকা (১৮০৬-১৯০১)**, কলি-ভাৰত নামৰ আন এখন পদ-বুৰঞ্জীৰ লেখক, যোৰহাটৰ বনীয়া সম্প্ৰদায়ৰ লোক আৰু সম্ভৱ পুৰন্দৰ সিংহৰ সোণাৰী আছিল, পুথিখন ১৮৬২ত সম্পূৰ্ণ কৰা বুলি ঘটনাৰ বিৱৰণৰ পৰা বুজিব পাৰি। কবিত্বত এওঁ বিশ্বেশ্বৰৰ সমকক্ষ, "কৈৰ কোন লোক আসে এহেৰ-তেহেৰ। সিও মোত কথা কহে ঠেহেৰ ঠেহেৰ॥" এনে ধৰণৰ মাত-কথাও ইয়াৰ বহুত ঠাইত আছে। এই বৈষয়িক কাহিনী কওঁতে এওঁ বিষয়ৰ অসাৰতাহে প্ৰতিপন্ন কৰিবৰ প্ৰয়াস পাইছে।

চন্দ্ৰকান্তক তৰাতলীলৈ নিওঁতে পুৰনাৰীসকলৰ বিলাপ বৰ্ণনা বিতোপন—"চন্দ্ৰকান্ত মহাৰাজা। চন্দ্ৰৰ সমান তেজা॥ নাম চন্দ্ৰকান্ত কয়। চন্দ্ৰ যেন প্ৰকাশয়॥ কৰিলা অঙ্কক খুন। তভো শান্ত নোহে মন॥ নগৰৰ ৰাজ কৰি। লৈয়া যায় দূতে ধৰি॥ নাহি একো ৰথযান। মেঘে কৰে বৰিষণ॥ নাহি দণ্ড ছত্ৰ তাত। মাথে এক জাপি মাত্ৰ॥ পথে পঙ্ক আছে হুই। ভূমি গতি চলি যায়। দিচৈ ভোগদৈ পাৰ হুই। লোক [illegible] আছে চাই॥ প্ৰজাসৱে বেঢ়ি যায়। কতো হিয়া ধাকুৰায়॥ চিত্ৰৰ পুতলী যেন। হেন ৰাজা ভৈল কেন॥ এহি বুলি কান্দে কতো। কোনো বাধা দিয়ে তাতো॥ নকান্দস বৰ কৰি। নিব ৰাজদূতে ধৰি॥ নৃপতিৰ হেন দুখ। তোৰ কি চাহিব মুখ॥ এহিমতে নৃপতিক। বেঢ়ি যায় বহু লোক॥ লগত নাহিক কেও। দুই বাহিনী আৰু মাও॥ আৰ্বৰিয়া আছে কাষে। ৰাজদূত আগে পাছে॥ চেউনি আলি পথ ধৰি। গৈয়া পাইল কেন্দুগুৰি॥ তাহাতে বসিলা ৰাজা। চাৰে বেৰি সব প্ৰজা॥ টেকেলা ভাবুকি দেয়। হাতে বেত তুলি লয়॥ ৰাজা বাধা দিয়ে তাক। নবাধিবা চাওক মোক॥ দেখিবেক কোন দিনে। তাত বাধা কৰ কেনে॥ শুনি হেন নবাধিল। ভালৰূপে সৱে চাইল॥ কিছুমান কহি তাতে। চলিয়া গৈলেক বাটে॥ প্ৰজাসৱে কান্দি কয়। নৃপতিক লৈয়া যায়। যাইবাক নপাৰে ভৰি। দেখি কটোৱালে ঘূৰি॥ জনাইল মন্ত্ৰীৰ আগে। যান এক দিবা লাগে। চলিতে নপাৰে পাই। তেজ ফুটি বাহিৰায়॥ সেহিমতে নিবো কেনে। গৈয়া পাইবোঁ কোন দিনে॥ শুনি ঘোৰা দিল এক। তুলি নিল নৃপতিক॥ সেহি মতে লৈয়া গৈলা। তৰাতলী হাট পাইলা॥ তাতে বাসা গৃহ কৰি। নৃপতিক থৈল ভৰি॥ প্ৰহৰা দিলেক তাত। ৰখি থাকে দিনৰাত॥ সামান্যৰ কোন লেখা। হৰি পাৰে কৰা আশা॥ গুচিবে দুৰ্গতি দুখ। নিজানন্দ পাইবা সুখ॥"

গোপীনাথ চক্ৰবৰ্ত্তী একে সময়ৰে নামনি অঞ্চলৰ কোনো গাঁৱলীয়া কবি, এওঁৰ "কলঙ্ক-ভঞ্জন"ৰ ৰচনা তেনে সুৰুচিসঙ্গত নহয়।—

"কৃষ্ণৰ চৰণে ধৰি বোলে ৰাধা ব্ৰজেশ্বৰী
শুনাহে মুৰলীধাৰী মোৰ মনোদুঃখ।
গাঁওৰ যিগিলা আছে গিৰি সকলে বোলে বাদুৱা তিৰি
এই দুঃখে উল্যাখা নৰোঁ মুখ॥

হে হৰি দয়াৰ সাগৰ সেই চৰণত ভজি আমাৰ
গোকুলত নাউ হল কলঙ্কিনী।
অমৃত খাই হল ৰোগ তিতা লাগে গোপাল ভোগ
জুইৰ দৰে হল শিলোৰ পানী॥
গৰুড়ে হেতি সখি কৰি সাপোৰ ভয়ত মৰু দাউৰি
গয়াত পিণ্ড দান কৰি নৰকোত পিতা।
গ্ৰহ যাগোৰ কি এই গুণ দ্বিগুণ হল গ্ৰহ বৈগুণ,
এত দু খ মোৰ ভালে লিখিছিল বিধাতা॥
হৰি ভজি অধোগতি দান কোল্লি হৱে দুৰ্গতি,
ঘিউ খাই নৰ হোৱে অন্ধ।
ফাসিত মৰি স্বৰ্গবাস, কাশীত মৰি নৰকোত বাস,
ক'তো দেখা নাই দীনবন্ধো।"

**ললিতচন্দ্ৰ গোস্বামী (১৮৪৫-১৯০১)** নলবাৰীৰ নাৰায়ণপুৰ সত্ৰাধিকাৰ, এওঁৰ 'কেলি ৰহস্য'ৰ ভাব-ভাষাও কলঙ্ক ভঞ্জনৰ অনুৰূপ

"ভাৰ এৰি ৰাধা কাছে জমুনাৰ পাৰে পাচে
ভাঙ্গা নৌকা লইয়া বসিলা।
নৌকা বান্ধি নদী তীৰে পাৰে উঠি যদুবীৰে
ধূলি ঘৰ বান্ধিয়া আচিলা॥
সেহি কালে ৰাধা আসি কানাইক মাতয় হাসি
সিঘ্ৰে কৰা যমুনাৰ পাৰ।
ধূলি উমলিতে এৰা সিঘ্ৰে এৱে পাৰ কৰাঁ
বজা থৈলু নৌকাত তুমাৰ॥
নৌকাই আসি উঠা তুমি অস্ত গৈলা দিনমণি
মেঘৰ গৰ্জনি অতিশয়।
দশ দিশ ভৈলা ম্লান কৰা কৃষ্ণ অৱধান
চিকিমিকি কৰে তমোময়॥"

**ৰঘুদেৱ গোস্বামী আৰু পূৰ্ণকান্ত দেৱশৰ্ম্মা** এই যুগৰে। ৰঘুদেৱে তেওঁৰ হিতোপদেশী

কাব্যত আত্মপৰিচয় দিছে

"মহাদি দিপক তাতে কৰিয়া শকত। বিন্দু গজ দিয়া পাচে কৰিয়া যুগুত॥
মিথুন মাসৰ জানা ৰোহিণীক পাই। সমাপতি হৈলা শাস্ত্র পদ সমুদাই॥
জখলাবন্ধাৰ সত্র কলিয়াবৰত। আমাৰ জনম জানা সেইসে সত্রত॥
সেই সত্রে মূৰ্খ নাই গোবিন্দ কৃপায়। ধৰ্মদৌল পাতি হৰি সাক্ষাতে আছয়।"

পূৰ্ণকান্তৰ ঘৰ ডিব্ৰুগডত, এওঁৰ নল চৰিত্ৰৰ দময়ন্তীৰ বিবাহ বৰ্ণনা

"নলক বৰিলা পতি দেখি ৰাজাগণ। যাৰ যেই দেশে গৈলা বিষাদিত মন॥
ভীম নৰপতি ভৈলা আনন্দে মগন। বিহাৰ কাৰণে ৰাজা আনে বন্ধুগণ॥
বাদ্যকৰগণ ৰাজা ডাকিয়া আনিলা। বিহাৰ সামগ্ৰী যত একত্র কৰিলা॥
নিৰ্মাইলা সভাখন আনি খনিকৰ। স্ফটিকৰ স্তম্ভ আনি দিলে থৰ থৰ॥
এক ক্রোশ স্থান জুৰি ৰচে সভাখন। কনক ৰজতে চিত্ৰ বিচিত্ৰ নিৰ্মাণ॥
নানাৰত্নে বিৰচিলা যেন দেৱপুৰী। ৰতনে মণ্ডিত তাহে গৃহ শাৰী শাৰী॥
মণিময় দীপগণ জ্বলে থান থান। কোটী সূৰ্য্য জিনি আলো নযায় বৰ্ণন॥
তাৰ পাশে হোম ঘৰ কৰিল নিৰ্মাণ। ফটিকৰ বেদী কৈল হোমৰ কাৰণ॥
বেইঘৰ নিৰ্মাইলা কৰিয়া যতন। দেখি আনন্দিতা ভৈলা যত নাৰীগণ।"

এই পুথি ১৮৮৯ত লিখা বুলি বুজিব পাৰি, আৰু এই বছৰতে কলিকতাৰ পৰা প্ৰসিদ্ধ "জোনাকী" কাকত ওলায়। তেনেহলে সহজে মন কৰিব পাৰি আধুনিক মনোভাবৰ লগত পুৰণিয়ে যোৰা শতিকাৰ সামৰণিলৈকে যেৰ মাৰি চলিছিল।

**ৰমাকান্ত চৌধাৰী (১৮৪৬-৮৯)** কামৰূপ জিলাৰ খাতা আৰু বতাহগিলা মৌজাৰ লক্ষ্মীকান্ত চৌধাৰী মৌজাদাৰৰ পুতেক। প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটী কাছাৰীৰ কাকতী হয়। তাৰ পাছত গুৱালপাৰা ধুবুৰী আদি কেইবা ঠাইতো কাম কৰি শেষত গুৱাহাটীত ছিৰস্তাদাৰ হৈ থাকোতেই অকালতে মেলেৰিয়াত ঢুকায়। ইংৰাজ কবি মিল্টনৰ ব্লেংক ভাৰ্ছৰ অনুকৰণত বঙ্গ দেশৰ কবি-কুলমণি মাইকেল মধুসূদন দত্তই যি অমিত্ৰাক্ষৰ ছন্দ উলিয়াই বঙ্গভাষা-জননীৰ ভৰিৰ ছন্দৰ শিকলি মোকলাই দিয়ে, তাৰে অনুকৰণত ৰমাকান্তই নিভাঁজ ভাষা আৰু নিমজ ছন্দৰ গতিত লিখা অভিমন্যু বধ কাব্য ১৮৭৫ত প্ৰকাশিত হয়। গতিকে এওঁক অকল অমিত্ৰাক্ষৰ ছন্দৰে নহয়, আধুনিক অসমীয়া কাব্যৰো বাট-দেখাওঁতা বুলিব পাৰি, এওঁৱেই আধুনিক অসমীয়া

প্ৰথম গহীন নাট সীতাহৰণৰো নাট্যকাৰ। অভিমন্যু বধৰ প্ৰথম সৰ্গত অমিত্ৰাক্ষৰৰ আভাস—

দশদিন যুদ্ধ কৰি ভীষ্ম মহাবলী
যেতিয়া শুইলা বীৰে শৰ-আসনত,
মহাৰথী পাণ্ডৱেও আনন্দ মনেৰে
বজাইলা ঢাক ঢোল শিঙ্গা কৰতাল
জগঝম্প ভেৰি দবা ।
উথলিয়া শব্দ সিন্ধু সেনাৰ ভিতৰ
লড়ালা পাতাল-স্বৰ্গ,লড়ালা মেদিনী
মেৰুদণ্ড সমন্বিতে । শবদে শবদে
ভাঙ্গিয়া পড়িলা যেন ধৰাত আকাশ,
কপিলা বাসুকী ত্ৰাসে, কাণে লাগে তালি
স্থলচৰে জলচৰে, জীৱ জন্তু যত
কৰ্ণভেদী হিয়াভেদী শবদত সিতো
যেন এশ বজ্ৰপাতে চমকি উঠিলা ।

**বলদেৱ মহন্ত (১৮৫০-৯৫)** শঙ্কৰদেৱৰ আজ্ঞাপৰ নাৰায়ণ ঠাকুৰৰ বংশধৰ । এওঁৰ পূৰ্বপুৰুষসকল বৰপেটাৰ পৰা উঠি আহি খাগৰিজান (নগাঁও) সলগুৰি সত্ৰৰ ডাল শুকদল সত্ৰত আছিল । তাৰ পৰা বৰ্ত্তমান নগাঁও চহৰৰ চাৰি মাইল আঁতৰৰ মায়ামাৰী এলেঙ্গী সত্ৰৰ খাতলৈ এওঁৰ পিতাক উঠি আহে । তাতে সেই সময়ৰ এজন নিপুণ গদ্যলেখক নৰনাথ মহন্তৰ সৈতে লগ লাগি এও সাহিত্য সেৱাত লাগে । বলদেৱ নগাঁৱৰ সদৰ মজলীয়া পঢ়াশালিৰ শিক্ষক আছিল, এওঁৰ কোনো পুত্ৰ নাছিল, একে-গৰাকী কন্যাও নিপুত্ৰিকা । সাহিত্য চৰ্চাৰ বাহিৰেও এও জৰিপ,পৰিমিতি, কাৰ্য-পৰিচয়,পাটীগণিত,সৰল ক্ষেত্ৰ জ্যামিতি আদি পঢ়াশলীয়া পুথি লিখে । বলদেৱৰ উজুপাঠ পদপুথি ১৮৮৪ত ওলায় । “বজালেই কাহপাত্ৰ ভগা ভাল চিনি ।। সঙ্গী কলে চিনি লোক কতদূৰ জ্ঞানী ।।” “সাপৰ সমান খড়্গ কাৰো নাই নাই । হিমালয় সম গিৰি পৃথিবীত নাই ।।” উজুপাঠৰ এনে দুফাকি নহয় এফাকি পদ্য কণ্ঠস্থ নাই এনে শিক্ষিত লোক যোৱা দুই পুৰুষত অসমত বিৰল আছিল । এওঁৰ ভাব সৰল হলেও ভাষা আৰু ছন্দত এটি প্ৰাচীন সাহিত্যৰ গাম্ভীৰ্য্য

আছে যেনে,

"অমৃতৰ আশা কৰি বহু পুৰুষাৰ্থ ধৰি
সাগৰ মথিলে দেৱাসুৰে ।
শ্ৰী-ৰত্নৰ প্ৰত্যাশায কষ্টে ভ্ৰমি না'া ঠাই
ত্ৰিলোক জিনিলে লঙ্কেশ্বৰে ॥
অভীষ্ট সিদ্ধিৰ হেতু সমুদ্ৰত বান্ধি সেতু
মহাৰাজ দশৰথ সুত ।
ভালুক বান্দৰ লই লঙ্কাত প্ৰৱিষ্ট হই
যুদ্ধ কৰিছিল অদভূত ॥
যুধিষ্ঠিৰ ৰাজা অতি দানী মানী ধৰ্ম্মে মতি
তেওঁ কিন্তু ৰাজ্যৰ আশাত ।
দান ধৰ্ম্ম পৰিহৰি দৰ্ঘোৰ সমৰ কৰি
জ্ঞাতিকো মাৰিলে অসংখ্যাত ॥"

**কমলাকান্ত ভট্টাচাৰ্য্য (১৮৫৩—১৯৩৬)**তেজপুৰৰ শিলাবন্ধা ন দুৱাৰত ওপজে, এওলোকৰ ঘাই ঘৰ বিশ্বনাথৰ গড়েহাগী গাৱঁত ।এও ভালেমান দিন হৰিবিলাস আগৰৱালাৰ লগত নানা ব্যৱসায়ত ধৰি শেষত নিজে হাতী ধৰা আদি ব্যৱসায় চলায় । অসমীয়া বৰ্ত্তমান সাহিত্যইদি সমাজনৈতিক মৌলিক চিন্তাৰ নতুন সোত বোওৱাসকলৰ ভিতৰত কমলাকান্ত অগ্ৰণী পুৰুষ । যোৱা শতিকাত সত্তৰবোৰৰ পৰা এই শতিকাৰ ত্ৰিশবোৰলৈকে "অৰুনোদই"ৰ পৰা আৱাহনলৈকে আলোচনীবোৰ অবিৰাম এওৰ চিন্তাশীল গদ্য-পদ্য নানান প্ৰৱন্ধই ওপচাই থৈছিল । ১৮৯০ মানত এওঁৰ 'চিন্তানল' নামৰ কবিতা পুথিৰ আগছোৱা আৰু ১৯২২ ত শেষ ছোৱা, আৰু 'চিন্তাতৰঙ্গ'ৰ আগছোৱা ১৯৩৩ ত ওলায় । 'খাছিয়া পৰ্বতত ঠিয় দি মনৰ ভাব' "পাহৰণি" আদি অনেক কবিতা পুৰণি 'আসাম বন্ধু', 'জোনাকী' আদিত ওলাইছিল, আৰু সেই কালৰে "বাসন্তীৰ বিয়া" আদি কবিতাৰ মৌলিক কল্পনাই কোনো কোনো পৰৱৰ্তী কবিক প্ৰেৰণা যোগাইছে । এওঁৰ নিজৰ ভাবাৰেই এই কবিতাবোৰ "ছন্দ-বন্ধৰ একো লাগ বান্ধ নথকাৰ বাবে পঢ়িবলৈ মিঠা নালাগিবও পাৰে", কিন্তু পঢ়োতাই যদি কমলাকান্ত প্ৰথমতে আৰু প্ৰধানতে দেশপ্ৰেমিক আৰু তাৰ পাছতহে ভাবুক বা কবি বুলি জানে, তেন্তে এওঁৰ কবিতাত

সদায় এটা স্বাভাৱিকতাৰ আৰু অপূৰ্ব মোহৰ প্ৰমাণ পাব । এটি কবিতাত ভৈৰৱী দেৱালয়ৰ বৰ্ণনা জীৱন্ত হৈ উঠিছে (অধ্যয়ন, ২০১ ০৪ পদ)—

"ই মহাভৈৰৱ, বিষাদে মলিন , এই দেৱালয় ভগন কিয় ।
উষাৰ পূজিত তুমি ইষ্টদেৱ আছিল এদিন কুৱৰী-প্ৰিয় ॥
কোৱা দেৱী কোৱা সুধিছো এবাৰ, সুন্দৰী উষাৰ নগৰ নে ই।
শ্ৰদ্ধা-ভকতিৰে তোমাক পূজিলে সদায যতনে বাণৰ জী।
কি কুটিলা গতি নিষ্ঠুৰ কালৰ! আজি ক'ত উষা দেৱী, পশুপতি!
লাজ নাইকিয়া, আছা কিয় তুমি লভি অপমান ই হেন দুৰ্গতি ?
কেনে ৰম্যপুৰ আছিল মন্দিৰ বেষ্টিত চৌপাশে সুন্দৰ প্ৰাচীৰ।
আজি ভগা চিনে দেখায় সৱাকে শত্ৰু-ইতিকিং বেৰ ৰেখাটিৰ॥
কিন্তু আজি দেৱ তোমাৰ দুৰ্গতি দেখিলে বিষাদে বিদাৰে হিয়া।
ক'ত উষা বাণ ৰজা আজি, কাৰো ঘৰ-বাৰী চিন নাইকিয়া।

**ভোলানাথ দাস (১৮৫৮—১৯২৯)** জুলাই মাহত নগাৱত জন্মে, এওঁৰ মাক পদ্মাৱতী, পিতাক বাপীৰাম। এওলোক বিখ্যাত বাথৰ বৰাৰ ঘৰৰ, ভোলানাথ মাক-বাপেকৰ একেটি সন্তান। ১৮৭৯ত নগাও উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উঠি এও কলিকতাৰ মেট্ৰপলিটান কলেজত নাম লগায়, কিন্তু মাকৰ নৰিয়াৰ বাবে সোণকালে ঘৰলৈ উলটি আহে। তাৰ পাছত এও নগাৱৰ জিলা ছৰ্ভেযৰ পদত নিযুক্ত হয়, আৰু তাৰ কঠোৰ পৰিশ্ৰমে নুশুজাত এও সেই কাম এৰি দিয়ে। এইবাৰ এও নগাও উচ্চ ইংৰাজী বিদ্যালয়ৰ তলৰ শিক্ষক পদত মকৰল হৈ তাৰ পৰা ক্ৰমে শিক্ষা বিভাগৰ কাকতী আৰু নগাঁও আৰু শিৱসাগৰৰ জৰিপ পঢ়াশালিৰ শিক্ষকৰ পদ গ্ৰহণ কৰে। শেষত ছবৰ্ডিনেট *ছিভিল ছাৰ্ভিছ পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৮৮ ত এও মাটি-হাকিম হয়। ইয়াত ক্ৰমোন্নতি* কৰি পাছত এও প্ৰথম শ্ৰেণীৰ কৰ্মচাৰী আৰু দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা পাই সহকাৰী ছেটেল্‌মেণ্ট বিষয়া নিযুক্ত হৈছিল, আৰু গুৱাহাটী ছহৰৰ জৰিপ আৰু পুনৰ ছেটেল্‌মেণ্টৰ কাম সমাধা কৰি ১৯১২ৰ ১২ দিশেম্বৰত ৰজাঘৰীয়া কামৰ পৰা আজৰি হয়। ইয়াৰ পাছতো নানা ৰজাঘৰীয়া আৰু ৰাজহুৱা কামত ১৯২৭ লৈকে লগাৰ পাছত ১৯২৯ৰ ২ জুলাইত গুৱাহাটীৰ উজান বজাৰৰ নিজ ঘৰত এঁপপ্লেক্সী ৰোগত এও ঢুকায়। স্বৰূপতে আধুনিক অসমীয়া খণ্ড কবিতাৰ ভোলানাথ এজন প্ৰথম আৰু প্ৰধান প্ৰবৰ্ত্তক।

১৮৮২ আৰু ১৮৮৩ ত যথাক্ৰমে এওঁৰ 'কবিতা মালা' আগ ছোৱা আৰু শেষ ছোৱা ওলায়, "আসাম বন্ধু"ত ইয়াৰ ভালেখিনি কৱিতা আগতে প্ৰকাশিত হৈছিল আৰু তেতিয়াই ভোলানাথে কবি বুলি যশ লভিছিল। ১৮৮৪ত এওঁৰ চিন্তা তৰঙ্গিণী নামৰ কবিতা পুথিৰ দুটি খণ্ড ওলায়, আৰু উচ্চ পাঠ্যৰূপে অসমৰ পঢ়াশালিত বহুত দিন চলে, "কিয়নো নাজাগে আমাৰ মন", "মেঘ" আদি ইয়াৰ ভালেমান কবিতাত নতুন যুগৰ এই নতুন কবিৰ নতুনত্ব ফুটি উঠিছিল। 'মেঘ" কবিতাৰ আৰম্ভণ

"কি ভাবি হে মেঘ, আজি শ্বেত কলেৱৰ,
শ্বেত যেন তুলা ৰাশি কিবা ৰফৰ ৰাশি
অতি ক্ষুদ্ৰ আয়তনে সুদূৰ অম্বৰে
হইলা উদয় কোৱা কি ভাবি অন্তৰে ?"

ইংৰাজ কবি গ্ৰেৰ "ইলেজী" আদিত আগন্তুক নৱন্যাসৰ বাৰ্ত্তা পোৱা দৰে এনে কবিতাত "জোনাকী' যুগৰ চন্দ্ৰকুমাৰ আগৰৱালাৰ "নিয়ৰ' আদিৰ আগজাননী পোৱা হেন লাগে, অথচ ইয়াত প্ৰাচীন সাহিত্যৰ গাম্ভীৰ্য্য এটিৰো উমান পোৱা হয়। এই সময়তে এওঁ সীতাহৰণ কাব্য ৰচি তেতিয়াৰ আউনিআটি ধৰ্মপ্ৰকাশ যন্ত্ৰৰ পৰা প্ৰকাশিত "আসাম বিলাসিনী"ত (১৮৭১ ৮৩) ছোৱা ছোৱাকৈ উলিয়াই ১৮৮৮ ত ইয়াক পুথিৰ আকাৰে প্ৰকাশ কৰে। তাৰ সূচনা—

প্ৰভাতিলা নিশা উষা আশু গতি ধৰি
আসিলা, কুকলি দিলা সুদীৰ্ঘে পেঁচক,
বায়স কৰিলা কা-কা, যেন হেঁকৰাই
লঙ্কা লঙ্কা প্ৰিয় পক্ষী কুকুট পূছিলা
*'লঙ্কা পুৰ ক'ত বুলি, গাইলা চৌদিশে*
প্ৰভাতীয় গীত যত প্ৰভাতী বিহঙ্গ,
বৃকধূৰ্ত্ত দল হৰা ধ্বনি দূৰে।"

ৰমাকান্ত আৰু ভোলানাথ, সমসাময়িক এই দুজন কবিয়ে জয়ে জয়ে অসমীয়াত এই ছন্দৰ প্ৰৱৰ্ত্তন কৰোতে কবিত্বৰ লগত যথেষ্ট কৃতিত্বৰ প্ৰমাণ দিয়ে। ৰমাকান্তৰ ভাষা নিখুত আৰু প্ৰাঞ্জল ভোলানাথৰ কবিত্ব আৰু বৰ্ণনা-চাতুৰ্য্য বিপুল° কিন্তু এওঁ মাইকেল মধুসূদনৰ ছন্দৰ লগতে ভাষাও অন্ধৰূপে নহলেও ঘনিষ্ঠভাৱে অনুকৰণ কৰিবলৈ বাওঁতে

অসমীয়া ভাষাৰ জতুৱা প্ৰতিভাত অৱশ্যে ঠায়ে-ঠায়ে খুত লগাইছিল। ' কোন সিটি বসি চেয়াৰ আসনে, হস্তেৰে লিখনী চলাই যায়" এনে ধৰণেৰে কিছুমান খণ্ড কবিতাতো এওঁ অসমীয়া ভাষাত এক অং বং-ইং খিচুৰি পগাইছিল বুলি বহুতেই সেই কালত এওঁক দোষাৰোপ কৰিছিল। তেনে প্ৰতিকূল সমালোচনাতে বিশেষ ক্ষুণ্ণ হৈ তেও তেওঁৰ জীৱনৰ পিছৰ দুকুৰি বছৰ কাল আৰু লিখনী হাতেৰে নুছুলে, অসমীয়া সাহিত্যৰ বাবে ই সামান্য ক্ষতি আৰু এলা-পেচা বেজাৰৰ কথা নহয়। আগতে ভোলানাথে কবিতা আৰু কাব্যৰ উপৰি "পৰিমিতি আৰু জৰিপ' আদি দুই এখন পুথিও লিখিছিল। সংস্কৃত বঙলা আদিৰ ভাজ দিয়া বুলিলেও স্বৰূপতে অসমীয়াত এক সাধু গহীন ভাষাৰ কাব্য-ৰীতিৰ সৃষ্টি কৰাই ভোলানাথৰ মহৎ উদ্দেশ্য আছিল নিশ্চয়, তেওঁৰ দোষখিনিযে অসমীয়া সাহিত্যক অৱশ্যে ছুব নোৱাৰিলে, কিন্তু গুণখিনিযে ইয়াক বহুত সমৃদ্ধিশালী কৰিলে যে ই নিশ্চয়।

**ৰত্নেশ্বৰ মহন্ত (১৮৬৪-৯৩)** আউনিআটি সত্ৰৰ পৰা প্ৰতিষ্ঠিত উত্তৰ লখীমপুৰৰ বলিযাগৰু সত্ৰৰ অধিকাৰ থানেশ্বৰ মহন্ত আৰু জযন্তী দেৱীৰ একটি পুত্ৰ। এওঁৰ পূৰ্বপুৰুষসকল মান ভগনত কামৰূপলৈ উঠি আহে আৰু শেষত গুৱাহাটীত বসতি কৰেহি। ৰত্নেশ্বৰৰ বয়স এবছৰ পূৰ হবলৈ নৌ পাওঁতেই পিতাক ঢুকায় আৰু বাঁৰী মাকে বৰ দুখেৰে এওঁক ডাঙৰ-দীঘল কৰে। ১৮৮০ ত এও গুৱাহাটীৰ পঢ়াশালিৰ পৰা প্ৰবেশিকা মহলাত উঠে, আৰু সিমানতে শিক্ষা সাং কৰি নগাওঁ পুৰণি-গুদামৰ মোমায়েকৰ ঘৰৰ ওচৰলৈ উঠি আহে। ইয়াতে এও সংসাৰত সোমায় আৰু তেতিয়াৰ নগাৱৰ মুন্সুফ সাহিত্যৰথী গুণাভিৰাম বৰুৱাৰ যত্নত তাৰ কাছাৰীত একাউণ্টেণ্ট্ কামত সোমায। গাওঁ-ভূই উছনকাৰী কলাজ্বৰৰ উৎপাতত ১৮৯৩ ত দুটি কন্যা মাত্ৰ এৰি ৰত্নেশ্বৰ ঢুকায়। নিজ নাম আৰু ৰামদাস গোস্বামী ছদ্মনামত এওঁৰ ভালেখিনি মৌলিক গদ্য আৰু পদ্য ৰচনা "আসাম বন্ধু" আৰু "জোনাকী"ত ওলায়, তাৰ ভিতৰত "জয়মতী কুঁৱৰী আৰু লাঙি গদাপাণি" প্ৰবন্ধটি অতি মূল্যবান। ৰূপতে অসমীয়াত বৰ্ত্তমান চলিত জয়মতীৰ কাহিনীৰ বাবে অকল এৱেঁই প্ৰশংসাৰ আগভাগ পায়, ইয়াৰ উপৰিও এওঁ বুৰঞ্জীমূলক আন কেউবাটিও প্ৰবন্ধ লিখিছিল। কবিতা-হাৰ আগছোৱা এওঁৰ একমাত্ৰ প্ৰকাশিত পদ পুথি, ইয়াৰ মাজছোৱা আৰু দৌপদ্ৰীৰ বেণীবন্ধন নাট আদি এওঁৰ কেইবাখনিও পুথি হাতে-লিখা অৱস্থাতে থাকিল। এওঁৰ অপূৰ্ব কবি-প্ৰতিভাৰ আভাস "গাঁৱলীয়া বোৱাৰী"ৰ আৰম্ভণিৰ পৰাই পাব পাৰিঃ

"ফেচাই উকলি দিলে পূবে বগা ডাঁৱ,
বাহিৰে পোহৰ কিন্তু ভিতৰে আন্ধাৰ,
কু-কু কু-কু বুলি কুকুৰাই কণ্ঠ তুলি
পুৱাল ৰজনী বুলি জনালে জগৎ,
গাৱলীয়া বোৱাৰীৰ আহ্লাদ মনত।
শীতৰ অমোঘ অস্ত্ৰ নিহালি পেলালে,
বুকুৰ কেচুৱা এৰিলেক ডালে পালে,
বিসৰ্জিলা এলাহক সাবটিলা সুকাৰ্য্যক
নিদ্ৰা গতা কাৰ্য্য মূৰ্ত্তি যেন সাৰ পালে
গৃহ লক্ষ্মী সাৰ পালে অথবা কপালে। "

**মফিজুদ্দিন আহ্মদ হাজৰিকা** (১৮৭০—১৯৫৮) ১৭৯২ শকৰ ১৩ জ্যৈষ্ঠত ওপজে, ঘৰ ডিব্ৰুগড়ত, বিখ্যাত শৰাইঘাটৰ যুদ্ধত আহোম সেনা-বাহিনীৰ লগত বিদেশী মোগলৰ বিপক্ষে যুদ্ধ কৰা এজন সেনাধ্যক্ষ বাঘ হাজৰিকাৰ বংশধৰ। ১৮৯৭ত প্ৰকাশিত এওঁৰ জ্ঞান-মালিনীৰ বাহিৰে আন কোনো পুথি ওলোৱা নাই, ইয়াৰ ৰূপকাত্মক 'দিন-কণা' পদ্যটি বিতোপন—

"হেৰা হেৰা বাটকৰা! মৰমৰ ভাইহঁত!
নেৰিবা নেৰিবা মোক এই মায়া বজাৰত।
দুহাত যুৰিছো মই কাৰঊ কাকুতি কৰি!
অকলে নেৰিবা মোক আলাই আথানি কৰি!
তোমালোকো যোৱাঁগই, মোকো হেৰা লই যোৱাঁ,
দুখীয়া নিছলা বুলি এফেৰি উভতি চোৱাঁ,
হাতৰ লাখুটি ই যে মেলি দিছো, হেৰা ভাই!
ধৰাঁ, ধৰি কোনোমতে নিয়া মোকো আগুৱাই।
কেনিনো যাবগৈ লাগে চকুৰে নমনো মই,
খুন্দা-খুন্দলি যে খাই যেনি-তেনি পৰোঁগই!
আমাৰ নিচিনা এনে দুখীয়া-লেহেৰা দেও,
এই বিশ্ব-বজাৰত নাই আৰু কঁতো কেও।

সিদেখি মাতিছোঁ মই
আহাঁ আহাঁ ভাইহঁত,
বেছিতো নেলাগে মোক,
তাকে পালে উলাহতে
এটুপি চকুৰ লো'
এষাৰি আয়ে-দেহি,
ইয়াৰ উপৰি আৰু
ইয়াকে পালেই মোৰ
আমনি নকৰোঁ আৰু
আহাঁ, আহাঁ, ঘূৰি আহি
বজাৰতে ভোল গলোঁ
চাকি-তেল সলিতা যে
এতিয়া বুৰিল বেলি,
লাহে লাহে ডাগিলেহি
নিগমে মৰিলোঁ মই!
উধাবাঁহি আজি এই

অত যে মিনতি কৰি,
নিয়া মোকো বাহু ধৰি।
এফেৰি পোহৰ মুঠে,
প্ৰাণ মোৰ নাচি উঠে।
এখনি কোমল হিয়া,
আৰু এটি হুমুনিয়া'
একোকে নেলাগে মোক,
গুচি যাব যত শোক।
কাকো ক'তো হেৰা ভাই,
নিয়া মোকো আগুৱাই।
লীলা-মলা চাই চাই,
নেবেহালোঁ হায় হায়!
হ'লহি আন্ধাৰ ঘোপ,
গৰাকিৰো দলদোপ।
কোন কেনি আছাঁহঁক,
দিন-কণা অধমক!"

এইসকলৰ উপৰিও আন ভালেখিনি সাময়িক লেখকৰ ৰচনাত এই আধুনিকতাৰ কিয়, বৰ্ত্তমানৰ অতি-আধুনিকতাৰ আভাসো দেখিবলৈ পোৱা হয়, এই বৈষয়িক আৰু সামাজিক দৃষ্টি-ভঙ্গী "অৰুনোদই"ৰ কালৰে পৰা অসমীয়া কবিতাত ঠাই পাইছে। এই কাকতত ওলোৱা কলিকতা, গুৱাহাটী, নগাঁও আদিৰ বিৱৰণৰ বাহিৰেও ১৮৫৩ৰ ফেব্ৰুৱাৰী (৮ম বছৰ, ২য় সংখ্যা) "অৰুনোদই"ত ওলোৱা দয়াৰাম চেটিয়াৰ "চাপাখানৰ বিৱৰণ" লিখা মনকৰিব লগীয়াঃ

"মাহে মাহে অৰুনোদই জেনে মতে পাই। তাৰ বিৱৰণ লিখোঁ জন্ত্ৰসব চাই॥
বহু বহু লোক আচে দেখিতে নপাই। অচম দেসত জানা এনে জন্ত্ৰ নাই॥
এক গোটা পকিঘৰ ইটাৰে কৰিচে। ঠায়ে ঠায়ে বহু জন্ত্ৰ তাহাতে থাপিচে॥
কোঠালি কোঠলি তাক দেখিবাক ভাল। আৰ্চিৰ দুআৰ তাত দিচে চাবি কাল॥
তাহাৰ ভিতৰে যন্ত্ৰ জতেক আচই। আদি অন্ত নাহি তাৰ কত কৰ্ম হই॥

আখৰ চপোৱা জন্ত্র অতি আচৰিত। তাহাৰ ভিতৰে হুই আখৰ ভ্ৰমিত॥
দুই খান সাঁল আছে সমস্তে লোহাৰ। আৰু ভালেমান জন্ত্র মাজত তাহাৰ॥
অকন উদয় মধ্যে নঙ্গা জত আছে। দিন দিনে চাৰি জনে তুহাকে কাটিচে॥
পাচ চই দিন তাক তৈয়াৰ কৰই। দুই এক বাৰ ৰিনে আৰু নিদিয়ই॥
এহি ঘৰে কৰ্ম্ম কাৰি প্ৰাই ত্রিচজন। আগ্যা অনুসাৰে সৱ কৰ্ম্মক সাধন॥
মোৰ নিজ গ্ৰাম জান্ন উতৰ পাৰত। জন্ম ধৰি আচোঁ মই আহোম কুলত॥
আত পৰে আন কথা নেপালো ভাবিয়া। সংক্ষেপে ৰচিলো মাৰ্দ্রি দয়াৰাম চেটিয়া॥"

ইয়াৰ লগত ১৯১৬ ১৭ৰ "আলোচনী"ত ওলোৱা বিপিনবিহাৰী বৰাৰ "এলডা গোবৰ" ৰিজাব পাৰি "আলি পদূলিত পৰি থাকে মাখিৰ হৈ ভোগ্য। ইয়াতো আছে গুপুত ভাব কবিতাৰ যোগ্য॥ শ্ৰীকৃষ্ণৰ সুৰভী আৰু বৃষভ মহেশ্বৰ। ভক্তি ভাৱে সেৱে নৰে কামধেনু বশিষ্ঠৰ॥ আন্তৰিক শ্ৰদ্ধা হেতু গোবৰক নিখিলায়। সকলো ঠাইতে ভিন্ ভিন্ কামত লগায়॥ এনে বিধৰ ভক্তি ভাব অতিশয় বিৰল। প্ৰকাশ কৰে হৃদয়ৰ ভকতি নিৰ্ম্মল॥ বকৰানিত চৰি ফুৰা গৰুৰ গোবৰ। বিপদজনক ব্যৱহাৰ ঘৰৰ ভিতৰ॥" সামাজিক দৃষ্টি-ভঙ্গীৰ ফালৰ পৰা হেমচন্দ্ৰ বৰুৱাৰ "কোৱা-ভাতুৰী"ৰ সামৰণি পদ্যৰ লগত ১৮৩৩ ত "মৌ" আলোচনীত প্ৰকাশিত বলিনাৰায়ণ বৰাৰ "ডাঙৰীয়া" কবিতাটি মিলাই চাব পাৰি

"ডাঙৰ দীঘল ভূনি মাৰা মূৰত ডাঙৰ পাগ।
বিয়ায় সভায় ডাঙৰ চকত পায় ডাঙৰ ভাগ॥
ডাঙৰ জাপিৰ তলত যায় ডাঙৰ পিৰাত বহে।
ডাঙৰ হোকাত ধপাত খায়, ডাঙৰ ডাঙৰ কাহে॥
ডাঙৰ খাহি ডাঙৰ মাছ ডাঙৰ ভেটি-ভাৰ।
গোচৰ সোধাত জগৰ ভাঙাত সদায় লাগে তাৰ॥
ডাঙৰ বৈশীক চুলিত ধৰি মাৰে ডাঙৰ চৰ।
ডাঙৰ চাউলৰ ভাত দিয়ে তাঁতশালত কৰ॥
বান্ধীক মাৰে খুটাত বান্ধি ডাঙৰ বাইনিৰে।
খৰমৰ কোব লগুৱাৰ মূৰত দিনে-ৰাতি পৰে॥
ডাঙৰ দলিত লৰা-লুৰি পলায় ৰবালৰি।

| | | |
|---|---|---|
| ডাণ্ডৰ বেতৰ | কোবত কেওঁএ | কান্দে বা চিয়ঁৰি ॥ |
| ডাণ্ডৰ ডিঙিৰ | ডাণ্ডৰ হাতৰ | ডাণ্ডৰ ধুম্‌ধুমনি। |
| ইমূৰৰ পৰা | সিমূৰলৈ | গোটেই গাৱত শুনি ॥ |
| ডাণ্ডৰ চৰাৰ | ডাণ্ডৰ খুটাত | ডাণ্ডৰ গাৰু পাৰি। |
| পাটি-ঢৰাত | খাই দাই উঠি | বহে ভেম মাৰি ॥ |
| ডাণ্ডৰ ডগ্ | ডগিত পানী, | ডাণ্ডৰ বটাত পাণ। |
| ওচৰত থয় | হোকা (আৰু) | চৰিয়া পিক্‌দান ॥ |
| ডাণ্ডৰ বিছনিৰ | বা (গাত) | জুৰ লাগি পৰে। |
| চকু মুদি | ডাণ্ডৰ ডাণ্ডৰ | হোটোৰনি মাৰে ॥ |
| পিন্ধা-উৰাত | ভেম ডাণ্ডৰ, | কথাত ডাণ্ডৰ গপ। |
| তলে তলে | কথা ডাণ্ডৰ, | পুৰা ডাণ্ডৰ জপ ॥ |
| চুবুৰীয়াৰ | মাটি চেপি | পাতে ডাণ্ডৰ বাৰী। |
| গহনাৰ পেৰা | ডাণ্ডৰ কৰে | বাঁৰী তিকতাৰ কাঢ়ি ॥ |
| খাতৰ বন্ধাক | খাব নিদি | ডাণ্ডৰ ভৰাঁল পাতে। |
| বিয়ায়-সভায় | মাগন তুলি | চাণ্ডৰ তলত পোতে ॥ |
| তিকতাৰ আগত | পুৰুষালি | গোলামক শুন্দা যম। |
| ল'ৰাৰ আগত | বৰ কথা, | সমনীয়াৰ আগত কম ॥ |
| চাপ্‌ৰাচিৰ আগত | কেকোৰা-কেকুৰি | চাহাবৰ আগত কুজা। |
| এওঁ এই আমাৰ | অসমৰ | ডাণ্ডৰীয়া বুজা।" |

ইয়াৰ লগত আকৌ সত্যনাথ বৰাৰ "সভ্যতাৰ মথাউৰি" তুলনীয়—

| | | |
|---|---|---|
| "নামনিৰ বাতৰি | উজনি পালেহি, | সভ্যতাই আহিছে খেদি। |
| ফেনে-ফোতকাৰে | বুৰাই আহিছে | স্বৰগ-পাতাল ভেদি ॥ |
| বোম্বাই বুৰালে, | বঙাল বুৰালে, | বুৰালে পছিম দেশ। |
| বেহাৰ মাদ্ৰাজ | সকলো বুৰালে, | ভাৰত কৰিলে শেষ ॥ |
| ঠেঙাৰে ছাতিলে, | টুপিৰে ঢাকিলে, | খুৰালে ব্যভিচাৰ কৰি। |
| দীঘলীয়া চুলি | ওৰিতে কাটিলে, | টিকনি কাটিলে ধৰি ॥ |
| তলৰ মানুহ | ওপৰ তুলিলে, | ওপৰ কৰিলে তল। |

| | | |
|---|---|---|
| জাতি-অজাতিৰ | বিচাৰ গুচালে, | সকলো একাকাৰ হল ॥ |
| শূদিৰে জপিলে | সন্ধিয়া-গায়ত্ৰী, | বামুণে ৰাখিলে ডাঢ়ি। |
| আগৰ পুৰণি | শুদ্ধ ৰীতি নীতি | সকলোকে নিলে কাঢ়ি ॥ |
| এনে উম্ভগুলি | দেখিব নোৱাৰি | কম্পিল অসম দেশ। |
| চিলিম ধোঁৱাখোৱা | আছাৰি পেলাই | ধৰিলে বীৰৰ বেশ ॥ |
| বান্ধিলে টঙালি | মেৰাই মেৰাই, | মূৰত মথুৰা পাগ। |
| হাতত তুলি ললে | কোৰ-চিপ্‌ৰাং, | হ'ল সমৰলৈ আগ ॥ |
| উঠিল ডিবুৰু, | উঠিল তেজপুৰ, | ৰঙ্পুৰ সাৰ্থি হল। |
| গুৱাহাটী নগাঁও | লগত ওলাই | সভ্যতা ভেটিবলৈ গল ॥ |
| ধুবুৰীৰ সিমূৰে | জুমুৰি পাতিলে, | ভেটিলে সভ্যতাৰ বান। |
| মূৰৰ সমানকৈ | মথাউৰি বান্ধিলে, | ৰাখিলে অসমৰ মান ॥ |
| উজাবৰ উপায় | নাপাই সভ্যতা | উভতি ভাটিয়াই গল। |
| উজনি নামনি | গোটেই অসম | আগৰ দৰেই বল ॥" |

## অসমীয়া নৱন্যাসৰ কবিতা আৰু হোতাসকল

এলিজাবেথ যুগৰ লগত যেনেকৈ ইংৰাজী সাহিত্যৰ নৱন্যাস যুগ (১৮০০-৫০) দ্বিতীয় সৃজনমূলক প্ৰতিভাৰ যুগ বুলিব পাৰি, তেনেকৈ বৈষ্ণৱ সাহিত্যৰ তুলনাত বৰ্ত্তমান সাহিত্যৰ ঢেকিয়াল ফুকনৰ জন্মৰ পৰা বেজবৰুৱাৰ শেষ কাললৈকে প্ৰথম এশ বছৰ (১৮৩০-১৯৩০) সাধাৰণভাৱে তেনে সৃজনমূলক যুগ বুলিব লাগিলে ই আগতে ক'বৰ দৰে সমুদ্ৰৰ বৃহৎ জোৱাৰৰ লগত ব্ৰহ্মপুত্ৰৰ ক্ষুদ্ৰ ঢৌৰ তুলনা হয়। জোৱাৰেই হওক বা ঢৌৱেই হওক, তাৰ শিৰ অৱশ্যে শেষৰ দুকুৰি বছৰ (১৮৯০-১৯৩০), অৰ্থাৎ "জোনাকী" আৰু "আৱাহন" কাকতৰ মাজৰ অসমীয়া নৱন্যাসৰ কালছোৱা। ইংলণ্ডৰ নৱন্যাসৰ দৰেই অসমৰ নৱন্যাসো কবিত্বপ্ৰধান, আৰু তাৰ পৰা উপচি উপন্যাস আৰু নাটকলৈ বৈছে, ৰজনীৰ "মিৰিজীয়ৰী" উপন্যাস আৰু বেজবৰুৱাৰ "জয়মতী" নাটলৈ উদাহৰণ ৰূপে আঙুলিয়াব পাৰি।

চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮) ইংৰাজী নৱন্যাসৰ ত্ৰিমূৰ্ত্তি

ৱৰ্ডছৱৰ্থ-কলেৰীজ্-ছদীৰ দৰে অসমীয়া নৱন্যাসৰ ত্ৰিমূৰ্ত্তিৰ প্ৰথমটি আৰু স্বৰূপতে প্ৰধানটিও। ১৮৬৭ৰ ২৮ নৱেম্বৰত তেজপুৰ মহকুমাৰ কল্‌পুৰ মৌজাৰ ব্ৰহ্মাজানত হৰিবিলাস আগৰৱালাৰ দ্বিতীয় পুত্ৰ চন্দ্ৰকুমাৰৰ জন্ম হয়। এফালে তীক্ষ্ম বুদ্ধি আৰু স্বাধীনচিতীয়া, ইফালে লাজকুৰীয়া আৰু কবিসুলভ প্ৰকৃতি, এই বিষম আৰু পৰস্পৰ-বিৰোধী স্বভাৱেই চন্দ্ৰকুমাৰক ল'ৰা কালৰ পৰা বুঢ়া কাললৈকে নেৰিছিল । বিচক্ষণ ব্যৱসায়ী আগৰৱালাই যে "প্ৰতিমা"ৰ পাকৈত খনিকৰ, এদিন-দুদিন দেখাসকলৰ চকু আৰু মনৰ এই দ্বন্দ্ সহজে নাভাগে । সামাজিক ব্যৱহাৰত তেওঁক সৰবৰহী বুলিব যে নোৱাৰিয়েই, সাধাৰণ কথাবাৰ্ত্তাতো তেওঁ নিশ্চয় নিমজ হব নোৱাৰিছিল, বাস্তৱ জীৱনত বেজবৰুৱাৰ বাহিৰে তেওঁৰ হৃদয়-দুৱাৰ আৰু দুই চাৰিজনতকৈ সৰহৰ আগত মেল নাখাইছিল । সাহিত্যতো, ইংৰাজ কবি গ্ৰেৰ দৰে, এওঁ সম্পূৰ্ণ হৃদয়-ভাণ্ডাৰ মেলি নিদিয়া বাবে কেৱল দুখনি সৰু পুথিহে এওঁৰ পৰা পোৱা হল, এওঁ যেন নিজে এওঁৰ কবিতাৰ "অকলই উৰি ফুৰে প্ৰাণৰ পখীটি।" বিশ্ববিদ্যালয়ৰ উপাধি বা ৰজাঘৰীয়া খিতাপ একোলৈকে আকাঙ্খা নথকাত পঢ়াশলীয়া জীৱনৰে পৰা বহুত বছৰ ব্যৱসায়ী পিতাকৰ লগত কলিকতাত আৰ্মেনিয়ান ষ্ট্ৰীটৰ নিজা ঘৰবাৰীত থাকি এণ্ট্ৰেন্স্ আৰু ফাৰ্ষ্ট আৰ্টছ্ মহলাত উঠি দুবছৰৰ অধিক কাল প্ৰেছিডেন্সী কলেজত বি-এ শ্ৰেণীত থাকিও নিৰুপাধিক হৈ শেষত অসমলৈ ওলটে আৰু চাহ খেতি আদি পৈতৃক ব্যৱসায়ত লাগে । কলিকতাত পঢ়া কালতেই নিজ খোৱা খৰচৰ পৰা ধন সাঁচি তাৰে প্ৰথম বছৰ নিজে সম্পাদক থাকি, আৰু তাৰ পাছত বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীক সম্পাদকৰ বাব দি, ১৮৮৯ৰ জানুৱাৰীত পোনতে "জোনাকী" উলিয়ায় । প্ৰেছিডেন্সী কলেজত পঢ়া কালত বঙ্গ দেশৰ অমৰ নেতা চিত্তৰঞ্জন দাস এওঁৰ সহপাঠি আছিল । বেজবৰুৱাই তেওঁৰ "জীৱন সোঁৱৰণ"ত আগৰৱালাৰ প্ৰথম বছৰৰ "জোনাকী"ৰ অপূৰ্ব গদ্যৰীতিৰ বিষয়ে কওঁতে কৈছে বোলে কলিকতাৰ উচ্চ আদালতৰ প্ৰধান বিচাৰপতি ছাৰ আশুতোষ চৌধুৰীৰ " পৰাধীন জাতিৰ ৰাজনীতি নাই" বোলা যিটি কথা শুনি সকলো চমৎকৃত হৈছে, তাৰ মৰ্ম "জোনাকী"ৰ "আত্মকথা"ত ছাত্ৰ-সম্পাদক চন্দ্ৰকুমাৰে তাৰ বহুত আগতে কৈছিল । কবিতাৰ বিষয়ে কওঁতেও লিখিছে বোলে সেই বছৰৰ "জোনাকী"ত ওলোৱা "বনকুঁৱৰী" আদি কবিতা পঢ়িহে অসমীয়া ৰাইজে মাত-কথাৰেও এনে ধৰণৰ কবিতা

লিখিব পাৰি বুলি মানুহে ভাবিব পাৰিছিল । স্বৰূপতে অসমীয়া নৱন্যাস যজ্ঞৰ চন্দ্ৰকুমাৰেই ঘাই হোতা । ৱৰ্ডছৱৰ্থৰ দৰে পোনতে, চন্দ্ৰকুমাৰৰ ভাষা যে অত্যন্ত ঘৰুৱা সৰল আৰু সোৱাদ তেওঁৰ সকলো কবিতাতে ইয়াৰ প্ৰমাণ পোৱা হয় । দ্বিতীয়ত, ৱৰ্ডছৱৰ্থৰ দৰেই প্ৰকৃতিৰ লগত এওঁৰ সম্পৰ্ক পোন-পটীয়া, আওপকীয়া নহয়, এওঁৰ অনুপম 'ফুলা সৰিয়হ ডৰা', 'নিয়ৰ' আদিয়েই তাৰ উদাহৰণ

"মুকুতা মণিটি পাহিত জিলিকে ফটিক পানীত ধোৱা,
নিশাৰ তৰা এটি সৰিয়েহে আছে সৰগত টোপনি যোৱা ।
নিজম আকাশৰ নিচুক কথাটি হিয়াত থৈছে সাঁচি,
কোন কাহানিৰ সপোন দেখিছে, কোনে হাঁহিছিল নাচি ?
ফুলনিত কোনে নিশা নাচিছিল, ছিগি ৰই গল মণি,
ৰঙিলীৰ ভাৱ হাঁহি-নাচোনৰ ৰ'ল চিন এইকণি ।
ৰাতিৰ ধেমালি জোনৰ নিফুট হাঁহিৰে থইছে সানি,
পুৱাৰ হেঙুলি বেলিটিলৈ চাই এটুপি চকুৰ পানী ।
নিয়ৰ কলিৰে শোভে ফুল জুপি চাইছে ভাবতে ডাহি,
হায়, কি বিষম পেলালি বায়ুৰে জোকাৰি ফুলৰ পাহি !"

তৃতীয়ত, জাতি-বৰ্ণ নিৰ্বিশেষে মানুহ মানুহ স্বৰূপেই এওঁৰ কবিতাৰ ঘাই বিষয় আছিল, "বিশ্ব-ভাৱৰীয়া", "মানৱ বন্দনা", আৰু "বীণ-বৰাগী" কবিতাৱলীত (অধ্যয়ন,২০৫-১৮) -

"আহিছে মানুহ, গইছে মানুহ, মানুহ মৰ্য্যাপী জীৱ,
মানুহ সোঁতৰ অন্ত নাইকিয়া, বুলিলে মৰত কিয় ?"
"হাঁহিছে মানুহ, কান্দিছে মানুহ, পাতিছে মানুহে প্ৰেম ।
ধূলিতে উদয়, ধূলিতে বিলয়, ধূলিও স্বৰ্গীয় হেম ॥"

চতুৰ্থত, কলেৰীজৰ ভাগত পৰা আৰু তেওঁৰ 'পুৰণি নাৱিক' কবিতাত প্ৰকাশ পোৱা অতি-প্ৰাকৃতিক কথাও এওঁ নিজে বন-কুঁৱৰী, জল-কুঁৱৰী আদিৰ ভিতৰেদি প্ৰকাশ কৰিছে । পঞ্চমত, দুখীয়াৰ দুখত গভীৰ সহানুভূতি ইংৰাজী নৱন্যাসৰ দৰে চন্দ্ৰকুমাৰেও ঘাইকৈ তেওঁৰ বীণ-বৰাগী কবিতা-সমূহত, আৰু সমাজৰ অসমতাৰ বিৰুদ্ধেও অতি তীব্ৰভাৱে, বিদ্ৰোহী ৰূপে প্ৰকাশ কৰিছে ।—

"নি কিনলৈ কিয় দুখতে দুৰ্দ্দশা, নিৰ্দয় বিধান ইটো ?
দুৰ্বলীৰ গতি জীৱন্তে মৰণ, কিয় নখণ্ডিব সিটো ?
নেলাগে কুটিল সংসাৰৰ পথ, নেলাগে চাপৰ ওখ,
আলেখৰ লেখ নেলাগে সম্পদ, নেলাগে বিষয় সুখ ।"

ষষ্ঠত, ইংৰাজী নৱন্যাসে স্কটলেণ্ডৰ জাতীয় গীত-কাব্যলৈ ঢাল খুউৱাৰ দৰে চন্দ্ৰকুমাৰে বীণ-বৰাগী আৰু তেজীমলা কবিতা আদিৰে সেই জন সাহিত্যলৈ আঙুলিয়াইছিল। ইংলণ্ডৰ ৰেষ্টৰেস্যন যুগৰ পৰা লুপ্ত হোৱা আৰু ৰবাৰ্ট বাৰ্নছে পুনৰুদ্ধাৰ কৰা গুটীয়া প্ৰেমৰ ভাব তাৰ দৰে সপ্তম গুণ ৰূপে চন্দ্ৰকুমাৰত প্ৰকাশ পাইছে, "সুধা মুখ" আৰু অতুলন "মাধুৰী" আদিৰ ভিতৰেদি

"ফুলোঁ নে নুফুলোঁকৈ কুমলীয়া কলিটি। ওঠত লাজেৰে বৈ মিচিকিয়া হাঁহিটি॥
সামৰি পাহৰি গৈ মেলি আধা প্ৰাণটি। উদঙাই ঢাকি থৈ উঠি অহা বুকুটি॥
সোলকাই মোকলাই এধা বন্ধা খোপাটি। হয় নে নহয় কৈ এধা-ফুটা মাতটি॥
শুনো কি নুশুনো ঐ উটি অহা গীতটি। ৰিণিকি ৰিণিকিকৈ কৰবাৰ বাঁহীটি॥
উচুপি নিচুকি গৈ খন্তেকীয়া ঠেহটি। লুকুৱা-ভুমুকাকৈ ছঁয়ামযা পেঁচটি॥
হাঁহোঁৱেইনে কান্দোঁকৈ চলচলীয়া চকুটি। ঘেমালি খণ্ডৰ নৈ মিঠা গাঁঠি খোপাটি॥
ওলাওঁ-নোলাওঁকৈ মনমোহা ঠগটি। ন যযৌ ন তস্থৌ অগা-পিছা ভৰিটি॥
সান মিহলিৰলৈ ওভতনি সোঁতটি। সাঁথৰ-ভাঙনি হৈ পানীমিঠৈ গোটটি॥
চাওঁনে নেচাওঁকৈ মৰমৰ দেহীটি। দেৱী নে মানৱী ঐ মাধুৰীৰ ছবিটি॥"

কিন্তু নৱন্যাস কবিসকলত বিৰল আৰু ডন্ আদি ইংৰাজ মনস্তাত্ত্বিক কবিসকলৰ (১৬৩৭-১৭৩১) দৰে আধ্যাত্মিকতা চন্দ্ৰকুমাৰৰ কবিতাৰ অষ্টম গুণ, তেওঁৰ "বিশ্বভাৱৰীয়া", "মই" আদি কবিতা এই শাৰীৰ। কিন্তু এই মনস্তাত্ত্বিক কবিসকলৰ দৰেই চন্দ্ৰকুমাৰৰ ভাব কেতিয়াবা অস্পষ্ট হয়, আৰু ছন্দ কেতিয়াবা খোৰায়। তাৰ পৰা চন্দ্ৰকুমাৰ শিল্পীতকৈ কবি বুলিহে বুজিব পাৰি, কিয়নো স্বাভাবিক গতিত তেওঁৰ কবিতাই চূড়ান্ত লভিছে। স্বৰূপতে চন্দ্ৰকুমাৰ বৰ্তমান সাহিত্যৰ এজন বিশিষ্ট বাণী-সম্পন্ন শ্ৰেষ্ঠতম কবি, বাণীৰ উপৰিও এনে কাব্যৰ মহত্ত্ব (ছব্লিমিটী) গুণেৰে গুণী কবি বৰ্তমান সাহিত্যত বিৰল। উদাহৰণ স্বৰূপে, ভাব-ভাষা উভয়তে মহত্ত্বৰ গগন-স্পৰ্শী কবিতা "আশীৰ্বাদ"।

চন্দ্ৰকুমাৰত মিল্টনৰ কবিতাৰ এই আপুৰুগীয়া মহত্ত্ব (ছবলিমিটি) গুণ আৰু শেলীৰ সেই বিদ্ৰোহী ভাবৰ উপৰিও, কীটছৰ সেই নিজা সৌন্দৰ্য্য সাধনা অতি প্ৰবল আছিল, "সৌন্দৰ্য্যৰ আৰাধনা জীৱনৰ খেল, অভিনয় অন্তে ঘোৰ কাল যবনিকা।" আদি অনেক ৰূপে এওঁ ইয়াৰ সহাৰি দিছে। ব্যক্তিগত জীৱনৰ সেই পৰস্পৰ-বিৰোধী স্বভাৱেও তেওঁৰ অভিনৱ ব্যক্তিত্বৰ এটি অপূৰ্ব্ব মোহৰেই সঙ্কেত দিয়ে। তেওঁ বিচক্ষণ খনিকৰ আছিল আৰু তেওঁ দিঠকত সুন্দৰৰ সপোন দেখিছিল সচা, কিন্তু সেই কলাবিদ্যাক ব্যৱহাৰত খটোৱা আৰু সপোন-দিঠকক সানি পুটকি এক কৰাই তেওঁৰ আচৰিত চেষ্টা আছিল। সুন্দৰক পদ্য-গদ্যতে আবদ্ধ নাৰাখি তেওঁৰ "আসাম প্ৰিণ্টাৰ্ছ এণ্ড্ পাব্লিশ্বাৰ্ছ"ৰ দৰেই তেওঁ সৌন্দৰ্য্যৰ এক "লিমিটেড্ কম্পেনী" পাতি কামত লগাব খুজিছিল, কিয়নো তেওঁ ভাবুক আৰু কবি হলেও আলাসত চাংপতা বিধৰ কেতিয়াও নাছিল। আগৰ ছোৱাত তেওঁ গান্ধীবাদৰ বিৰোধী আছিল, কিন্তু ১৯২১ত মহাত্মা আহি যেতিয়া তেওঁৰ ডিব্ৰুগড়ৰ ঘৰত আলহী হলহি তেতিয়াৰ পৰাই তেওঁ অকল "মহাত্মা গান্ধী" কবিতা লিখিয়ে ক্ষান্ত নহল, ভিতৰে বাহিৰে সম্পূৰ্ণ গান্ধীময় হৈ পৰিল। তেওঁ লিখিছিল — 'মোৰেই মাজেদি মানৱ-প্ৰাণৰ ফুটক আকুল মাত। মোৰ চিন্তাতেই গূঢ় ৰহস্যৰ সত্য হুক প্ৰতিভাত॥" স্বৰূপতে মানৱ প্ৰেমৰ এই মধুৰ আৰু গধুৰ বাণীৰে চন্দ্ৰকুমাৰৰ কবিতা চিৰমুখৰ।

লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৮-১৯৩৮) অসমীয়া নৱন্যাসৰ ত্ৰিমূৰ্ত্তিৰ দ্বিতীয়টি। এওঁ পিতাক দীননাথ বেজবৰুৱা মুন্সুফ নগাঁৱৰ পৰা বৰপেটালৈ বদলি হৈ নাৱেৰে যাওঁতে বাটত আঁহতগুৰি নামৰ ঠাইত অভিনৱভাৱে ব্ৰহ্মপুত্ৰৰ কোলাত লক্ষ্মী পূৰ্ণিমাৰ ৰাতি জন্মে। সুলিখিত "জীৱন সোঁৱৰণ"ত এওঁ সকতে পিতাকৰ লগত ঘূৰা বৰপেটা, তেজপুৰ, উত্তৰ লখীমপুৰ নগৰবোৰৰ সুন্দৰ বিৱৰণ দিছে। ১৮৭৩ত দীননাথে অৱসৰ লৈ নিজ ঠাই শিৱসাগৰত বহাত লক্ষ্মীনাথক পোনতে তাৰ বঙলা আৰু পাছত ইংৰাজী পঢ়াশালিত নাম লগাই দিয়া হয়, আৰু তাৰ পৰাই ১৮৮৬ত প্ৰবেশিকা মহলাত উঠি কুৰি টকীয়া জলপানি ধৰি কলিকতাত পঢ়িবলৈ যায়। তেওঁ তাত পোনতে ৰিপন কলেজত নাম লগাই পাছত ছিটী কলেজলৈ আহি তাৰ পৰাই ফাৰ্ষ্ট আৰ্টছ্ মহলাত উঠে, সেইদৰেই কলিকতাতে বি-এ ডিগ্ৰী পাই এম্-এ আৰু বি-এল্ মহলা দিবলৈ যুলি পঢ়ে। সকৰে পৰাই লক্ষ্মীনাথৰ স্কুল-কলেজৰ শিক্ষাত বাপ নৰহিছিল, আৰু

এতিয়া বি-এল্ শেষ পৰীক্ষাত পাঠ্য-সূচীৰ বাহিৰৰ পৰা অনেক প্ৰশ্ন কাটি বহুত পৰীক্ষাৰ্থীক অকৃতকাৰ্য্য কৰাত কলিকাতাৰ বঙালী আৰু আন সকলো সহপাঠীৰ নেতা হৈ বিশ্ববিদ্যালয়ৰ ওপৰত হাই-কৰ্টত গোচৰ দাখিল ধৰি সেইদৰেই পঢ়াৰ সামৰণি 'পেলায়। কলিকতাত থকা কালতে মুন্সুফ দীননাথৰ সুযোগ্য পুত্ৰ লক্ষ্মীনাথক একাধিক বাৰ মুন্সুফ পদ যচাতো তেওঁ তাক গ্ৰহণ নকৰি কলিকতাৰ বিখ্যাত অসমীয়া সদাগৰ ভোলানাথ বৰুৱাৰ লগত কাঠৰ কাৰবাৰ কৰিবলৈ লয়, অলপ দিন চলাৰ পাছত অলপ মনোমালিন্য হৈ ওলাই আহি বেজবৰুৱাই কলিকতাৰ বাৰ্ড কম্পেনীৰ ব্যৱসায়ত লগ লাগে, আৰু শেষত সম্বলপুৰলৈ গৈ তাত অকলে কিছুকাল কাঠৰ কাৰবাৰ কৰি শেষ কালত অসমলৈ ঘুৰি আহি ডিব্ৰুগড়ত আকৌ সেই ব্ৰহ্মপুত্ৰৰ পাৰতে ঢুকায়। দেখাতেই এওঁৰ জীৱন সুদৃঢ় সাহিত্য-চৰ্চ্চাৰ অনুকূল নাছিল, তাতে এওঁৰ কলিকতাৰ ঠাকুৰ পৰিয়ালত বিয়াবাৰু কৰাই ঘৰে-পৰে প্ৰতিকূল বঙালী সমাজতে জীৱন অতিবাহিত কৰিলে। অসমীয়াৰ সৌভাগ্যক্ৰমে এই প্ৰতিকূল অৱস্থাবোৰৰ প্ৰতিক্ৰিয়াই দৃঢ়-মনা বেজবৰুৱাক অসমীয়া সাহিত্যৰ সেৱা কৰি অমৰ হবলৈ দুগুণ উৎসাহ আৰু উদগনিহে দিলে।

সাহিত্য-সেৱাৰ বাবে "জোনাকী" আৰু তাৰ সৰ্বহ চন্দ্ৰকুমাৰেই এওঁৰ প্ৰথম প্ৰেৰণা বুলি "জীৱন সোঁৱৰণ"ত বেজবৰুৱাই স্বীকাৰ কৰিছে। ১৮৮৯ৰ জানুৱাৰীত ওলোৱা এই আলোচনীৰ প্ৰথম সংখ্যাতে বেজবৰুৱাৰ অসমীয়া পুৰণি সাধুৰ ওপৰত লিখা ধেমেলীয়া নাটক "লিটিকাই" আৰম্ভ হয় আৰু তাত ছোৱা-ছোৱাকৈ ওলোৱাৰ পাছত ১৮৯০ত পুথিৰ আকাৰে ওলায়, এই প্ৰথম চেষ্টাতে বেজবৰুৱাক অসমীয়া সাহিত্যৰ এজন শক্তিধৰ লেখক বুলি আটায়ে চিনি পালে। চাৰ্লছ্ ডিকেন্সৰ (১৮১২-৭০) পিক্‌উইক্ পেপাৰ্ছৰ দৰে লিখা বেজবৰুৱাৰ "কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা" ১৯০৪ত প্ৰকাশিত হয়, আৰু "লিটিকাই"-তকৈও নতুন হাস্যৰসৰ এই ধুমুহাই ৰবদৈ-চিলাৰ দৰেই গোটেই অসম জুৰি যায়, পিতাকৰ লগৰ পৰা আহি চন্দ্ৰকুমাৰে বেজবৰুৱা আৰু হেম গোস্বামীৰে কলিকতাৰ ২ ভৱানীচৰণ দত্ত লেনৰ মেছত থাকোঁতে গোস্বামীৰ সম্পাদকতাত ওলোৱা দ্বিতীয় বছৰৰ "জোনাকী"তে পোনতে এওঁৰ এইবোৰ ৰচনাও লানি পাতি ওলায়। ১৯০৫ত ওলোৱা এওঁৰ উপন্যাস "পদুম-কুঁৱৰী"ও সেইদৰেই পোনতে এওঁ তেতিয়া নিজে সম্পাদক হৈ চলোৱা তৃতীয়

বছৰৰ "জোনাকী"ত ধাৰাবাহিক ৰূপে ওলাইছিল, অলপ পাছত ওলোৱা বৰদলৈৰ "দন্দুৱা দ্ৰোহ" উপন্যাসৰ দৰে নামনি অসমৰ হৰদত্ত-বীৰদত্তৰ বুৰঞ্জীমূলক ঘটনা লৈ লিখা এই উপন্যাসৰ ৰচনা-ৰীতিয়েও বেজবৰুৱাৰ প্ৰতিভাৰ এই এটি ফাল উজ্জ্বলকৈ দেখুৱাইছিল। ১৯০৩, ১৯০৯ আৰু ১৯১৪ত যথাক্ৰমে এওঁৰ "কামত কৃতিত্ব লভিৱৰ সঙ্কেত", "দীননাথ বেজবৰুৱাৰ জীৱনী", আৰু "বাখৰ" আদি সৰু সৰু পুথিকেখন ওলায়। ১৯১০ আৰু ১৯১৫ত সেইদৰে এওঁৰ ভাঙনি পুথি ভাৰত-বৰ্ষৰ বুৰঞ্জী আৰু ভাগৱত-কথা ওলায়, আৰু ১৯১০, ১৯১১ আৰু ১৯১২ত যথাক্ৰমে জুনুকা, বুঢ়ীআইৰ সাধু আৰু ককাদেউতা-নাতিলৰা শিশু সাহিত্য প্ৰকাশিত হয়। ১৯১১ আৰু ১৯১৪ত সেইদৰে এওঁৰ "শঙ্কৰদেৱ" আৰু "শঙ্কৰদেৱ আৰু মাধৱদেৱ" পুথি ওলাই অসমত বৈষ্ণৱ সাহিত্যৰ আধুনিক অধ্যয়ন আৰু গৱেষণাৰ বাট মুকলি কৰে। আকৌ, ১৯১৩ত "লিটিকাই"ৰ লগৰীয়া "নোমল", "পাচনি" আৰু "চিকৰপতি নিকৰপতি" নামৰ তিনিখন ধেমেলীয়া নাটক ওলায়, আৰু এই আটাইকেখন নাটকেই পুৰণি অসমীয়া সাধুৰ ওপৰত ভেটি পতা হলেও সাময়িক অসমীয়া সমাজৰ শুধৰণৰ বাবে মৌলিকভাৱে লিখা হৈছে। ১৯০৯, ১৯১২ আৰু ১৯১৩ত এওঁৰ সুৰভি, সাধুকথাৰ কুকি আৰু জোনবিৰি নামৰ সাধু পুথিকেখন ওলায়, আৰু স্বৰূপতে এই কেখনেই সামাজিক দৃষ্টি-ভঙ্গি আৰু সমালোচনাৰে অসমীয়া আধুনিক সাধু আৰু চুটি-গল্প সাহিত্যৰো ভেটি বান্ধে। ১৯১৩ত বেজবৰুৱাৰ "কদম-কলি" বোলা পদ পুথি, আৰু ১৯১৫ত "চক্ৰধ্বজ সিংহ" "জয়মতী কুঁৱৰী" আৰু "বেলিমাৰ" নামৰ বুৰঞ্জীমূলক নাটকেখন প্ৰকাশিত হয়। পোনতে "জোনাকী" ওলোৱাৰ ঠিক দহ বছৰৰ পাছত ২ লালবজাৰ ষ্ট্ৰীটৰ পৰা "বাঁহী" ওলায় আৰু দহ বছৰমান কাল কলিকতাত বেজবৰুৱাই নিজ দায়িত্বতে চলায়, এই সময়তে তেওঁ সম্বলপুৰলৈ যোৱাত অলপ দিনৰ বাবে ওলাবলৈ এবাৰ পাছত পোনতে ডিব্ৰুগড়ৰ আৰু শেষত গুৱাহাটীৰ পৰা বেজবৰুৱাৰ নামতে চন্দ্ৰকুমাৰ আগৰৱালাই নিজ দায়িত্বত এই কাকত আকৌ কুৰি বছৰমান চলোৱাৰ পাছত কেবাখনো সম্পাদকীয় হাত সলনি হৈ আৰু দহ বছৰমানৰ মূৰত একেবাৰে ওলাবলৈ এৰে।

আগৰৱালাই অসমীয়া নৱন্যাসৰ প্ৰায় সকলোবোৰ লক্ষণ ফুটাই তুলিলেও, যাইকে লক্ষ্মীনাথে তাৰ কেইবাটিবো বিকাশত সহায় কৰিলে নিশ্চয়। সৌন্দৰ্য্যৰ কৌতুহল

সৃষ্টি কৰাও নৱন্যাসৰ এটি সংজ্ঞা বুলিব পাৰি, আৰু এই সম্পৰ্কত এওঁৰ অনুপম "ভ্ৰম" কবিতাটিলৈ লক্ষ্য কৰিব পাৰি

"কোনে ক'লে সেয়া বাঁহী বাজে বুলি, বনদেৱী গীত গায়,
শেৱালীৰ মালা নহয় সিধাৰি, তৰাৰে গুঁথিছে হায়।
কোনে কয়, সিটি, হৰিণা পোৱালি, ইমান চেতনা নাই,
বনৰ সৌন্দৰ্য্য ৰূপ ধৰি আহি ডেও দি দুৱৰি খায়।"

জাতীয় গীত-কাব্যৰ (বেলেড্) প্ৰতি ঢাল লোৱা নৱন্যাসৰ যি লক্ষণ সি আগৰৱালাতকৈ বেজবৰুৱাৰ "বীণ বৰাগী" কবিতাৰ বাহিৰেও "মালতী" "বৰ আৰু সৰু" "ধনবৰ আৰু ৰতনী" আদি অনেক কবিতাৰ আৰু গীতৰ ভিতৰেদি সুন্দৰকৈ প্ৰকাশ পাইছে। আগৰৱালাৰ বীণ বৰাগীও অতি উচ্চ ভাবৰ প্ৰকাশ হ'লেও, বেজবৰুৱাৰ বীণ-বৰাগীৰ সামৰণিটিয়ে যি মহত্ত্বৰ (ছব্লিমিটী) আৰ্হি দেখুৱাইছে সিও চূড়ান্তস্পৰ্শী

"গা বীণ গা, অমৃত সঙ্গীত, শুকানে মেলক কুঁহি।
প্ৰবাস ভাগৰ আঁতৰি পলাওক, মুখত ওলাওক হাহি॥
বীণৰ বৰাগী বৰাগী নহব, দুখীয়া নহব তই।
আনন্দৰ কণা ৰসৰ নিজৰা বীণতে বান্ধিছ অই॥
নমা ঐ, নমা ঐ, আকাশী অমিয়া আকাশী গঙ্গাৰ দৰে।
দে মোক, দে মোক, বৰাগী ককাই ঐ, পিওঁ মই নিছিগা ধাৰে॥
নতুন প্ৰাণৰ ন চকুযুৰি, দীপিতি ঢালি দে তাত।
পুৰণি পৃথিৱী নকই চাই লওঁ, হে বীণ, এষাৰি মাত॥"

আগৰৱালাৰ দৰেই বেজবৰুৱাও শিল্পীতকৈ কবিহে আছিল, আৰু বীণ-বৰাগীৰ নিচিনা অতি ওখ শাৰীৰ কবিতাতো তেওঁৰ ছন্দই খোৰাইছিল , অথচ ধল অহা সময়ত ব্ৰহ্মপুত্ৰই ডাঙৰ ডাঙৰ চাপৰি ঢাকি সকলো কাঠ-জাঁজি উটাই অনাৰ দৰে প্ৰেৰণাৰ মুহূৰ্ত্তত ওপৰৰ দৰে তেওঁৰ কবিত্বই সকলো টৌৱাই নিছে। মুঠতে প্ৰায় আধা শতিকা (১৮৮৮-১৯৩৮) বেজবৰুৱা বৰ্তমান অসমীয়া সাহিত্যৰ মুকুট-নিপিন্ধা সম্ৰাট আছিল , আৰু এই দৰে সুদীৰ্ঘ কাল মহাপয়োভৰে অসমীয়া সাহিত্যৰ অধিনায়কত্ব কৰা ব্যক্তি বৰ্তমান সাহিত্যতে কিয়, শঙ্কৰদেৱৰ পাছত নাই বুলিলেও হয়। (অধ্যয়ন, ২১৯-২৩)

হেমচন্দ্ৰ গোস্বামী (১৮৭২-১৯২৮) অসমীয়া নৱন্যাসৰ ত্ৰিমূৰ্ত্তিৰ তৃতীয়টি। ১৮৭২ৰ ৮ জানুৱাৰীত গোলাঘাট মহকুমাৰ এখন সৰু গাৱঁত তেওঁৰ জন্ম , পিতাক ডম্বৰুধৰ মৌজাদাৰ আৰু মাক ঘনকান্তি। এওঁৰ আঠ বছৰ বয়সতে এওঁৰে সৈতে দুটি লৰা আৰু এজনী ছোৱালী এৰি ডম্বৰুধৰ ঢুকায় , আৰু ইংৰাজী শিক্ষাৰ বাবে তেৰ বছৰ বয়সত এওঁ নগাৱঁলৈ যায়। ১৮৮৯ত তাৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেছিডেন্সী কলেজত ভৰ্তি হয়গৈ , তাত চাৰি বছৰ পঢ়ি বি-এ ডিগ্ৰী লব নোৱাৰি ঘৰলৈ উলটি গুৱাহাটীৰ সোণাৰাম ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক হয়হি। তাৰ পাছত শ্বিলঙত চাকৰি বিচাৰি থাকি শেষত ছাৰ গেইটৰ লগত পৰিচিত হবৰ সুবিধা পাই তেওঁৰ অনুগ্ৰহত ১৮৯৭ত মাটি হাকিম হয়। তাৰ পৰা মুন্সুফ কামলৈ উঠি ১৯২৫ৰ ফেব্ৰুৱাৰীত সেই পদৰ পৰা আজৰি হৈ ১৯২৮ৰ ২ মেত গুৱাহাটীত তেওঁৰ মৃত্যু হয়। পঢ়াশলীয়া কালতে নগাৱঁত গুণাভিৰাম, ৰত্নেশ্বৰ, বলদেৱ, আদি সাহিত্যিকসকলৰ প্ৰভাৱত হেমচন্দ্ৰৰ সাহিত্য-প্ৰতিভা অঙ্কুৰিত হৈছিল আৰু তেতিয়াই "আসাম বন্ধু"ত এওঁৰ শিশু ৰচনা প্ৰকাশ পাইছিল। "জোনাকী", "বিজুলী", "অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা" আদিৰে কলিকতীয়া অসমীয়া ছাত্ৰৰ সমাজত এওঁ এজন অগ্ৰণী আছিল , বিষয়া জীৱনত সোমায়ো পোনতে ১৯১২ৰ অক্টোবৰৰ পৰা ১৯১৩ৰ মাৰ্চলৈকে পুৰণি পুথি সংগ্ৰহৰ বাবে চিফ্ কমিস্যনাৰ আৰ্চডেল আৰ্লৰ নিয়োগ মতে এওঁ কাম কৰে। কামৰূপ অনুসন্ধান সমিতি, অসম সাহিত্য সভা আদিৰ এওঁ এজন ঘাই কৰ্মী আছিল , আশুতোষ মুখোপাধ্যায়ৰ নিয়োগ মতে কৰা এওঁৰ "অসমীয়া সাহিত্যৰ চানেকি"ৰ বিপুল সংগ্ৰহ অসমীয়া সাউদ ভোলানাথ বৰুৱাৰ দানৰ ওপৰত কলিকতা বিশ্ববিদ্যালয়ে প্ৰকাশ কৰে। "হেমকোষ", "পুৰণি অসম বুৰঞ্জী", "কথা-গীতা" আদি পুথি সম্পাদন কৰি উলিওৱাৰ উপৰিও এওঁৰ নিজ কবিতাৰ থুপি "ফুলৰ চাকি" এওঁ ছপাই উলিয়ায়। মূল ছনেটৰ গঢ় ভাব আৰু আদৰ্শত ৰচা এওঁৰ "প্ৰিয়তমাৰ চিঠি" সকলো প্ৰকাৰে লাগতিয়াল—

"সৌন্দৰ্য্যৰ বুকৰ কাঁচলি উদঙাই,
প্ৰকৃতিৰ চো-ঘৰ চালোঁ পিতৃ পিতৃ,

কুকুৰা-ঠেঙ্গীয়া এই আখৰ-কিটিত
যি অমিয়া ঘঁহা আছে, ক'তো আৰু নাই।
কবি-নিকুঞ্জত ফুলি কত কবিতাই
মলয়াত উটি উটি ফুৰে পৃথিবীত,
তোমাৰ চিঠিয়ে কিন্তু জানে যিটি গীত,
কবিতাৰ কাব্যে তাৰ গোন্ধকো নাপায়।
ফুল ফুলে, সৰি যায়, শুকায় বননি,
বসন্তৰ কুঁহিপাত ৰ'দত লেৰেলে,
তোমাৰ চিঠিয়ে, প্ৰিয়ে, জানে কি মোহনী,
নিতউ নোহাৰা বাহি ন ন ফুল মেলে।
যত সুঙো, চুমা খাওঁ, নালাগে আমনি,
হৃদয়ত হেপাহৰ ভোটা তৰা জ্বলে।"

ইয়াৰ উপৰিও "কাকো আৰু হিয়া নিবিলাওঁ", "কাকুতি" আদি কবিতাই অসমীয়া নৱন্যাসৰ গুটীয়া প্ৰেমৰ বিষয়ত বিশেষ বৰঙণি যোগাইছিল। "জোনাকী" কাকতক উদ্দেশ্য কৰিয়ে লিখা আন এটি কবিতা আগৰৱালাৰ "আশীৰ্বাদ" আৰু বেজবৰুৱাৰ "বীণবৰাগী"ৰ সামৰণিৰ দৰেই নৱন্যাসৰ উপৰিও মহত্ত্ব (ছব্লিমিটী) গুণেৰে অলঙ্কৃত হৈ উঠিছে

"গহীন দুপৰ নিশা নিতাল জগত, ক'তো নাই জোনাকৰ চিন,
নিমাত বিশ্বৰ বাঁহী নিজম চেতনা, সুৰ-ভুলা জীৱনৰ বীণ।
কোনোবা দেশৰ পৰা ধীৰ সোত বলি, আহিছে এখনি জুৰ নই,
ৰিণিকি ৰিণিকি এটি নীৰৱ কবিতা, বাজিছে বুকত ৰই ৰই।
দুটিমান জোনাকৰ সোণোৱালী ৰেখ লাহে লাহে ভৈয়াম নামিছে,
সৃষ্টি-পাতনিৰ সেই জীৱন্ত ছবিটি ঘূৰি আহি ভুমুকি মাৰিছে।
জিলিগুনি এটি আহি পদুম বনত সৰগৰ ৰহন ঢালিছে,
অকলশৰীয়া দুটি পদুম কলিয়ে চুমা খাই হাঁহিছে-জালিছে।।
ৰৰবা অনন্ত কাল জ্ঞানৰ পোহৰ জ্যোতিৰ্ময়ী জোনাকী সবিতা,
বজোৱাঁ অনন্ত কাল পঞ্চমত তুলি, বীণাপাণি, কোমল কবিতা।"

ইয়াৰ গাম্ভীৰ্য্যৰ লগত আগৰৱালাৰ "বীণ-বৰাগী"ৰ কবিতা তুলনীয়, "অসমীয়া

সাহিত্যৰ অধ্যয়ন”ত ইয়াৰ উদাহৰণ দিয়া হৈছে

| | | |
|---|---|---|
| “তোমাৰ বিননি | শুনি থৰ হয় | পশু পখী গছ লতা |
| লুইত উজায়, | জোন তথা লাগে, | মানুহৰ কিবা কথা। |
| হুমুনিয়া বাশি | মৰম পৰশি | তোমাৰো বিদাৰে হিয়া |
| সৰগৰ বীণ | লৱণুত অধিক | কোমলৰো কুঁৱলীয়া।” |

আনন্দচন্দ্ৰ আগৰৱালা (১৮৭৪-১৯৪০) তেজপুৰ মহকুমাৰ কলংপুৰ মৌজাত এওঁৰ জন্ম , মাক বাধিকা আৰু পিতাক কাশীৰাম মৌজাদাৰ। ১৮৯১ত এওঁ তেজপুৰৰ ইংৰাজী পঢ়াশালিৰ পৰা সুখ্যাতিৰে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কুৰি টকীয়া জলপানি ধৰি কলিকতাৰ মেট্ৰপলিটান (পাছত বিদ্যাসাগৰ) কলেজত এফ্ এ পঢ়ে। তেতিয়াই এওঁ আন কেজনমান সহপাঠীৰে লগ লাগি ১৪১টি গীতেৰে “ধৰ্ম সঙ্গীত” নামে এখন পুথি উলিয়ায়। কৰুণাভিৰাম বৰুৱাই প্ৰথম অসমীয়া শিশু আলোচনী “লৰা-বন্ধু” উলিয়াওঁতে এৰোঁ তাৰ সহকৰ্মী আছিল। এইদৰে নানা চৰ্চ্চাত কাল কটাই শেষত বিশ্ববিদ্যালয়ৰ কোনো ছাবমোহৰ নোহোৱাকৈয়ে অসমলৈ ওলটে। অলপ দিন শিৱসাগৰ বেজবৰুৱা ইংৰাজী পঢ়াশালিত শিক্ষকতা কৰাৰ পাছত সামান্য চাকৰীয়াল ৰূপেই পুলিছ বিভাগত সোমাই দোপত দোপে উঠি তাৰ সৰ্ব্বশ্ৰেষ্ঠ পুলিছ ছুপাৰিণ্টেণ্ডেণ্ট্ পদৰ পৰা চাকৰি জীৱন সামৰে। আদি পাঠ, কোমল পাঠ, জিলিকনি আদি কেখনমান পঢ়াশালীয়া পুথিৰ বাহিৰে এওঁৰ প্ৰকাশিত মূল্যবান গ্ৰন্থ নাই , আলোচনীবোৰত প্ৰকাশিত এওঁৰ কবিতাৰ অতি সৰহখিনিয়েই ইংৰাজীৰ ভাঙনি। জীৱন সঙ্গীত বোলা কবিতাটিও এওঁ প্ৰবেশিকা মহলাত উঠাৰ আগতে লিখা, কিন্তু এওঁৰ সকলোবোৰ ভাঙনিয়েই মৌলিক অসমীয়া কবিতাৰ দৰে, এই বাবেই এওঁ ভাঙনি কোঁৱৰ বুলি জনাজাত। এওঁ ভাটি বয়সত আলোচনী বোৰত অৱশ্যে গৱেষণামূলক প্ৰবন্ধও কিছুমান লিখিছিল। সৰহখিনি ভাঙনিৰ সত্ত্বেও আনন্দচন্দ্ৰ কবি স্বৰূপে বহুত কাললৈ অসমীয়া সাহিত্যত জীয়াই থাকিব নিশ্চয়, নিজ মৌলিক কবিতাৰ ভিতৰত এওঁৰ নৱন্যাসমূলক ‘দেৱকন্যা মানৱী বেশেৰে’, “তই”, “পাপেলাই”, “ফুলকোঁৱৰ” আদি লেখৰ কবিতা। পুলিছ কৰ্মচাৰী হৈও এওঁ স্বভাৱৰ মধুৰতা আৰু প্ৰাণৰ কবিত্ব কি দৰে জীয়াই ৰাখিছিল সি ভাবিব লগা কথা। তেওঁৰ অপূৰ্ব পদ-লালিত্যৰ আভাস তেওঁৰ কবিতাৰ য’তে ত’তে পাব পাৰি (অধ্যয়ন, ৪-৫ পিঠি)—

"নিঠুৰ মানুহ,— নেথাকোঁ লগত, নিজান ঠাইলৈ যাওঁ,
নীল সাগৰত নীলাকাশ তলে বাই বাই ফুৰোঁ নাও।
প্ৰতি ঢৌ মুখে হেঙুলি বেলিয়ে এটি এটি চুমা দিব,
তাতে বগা মেঘে ৰঙা দাঁত মেলি দূৰতে হাঁহি মাৰিব।
এইবোৰ ভাবি ৰূপহী পাণেশৈ ঘৰকে আন্ধাৰ কৰি,
নীল সাগৰলৈ বেগে গুচি গল, কলমৌ পাতৰ তৰী।
এদিন পুৱাতে সাগৰ পাৰৰ এজোপা গছৰ মূলে,
দেখিলে মানুহে পাণেশই আই অনন্ত কাললৈ শুলে।
দুই তাঁৰ কেশ পৰিছে দুফালে নীয়ৰেৰে তিতি আছে,
কোমল মুখত জিকিমিকি কৰি কনক কিৰণ নাচে।
ৰূপহী আইটী অকালত হায়, বেজাৰত গ'ল মৰি,
সুগন্ধি গোলাপ নিজানত ফুলি নিজানতে গ'ল সৰি।"

**হিতেশ্বৰ বৰবৰুৱা** (১৮৭৭-১৯৪০)যোৰহাট মহকুমাৰ সক-চৰাই খাতত ভদৰি বৰবৰুৱাৰ ঘৰত ওপজে। পিতাক চিকৌ গগৈৰ আৰ্থিক অৱস্থা স্বচ্ছল নথকাৰ বাবে এওঁ স্থানীয় ইংৰাজী পঢ়াশালিৰ মূধৰ শ্ৰেণীৰ পৰাই পঢ়া এৰি চাহ-বাৰীৰ কামত সোমায়। ১৯০২ত এওঁৰ "ঢোপাকলি" নামৰ খণ্ড কবিতা, ১৯১২ত "কমতাপুৰ ধ্বংস কাব্য", ১৯১৩ত "বিৰহিনীৰ বিলাপ কাব্য" আৰু "তিকতাৰ আত্মদান" কাব্য, ১৯১৪ত "আভাস কাব্য" আৰু "মালিতা" উপন্যাস, ১৯১৫ত "যুদ্ধক্ষেত্ৰত আহোম-ৰমনী কাব্য", ১৯১৭ত "আঙ্গিলা" আৰু "ডেহুডিমোনা কাব্য", ১৯১৮ত "মালচ" আৰু ১৯২২ত "চকুলো" নামৰ খণ্ড-কবিতাৰ পুথি প্ৰকাশিত হয়। এওঁৰ কীৰ্ত্তিস্তম্ভ যাইকৈ প্ৰথমৰ বুৰঞ্জীমূলক কাব্য কেখনিয়েই , কিয়নো স্বৰূপতে বুৰঞ্জী বা আধুনিক বিষয়ৰ কাব্য এই কেখনেই প্ৰথম। কমতাপুৰ ধ্বংস-কাব্য দ্বিতীয় সৰ্গৰ পৰা

"ৰিব্ ৰিব্ ৰিব্ কৰি বলিছে মলয়
কমতাপুৰৰ সেই ৰাজ-উদ্যানত।
গোলাপী সখীয়ে স'তে সাদৰী কুঁৱৰী
লইছে সন্ধিয়া বায়ু আনন্দ মনত।

ফুলৰ গোন্ধেৰে আজি ভৰিছে ফুলনি,
কুঁৱৰীয়ে ছিঙে ফুল এপাহি দুপাহি,—
গোলাপ, মালতী, জাতি, বকুল, বন্ধুলী,
গাঁথে মনোৰম মালা অন্তৰ উলাহি।"

এই অমিত্ৰাক্ষৰৰ লগত পদ্মনাথৰ (১৮৭১-১৯৪৫) "লীলা"ৰ—

"নাজানো পূজাৰ বিধি, বন্দনাৰ ৰীতি,
বীণাপাণি বাগেদবী চৰণ তোমাৰ,
কিৰূপে পূজিম হায়, বন্দিম কিমতে!
বজোৱাঁ অনন্ত কাল সঞ্জীৱনী বীণা,
গহীন জোঁকাৰে তাৰ কঁপাই বননি,
সৰাই কতনা ফুল কবি-ফুলনিত।"

ৰমাকান্ত-ভোলানাথৰ পৰা পদ্মনাথ-হিতেশ্বৰলৈ এই পৰিবৰ্তনত ভাষা থকৰা হোৱাৰ লগে লগে ধ্বনি-সামঞ্জস্যপূৰ্ণ আৰু প্ৰবাহমান ছন্দ অমিত্ৰাক্ষৰৰ মূল দুই গুণৰ সৌন্দৰ্য্য আৰু ভাব-ভাষাৰ গাম্ভীৰ্য্য ক্ৰমে টুটি অহা গম ধৰিব পাৰি । হিতেশ্বৰৰ গীতি কবিতাবোৰ তেওঁৰ কাব্যতকৈও অধিক কবিত্বৰ প্ৰমাণঃ "প্ৰাণৰ জিতেন"ত —

"ফুলনিৰ মোৰ গোলাপ জুপিত ধৰিলি চাৰিটি কলি,
চাৰিটিৰে এটি কিয়, ঐ জিতেন, খিতাতে লেৰেলি গলি?
ফুলনি শুৱাই আছিলি, সোণাই, তোক কিহে নিলে হৰি?
চকু-পচাৰতে হিয়া উদঙাই দিনতে আন্ধাৰ কৰি!
নিৰদয় শোকে কুটিলেনে তোক, শুৱনী গোলাপ পাহি?
চ'তালি ব'দে নে পেলালে লেৰেলা, নাহাঁহ মধুৰ হাঁহি?
জীৱন-মৰণ একে, সোণকণি, মৰণ ৰবক ভাল,
বিষাদৰ কন্দা নাথাকে তেতিয়া, অন্তৰ নদহে কাল।
সংসাৰৰ দুখ নউ পাওঁতেই গইছ সংসাৰ এৰি,
সুখৰ জীৱটি গ'লি সুখতেই, সুখৰ লাহৰী যেন্দি!
দেৱকন্যাসৱে নিতে কোলা লব অতি যে আদৰ কৰি,
শুৱৰ বেলিকা কাষত শুৱাৰ জিলিকত সাৰটি ধৰি।

কান্দিব খুজিলে নিচুকাব তাত, আছে জগতৰ আই,
ভোকৰ বেলিকা অন্নদা' খুৱাব, দুখ কোনোটিতে নাই!
যদি কেতিয়াবা "দে-তা"ক বিচাৰ, "মা-গ"লৈ মনত পৰে,
ৰাতি সপোনত আহি দেখা দিবি, জানোবা হেপাহ পূৰে!
তোমাৰেই মায়া (সংসাৰৰ মায়া), সি মায়া-জালত পৰি
সোণক হেৰাই কান্দি উঠে প্ৰাণ, ওলায় চকুলোধাৰি॥
সি মায়া-ডোলতে বান্ধ খাই প্ৰভু, তালই চিতনি লাগে,
জানো সিপুৰীত "মা-গ" "দেইতা"ক নেদেখি জিতেন কান্দে।
যদি কোনো দিন কান্দে সোণে তাত, আমাৰ সলনি, হৰি,
কোলা লই তাক চুমা এটি দিবাঁ ডিঙিত সাবটি ধৰি।—
কুমলীয়া লৰা অকলে নেৰিবা, ছাগকে ভাবিব বাঘ,
নজনা লৰাই যদি দুষ্ট কৰে, তুমি নোকোবাবাঁ তাত।
তুমি দয়াময়, জগতৰ পতি, তুমি ব্ৰহ্মা বিষ্ণু হৰি,
তোমাৰ কাষত ইয়াকে খাটিলোঁ দুখানি চৰণ ধৰি।"

"কাণৰ থুৰীয়া" নামৰ চৈধ্য শাৰীৰ এওঁৰ বিতোপন কবিতা—

"পূৰ্ব জনমৰ জানো কত পুণ্যফলে
থুৰীয়া জনম পালি এই জগতত,
শোওঁতে-খাওঁতে কিম্বা উঠোঁতে-বহোঁতে
চুমা দিয় প্ৰেয়সীৰ কোমল গালত।
যি চুমাৰ হেপাহত আতুৰ প্ৰেমিক,
প্ৰেমৰ ৰাজ্যৰ যিটো অমূল্য ৰতন,
যাক লই সংসাৰৰ সকলো বলিয়া,
অনায়াসে তই কিন্তু পাৱ সেই ধন।
যি চুমাৰ মাথোঁ এটি পাবৰ আশাত,
প্ৰেমিকে উছৰ্গা কৰে পৰাণ নিজৰ,
সেই চুমা লাখ লাখ নিতে খাৱ তই,
নাজানো কি পুণ্য তোৰ আছিল পূৰ্বৰ!

নহ'ল আমাৰো কিয় ধুৰীয়া জনম।
পালোঁ হয় নিতে কত মধুৰ চুম্বন।"

ইয়াক পদ্মনাথৰ "ওৰণি" কবিতাৰ লগত বিজাব লগীয়া —

"মৰি যদি জীওঁ পুনু জীৱন সলনি কই,
মৰি মৰি জন্ম ধৰোঁ ৰমণী ওৰণি হই।
আবেগৰ ছেগ ধৰি ধৰোঁতে প্ৰিয়াক লাজে,
ৰচাম মুখনি ঢাকি অবলা-সাৰথি সাজে'।
আহিলে বসন্ত ৰাগ মলয়াত উটি বুৰি,
বিজুলী বয়ানখনি দেখুৱাম উৰি উৰি।
চকুৱে চকুৱে দুয়ো চকু-কথা পাতোতেই
বিচ্ছেদ যেমালি চাম ঢাকি ধৰি লাচতেই।
ছেৱে ছেৱে ঢৌও ধৰি মিৰ্চিকি হাঁহিটি চাম,
ইগালে পোহৰ যাচি আবেগৰ চুমা খাম।
ঢেৰেকনি ধুমুহাই অকস্মাতে গাজি উঠি
বিচ্ছেদৰ বিভীষিকা যদিহে দেখায় মথি,
অপায়ৰ আঁৰ কৰি প্ৰিয়াক বুজনি দিম,
বিমৰিষ চকুপানী চিপে চিপে টুকি পিম।
আমন জিমনকই থাকোতে নীৰৱে বহি,
আমোলনি শোভা চাম খোপাত লাচতে খহি।
সৌন্দৰ্য্যৰ ৰূপ-ৰস বিৰিঙিলে কপালত
কপালেৰে মচি ল'ম উলাহেৰে তিলকত।
এতেকে বাসনা মোৰ পূৰ্ণ হয় যাতে অই!
মৰি জন্ম লওঁ যেন ৰমণী ওৰণি হই।।

ৰঘুনাথ চৌধাৰী ১৮০১ শকৰ মাঘত গুৱাহাটী মহকুমাত জন্মে, সকতে পিৰালিৰ পৰা পৰি এওঁৰ ভৰি দুটা ঘুনীয়া হেৱাত এওঁ শাৰীৰিক অক্ষম হয়। গুৱাহাটীৰ ইংৰাজী পঢ়াশালিৰ তলৰ কেইশ্ৰেণীমান পঢ়িয়ে এওঁ পঢ়া এৰে, কিন্তু ইংৰাজী সাহিত্যৰ জ্ঞান-অৰ্জনৰ উপায় নাথাকিলেও সমসাময়িক বঙলা কবিতা অধ্যয়ন কৰি গুৱাহাটীৰ

পৰা ওলোৱা দ্বিতীয় ভাগ "জোনাকী"ৰ কালৰ পৰাই এওঁ লিখিবলৈ ধৰে। অধ্যয়ন আৰু অভিজ্ঞতাৰ সঙ্কীৰ্ণতা সত্ত্বেও স্বাভাৱিক কবিত্বৰ যথেষ্ট পৰিচয় এওঁৰ কবিতাবোৰত পোৱা হয়। এই শতিকাৰ দ্বিতীয় দশকত "সাদৰী", তৃতীয় দশকত "কেতেকী" আৰু "কাৰবালা", আৰু চতুৰ্থ দশকত এওঁৰ "দহিকতৰা" নামৰ দীঘল কবিতাটি ওলায়। "কাৰবালা" অমিত্ৰাক্ষৰী ৰচনা, কিন্তু অত্যধিক সংস্কৃতীয়া হোৱাৰ বাবে এওঁৰ কবিতাবোৰৰ সমান উপভোগ্য নহল। এওঁৰ চৰাই কবিতাই সৰহ, আৰু পোনপাকে নহলেও আওপাকে ৱৰ্ডছ্বৰ্থ শ্যেলী কীটছ্ আদিৰ প্ৰভাৱ এইবোৰত মন কৰিব পাৰি, কিন্তু সেইবোৰত কবিৰ যি এটা অভিন্নত্ব আছে, এওঁৰ আন ৰচনাত নাই। তথাপি বৰ্ণনামূলকভাৱে চৌধাৰীৰ কবিতা সদায় যে সোৱাদ লগা "কেতেকী"ৰ দ্বিতীয় তৰঙ্গৰ এনে উদ্ধৃতিৰ পৰাই বুজিব পাৰি—

"বসন্ত আহিলে, আমে মলিয়ালে কঠালে পেলালে মুচি,
মদালাপী কুলি তাকে চাবলই আহিছে মূৰটো চুঁচি।
নাই লাসবেশ সুৰাগী কুলিৰ, কালিমা বৰণ দেহা,
গীত গাই কিন্তু ললিত পঞ্চমে বেহায় প্ৰেমৰ বেহা।
তোৰ গীত শুনি বহাগী আইটী গাভৰু সজালে গা,
তোৰ লগতেই আহিল লগৰী শীতলী মলয়া বা।
পুষ্প কাননত তৰু-লতাৰাজি ধৰি নৱ কিশলয়,
অপৰূপ ৰূপে শ্যাম কুঞ্জ পাতি কৰে ধৰা সুখময়।
কুঞ্জ কুটিৰৰ পদূলি মুখত ৰাঙলি অশোক জুপি
আদৰিছে তোক লাহ-লোটনেৰে সজাই ফুলৰ থুপি।
ধীৰ সমীৰণে ধীৰে নচুৱায় শ্যামল অঞ্চলখনি,
ৰদৰ ৰশ্মিত জ্বলে কি সুন্দৰ লোটনীয়া ফুলমণি।
তোৰ মাত শুনি লাজুকী বোৱাৰী ৰবলই এৰে তাঁত,
হাতৰ মাকোটি হাততেই ৰয়, হেৰায় মুখৰ মাত।
সেইটি সুৰতে জীয়ৰী ছোৱালী আপোন-পাহৰা হয়,
যঁতৰত থকা মহৰা কাটিটি যঁতৰতে লাগি ৰয়।
ৰঙমনে কত প্ৰেমালাপ কৰি গাভৰু আইটাইঁতে

| | | |
|---|---|---|
| হংসিনী খোজত | পানী-ঘাটলই | গইছিল বাটে বাটে, |
| মনে মনে গই | দাঁতি-কাষৰীয়া | গছ্‌ এজুপিৰ পৰা |
| পূৰ্ণ আবেগত | কি সুৰ টানিলি | পৰাণ আকুল কৰা। |
| উদাস ভাবত | তোৰ ফাললই | ৰ লাগি ৰই ৰ'ল, |
| সুলকি পৰিল | বাচকবণীয়া | খোপাৰ মালতী ফুল। |
| প্ৰাণ কাঢ়ি লই | গুচি গলি তই, | কৰিলি চঞ্চল চিত, |
| চম্পা কলি যেন | ভৰিৰ আঙুলি | ছিগি যায় উদ্ধুটিত।" |

শ্ৰীঅম্বিকাগিৰি ৰায়চৌধাৰী বৰপেটা মহকুমাত জন্মে। ১৯১৪ত এওঁৰ "তুমি" আৰু ১৯১৬ ত "বীণা" নামৰ পদ-পুথি ওলায়। ওজঃ গুণ এওঁৰ কবিতাৰ বিশেষত্ব, আৰু এওঁৰ "তুমি"ত শক্তিশালী ভাব প্ৰকাশৰ চিন পোৱা হয়। (অধ্যয়ন ২৪৩-৪৮ পিঠি) পদ্মনাথ শৰ্মাৰ 'তুমি'ৰ লগত অম্বিকাগিৰিৰ 'তুমি'ৰ দৰে, কমলাকান্তৰ "বাসন্তীৰ বিয়া"ৰ লগত ৰঘুনাথৰ "বহাগীৰ বিয়া"বো এনে এটা সম্পৰ্ক দেখিবলৈ পোৱা হয়, কিন্তু এই পৰবৰ্ত্তী দুই চৌধাৰীয়ে অদৃশ্যে নিজস্ব অনুসাৰে নিজ নিজ কবিতাক একোটি সুকীয়া গঢ় দিছে।

এইসকলৰ উপৰিও অসমীয়া নৱন্যাস নীতিৰ সমৰ্থনত যোৱা শতিকাৰ শেষ দশকৰ পদ্মনাথ, বেণুধৰ আদি আৰু এই শতিকাৰ প্ৰথম দশকৰ চন্দ্ৰধৰ দুৰ্গেশ্বৰ আদি বহুতো আছে, এইসকলৰ প্ৰাধান্য অনুসাৰে নাটক আদিৰ সম্পৰ্কত উল্লেখ কৰা হ'ব। তাৰ বাহিৰে এই শতিকাৰ দ্বিতীয়-তৃতীয় দশকৰ পদ্মধৰ, সূৰ্য্যকুমাৰ, যতীন্দ্ৰনাথ, বজ্ৰকান্ত, দণ্ডিনাথ, ডিম্বেশ্বৰ, বিনন্দচন্দ্ৰ, নলিনীবালা, শৈলধৰ, অতুলচন্দ্ৰ আৰু চতুৰ্থ পঞ্চম দশকত দেৱকান্ত, নীলমণি, গণেশচন্দ্ৰ, মালিক আদি নৱন্যাস-নীতিৰ সমৰ্থক পোৱা হয়। গুটীয়া কবিতা লেখক ৰূপেও এই শতিকাৰ প্ৰথম দশকৰ অকালত মৃত্যু হোৱা পৰা গোপালচন্দ্ৰ, উমেশচন্দ্ৰ, সিংহদত্ত, গণেশলাল আদি প্ৰসিদ্ধ।

## নৱন্যাসৰ গদ্য, উপন্যাস, নাটক, চুটিসাধু আদি

ইংৰাজী নৱন্যাসৰ দৰে অসমীয়া নৱন্যাসো কবিতাৰ পৰা উপচি উপন্যাস-নাটক আদি গদ্যলৈ বাগৰি আহাৰ কথা আৰু সাহিত্যৰ বাট-দেখাওঁতাসকলে থাপনা কৰা

বৰ্ত্তমান গদ্যৰ চানেকি দেখুৱাই অহা হৈছে। বিশেষ গঢ় বা ৰূপত খণ্ড-ৰচনা বা প্ৰবন্ধ খণ্ড-কবিতাৰ দৰেই অসমীয়া আদি ভাৰতীয় সাহিত্যলৈ ইংৰাজী সাহিত্যৰ অন্যতম অৱদান। কোনো নিৰ্দিষ্ট বিষয়ৰ চমু আলোচনা, বিশেষ নামেৰে নহলেও, ইংৰাজীত ষোল শতিকা বা তাৰ আগৰে পৰা আছিল, তথাপি তাৰ বিশিষ্ট প্ৰথম নিদৰ্শনৰ লগত বেকনৰ নাম সবিশেষভাৱে সংশ্লিষ্ট। ইংৰাজীত টেছিটছৰ অনুসৰণত লিখা চুটি আৰু চোকা খণ্ডবাক্য আৰু তেনে গধুৰ সাৰগৰ্ভ বাক্যবিন্যাসৰ জনক বেকনেই, এই বিষয়ৰ ধাৰণা বেকনে সম্ভৱত আগৰ ইংৰাজী সাহিত্যতকৈ মণ্টেন্ আদি ফৰাছী সাহিত্যিকসকলৰ বিখ্যাত ৰচনাবোৰৰ পৰা পোৱা। সপ্তদশ শতিকাৰ ইংৰাজীত এই বিধ সাহিত্যৰ বিশেষ শ্ৰীবৃদ্ধি হয় ফুলাৰ, ব্ৰাউন, মিল্টন, কাউলি আদি গদ্য-লেখকসকলৰ হাতত। তেতিয়াৰ পৰা বৰ্তমানলৈকে ওঠৰ শতিকাৰ ষ্টীল, এডিস্যন্ আদি সুপ্ৰসিদ্ধ গদ্য লেখকসকলৰ আলোচনী সাহিত্যৰ ভিতৰেদি তাৰ সোঁত আপুনি বলি আহিছে। সাধু উপন্যাস নহয়, কিন্তু তেনে পাতল অথচ শিক্ষাপ্ৰদ কোনো বিষয়ৰ লিখা পঢ়িবৰ ধাউতি এই ৰচনা সাহিত্যইহে পূৰণ কৰে। অসমীয়াত বৰ্তমান যুগৰ আগত এনে বিধ সাহিত্য দেখা পোৱা নহয়, "অৰুনোদই"তে ইয়াৰ প্ৰথম অভ্যুদয় বুলিব পাৰি। এই সম্পৰ্কত আগতে দেখুৱাই অহা ঢেকিয়াল ফুকনৰ "ইংলণ্ডৰ বিৱৰণ", গুণাভিৰামৰ "সৌমাৰ ভ্ৰমণ", হেমচন্দ্ৰৰ "আত্মজীৱনী"ৰ উপৰিও কমলাকান্তৰ "গুটিদিয়েক চিন্তাৰ ঢৌ" আদিৰ পাছত আন কেইবাজনো প্ৰসিদ্ধ গদ্যলেখকৰ ৰচনাৰে বৰ্তমান অসমীয়া সাহিত্য সমৃদ্ধিশালী হৈ উঠে।

**লম্বোদৰ বৰা** (১৮৬০-৯২) তেজপুৰ মহকুমাৰ গমিৰি (হেলেম) মৌজাৰ থালীপুখুৰীয়া গাঁৱত ওপজে। এজন সাধাৰণ অথচ গুখমনা সজ খেতিয়কৰ ঘৰত জন্মি চুটি জীৱন গোটেইটো দৰিদ্ৰতাৰ লগত যুজি চিৰৰুগীয়া শৰীৰেৰে এওঁ অসমীয়া সাহিত্যক যিখিনি বৰঙণি যোগালে, দেখি তবধ মানিব লাগে। এওঁ ছাত্ৰবৃত্তি শ্ৰেণীত পঢ়োঁতে পৰা "আসাম-বিলাসিনী"লৈ প্ৰবন্ধ-পাতি দিয়ে, আৰু বি-এ পৰীক্ষা দি আহিয়ে "লৰা-বোধ" নামৰ পঢ়াশলীয়া পুথি লিখে। তাৰ পাছত এবছৰ মান কহিমা মজলীয়া ইংৰাজী পঢ়াশালিত প্ৰধান শিক্ষকৰ কাম কৰে, আৰু তেতিয়াই কালিদাসৰ "শকুন্তলা" নাটকৰ ভাঙনি লিখি উলিয়ায়। তাৰ পাছত বি-এল্ মহলা দি উত্তীৰ্ণ হৈ তেজপুৰত ওকালতি কৰে, আৰু সেই কালতে "জ্ঞানোদয়" নামৰ পঢ়াশলীয়া পুথি প্ৰকাশ কৰে।

অকাল মৃত্যুৰ বাবে এওঁৰ হাতে-লিখা আধকৰা "আনন্দৰাম বৰুৱাৰ জীৱন চৰিত", "সমাজ-দৰ্পণ নাটক", "ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ", 'ভূগোল বিদ্যা" আদিয়ে পোহৰৰ মুখ দেখিবলৈ নাপালে। তদুপৰি "জোনাকী'ত প্ৰকাশিত প্ৰথম বছৰত "গান", দ্বিতীয়-তৃতীয় বছৰত "অসমীয়া ভাষাৰ আখৰ-জোটনি", চতুৰ্থ বছৰত "উপন্যাস আৰু আত্মহত্যা", আসাম-তৰা কাকতত "বিয়াৰ খৰচ", "অলঙ্কাৰ আৰু দৰ্কাৰ", "আসাম-বন্ধু"ত "সদানন্দৰ কলাঘুমটি", "আসাম-নিউচত" "বেগাৰ ধৰা" আদি ভালেখিনি মূল্যবান প্ৰবন্ধও প্ৰায় হেৰাল।

বৰ্তমান অসমীয়া কথা-ৰীতিত লম্বোদৰৰ বৰঙণিৰ মূল্য কোনমতেই আওকাণ কৰিব নোৱাৰি, সৰহ নালাগে, এওৰ পঢ়াশলীয়া পুথিকেখনৰ গদ্যতো এওঁৰ স্বদেশ প্ৰেমৰ মহৎ অনুপ্ৰেৰণাৰ উমি উমি তাপ অনুভৱ কৰিব পাৰি· "আমি অসমীয়া মানুহ। অসম দেশ আমাৰ জন্মভূমি। এই কাৰণে আমি এই দেশক নিজৰ মাতৃ আৰু স্বৰ্গতকৈও বেছি ভালপোৱা উচিত। প্ৰত্যেক অসমীয়াই জন্মভূমিৰ সেৱা কৰিবলৈ শিকা কৰ্তব্য। যেতিয়াই আমাৰ মনত দেশানুৰাগ সোমাব, দেশৰ দুৰ্দশা আমাৰ চকুত পৰি দেশৰ দুখত আমাৰ চকুপানী ওলাব, দেশৰ মানুহক আমাৰ ভাই ককাই বুলি জ্ঞান কৰিব পাৰিম, তেতিয়াই এই দেশৰ উন্নতি হ'ব। জনমভূমিৰ ঘোৰ দুৰৱস্থা, অসমীয়াৰ ঘোৰ টোপনি! ইয়াতকৈ ধিক্কাৰৰ কথা একো নাই। এতেকে আহাঁ, দেশৰ নিমিত্তে নিজক পাহৰোঁ, দেশৰ নিমিত্তে নিজৰ অৰ্থ, শক্তি, সময়, বিদ্যা, বুদ্ধি, সকলোকে উৎসৰ্গ কৰোঁহঁক, জন্মভূমিৰ গৌৰৱ হওক, অসমীয়া জাতিয়ে উন্নতিৰ জখলাত আগবাঢ়োক, আমাৰ সামান্য জীৱনো সাৰ্থক হওক।" (জ্ঞানোদয়)। ঠিক একে বিষয়ে গুণাভিৰাম বৰুৱাই লিখা "এই অসম দেশ আমাৰ মাতৃভূমি। আমি ইয়াতেই উপজিছোঁ, ইয়াতেই শিক্ষা পাইছোঁ, এই দেশৰ নামেই আমি সংসাৰ-হাটত বিকা হই আছোঁ। জননী যেনে আদৰণীয়া আৰু পূজনীয়া, এই আমাৰ জন্মভূমিও আমাৰ পক্ষে তেনে মৰম আৰু সেৱাৰ থলী। যাক যি ভাল পায়, তাক সি বৰকৈ শলাগে, সেই শলাগিবলগীয়া বস্তুৰ যিমানেই দুৰ্বলতা থাওক, যিমানেই অসোৱাহ থাওক, সেইবোৰ সেইজনে নেদেখে। এনে ভাব দুৰ্বল আৰু স্বাৰ্থপৰ হলেও ই অতি মনোৰম।" (সৌমাৰ-ভ্ৰমণ)। এই দুই আহি মিলাই চালেই দেখি গুণাভিৰামৰ ভাষা যেনে সৰল, অনুভৱো তেনে জুৰ, কিন্তু লম্বোদৰৰ ভাষা সৰল হলেও ভাবত

উমি উমি তাপ এটা সহজে অনুভূত হয়।

প্ৰথম ভাগ প্ৰথম সংখ্যা "আসাম-বন্ধু"ত প্ৰকাশিত "সদানন্দৰ কলাঘুমটি" প্ৰবন্ধত: "কেতিয়াবা কাণি-টিকিৰাৰ ছাট মাৰি ধোঁৱাৰে ঘৰ গোটেইটো ভৰাই দিছিলোঁ, কেতিয়াবা টিকিৰা এৰি পায়স, কুঁহিয়াৰ, গুড়, গাখীৰ, মালভোগ কল, বৰা চাউলৰ পিঠা আদি কৰি সোৱাদ বস্তু খাই মুখ তপালিছিলোঁ, কেতিয়াবা কেতিয়াবা ধপাত, তামোল, ভাঙ, হলে ব্ৰাহ্মণ-সেৱালৈ অনা এটুপি ব্ৰাণ্ডী, অভাৱত দুচকল "চৰাই"ৰ ভজা মঙহ আদি বিবিধ দেৱ-পূজাৰ দ্ৰব্যেৰেও দশ ইন্দ্ৰিয়ৰ পূজা কৰা হৈছিল, মাজে মাজে কলা-ঘুমতিৰে মিত্ৰতা কৰি, কেতিয়াবা হলি, কেতিয়াবা পড়ি, কেতিয়াবা বৰশি বাই, ঘামি, কাহি, হাঁহি হামিয়াই সংসাৰৰ লেঠালৈ একেবাৰে পিঠি দি পৰমানন্দ সাগৰত বুৰ মাৰিছিলোঁ। আহ! কেনে সুখ, কেনে আনন্দ, কেনে দেৱ-দুৰ্লভ জীৱন! আহা! কেনে ঘুমটি! কেনে সুখৰ কলাঘুমটি। যাক দেৱতায়ো নাপায়, কিন্তু বিধাতাৰ বৰত, কানিৰ গুণত, অসমীয়াৰ ঘৰে ঘৰে। যি এই সুখৰ পৰা বঞ্চিত হৈছে, সি গৰ্ভতে নমৰিল কিয়? উপজিলেও আত্মঘাতী নহল কিয়?" হেমচন্দ্ৰৰ কোৰা-ভাতুৰীৰ ব্যঙ্গৰ ঘোৰ নিষ্ঠুৰ মূৰ্তি ইয়াত নাই, তুলনাত ই যেনে সাম্য তেনে ক্ৰীড়াশীল গদ্য।

"যেতিয়া প্ৰায় গোটেইখন পৃথিৱী অজ্ঞান আন্ধাৰৰ ক'লা ঢাকনিয়ে ঢাকি থৈছিল, যেতিয়া প্ৰায় সকলো মানুহে উলঙ্গ বেশে পৰ্ব্বতৰ গাতত বাস কৰি হাবিৰ পহু আৰু গছৰ ফল-মূল খাই জীৱন-ধাৰণ কৰিছিল, তেতিয়াও এই পুণ্যভূমি ভাৰতবৰ্ষ জ্ঞানৰ পোহৰেৰে ভোটা তৰাৰ দৰে জিলিকি আছিল।" (আনন্দৰাম বৰুৱাৰ জীৱনীৰ পাতনি)। নিপুণ শিল্পীৰ হাতৰ, ইংৰাজী লেখক মেকলেৰ দৰে, এনে ধ্বনিপূৰ্ণ অলঙ্কাৰযুক্ত ভাষা লম্বোদৰৰ আগত অসমীয়াত দেখা পোৱা নহয়, এই বিষয়ত এওঁৰ একমাত্ৰ বংশধৰ আৰু তেওঁৰ সম্পৰ্কতো আত্মীয় আনন্দচন্দ্ৰৰ গদ্যত মাত্ৰ ইয়াৰ অনুকৰণ দেখিবলৈ পোৱা হয় "ক্ষমা স্বৰ্গীয় বস্তু। ক্ষমা মানুহৰ সুখ, জগতৰ শান্তি। ক্ষমা তেজস্বীসকলৰ তেজ, তাপসসকলৰ বেদ, সত্য-পৰায়ণৰ সত্য, ক্ষমা দয়াময় পিতাৰ কণ্ঠমালা। সকলো মানুহ প্ৰকৃত ক্ষমাশীল হোৱা হলে এই পৃথিৱী সোণৰ হলহেঁতেন, দুখ-যুঁৱলীয়ে আমৰি থকা এই পৃথিৱীত স্বৰ্গৰ জেউতি পৰিলহেঁতেন।" এই আটকধুনীয়া কথা-ৰীতিয়ে অসমীয়া গদ্যক এক নতুন প্ৰেৰণা দিলে সচা, কিন্তু ই সৰহ কাল নিটিকিল, প্ৰায় সকলো সাহিত্যতে এনে অলঙ্কাৰবাদী গদ্যৰীতিৰ

আকৰ্ষণ তীব্ৰ কিন্তু ক্ষণস্থায়ী হয়।

সত্যনাথ বৰা (১৮৬০-১৯২৫) ১৭৮২ শকত গুৱাহাটীৰ ভৰলুমুখত ওপজে, এওঁৰ উপৰিপুৰুষ তেজপুৰৰ নদুৱাৰ অঞ্চলৰ হেৰাপোৱা গাঁৱত আছিল। পিতাক দয়ানাথ আৰু মাক অময়াক এওঁ ক্ৰমে সাত আৰু ন বছৰমান বয়সতে হেৰুৱায়, আৰ্থিক অৱস্থা কোনো প্ৰকাৰে স্বচ্ছল নথকাত কোনোমতে দদায়েকৰ আৰ্থিক সাহায্যৰ ওপৰত পঢ়া-শুনা কৰে। এওঁ ১৮৮১ত প্ৰবেশিকা, ১৮৮৬ত বি-এ, আৰু ১৮৮৯ত বি-এল পৰীক্ষাত উত্তীৰ্ণ হয়, ইয়াৰ ভিতৰতে এবছৰ মানৰ কাৰণে এওঁ ফৰিদপুৰ জিলাৰ হিন্দু একাডেমীৰ প্ৰধান শিক্ষক হৈ পৰীক্ষাৰ খৰচ উলিয়ায়। ওকালতিৰ শেষ কালতো এওঁ গুৱাহাটীৰ কটন কলেজৰ অসমীয়া আৰু আৰ্ল ল কলেজৰ আইন লেকচাৰৰ আছিল। ১৯২৫ৰ ১৩ দিচেম্বৰত এওঁ স্বৰ্গী হয়। "আসামবন্ধু"ত এওঁৰ জালেখিনি ধুনীয়া কবিতা ওলাইছিল আৰু ১৮৮৩ত এওঁ বৰ্তমান অসমীয়া ভাষাৰ প্ৰথম গানৰ কিতাপ "গীতাৱলী" প্ৰকাশ কৰিছিল। স্বভাৱতে সত্যনাথৰ প্ৰতিভা পদ্যতকৈ গদ্যৰ ফালেহে আছিল, আৰু বৰ্তমান যুগৰ এজন শ্ৰেষ্ঠতম গদ্যলেখক ৰূপেহে এওঁক ভবিষ্যত বংশধৰসকলে মনত পেলাব। "বহল ব্যাকৰণ"ৰ বাহিৰেও এওঁ "সাৰথি", "সাহিত্য-বিচাৰ", "আকাশ ৰহস্য" আদি কথা-পুথি উলিয়ায়, এখন প্ৰথম খণ্ড-ৰচনাৰ পুথি ৰূপে "সাৰথি" আৰু এখন প্ৰথম সমালোচনাৰ পুথি ৰূপে "সাহিত্য-বিচাৰ"ৰ একোটা মূল্য থাকিলেও প্ৰায়ে তেওঁৰ যুক্তি আৰু সিদ্ধান্ত এমূৰীয়া বাবে সেইবোৰ টিকিব পৰা নাই। কিন্তু "বিদ্যা উদগতিৰ বাই আছিলা।" "বিদ্যা মানৱ মনৰ দীপ্তি।" "পুথিৰ বিদ্যা খুপাই থোৱা ধনৰ নিচিনা।" "চিন্তা মানৱ মনৰ জেউতি।" বেকনৰ লিখাৰ দৰে চুটি জ্ঞানগৰ্ভ বাক্যেৰে লিখা সত্যনাথৰ এনে অপূৰ্ব গদ্য-ৰীতিৰ সোৱাদ পঢ়োঁতাই বহুত কাললৈকে পাহৰিব নোৱাৰিব নিশ্চয়। লম্বোদৰৰ ধ্বনি আৰু অলঙ্কাৰপূৰ্ণ ৰীতি বা সত্যনাথৰ চুটি জ্ঞানগৰ্ভ নীতি উভয়েই অসমীয়া সাহিত্যৰ বৈভৱ-ৰখীয়া ৰূপেহে থাকিল, তাৰ আদৰ্শ স্থায়ী নহল।

বৰ্তমান দিনত সকলো ক্ষেত্ৰতে সৰলতাৰ দৰে মিতব্যয়িতাও মূলমন্ত্ৰৰ দৰে হৈছে, আৰু গদ্য-পদ্য উভয় সাহিত্যতে ই কেনেদৰে জেউতি চৰাইছে ৰবীন্দ্ৰনাথৰ সাহিত্যলৈ লক্ষ্য কৰিলেই তাক বুজিব পাৰি। ভাষাৰ বৰ-নাও চলি যায়, কিন্তু ভাবৰ ঢৌ তেতিয়াও থাকে; এয়ে যেন সাহিত্যৰ শেষৰ মাজত অশেষ, সীমাৰ মাজত অসীম। বৰ্তমান

জগতত গদ্যৰ আদৰ আৰু মহিমা যে বাঢ়িছে অতি-আধুনিক কবিতাত গদ্যৰ হেচোই তাৰ প্ৰমাণ। আগতে কোৱাৰ দৰে, কবিতা প্ৰায় সৰহ ভাগেই প্ৰকৃতিৰ সৃষ্টি, কিন্তু কথাৰীতি যোল অনাই কলাবিদ্যা, গতিকেই মানুহৰ অনুশীলন আৰু অধ্যৱসায়ৰ ফল। দুখ লগা কথা, এই সত্যৰ উপলব্ধি আৰু সেই অনুসাৰে আৱশ্যকীয় নেৰা-নেপেৰা চেষ্টা অসমীয়া গদ্যত অন্ততঃ এই শতিকাৰ প্ৰথম-দ্বিতীয় দশকৰ পৰাই নাই বুলিব পাৰি। শঙ্কৰদেৱ-মাধৱদেৱসকলৰ অঙ্কীয়া গদ্যতে পদ্যক গদ্যলৈ ভাঙনি কৰাৰ স্পষ্ট আভাস তাৰ পদ আৰু কথাত আছে, বৈকুণ্ঠনাথ ৰঘুনাথ আদিৰ ভিতৰেদি পদ্যৰ এই গদ্য-ভাঙনি চলি আহি বৰ্ত্তমান অৱস্থা পাইছে। এটাতকৈ অধিক শব্দৰ উচ্চাৰণ কৰোঁতে শ্বাসবায়ু য'ত আপুনি নামি আহে, তাতে গদ্যৰ যতি পৰে, বৰ্ত্তমান কমা, ছেমিকলন, কলন আদি বিৰাম চিনবোৰ গদ্যত সঙ্গীতৰ তাল বা পদ্যৰ ছন্দ দেখুৱাবৰ সামান্য চেষ্টা মাত্ৰ। বৰ্ত্তমানৰ বিৰাম-চিনৰ এই বহুলতা, ভাৰ-সাম্য (বেলেঞ্চড্) বাক্য, ওজস্বিতা বা গদ্য-লালিত্য আধুনিক চেষ্টাৰ ফল। ইংৰাজী সাহিত্যৰ মেকলে বা বঙ্গীয় সাহিত্যৰ ঈশ্বৰচন্দ্ৰৰ দৰে, অসমীয়া গদ্যত ছন্দ আৰু তালৰ ছেও আদি স্পষ্টকৈ প্ৰথম ধৰা পৰে লম্বোদৰৰ গদ্যত, অথচ ইয়াক কেতিয়াও ইংৰাজী ভজুৱা, সংস্কৃতীয়া, বা বঙলুৱা বুলিব নোৱাৰি। অসমীয়া গদ্যত ঢেকিয়াল ফুকনেই পোনতে ইংৰাজী কথা-ৰীতিৰ আৰু বাক্যবিন্যাসৰ, আৰু হেমচন্দ্ৰই ইংৰাজী খণ্ডবাক্যৰ ভাঁজ সুমুৱায়, ইয়াৰ নিয়মিত ব্যৱহাৰে অৱশ্যে অসমীয়া গদ্যক এক নতুন বল দিছিল। লম্বোদৰৰ পাছত আনন্দচন্দ্ৰ আৰু হেম গোস্বামীয়ে অসমীয়া গদ্য বিশেষ অধ্যয়ন আৰু যত্নেৰে লিখা যেন লাগে, সত্যনাথৰ গদ্য চেষ্টাযুক্ত হলেও বৰ গতিশীল নহয়। লক্ষ্মীনাথৰ গদ্যও যত্নশীল বা চৰ্চামূলকতকৈ স্বাভাৱিকহে বুলিব পাৰি, পদ্মনাথৰ গদ্য যত্নশীল হলেও অলপ অস্বাভাৱিক আৰু শব্দবহুল। এইসকলৰ উপৰি গুণাভিৰাম, কমলাকান্ত, বেণুধৰ, ৰজনীকান্ত আদিয়ে ৰচনা, নাটক, উপন্যাস আদিৰ ভিতৰেদি অসমীয়া গদ্য-মথনত বিশেষ যত্ন কৰি গৈছে, কিন্তু সেই মথনৰ পৰা অমৃত ওলাবলৈ হলে পৰৱৰ্ত্তী চেষ্টা যথেষ্ট আৱশ্যক হৈছে।

সাহিত্যত উপন্যাস যাইকৈ ওঠৰ শতিকাৰ সৃষ্টি, ইংলণ্ডই যদিও ইয়াৰ প্ৰথম আবিষ্কাৰৰ গৌৰব কৰে, তথাপি স্বৰূপতে আধুনিক ভাবৰ উপন্যাস ইংলণ্ড, ফ্ৰান্স, আৰু জাৰ্মানী দেশত প্ৰায় একে সময়তে ওলায়। বৌদ্ধ জাতক বা ঈছপৰ সাধুকথাৰ গল্পাংনি

আৰু জীৱ-জন্তুৰ সাধু, অপ্সৰী আৰু জলকুঁৱৰী-বনকুঁৱৰীৰ সাধু, পুৰাণৰ দেৱ দেৱীৰ সাধু, আৰবীয় উপন্যাস আৰু ৰবিঞ্ছন ক্ৰুছৰ দৰে গাৰ নোম শিয়ৰোৱা অসাধাৰণ কাহিনী, আৰু শেষত আমাৰ আশে-পাশে থকা মানুহৰ দিনেকীয়া জীৱনত ঘটা সাধাৰণ কথা-বাৰ্ত্তা, এয়ে উপন্যাসৰ ক্ৰম বিৱৰ্ত্তন। জীৱনেই মহৎ সত্য আৰু বৃহৎ সাথৰ, আৰু মানুহৰ চৰিত্ৰ আৰু দিনেকীয়া কাৰ্য্যাৱলীয়েই কেতিয়াবা মহৎ আশ্চৰ্য্য, ইয়াকে লক্ষ্য কৰি জীৱনৰ ব্যাখ্যা, সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতিত চৰিত্ৰ-অঙ্কন আৰু সমস্যা-অধ্যয়ন আদিয়েই বৰ্ত্তমান উপন্যাসৰ ঘাই কথা। এনে বিচাৰত ১৭৪০ত প্ৰকাশিত ৰিচাৰ্দছনৰ ইংৰাজী "পামেলা" উপন্যাসেই সেই সকলো উপন্যাস সাহিত্যৰ ভিতৰত প্ৰথম, অসমীয়াত সেই অনুসাৰে তাৰ দেঢ় শ মান বছৰৰ পাছত পদ্মাৱতী ফুকননীৰ সুধৰ্ম্মাৰ উপাখ্যান ১৮৮০ত প্ৰকাশিত হয়, যদিও ইয়াক অৱশ্যে সাধুৰ দৰেই লিখা হৈছে। তাৰ পাছত ১৮৯২ত পদ্মনাথৰ "ভানুমতী" আৰু ১৮৯৩ত "লাহৰী", ১৮৯৫ত ৰজনীকান্তৰ "মিৰিজীয়ৰী", ১৮৯৯ত হৰেশ্বৰ শৰ্ম্মা বৰুৱাৰ "কুসুম কুমাৰী", ১৯০০ত ৰজনীকান্তৰ "মনোমতী", ১৯০৫ত লক্ষ্মীনাথৰ "পদুম কুঁৱৰী" আদি সামাজিক উপন্যাস ওলায়।

ৰজনীকান্ত বৰদলৈ (১৮৬৭-১৯৩৯) গুৱাহাটী নগৰৰ চেনিকুঠিত জন্মে। এওঁৰ ককাক তুৱাৰাম মান-ভগনত উজনিৰ পৰা আহি কামৰূপ জিলাৰ বজালিত থাকেহি, তাতে এওঁৰ পিতাক নৰকান্ত ওপজে আৰু পাছত ৰজাঘৰীয়া কামত গুৱাহাটীলৈ আহে। ১৮৮৫ত ৰজনীকান্তই প্ৰবেশিকা পৰীক্ষাত উঠি কলিকতাৰ মেট্ৰপলিটান ইন্‌ষ্টিটিউস্যনত (বৰ্ত্তমান বিদ্যাসাগৰ কলেজ) নাম লগাই তাৰ পৰা ১৮৮৭ত প্ৰথম বিভাগত এফ্-এ ত উত্তীৰ্ণ হৈ ছিটী কলেজত বি-এ আৰু মেডিকেল কলেজত ডাক্তৰি পঢ়ে। ১৮৮৯ত এওঁ বি-এ ডিগ্ৰী লভি গুৱাহাটীৰ জিলা-অধিপতিৰ অফিচত কাকতী কামত সোমায়, আৰু ১৮৯১ত মাটি-হাকিম হয়। ১৯০১ত এওঁ মুন্সুফ পদলৈ উন্নীত হয় আৰু ১৯১৮ত ৰজাঘৰীয়া বিষয়ৰ পৰা আজৰি হয়। উত্তৰ লখীমপুৰত মাটি-হাকিম হৈ থাকোঁতেই মিৰি সমাজৰ অভিজ্ঞতা গোটাই নি ১৮৯৫ত বৰপেটাত এওঁ প্ৰথম অসমীয়া নৱন্যাসমূলক উপন্যাস "মিৰি-জীয়ৰী" লিখে। ইয়াৰ বাহিৰে ১৯০০ত বুৰঞ্জীমূলক উপন্যাস "মনোমতী", ১৯০৯ত "দন্দুৱা-দ্ৰোহ", ১৯২৫ত "ৰাধাৰুক্মিণী" আৰু "ৰঙিলী", ১৯২৬ত "নিৰ্ম্মল ভকত" আৰু "তাম্ৰেশ্বৰী মন্দিৰ",

১৯৩০ত "ৰহদৈ লিগিৰী" উপন্যাস ওলায়। ইয়াৰ বাহিৰে ১৮৯৬ত এওঁৰ শিশুপাঠ্য "জ্ঞান-সোপান", আৰু আলোচনীত "ভোলাই শৰ্মা" ছদ্মনামৰ আৰু নিজ নামৰ বহুত ধেমেলীয়া আৰু বুৰঞ্জীমূলক প্ৰবন্ধ প্ৰকাশিত হয়। ইংৰাজী সাহিত্যত ছাৰ ৱাল্টাৰ স্কট্ আৰু বঙলাত বঙ্কিমচন্দ্ৰৰ দৰে অসমীয়া সাহিত্যত সদায় বৰদলৈৰ বাবে এখনি ওখ আসন আছে, উপন্যাস লিখাৰ ৰীতি আদিত সম্পূৰ্ণ আধুনিক নহ্‌লেও মানৰ দিনৰ অসমীয়া সমাজৰ চিত্ৰ অঙ্কন আৰু মানৱ চৰিত্ৰৰ উদাৰ অধ্যয়নতো বৰদলৈৰ অসমীয়া সাহিত্যলৈ বৰঙণি অসামান্য নিশ্চয়। "মিৰি-জীয়ৰী"ৰ মৌলিক "দালিমী" চৰিত্ৰই বেজবৰুৱাৰ "জয়মতী কুঁৱৰী"ৰ "ডালিমী" ৰূপে পূৰ্ণতা লাভ কৰিছে বুলিব লাগিব, "সতৰাম নৰকী"ৰ চৰিত্ৰও বৰদলৈৰ উপন্যাসত উদাৰ মানৱীয় সহানুভূতিৰ পোহৰতহে প্ৰকাশ পাইছে। নিৰ্ম্মল ভকতৰ মহান্ আত্মত্যাগ, মনোমতী, ৰঙ্গিলী, ৰহদৈ, আদি চৰিত্ৰৰ পৱিত্ৰতা আৰু বুদ্ধিৰ বিচক্ষণতাই অসমীয়া জাতীয় চৰিত্ৰৰো প্ৰতিভা প্ৰকাশ কৰিছে। "নিৰ্ম্মল ভকত" আৰু "ৰহদৈ লিগিৰী"ত বৰদলৈয়ে বৰ্ত্তমান সমাজৰ বাবে সত্ৰ আৰু আশ্ৰমৰ সংস্কাৰ আৰু আৱশ্যকতা আদি বিষয়ৰো অৱতাৰণা কৰি, আৰু "ৰঙ্গিলী" আদিত অসম ৰজাৰ দিনত বিহুৰ ৰীতি-নীতি আৰু সামাজিক ব্যৱহাৰৰ বৰ্ণনা দি বৰ্ত্তমান জীৱনৰ লগত সম্পৰ্কিত কৰিছে। বৰদলৈৰ ব্যক্তিত্বৰ মোহেও এওঁৰ সাহিত্যক ৰঙীন কৰি তুলিছে।

**পদ্মনাথ গোহাঁই বৰুৱা (১৮৭১-১৯৪৫)** ১৭৯৩ শকৰ ৯ আঘোণত উত্তৰ লখীমপুৰৰ নকাৰী গাঁৱত ওপজে, এওঁৰ পিতাক ঘিণাৰাম। তাৰ পৰা ছাত্ৰবৃত্তি মহলাত উঠি এওঁ শিৱসাগৰৰ ইংৰাজী পঢ়াশালিত নাম লগায়, কিন্তু মাজতে তাৰ পৰা গৈ মণ্ডল-মৌজাদাৰৰ শিক্ষাৰ বাবে ছুৰ্ভে পঢ়ে। ১৮৯০ত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ এওঁ ক্ৰমে এফ-এ আৰু এল্-এল্ পৰীক্ষাৰ বাবে পঢ়ি এটাতো কৃতকাৰ্য্য হ'ব নোৱাৰি ঘৰলৈ ওলটে। তাৰ পাছত কহিমা মজলীয়া ইংৰাজী পঢ়াশালিৰ ঘাই শিক্ষক আৰু যোৰহাট আদিত সহকাৰী শিক্ষক ৰূপে কিছুকাল চাকৰি কৰি এওঁ অসময়তে তাৰ পৰা আজৰি হয়। কলিকতীয়া ছাত্ৰ জীৱনতে এওঁ অসমীয়া সাহিত্য-চৰ্চ্চাত যোগ দিয়ে আৰু অলপ দিন "বিজুলী"ৰ সম্পাদক হয়। ১৮৯২ত এই কাকতত ওলোৱা এওঁৰ "ভানুমতী" প্ৰথম অসমীয়া ৰুকথিত উপন্যাস; ইয়াৰ পাছত এওঁৰ "লাহৰী" উপন্যাস ওলায়। ১৮২১ শকত প্ৰথমা পত্নীৰ বিয়োগ উপলক্ষে এওঁৰ "লীলা"

নামৰ দীঘলীয়া কবিতাটি আৰু ১৯০০ত কণ কণ কবিতাৰ পুথি "জুৰণি" প্ৰকাশিত হয়। গদাধৰ, জয়মতী, সাধনী, লাচিত ফুকন নামৰ বুৰঞ্জীমূলক বিষয়ৰ বাহিৰেও এওঁ টেটোন তামুলী, গাঁওবুঢ়া, ভুত নে ভ্ৰম নামৰ কেবাখনো ধেমেলীয়া কথাৰ নাটক লিখে। ভাটি বয়সত এওঁৰ কৃষ্ণচৰিত আৰু গীতাসাৰ, আৰু আগবয়সত "নীতিশিক্ষা" "ভূগোল-দৰ্পণ" পাঠ্যপুথিও প্ৰকাশিত হয়। উপন্যাস বা নাটক, গদ্য বা পদ্য লিখাৰ ভিতৰৰ মূল্যতকৈও এওঁৰ উদ্যম আৰু সাহিত্যৰ পৰিসৰ-বৃদ্ধিৰ চেষ্টা অধিক প্ৰশংসনীয়, আৰু ভাব চিন্তাতকৈ এওঁৰ ভাষাৰ পৰিপাটিংশহে বাইকৈ চকুত লগা। এওঁলোকৰ পাছত দণ্ডিনাথ কলিতা আৰু দৈৱচন্দ্ৰ তালুকদাৰ আদিৰ উপন্যাস-ৰচনাৰ চেষ্টা লেখৰ, কিন্তু আন আন বিভাগৰ দৰেই এই বিভাগতো লেখকসকলৰ নিজ কলা-বিদ্যাৰ চৰ্চ্চা আৰু সামাজিক সমস্যাৰ অধ্যয়ন উভয়তে দৈন্য দূৰ কৰিবলগীয়া, সাহিত্য-ৰচনা সাধাৰণতে মাত্ৰ আত্ম-সন্তুষ্টিমূলক বা সমাজ-নিৰপেক্ষ হব নালাগে যে ইংৰাজী বঙলা আদি আধুনিক উপন্যাসৰ আদৰ্শই এই বিষয়ত নিশ্চয় চেতনা জগাব লাগে।

উপন্যাসৰ দৰেই চুটি-সাধুও ভাৰতীয় তথা অসমীয়া সাহিত্যলৈ ইউৰপীয় সাহিত্যৰে অৱদান বুলিব লাগিব । বিভিন্ন হেতুত যেনেকৈ উপন্যাস পুৰণি সাধুৰ পৰা সুকীয়া, তেনে আন বিভিন্ন কাৰণতে চুটি-সাধু উপন্যাসৰ পৰা স্বতন্ত্ৰ, ওপৰে ওপৰে চালে, উপন্যাস নায়ক-নায়িকাৰ একোটা সম্পূৰ্ণ জীৱনৰ আৰু চুটি-সাধু তাৰ কোনো এছোৱাৰ বা কোনো অভিনৱ মুহূৰ্ত্তৰ চিত্ৰ, সেই বুলি উপন্যাসৰ একো ছোৱাই একোটা চুটি-সাধু হব নোৱাৰে । চুটি-সাধু নিজ ক্ষেত্ৰত আৰু নিজ পৰিধিৰ ভিতৰত স্বয়ং সম্পূৰ্ণ এটা বস্তু, ই উপন্যাসৰ পৰা সম্পূৰ্ণ স্বতন্ত্ৰ এক কলাবিদ্যা । সাধুৰেই উপন্যাসৰ আদি অৱস্থা বোলোঁতে যেনেকৈ সাধুৰ পৰা উপন্যাসৰ উদ্ভৱ বা উপন্যাসৰ উত্থানত সাধুৰ পতন এনে নুবুজায়, চুটি-সাধুৰ উদয়তো সেইদৰে সাধু বা উপন্যাসৰ বিলয় বা তেনে হব নোৱাৰে । অৱশ্যে কলাবিদ্যাৰূপে সাধুতকৈ উপন্যাসৰ লগতে চুটি-সাধুৰ সম্পৰ্ক ঘনিষ্ঠ, কিয়নো ই উপন্যাসতকৈও আধুনিক ইউৰপীয় আমদানি । তথাপি চুটি-সাধু বহল আয়তনৰ উপন্যাসৰ সংক্ষিপ্ত সংস্কৰণ অৱশ্যে নহয়, উপন্যাসৰ লগত ইহাৰ প্ৰভেদ অকল আকৃতিগতই নহয়, প্ৰকৃতিগতও ।

চুটি-সাধুত উপন্যাসৰ ব্যাপকতা আৰু আহল-বহল পৰিধি নাই, সেইদেখি এই

দেখিয়েই ইয়াৰ বিষয়-বাচনিত বিশেষ নিপুণতাৰ প্ৰয়োজন । স্নেপ্ লোৱাৰ দৰে চুটি-সাধুৰ বাবে জীৱনৰ এনে এটি খণ্ড বাচি লব লাগে যাতে সেই খণ্ডৰ সামান্য পৰিসৰৰ ভিতৰতে চুটি-সাধুৱে নিজ পৰিণতি লভিব পাৰে । তদুপৰি খণ্ডেকীয়া আৰম্ভণি আৰু সামৰণিৰ মাজতে চুটি-সাধুৰ বিশেষ ধৰণৰ নাটকীয় গুণৰো সন্নিবেশ থাকিব লাগিব । উপন্যাসৰ দৰে ধীৰ মন্থৰ গতিত আৰম্ভ হবৰ সুবিধা ইয়াৰ নাই আৰু নায়ক-নায়িকাৰ দীঘলীয়া চিনাকিৰ ঠায়ো ইয়াত নাই , সেই বাবে চুটি-সাধুৰ পৰিণতি বা চৰিত্ৰ-বিকাশৰ বাবে প্ৰয়োজনীয় তাকৰীয়া ঘটনাকেইটি অতি আলফুলকৈ বাচি লব লাগে । উপন্যাসৰ দীঘ-বানিত ভালেখিনি সেৰেঙা থাকিব পাৰে আৰু ঔপন্যাসিকে প্ৰসঙ্গৰ বাহিৰৰ নানা কথা বা মন্তব্যেৰেও সেইবোৰ পূৰাই লবৰ সুবিধা পায় , কিন্তু চুটি-সাধু ভাঠ কাপোৰবোৰা বাঁচ যেন ঘন হব লাগিব, বওঁতেও তাক সেইদৰে খুন্দি বব লাগিব । অকল ঠাই ঠেক বুলিয়ে নহয় , চুটি সাধুত অপ্ৰাসঙ্গিক বিষয়ৰ অৱতাৰণা তাৰ কলালৈ বিধিবদ্ধ নহয় বুলি নিষিদ্ধও , ইয়াৰ যি ঠাইত আৰ কাপোৰ পৰিব, তাৰ ভিতৰতে ইয়াৰ স্বাভাৱিক পৰিণতি আৰু পৰিসমাপ্তিৰ লক্ষণ এনেদৰে স্পষ্ট হব লাগিব যাতে পঢ়োতাৰ মনে তাক সমস্যা-সমাধানৰ বিৰাম-চিন বুলি মানি লবলৈ সাজু হয় । চৌধটা আখৰৰ চৌধটা শাৰীয়েই যেনেকৈ পদ্যত ছনেট্ নহয়, অক্টেভ্ ছেষ্টেৎ আদি ভাবৰ বিভাগ আৰু পৰিণতি সাধনৰ উপৰিও ছন্দৰ মিলৰ বিশেষ নানা গঢ় সম্পূৰ্ণ মিলিলেহে তাক ছনেট্ বুলি অভিহিত কৰিব পৰা হয় তদুপৰি জাহাজখন যোৱাৰ পাছতো তাৰ ঢৌৱে বৰ নৈৰ পাৰ খলক লগাই থকাৰ দৰে চৌধ শাৰীৰ ক্ষুদ্ৰ পৰিধিৰ ভিতৰতে ভাষাৰ শেষ হলেও যেনেকৈ পঢ়োঁতাৰ হৃদয়ত সি ভাবৰ হেন্দোলনি তুলি থাকে , সেইদৰে চুটি-সাধুৰ কলা-কৌশল যেনে কঠিন, তেনে বিচক্ষণ ।

আন কেইবাটাও বিভাগৰ দৰে, ১৯০৯ৰ জানুৱাৰীত "সুৰভি" আৰু ১৯১০ত "সাধুকথাৰ কুকি" আদিৰে বেজবৰুৱায়ে অসমীয়া চুটি-সাধুৰো সূত্ৰপাত কৰে । তাৰ পাছত ১৯১০ত "গল্পাঞ্জলি" আৰু ১৯২০ত "ময়না" পুথিৰে শৰৎচন্দ্ৰ গোস্বামীয়ে (১৮৮৭-১৯৪৭) চুটি-সাধুৰ কলাত বিশেষ যত্ন আৰু অধ্যয়নৰ চিন দেখুৱায় , ইতৰ প্ৰাণী আৰু ইতৰ সমাজৰ প্ৰতি সবল সহানুভূতি এওঁৰ চুটি-সাধুৰ বৈশিষ্ট্য । ইয়াৰ পাছত শ্ৰীমহীচন্দ্ৰ বৰা আৰু তৎপৰবৰ্তী চুটি-সাধুৰ লেখক বহুত ওলাইছে ,

এই সাধুবোৰ সাধাৰণতে দুটা শ্ৰেণীত ভগাব পাৰি । বেজবৰুৱা আৰু তেওঁৰ পাছতে গোস্বামীৰ চুটি-সাধুতো অসমীয়া সামাজিক আৰু গাৱলীয়া জীৱনে যথেষ্ট ঠাই পাইছিল , কিন্তু বৰ্ত্তমান ক্ৰমে ক্ৰমে অসমীয়া চুটি সাধুত সেই ঠাই চেপি কলেজীয়া ডেকা গাভৰু বা ওখ চাকৰিয়ালৰ বিলাসী জীৱনে তাৰ সৰহখিনি অনধিকাৰ কৰিছে । ৰাজৰ্ষি টলষ্টয়ে তেওঁৰ "কলা কি"নামৰ গ্ৰন্থত মোপাছাৰ সাধুৰ ইন্দ্ৰিয়লোলুতাৰ তীব্ৰভাৱে নিন্দা কৰিছে, কিয়নো তেওঁ সৰহখিনি সাধুত মানুহক কেৱল ইন্দ্ৰিয়াসক্ত অৰ্দ্ধ পশুৰূপে ব্যৱহাৰ কৰিছে , এইবোৰৰ পিছফালে ঠিয় হৈ থকা মোপাছাৰ চেঙেৰা বয়স আৰু মদন যন্ত্ৰৰ ধোঁৱাৰে ধূঁৱলি-কুঁৱলী এক বিলাসী ফৰাছী সমাজো অৱশ্যে সামান্য জগৰীয়া নহয় বুলি টলষ্টয়ে উল্লেখ কৰিছে । অসমীয়া সাহিত্যতো মোপাছা বা তেনে শিক্ষালয়ৰ নামত নিজৰ ৰৰাহ-ৰুচি চৰিতাৰ্থ কৰাৰ বাসনাকে ঢাকিবলৈ বাস্তৱবাদ বোলা এটা শব্দও চলিছে , মানুহৰ পশুত্বই অৱশ্যে এই বাস্তৱবাদ । মানুহ অৱশ্যে এই পশুত্ব আৰু দেৱত্বৰ দোমোজাত, ইয়াৰ ভিতৰত কোনটো বৰণীয় বুলি ভবা হয়, তাৰ ওপৰতে সাহিত্যৰ আদৰ্শ নিৰ্ভৰ কৰে ।

হেমচন্দ্ৰ বৰুৱাৰ "কানীয়া কীৰ্ত্তন" আৰু কেফায়ৎউল্লাৰ ধেমেলীয়া কথাৰ নাট, বহুত খুত থকা হলেও এয়ে বৰ্ত্তমান অসমীয়া নাটৰ পাতনি । গুণাভিৰামৰ ' ৰাম নৱমী" আৰু ৰমাকান্তৰ "সীতাহৰণ" অৱশ্যে নিয়মিত নাটকৰ আৰম্ভণ । ইয়াৰ পাছত নগাঁৱৰ ৰুদ্ৰৰাম বৰদলৈৰ "বঙাল বঙালনী" আৰু দেৱনাথ বৰদলৈৰ "হেমপ্ৰভা", বত্নধৰ-ৰমাকান্ত-গুঞ্জানন-ঘনশ্যামৰ সম্মিলিত চেষ্টা "ভ্ৰমৰঙ্গ", ডিব্ৰুগড়ৰ পূৰ্ণকান্ত শৰ্মাৰ (১৮৯৩ত) "হৰ-ধনু ভঙ্গ" আৰু "হৰিশ্চন্দ্ৰ", টিয়কৰ হৰেশ্বৰ শৰ্ম্মা বৰুৱাৰ "শকুন্তলা" আদি নাটক ওলায় । বিভিন্ন ভাগত আগতে উল্লেখ কৰা অৱস্থাতে এইসকলৰ বাহিৰেও আন কেবাজনেও এই অসমীয়া নাটৰ বিশেষ উৎকৰ্ষ সাধে ।

দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা (১৮৭০-১৯২৮) শিৱসাগৰ নগৰৰ ওচৰৰ শুকান-পুখুৰীত জন্মে। ১৮৯৫ত এওঁৰ "উজুকবিতা", ১৮৯৯ত "ফুল" আৰু "লৰা-কবিতা" ওলায়। এই সময়তে এওঁ একেবাহে "গুৰু-দক্ষিণা" আৰু "বৃষকেতু" পৌৰাণিক নাটক, আৰু "নিগ্ৰো" আৰু "মহৰি" ধেমেলীয়া কথাৰ নাটক উলিয়ায়। আগৰ দুখনত পৌৰাণিক কাহিনী আৰু পিছৰ দুখনত সামাজিক চিত্ৰ আৰু চৰিত্ৰ-অঙ্কন বি নিপুণতাৰে কৰা হৈছে, তাতে চাই মজিন্দাৰ বৰুৱাৰ সাহিত্য-প্ৰতিভা সমূলি উলাই

কৰিব পৰা কথা নহয়। এই আটাইকেইখন নাটকৰ ভিতৰত, ইংৰাজ-চাহবাবীৰ অসমীয়া মহৰিৰ চিত্ৰ এই আঠেকুৰি বছৰৰ ওপৰ কাল আটাইৰে আদৰণীয় হৈ আছে।

বেণুধৰ ৰাজখোৱা (১৮৭২-১৯৫৫) ১১ ডিচেম্বৰত ডিব্ৰুগড় মহকুমাৰ দিহিং নৈৰ পাৰত পিতাক সুচান্দৰাম মৌজাদাৰৰ খোৱাং মৌজাত জন্মে, আৰু ২২ জুনত ডিব্ৰুগড় নগৰৰ নিজ ঘৰত ঢুকায়। জয়পুৰত মজলীয়া ইংৰাজী পঢ়া সাং কৰি এওঁ ডিব্ৰুগড়ৰ ওখ ইংৰাজী পঢ়াশালিৰ পৰা ১৮৮৯ত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাছত তেওঁ কলিকতাৰ প্ৰেছিডেন্সী কলেজত এফ্-এ শ্ৰেণীত নাম লগায়, কিন্তু ঘৰুৱা কাৰণত তেওঁ ১৮৯২ত ছিটী কলেজৰ পৰা এফ-এ আৰু ১৮৯৬তহে বি-এ মহলাত উঠে। তাৰ পাছত কলিকতাতে তেওঁ এম্-এ আৰু বি-এল্ পঢ়িবলৈ ধৰে, কিন্তু ১৮৯৯ত মাটি-হাকিম পদ পাই তাত ভৰ্ত্তি হয়। এই পদৰ পৰাই তেওঁ মুন্সুফ কামলৈ উঠি আৰু শেষত শিৱসাগৰ জিলাৰ অস্থায়ী ডেপুটী কমিশ্যনাৰ পদবীলৈ উন্নীত হৈ ১৯৩১ত ৰজাঘৰীয়া বিষয়-বাবৰ পৰা আজৰি হয়। অতি কোমল বয়সৰ পৰাই ৰাজখোৱাই সাহিত্য-চৰ্চ্চা কৰে, আৰু প্ৰথম বছৰৰ "জোনাকী"ত পঢ়াশলীয়া "ছাত্ৰ ৰচনা" ৰূপে তেওঁৰ প্ৰবন্ধ প্ৰকাশিত হয়। ১৮৮৯ত নীতিপাঠ, ১৮৯৫ত সাহিত্য-প্ৰবেশ, লৰা-পুথি আদি এওঁ উলিয়ায়, ১৮২১ত এওঁৰ সম্পাদিত অসমীয়া আদিকাণ্ড ৰামায়ণ গণেশৰাম আগৰৱালাৰ দ্বাৰা প্ৰকাশিত হয়। আকৌ ১৮৯৪ত এওঁৰ চন্দ্ৰসম্ভৱ কাব্য, ১৮৯৫ত পঞ্চকবিতা, ১৮৯৯ত দশগীত আৰু সক লৰাৰ গান, ১৯০১ত অসমীয়া ভাই, ১৯০৬ত বাঁহী আদি কবিতা আৰু গানৰ পুথি ওলায়। ইয়াৰ বাহিৰেও এওঁ ইংৰাজীত ভালেমান পুথি লিখে। ১৯২৯-৩০ত এওঁৰ দেহাৰ প্ৰলয়, জীৱন-সন্ধিয়া, সিপুৰীৰ বাতৰি আদি পদ-পুথি ওলায়। গীতৰ দৰে বৰ্ত্তমান নাট-ৰচনাতো এওঁ অগ্ৰণী আছিল। এওঁৰ ১৮৮৯ত ডেকা-গাভৰু, ১৮৯৪ত সেউতী-কিৰণ, ১৯০৩ত দুৰ্য্যোধনৰ উৰুভঙ্গ, ১৯০৮ত দক্ষ-যজ্ঞ আদি সামাজিক আৰু পৌৰাণিক নাটক ওলায়। ১৯১১-১২ত এওঁ কলিযুগ, দৰবাৰ, কুৰি-শতিকাৰ সভ্যতা আদি, আৰু চতুৰ্থ দশকত 'তিনি ঘৈণী', 'অশিক্ষিতা ঘৈণী', 'চোৰৰ সৃষ্টি', 'যমপুৰী', আদি নাটক লিখে। "লখিমী-তিৰোতা" আদি পুথিৰ উপৰিও এওঁৰ "খণ্ডবাক্যকোষ" অসমীয়া ভাষাৰ এটি কীৰ্ত্তিস্তম্ভ।

চন্দ্ৰধৰ বৰুৱা (১৮৭৪-১৯৬১) যোৰহাটৰ এজন চাহখেতিয়ক, ১৯০৪ত প্ৰকাশিত এওঁৰ "মেঘনাদ বধ" অমিত্ৰাক্ষৰ ছন্দৰ নাটক আৰু ১৯১৫ ত প্ৰকাশিত "ভাগ্যপৰীক্ষা" সামাজিক নাটক, আৰু পাছৰ "ৰঞ্জন" নামৰ কবিতা পুথি আৰু অমিত্ৰাক্ষৰী নাটক তিলোত্তমা-সম্ভৱৰ লেখক। দুৰ্গেশ্বৰ শৰ্মাও (১৮৮৫-১৯৬২) যোৰহাটৰ, এওঁৰ "অঞ্জলি" আৰু "নিবেদন" পদ্য-পুথিৰ উপৰিও পাৰ্থপৰাজয়, বালিবধ, চন্দ্ৰাৱলী, অমিত্ৰাক্ষৰী নাট উল্লেখযোগ্য। ইয়াৰ বাহিৰে মিত্ৰদেৱ মহন্ত, দৈৱচন্দ্ৰ তালুকদাৰ, অতুলচন্দ্ৰ হাজৰিকা আদি নাট্যকাৰৰূপে নামজলা। জ্যোতিপ্ৰসাদ আগৰৱালাৰ ১৯২৫ত প্ৰকাশিত "শোণিত কুঁৱৰী" আৰু কীৰ্ত্তিনাথ বৰদলৈৰ ১৯২৯-৩০ত প্ৰকাশিত "বাসন্তীৰ অভিষেক" আৰু "লুইত কোঁৱৰে" অসমীয়া সঙ্গীত আৰু নাটকৰ এটি যুগান্তৰ আনে বুলিব পাৰি। কিন্তু মুঠতে কব লাগিব, বৰ্ত্তমান অসমীয়া সাহিত্যৰ অন্যান্য বিভাগৰ দৰেই বৰ্ত্তমান নাটকো সমাজ-বিমুখ আৰু সমস্যা-নিৰপেক্ষ হৈয়ে আছে।

## আলোচনী, অনুষ্ঠান আৰু লেখিকাসকল

উপন্যাস চুটি-সাধু আদিৰ দৰে আলোচনী-কাকতো ভাৰতীয় তথা অসমীয়া সাহিত্যলৈ বিদেশী আমদানি আৰু বিশিষ্ট অৱদান। "পিকিন্ গেজেট"কে পৃথিৱীৰ সৰ্বপ্ৰথম বাতৰি আলোচনী বোলা হয়, যদিও যুগে যুগে তাৰ নানা বিবৰ্ত্তন ঘটি আহিছে। অসমীয়া আলোচনী বঙালী এনে কাকতবোৰতকৈ প্ৰায় দেড়কুৰি বছৰৰ পিছৰ, অৱশ্যে দুই ঠাইৰ দুইখন আলোচনী দুই পাদ্ৰী অনুষ্ঠানৰে দান। আন দেশৰ তুলনাত অসমৰ জনসংখ্যাৰ দৰেই অসমীয়া বাতৰি-আলোচনীবো জন্ম-মৃত্যু উভয়ৰেই ঘন ঘন, তাৰ গুৰিত অৱশ্যে ধান-খেৰৰ জুইৰ নিচিনা অসমীয়াৰ উদ্যমৰ পটন্তৰ। বাতৰি-আলোচনীৰ মূল লক্ষ্য জাতিক আৰু জন-গণক সত্য আৰু উন্নতিৰ বাটত আগবঢ়াই নিয়া, বৰ্ত্তমান অৱশ্যে বহুত বাতৰি কাকতেই এই আদৰ্শৰ পৰা খহি পৰিছে, আৰু সমূহীয়া স্বাৰ্থৰ পৰিবৰ্ত্তে দলগত কিম্বা ব্যক্তিগত প্ৰচাৰৰ বাহন ৰূপে অপ-ব্যৱহৃত হবলৈ ধৰিছে। সি যি হওক, বৰ্ত্তমান অসমীয়া সাহিত্যৰ ক্ৰমবিকাশত এই আলোচনী কাকতসমূহে যথেষ্ট বৰঙণি যোগালে, আৰু তাৰ ভিতৰত "অৰুনোদই" সকাইতকৈ বৰ্ত্তমান অসমীয়া সাহিত্যৰ অৰুণ-উদয়ৰ কাৰণ হৈছিল সন্দেহ নাই। "অৰুনোদই" মাহেকীয়া আলোচনী ১৮৪৬ৰ জানুৱাৰীত প্ৰথমে ওলাই ১৮৮২

মানলৈকে চলে আৰু এই বছৰতে শিৱসাগৰ মিস্যন প্ৰেছ বেচা হয়। "আসাম বিলাসিনী" ১৮৭১ত আউনিআটি সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীৰ যত্নত মাজুলিৰ ধৰ্মপ্ৰকাশ যন্ত্ৰৰ পৰা মাহেকীয়াকৈ ওলাই ১৮৮৩ মানৰ পৰা ওলাবলৈ এৰে, ইয়াক ১৯১৩ মানত যোৰহাটৰ পৰা আকৌ উলিওৱা হৈছিল, কিন্তু সৰহ কাল নিটিকিল। ১৮৭২ত "আসাম মিহিৰ" চিদানন্দ দাসৰ সম্পাদিত হৈ গুৱাহাটীৰ চিদানন্দ প্ৰেছৰ পৰা ওলোৱা প্ৰথম সাদিনীয়া বাতৰি কাকত, ১৮৭৩ত ই ওলাবলৈ এৰে। "আসাম দৰ্পণ" ১৮৭৪ ৭৫ত তেজপুৰৰ বিশ্বনাথৰ পৰা লক্ষ্মীকান্ত বৰকাকতীৰ সম্পাদিত হৈ মাহেকীয়া ৰূপে ওলাই অলপ দিনহে চলে। ১৮৭৫-৭৬ত বিজ্ঞান সাহিত্য আৰু ধৰ্ম সম্পৰ্কীয় দুখন কাকত কলিকতাত ছপা হৈ নগাঁৱৰ পৰা ওলাই অলপ দিনহে চলে। "গোৱালপাড়া হিতসাধিনী" সাদিনীয়া কাকতো ১৮৭৬-৭৮ত অলপ দিন চলে,নগাৱৰ দিহিঙীয়া গোসাঁয়ে ধৰ্মৰ বিষয়ে "চন্দ্ৰোদয়" মাহেকীয়া কাকত ১৮৭৬ত অলপ দিন চলায়, আৰু ১৮৭৬ত গুৱাহাটী চিদানন্দ প্ৰেছৰ পৰা "আসাম দীপক" মাহেকীয়া কাকত ওলাই এবছৰমান চলে।

"আসাম নিউচ" ইঙ্গ অসমীয়া সাদিনীয়া কাকতৰূপে প্ৰাত স্মৰণীয় হেমচন্দ্ৰ বৰুৱা সম্পাদিত আৰু ফুকন-বৰুৱা ব্ৰাদাৰ্ছৰ দ্বাৰা গুৱাহাটীৰ পৰা প্ৰকাশিত হয়, সেই কালতে ন শ মান গ্ৰাহক পোৱা সত্বেও ১৮৮৫ৰ জুলাইৰ পৰা এই কাকত ওলাবলৈ এৰে। "আসাম-বন্ধু" ১৮৮৫ত কলিকতাৰ পৰা স্বনামধন্য গুণাভিৰাম বৰুৱাৰ সম্পাদিত হৈ ওলায় আৰু ১৮৮৬ত ওলাবলৈ এৰে। "মৌ" কলিকতাৰ ১০০ নং বহুবজাৰ ষ্ট্ৰীটৰ পৰা দুজন ৰৰা-ভাই বলিনাৰায়ণ আৰু হৰিনাৰায়ণৰ যত্নত ১৮৮৬ত ওলাই সেই বছৰতে লুকায়, ১৮৮৬ত আউনিআটি সত্ৰৰ শ্ৰীধৰ বৰুৱাৰ সম্পাদিত "আসাম-তৰা" ওলাই ১৮৯০ৰ সেপ্তেম্বৰত লুপ্ত হয়। গুণাভিৰামৰ বৰ পুতেক ষোল বছৰ বয়সীয়া ৰুকণাভিৰাম বৰুৱাই প্ৰথম অসমীয়া শিশুপাঠ্য আলোচনী "লৰা-বন্ধু" ১৮৮৩ত উলিয়ায়, আৰু দুসংখ্যাৰ পাছতে ই লুপ্ত হয়। ১৮৮৯ৰ ৯ ফেব্ৰুৱাৰীত চন্দ্ৰকুমাৰ আগৰৱালাই "জোনাকী" আলোচনী মাহেকীয়াকৈ উলিয়ায় আৰু দ্বিতীয়-তৃতীয় বছৰত যথাক্ৰমে হেম গোস্বামী আৰু বেজবৰুৱা ইয়াৰ সম্পাদক হয়, এইসকল দিহাদিহি অহাত কলিকতাৰ পৰা ই ওলাবলৈ এৰাত আকৌ ১৯০১ত ইয়াৰ দ্বিতীয় ছোৱা সত্যনাথ বৰা আৰু কনকলাল বৰুৱাই গুৱাহাটীৰ পৰা কেইবছৰমান

চলোৱাৰ পাছত ই একেবাৰে লুপ্ত হয়। ১৮৯০ৰ শেষ ভাগত কৃষ্ণপ্ৰসাদ দুৱৰা, পদ্মনাথ বৰুৱা আৰু বেণুধৰ ৰাজখোৱাৰ সম্পাদকত্বত কলিকতা-প্ৰৱসুৱা অসমীয়া ছাত্ৰৰ এটি দলৰ পৰা প্ৰায় "জোনাকী"ৰ প্ৰতিদ্বন্দ্বী ৰূপে এই কাকত তিনি বছৰমান চলি লুপ্ত হব খোজে, ১৯০২ত শ্বিলঙৰ পৰা লক্ষ্মীনাথ শৰ্ম্মাৰ সম্পাদকত্বত আকৌ ইয়াৰ কেইসংখ্যামান ওলাই ই একেবাৰে লুপ্ত হয়। ১৮৯৪ৰ সেপ্তেম্বৰত কালীৰাম বৰুৱাৰ সম্পাদিত ইঙ্গ অসমীয়া সাদিনীয়া "আসাম তৰা" প্ৰকাশিত হৈ অলপ দিন মাত্ৰ চলে। ১৮৮৫ৰ জানুৱাৰীত ডিব্ৰুগড়ৰ পৰা ৰাধানাথ চাংকাকতীৰ সম্পাদিত সাদিনীয়া ইংৰাজী বাতৰি কাকত "টাইম্‌ছ্ অব্ আসাম" ওলাই ৬০ বছৰৰ সৰহ কাল চলি এতিয়া লুপ্ত হৈছে। কমলাকান্ত ভট্টাচাৰ্য্য আদিৰ যত্নত প্ৰতিষ্ঠাপিত তেজপুৰৰ আসাম ছেণ্ট্ৰেল প্ৰেছৰ পৰা "আসাম-বন্তি" ১৯০০ত ইঙ্গ অসমীয়া সাদিনীয়া কাকত ৰূপে ওলায়, মথুৰামোহন বৰুৱা, জয়দেৱ শৰ্ম্মা আদি সম্পাদকৰ পাছত সেই প্ৰেছ আৰু কাকত পদ্মনাথ বৰুৱাৰ হাতলৈ আহি ১৯৩০ৰ আগলৈকে এই কাকত চলে। ডিব্ৰুগড়ৰ পৰা বশম্বদ মিত্ৰৰ সম্পাদিত "ইষ্টাৰ্ণ হেৰাল্ড্" ১৯০২ত আৰু কালিনাথ ৰায়ৰ সম্পাদিত "ছিটিজেন্" ১৯০৪ত ইংৰাজী বাতৰি-কাকত ৰূপে ওলাই যথাক্ৰমে ১৯০৪ আৰু ১৯০৬ত লুপ্ত হয়। গুৱাহাটী ভিক্টৰিয়া প্ৰেছৰ পৰা মথুৰামোহন বৰুৱা সম্পাদিত "এড্‌ভকেট্ অব্ আসাম" ইংৰাজী বাতৰি-কাকত ওলাই ১৯১২ত লুপ্ত হয়। ডিব্ৰুগড়ৰ পৰা ১৯০৫ত কৃষ্ণচন্দ্ৰ বৰুৱাৰ পৰিচালিত "আসাম ক্ৰনিক্‌ল্" অলপ দিনৰ বাবে আৰু বেপটিষ্ট মিস্যনৰ "দীপ্তি" ১৯০৭ লৈকে চলে, ১৯০৭ত তেজপুৰৰ পৰা পদ্মনাথ বৰুৱাৰ সম্পাদিত মাহেকীয়া আলোচনী "উষা" ওলাই কেইবাবছৰো চলে।

১৮৩১ শকৰ (১৯০৯ খৃ.) আঘোণত লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদিত "বাঁহী" ১৯১৯ মানলৈকে কলিকতাৰ পৰা আৰু তাৰ পাছত ডিব্ৰুগড় আৰু গুৱাহাটীৰ পৰা ওলায়, এই শতিকাৰ চতুৰ্থ দশকৰ পৰা সম্পাদক সলনি হৈ পঞ্চম দশকলৈ ই ওলাই থাকে। ১৯১০ৰ কাতিত ডিব্ৰুগড়ৰ পৰা পোনতে প্ৰসন্নকুমাৰ বৰুৱা, পাছত দুৰ্গানাথ চাংকাকতী, নীলমণি ফুকন আদিৰ সম্পাদিত হৈ "আলোচনী" ওলাই ১৯১৭ৰ পাছত লোপ পায়, এই একে বছৰৰ একে মাহতে তেজপুৰ বান্ধৱ-সমিতিৰ পৰা ভবানাথ চক্ৰবৰ্তীৰ সম্পাদিত "আসাম-বান্ধৱ" ওলাই ১৯১৬ লৈকে চলে। ১৯১১ত উত্তৰ লখীমপুৰৰ পৰা নীলকণ্ঠ বৰুৱা সম্পাদিত "কবিতা-লতা" আৰু জকাৰ পৰা কালিৰাম

দাসৰ সম্পাদিত "বিশ্ববাৰ্ত্তা", ১৯১২ত নগাঁৱৰ পৰা কৃষ্ণচন্দ্ৰ বৰুৱা সম্পাদিত "আসাম হেৰাল্ড" আৰু ডিব্ৰুগড়ৰ পৰা ভোলানাথ গোহাঁই সম্পাদিত মাহেকীয়া "আসাম বায়ত", আৰু ১৯১৪ত "ৰণৰ বাতৰি" ওলায়। ১৯১৬ৰ জানুৱাৰীত কলিকতাৰ পৰা সৰবৰহী শিশুপাঠ্য মাহেকীয়া "অৰুণ", ১৯১৮ত ডিব্ৰুগড়ৰ পৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিষ্ঠিত সাদিনীয়া "অসমীয়া", তাৰ পাছত যোৰহাট প্ৰশিক্ষণ বিদ্যালয়ৰ আলোচনী "প্ৰভাত", ১৯১৯ত গুৱাহাটীৰ "ইচলামি আখবৰ" প্ৰকাশিত হয়। ১৯১৯ত গুৱাহাটীৰ পৰা অম্বিকাচৰণ ৰায় চৌধুৰী সম্পাদিত মাহেকীয়া "চেতনা", ১৯২০ত ৰজনীকান্ত বৰদলৈৰ সম্পাদিত মাহেকীয়া "অসম-প্ৰদীপিকা", ১৯২১ত নাৰায়ণচন্দ্ৰ বৰুৱাৰ সম্পাদিত "আসাম কৃষ", ১৯২২ত দৈৱচন্দ্ৰ তালুকদাৰ, শুকদেৱ গোস্বামী আৰু ডিম্বেশ্বৰ নেওগ সম্পাদিত অসম ছাত্ৰ সম্মিলনৰ প্ৰথম মুখপাত তিনিমহীয়া "জন্মভূমি", আৰু সিংহদত্ত গোস্বামী আৰু পদ্মধৰ চলিহাৰ সম্পাদিত পষেকীয়া "অৰ্ঘ্য", ১৯২৩ৰ পৰা যথাক্ৰমে গৰ্গ-নাৰায়ণ চৌধুৰী, ডিম্বেশ্বৰ নেওগ, বিনন্দচন্দ্ৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা আদি সম্পাদিত অসম ছাত্ৰ সম্মিলনৰ দ্বিতীয় মুখপাত তিনিমহীয়া "মিলন", ১৯২৩ত ৰঘুনাথ চৌধাৰীৰ সম্পাদিত শিশুপাঠ্য মাহেকীয়া আৰু ধুবুৰীৰ বড়ো সম্প্ৰদায়ৰ মুখপাত "বিবাৰ", ১৯২৪ত মহম্মদ ছালেহ সম্পাদিত অসম মুছলমান ছাত্ৰ সম্মিলনৰ মুখপাত "সাধনা", নিগমানন্দ স্বামী সম্পাদিত "আৰ্য্যদৰ্পণ" আৰু তপেশচন্দ্ৰ বাগচীৰ প্ৰকাশিত "জাগৰণ", ১৯২৫ত কমলাকান্ত ভট্টাচাৰ্য্য, দুৰ্গাধৰ বৰকটকী আদি সম্পাদিত কলিকতাৰ ভূদেৱ প্ৰকাশক মন্দিৰৰ পৰা ওলোৱা "আসাম হিতৈষী", নাৰায়ণচন্দ্ৰ বৰুৱাৰ সম্পাদিত "খেতিয়ক", আৰু যথাক্ৰমে চন্দ্ৰধৰ বৰুৱা, দেৱানন্দ ভৰালী, ডিম্বেশ্বৰ নেওগ আদিৰ সম্পাদিত "অসম সাহিত্য সভা পত্ৰিকা", ১৯২৬ত মহাদেৱ শৰ্মাৰ সম্পাদিত শিশুপাঠ্য মাহেকীয়া "অৰুণ", কীৰ্ত্তিনাথ খাখলাৰীৰ কছাৰী সমাজৰ মুখপাত "প্ৰভাতী", ছাদিৰ হুছেনৰ সম্পাদিত "জননী", মহেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ "কাৰবাৰ আৰু কাৰবাৰী", কনকচন্দ্ৰ শৰ্মাৰ "পশুপালন", যোৰহাট ৰাজ্যশাসন বিদ্যালয়ৰ "জেউতি", শুক্ৰেশ্বৰ বৰাৰ সম্পাদিত কৈৱৰ্ত্ত সমাজৰ মুখপাত "সেৱা", তোষেশ্বৰ ঢেকিয়ালৰ পষেকীয়া "সত্যবাদী" ওলায়। ১৯২৭ত তৰুণচন্দ্ৰ ভট্টাচাৰ্য্যৰ সম্পাদিত "ইণ্টাৰ নেস্যনেল টাইম্‌ছ্", গৌৰীনাথ শাস্ত্ৰীৰ "প্ৰান্তবাসী", ১৯২৮ত তীৰ্থনাথ গোস্বামীৰ "সত্ৰপ্ৰদীপ", ছোলাইমান খাৰ "প্ৰচাৰক", কমলালয়া কাকতী

আৰু কনকলতা চলিহাৰ সম্পাদিত তিকতা সমাজৰ মুখপাত "ঘৰ-জেউতি", 'কটন কলেজিয়েট স্কুল্ মেগেজিন', ১৯২৯ত বিপিনচন্দ্ৰ বৰুৱাৰ গল্পছিৰিজ্, যথাক্ৰমে শিৱপ্ৰসাদ বৰুৱা আৰু নীলমণি ফুকনৰ সম্পাদিত সাদিনীয়া "বাতৰি", আৰু মেচপাৰা জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত দীননাথ শৰ্মাৰ সম্পাদিত "আৱাহন" ওলায়। ১৯৩০ৰ পাছতো এইদৰে বহুত কাকত প্ৰকাশিত হৈছে।

আনুষ্ঠানিক চেষ্টাৰ ভিতৰত আমেৰিকাৰ বেপটিষ্ট মিসান্ সমাজৰ চেষ্টাই মন্নাবো শিৰত। তেওঁলোকৰ আবেদন নিবেদন আৰু ওজৰ আপত্তিৰ মূৰত সকলো বিষয়ৰ অনুসন্ধান কৰিবলৈ ১৮৫৬ত মটাফট্ মিল্‌ছক পঠায়, আৰু এওঁ মিস্যানেৰীৰ বাহিৰেও ঢেকিয়াল ফুকন আদিৰ মতামত বিবেচনা কৰি অসমীয়া পুনৰ স্কুল আদালতৰ ভাষা হব লাগে বুলি এওঁৰ প্ৰতিবেদনত স্পষ্ট লিখে। তথাপি বঙলা ভাষাৰ যোলা কলীৰ ওপৰতো কুৰি বছৰ তেতিয়াৰ বঙ্গীয় ছৰ্কাৰে উমনি দিয়াৰ পাছতহে, মহানুভৱ দুৰদীয়া লাট ছাৰ জৰ্জ কেম্বেলে ১৮৭৩ৰ ১৯ এপ্ৰিলত অসমীয়া ভাষাক পুনৰ নিজ আসনত অভিষিক্ত কৰিলে। কিন্তু বিধতাই দিলেও তিকতাই নিদিয়াৰ দৰে আৰু ঘৰে এৰিলেও কৰ্পটীয়ে নেৰাৰ নিচিনাকৈ অপহৃতা-অসুৰা তলতীয়াবোৰে আৰু ভালেমান বছৰ আপদ চোচৰাই আছিল। কিন্তু ৰমেশচন্দ্ৰ দত্ত আদি সুপণ্ডিতৰ মত আৰু উচ্চ আদালতৰ আদেশ অনুযায়ী অসমীয়া ভাষাৰ অপায়-অমঙ্গল আঁতৰিল। ছাৰ জৰ্জ কেম্বেলৰ আদেশ মতে অসমীয়া পুথিৰ ৰচনাৰ বাবে দিওৱা বঁটা, আৰু কটন, আৰ্ল, গৰ্ডন আদিৰ পৃষ্ঠপোষকতা আদিৰ বাহিৰেও দেশীয় ভালেমান অনুষ্ঠানে অসমীয়া ভাষাৰ উন্নতিৰ ছুকে মৰিপৰি লাগিছিল। ১৮৫৮ৰ ১৩শ বছৰৰ "অৰুনোদই"ত প্ৰকাশিত পূৰ্ণানন্দ শৰ্মাৰ জাননী আৰু ইয়াৰ প্ৰথম সংখ্যাত ওলোৱা "আচাম দেশ-হিতৈসিনি সভাৰ সাৰ সংগ্ৰহ" প্ৰবন্ধৰ পৰা ১৭৭৭ শকৰ ২৪ আষাঢ়ত শিৱসাগৰত প্ৰিয়লাল বৰুৱাই এই সভা পাতে বুলি বুজিব পাৰি। আকৌ ১৮৮৮ৰ ২৫ আগষ্টত কলিকতাৰ ৩৭নং মিৰ্জাপুৰ ষ্ট্ৰীটত কলিকতা-প্ৰবসুৱা অসমীয়া ছাত্ৰৰ বহুত বহা অসমীয়া ভাষাৰ উন্নতি-সাধিনী সভাৰ প্ৰথম অধিবেশনৰ ঘোষণাৰ পৰা তাৰ উদ্দেশ্য আদি সুন্দৰকৈ বুজিব পাৰি, ১৮৯০ত এই সভাৰ পৰা অসমীয়া ভাষাৰ এখনি সুন্দৰ তালিকা প্ৰকাশিত হয়। যোৱা শতিকাৰ এই শেষ দশকতে কলিকতাত আকৌ অসমীয়া ছাত্ৰৰ সাহিত্য সভা বুলি এটি নতুন অনুষ্ঠান পতা হয়, আৰু ইয়াৰ শাখা ১৯০১ত গুৱাহাটীত,

আৰু তাৰ পাছত ঢাক্কা, কাশী আদি ঠাইত আৰম্ভ কৰে। "বঙ্গৰ জাত আৰু ফৈদবোৰ"ৰ বিষয়ে সুপণ্ডিত ৰিছ্‌লিয়ে কৰা অনুসন্ধানৰ সহানুভূতিমূলক অনুষ্ঠান ৰূপে এড্‌ৱাৰ্ড গেইটৰ প্ৰস্তাৱ আৰু ৱিলিয়য় ৱাৰ্ডৰ সম্মতি মতে ১৮৯৪ৰ ২ জুলাইত অসম এথ্‌নগ্ৰাফী (অসমৰ জাতিতত্ত্ব) বিভাগ পতাৰ জাননী দিয়া হয়, আৰু ১৮ জুলাইৰ অসমৰ চীফ্ কমিস্যনৰ লায়েলে অসমৰ পুৰণি বুৰঞ্জী আৰু ধৰ্মপুথিবোৰ গোটাবৰ আৰু তাৰ বাবে অৰ্থ সাহায্য দিবৰ প্ৰস্তাৱ কৰে। ততালিকে গেইটে সেইমতে এখন আঁচনি কৰি দিয়াত ১৮৯৪-৯৫ৰ শেষ ছোৱাৰ খৰচৰ বাবেই ৫০০৲ টকা আৰু তাৰ পাছৰ তিনি বছৰৰ বাবে বছৰি ১০০০৲ টকাকৈ মনোনীত কৰে। ইয়াৰ প্ৰথম ফল ৰূপে ১৮৯৭ৰ ২৩ জানুৱাৰীত গেইটে "অসমত বুৰঞ্জীমূলক অনুসন্ধানৰ উন্নতিৰ জাননী" বুলি যি আঁচনি দিয়ে সেই বছৰতে সি প্ৰকাশিত হয়, নকলেও হব ১৯০৫ত প্ৰথম প্ৰকাশিত গেইটৰ অসম বুৰঞ্জীৰ সঁজুলি এই দৰেই গোটোৱা হৈছিল। এই বিভাগত গেটইৰ পৰবৰ্ত্তী ৰূপে কৰ্ণেল গৰ্ডনৰ ১৯০০ত "হেমকোষ"ৰ সম্পাদন আৰু প্ৰকাশ, অসমীয়া পটন্তৰৰ সংগ্ৰহ আৰু প্ৰকাশ, আৰু অসমীয়া মোহৰ, মৰাণ, খামটি আৰু আহোম বিষয়ক অনুসন্ধান এই সময়ৰ ঘাই কাম। ১৯০৪ত চীফ কমিস্যনাৰ বেম্‌ফিল্ড্ ফুলাৰে এই বিভাগৰ যত্নত অসমৰ পৰ্বতীয়া জাতিৰ বিষয়ে নানা বিৱৰণ প্ৰকাশ কৰিবলৈ ধৰে, আৰু কেইবছৰমানৰ ভিতৰতে মিকিৰ, কছাৰী, লুছাই, কুকি, মেথি, খাছিয়া আদি নানা জাতিৰ বিৱৰণ ওলাল। ১৯১২-১৩ত হেম গোস্বামীয়ে এই বিভাগৰ যত্নতে অনুসন্ধানৰ কাম আৰম্ভ কৰে, ১৯২০ত গৰ্ডনে অসম এৰাত তেওঁৰ পৰবৰ্ত্তী ডক্টৰ হাট্টনে ছেমা, আঙ্গামি, লোঠা আৰু আও নগাবোৰৰ বিষয়ে অনুসন্ধান কৰি আধুনিক নৃতত্ত্বৰ বুৰঞ্জীত স্থায়ী যশ আৰ্জে।

দেশী-বিদেশী কেইবাজনো পণ্ডিতৰ উদ্যোগীয়া চেষ্টাত ১৯১২ৰ ৭ এপ্ৰিলত কামৰূপ অনুসন্ধান সমিতি পতা হয়, আৰু জাতি-তত্ত্ব বিভাগে নৃ-তত্ত্বত আচুতীয়াকৈ লগাত তাৰ আন কামবিলাক এই বিভাগে হাতত লয়। ১৯১৬ৰ ২৬ দিচেম্বৰত অসম ছাত্ৰ সন্মিলন পতা হয়। নিজ মুখপাতৰ বাহিৰেও সন্মিলন গ্ৰন্থাৱলী, হেমচন্দ্ৰ সোঁৱৰণী গ্ৰন্থাৱলী আদি নামেৰে প্ৰথম দহ বছৰ মানত ইয়াৰ পৰা ভালেখিনি লাগতিয়াল গ্ৰন্থ প্ৰকাশিত হয়। ইয়াকে অনুসৰণ কৰি অসম মুছলমান ছাত্ৰ সন্মিলনো এই শতিকাৰ দ্বিতীয় দশকৰ আগভাগত স্থাপিত হয়। ১৯১৭ৰ দিচেম্বৰত অসম সাহিত্য সভা

পোনতে পতা হয়, আৰু এই অনুষ্ঠানেও প্ৰথমতে যথেষ্ট উদ্যমেৰে কাম কৰি চন্দ্ৰকান্ত অভিধান প্ৰকাশ আদি বহুত লাগতিয়াল কাম সাধিছিল। অসমত বুৰঞ্জী আৰু পুৰাতত্ত্ব আলোচনাৰ সুবিধাৰ বাবে ১৯২৮ৰ জানুৱাৰীত শিক্ষাধিকাৰ কনিংহামে এই বিষয়ৰ এটি সুকীয়া বিভাগৰ দিহা কৰে, তেতিয়াৰে পৰা এই বিভাগে নানেখিনি লাগতিয়াল কাম কৰি আছিছে।

গাৰ্গী মৈত্ৰেয়ী আদি পুৰণি ভাৰতৰ বেদ ৰচয়িত্ৰীসকলৰ দৰে তামিল সাহিত্যৰ শ্ৰীঅণ্ডল আৰু উত্তৰ ভাৰতৰ মীৰাবাই আদিৰ নিচিনাকৈ বৰ্ত্তমান অসমীয়া সাহিত্যৰ লেখিকাসকলো অসমীয়াৰ গৌৰৱস্বৰূপ, ইংৰাজী নৱন্যাসৰ দৰে অসমীয়া নৱন্যাসতো এওঁলোকৰ বৰঙণি এটি বিশিষ্ট সম্পদ। পদ্মাৱতী ফুকননী স্বনামধন্য আনন্দৰাম ঢেকিয়াল ফুকনৰ কন্যা, ১৭৭৪ শকৰ ১০ পুহত (৯ জানুৱাৰী, ১৮৫১) এওঁৰ জন্ম আৰু ১৮৪৯ শকৰ পুহত মৃত্যু। ১৮০৬ শকত এওঁৰ "সুধৰ্ম্মাৰ উপাখ্যান" নামৰ প্ৰথম অসমীয়া উপন্যাস আৰু তাৰ অলপ পাছতে "হিতসাধিকা" নামৰ এখন পুথি প্ৰকাশিত হয়, ইয়াৰ বাহিৰেও এওঁ সাময়িক আলোচনীবোৰত গদ্য পদ্য বহুত প্ৰবন্ধ লিখে। বিষ্ণুপ্ৰিয়া দেৱীয়ে ১৮৮৪ত "নীতিকথা" আৰু এওঁৰ কন্যা স্বৰ্ণলতা দেৱীয়ে "আৰ্হি-তিৰোতা" পুথি উলিয়ায়। ডিব্ৰুগড়ৰ শৰৎকুমাৰী দেৱী প্ৰবন্ধ লেখিকা আৰু হেমপ্ৰভা দাস "জ্ঞানমালা" আৰু "সজ কথা"ৰ গ্ৰন্থকৰ্ত্ৰী। যমুনেশ্বৰী শইকীয়ানী, ধৰ্ম্মেশ্বৰী দেৱী, নলিনীবালা দেৱী আদি তিকতা কবি, আৰু চন্দ্ৰপ্ৰভা শইকীয়ানী, স্নেহলতা ভট্টাচাৰ্য্য, আজলীতৰা নেওগ, ফাতেমা খাতুন আদি এই যুগৰ বিশিষ্টা গ্ৰন্থকৰ্ত্ৰী।

## অসমীয়া কবিতাত ছন্দৰ ক্ৰমবিকাশ

ছন্দও সঙ্গীতৰ দৰে এটি ধ্বনি-শিল্প, ধ্বনি ৰূপ ধ্বনি তত্ত্ব আদিয়েই তাৰ প্ৰুৱি কথা। ৰূপ-দক্ষ শিল্পীয়ে নিজ শিল্প প্ৰতিভা আৰু ৰূপ-দৃষ্টিৰে এই ধ্বনি প্ৰকৃতি নিৰীক্ষণ কৰি ছন্দ-ভাণ্ডাৰত ছন্দ বৈভৱৰ বৃদ্ধি কৰে, আৰু ছন্দ-শক্তিৰ মৌলিক নীতি সূত্ৰবোৰ, তাৰ অন্তৰ্প্ৰকৃতি-বহিৰ্গঠন সকলো আয়ত্ত কৰি ছন্দ-ৰাজ্যৰ সম্ভাৱ্যতাৰ পৰিসৰ বঢ়ায়, আৰু ছন্দৰ জোঁকাৰ, হিল্লোল, আৰু নৃত্য-লীলাৰে কবিতাক তৰঙ্গিত আৰু মুখৰিত

কৰে।

পুৰণি কিছুমান যোজনা-ফকৰা আৰু পটন্তৰ, ডাকৰ বচন, নৰা-ওমলা নাম আদি মৌখিক গীত-সাহিত্যত অসমীয়া ছন্দৰ প্ৰথম আভাস পোৱা হয়। স্বাভাৱিক উচ্চাৰণ-ৰীতি আৰু হেঁচা (এক্সেন্ট্), এয়েই ইয়াৰ মূল তত্ত্ব, আখৰ গণনা বা মাত্ৰা-পৰিমাণ নিৰ্ণয়ৰ কোনো চেষ্টা এই ছন্দৰ ভিতৰত নাই, প্ৰতি পৰ্ব্বৰ অখণ্ড ধ্বনিৰ (ছিলেবল্) লেখ থাকিলেই এই ছন্দ অক্ষুণ্ণ থাকে। এটা যুগ্ম আৰু অযুগ্ম স্বৰৰ অস্তিত্বই প্ৰত্যেক অখণ্ড ধ্বনিৰ ঘাই কথা। সেই বাবেই এই ছন্দৰ একোটি পৰ্ব্বৰ নাম স্বৰপৰ্ব্ব, আৰু স্বৰপৰ্ব্বৰ বিভিন্ন সমাবেশেৰে ৰচিত বুলি ইয়াৰ নাম স্বৰবৃত্ত ছন্দ।

অসমীয়া পুৰণি লিখিত বা বৈষ্ণৱ সাহিত্যৰ পদ বা পয়াৰ, ত্ৰিপদী, দুলড়ি, লেচাৰী, ছবি, ঝুমুৰি আদি সকলো ছন্দই আখৰ-গণনাৰ ওপৰত নিৰ্ভৰ কৰে বুলি তাৰ নাম অক্ষৰবৃত্ত ছন্দ। এই ছন্দ মূলতে আদিম ধ্বনিসংখ্যক স্বৰবৃত্ত ছন্দৰ পৰা সুগঠিত আৰু নিয়ন্ত্ৰিত নে সংস্কৃতিৰ মাত্ৰিক ছন্দৰ পৰা ইয়াৰ উৎপত্তি হৈছে, ই আলোচনাৰ বিষয়, কিন্তু এই ছন্দই ইয়াৰ বৰ্ত্তমান সৌষ্ঠৱ আৰু সুসঙ্গতি লাভ কৰিবলৈ যে অনেক শতাব্দী লাগিছিল পুৰণি লিখিত সাহিত্যৰ অনেক ঠাইত তাৰ প্ৰমাণ পোৱা হয়। অক্ষৰ বৃত্তৰ পৰ্ব্বগঠন ৰীতি যতিস্থাপন-বিধি আদি তাত বহুত সময়ত অনিয়মিত, আৰু আখৰৰ সংখ্যা অনিৰ্দ্দিষ্ট, কেতিয়াবা সংস্কৃতৰ দৰে মাত্ৰিক কেতিয়াবা মৌখিক ছন্দৰ দৰে স্বৰসংখ্যক। এনে শিথিল আৰু অনিশ্চিত অৱস্থাৰ পৰা থিৰ আৰু সুনিশ্চিত অৱস্থালৈ আহিবলৈ পুৰণি কবিসকলৰ যে বহুত অক্লান্ত পৰিশ্ৰম, পৰীক্ষা আৰু প্ৰয়াসৰ আৱশ্যক হৈছিল তাক সহজে ধৰিব পাৰি।

ধ্বনিৰ মাত্ৰা-পৰিণাম নিৰ্ণয়েৰে ছন্দ-গঠন ৰীতিৰ নাম মাত্ৰাবৃত্ত ছন্দ, সংস্কৃত আৰু ইংৰাজী ছন্দৰ এই পদ্ধতি। অসমীয়া বঙলা আদি ভাষাত সংস্কৃতৰ এই ছন্দ-পদ্ধতিৰ অনুসৰণ সহজ নহয়, কিয়নো এইবোৰ ভাষাত দীৰ্ঘধ্বনি নোহাৱাত শুদা হ্ৰস্ব স্বৰৰ ব্যৱহাৰত ছন্দ বৈচিত্ৰ্যহীন আৰু এসুঁৰীয়া হৈ পৰাৰ আশঙ্কা স্বাভাৱিক। কিন্তু এইবোৰ ভাষাতো যুক্তবৰ্ণৰ প্ৰচলন আছে, আৰু সি যুগ্মধ্বনিৰ লিপ্তিত আকাৰৰ বাহিৰে একো নহয়, স্বভাৱতে গুৰুমাত্ৰিক আৰু তৰঙ্গায়িত এই যুগ্মধ্বনিকে দীৰ্ঘধ্বনিৰ সলনি ব্যৱহাৰ কৰি এইবোৰ ভাষাতো ৰূপতত্ত্বদ্ৰষ্টা ৰূপস্ৰষ্টাই অযুগ্মধ্বনিক এক মাত্ৰা আৰু যুগ্মধ্বনিক

দুই মাত্ৰা ধৰি মাত্ৰিক পৰ্ব্ব প্ৰবৰ্ত্তন কৰিব পাৰে। এই মাত্ৰা-পৰ্ব্বৰ বহুল বিচিত্ৰ সমাবেশতেই মাত্ৰাবৃত্ত ছন্দৰ সৃষ্টি, ধ্বনি-পৰিমাণ তত্ত্বই ইয়াৰ মূল, আৰু সুৰ প্ৰাধান্যই ইয়াৰ বৈশিষ্ট্য। বঙলা সাহিত্যত এই ছন্দৰ দানৰ বাবে ৰবীন্দ্ৰনাথ বিশেষ সুপ্ৰসিদ্ধ। যুগ্ম-ধ্বনিক বিচিত্ৰ আৰু তৰঙ্গায়িত কৰি প্ৰয়োজন মতে যুগ্ম-ধ্বনিৰ বহু-কৰতালি বজাই সুৰ-সঞ্চাৰেৰে গীতি-কবিতাৰ উপযোগী সুৰ-মাধুৰ্য্য সৃষ্টি কৰাত ৰবীন্দ্ৰনাথৰ সহজাত ৰূপ-নৈপুণ্য অতুলন। বৰ্ত্তমান অসমীয়া সাহিত্যত এই ছন্দৰ প্ৰচলন মাজে-সময়ে দেখা পোৱা হয়।

আখৰ-সমাবেশ বিধি বা আখৰ-গণনাৰে হোৱা বাবে অক্ষৰবৃত্ত ছন্দৰ এই নাম সচা, পিছে ধ্বনি-বিচাৰ বৰ্জ্জিত আখৰ-সংখ্যা কোনো ছন্দৰে মৌলিক নীতি হ'ব নোৱাৰে। অক্ষৰবৃত্ত ছন্দৰ প্ৰত্যেক শব্দৰ শেষ অংশৰ প্ৰকৃতি মাত্ৰিক, আৰু বাকী অংশৰ প্ৰকৃতি স্বৰ-সংখ্যক, গতিকে এই ছন্দক মাত্ৰাবৃত্ত আৰু স্বৰবৃত্তৰ যৌগিক বা মিশ্ৰ ছন্দও বুলিব পাৰি। ধ্বনিৰ একক নিৰ্ণয়ৰ এই তিনিটি ধাৰা, ছন্দৰ ধ্বনি-প্ৰবাহৰ দুটি যতিৰ মাজৰ অংশই ছন্দৰ পৰ্ব্ব (ফুট্)। ছন্দৰ যতি-স্থাপনৰ বিভিন্ন পদ্ধতিৰ পৰা বিভিন্ন প্ৰকাৰ পৰ্ব্বৰ উৎপত্তি, এই পৰ্ব্বগঠন পদ্ধতিৰ উদ্ভাৱন, পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন বা সুসঙ্গতিকৰণ আদি শ্ৰেষ্ঠ ছন্দ-শিল্পী-সকলৰ দান।

অক্ষৰবৃত্ত ছন্দ-গঠনৰ মূল উপাদান চাৰি আখৰৰ পৰ্ব্ব, এয়ে পূৰ্ণ পৰ্ব্ব। এনে আৰু এটি পূৰ্ণ পৰ্ব্ব লগ লাগি আঠ আখৰৰ এক গাম্ভীৰ্য্যপূৰ্ণ যুক্ত পৰ্ব্ব, বা আৰু দুই আখৰৰ অৰ্দ্ধ পৰ্ব্বৰ সংযোগত ছয় আখৰৰ এক সাৰ্দ্ধপৰ্ব্ব—এই পূৰ্ণ, যুক্ত আৰু সাৰ্দ্ধ পৰ্ব্বৰ তিনিটা উপাদানেৰেই সদৌ অক্ষৰবৃত্ত ছন্দ ৰচিত। কিন্তু পৰ্ব্ব-গঠন, যতিস্থাপন আদিৰ বিধিত সুদক্ষ নহ'লে শ্ৰেষ্ঠ কবি-শিল্পীৰো ছন্দৰ পতন ঘটে। অক্ষৰবৃত্তত অসম সংখ্যক আখৰত যতিস্থাপন সদায় প্ৰকৃতি-বিৰুদ্ধ। ৪+৪, ৩+৩+২ এয়ে অক্ষৰবৃত্তৰ আখৰ-সমাবেশৰ ৰীতি, ৩+২+৩, ২+৩+৩ এনে পৰ্য্যায়ৰ শব্দ-বিন্যাসত সঙ্গতি নষ্ট হয় আৰু শ্ৰুতিকটুতা দোষত ছন্দ দুষ্ট হয়। সাধাৰণ পদ বা পয়াৰৰ চৈধ্য আখৰৰ প্ৰথম আঠ আখৰৰ পিছত বিৰাম স্বাভাৱিক, কিন্তু এই আঠ আখৰত যদি শব্দটো শেষ নহয়, বা পিছৰ ছয় আখৰৰ শেষলৈ যুক্তবৰ্ণ তথা যুগ্মধ্বনি থাকে, তেতিয়াও ছন্দৰ লটিঘটি হয়। কিন্তু ছয় আখৰৰ পিছে পিছে দুবাৰ যতিস্থাপন কৰি শেষলৈ দুই আখৰ থ'লে তাত এক অভিনৱ ছন্দৰ উৎপত্তি হয়—"পোনতে বিনিনা,

পিয়ালা তোমাৰ, মালা। মনত পৰিল, কোনোবা ত্রিদিব, বালা।" (মালা, "ইন্দ্রধনু")।

প্রতি পর্ব্বত ক্রমে চাৰি, পাঁচ, ছয়, সাত মাত্রা দিও বিভিন্ন মাত্রাবৃত্ত ছন্দ ৰচিত হয়। "প্রাণ বীণটী, বজাই কত, শুনালো গান। জানো নুশুনিলা, সেই আশঙ্কাত, কঁপিল প্রাণ॥" (বিৰহমেলা, "মালতী")—ই এনে এটি ষণ্মাত্রিক মাত্রাবৃত্ত ছন্দ। স্বৰবৃত্ত ছন্দত চতু স্বৰপর্ব্ব অৱলম্বন সাধাৰণ, কিন্তু দ্বিস্বৰ আদিৰে এই ছন্দ-গঠন বৈচিত্র্য-বহুল কৰিব পাৰি।

অমিত্রাক্ষৰ ছন্দৰো অমিত্রাক্ষৰেই মূল কথা নহয়, পয়াৰ ছন্দৰ অমিল ঘটোৱাই এই ছন্দৰ প্রবর্ত্তকসকলৰ কৃতিত্ব হোৱা হলে ই তেওঁলোকৰ অতি অকিঞ্চিৎকৰ কীর্ত্তি হলহেতেন, কিন্তু সি নহয়। অমিত্রাক্ষৰতা নিশ্চয় তাৰ অচ্ছেদ্য অঙ্গ নহয় মিলৰ অভাৱ বা সম্ভাৱে তাৰ স্বৰূপত কোনো পার্থক্য নঘটায়। পদ বা পয়াৰৰ দুর্ব্বলতা আছিল তাৰ পর্ব্ব-গঠন আৰু যতি-স্থাপনত বৈচিত্র্যহীনতা, মুঠেই দুটি পংক্তিৰ ভিতৰত দুটি ভাব সমাপ্তিৰ অধীনতা আৰু পংক্তিৰ অন্তত পূর্ণ যতিস্থাপন। মিত্রাক্ষৰত পংক্তি য'ত শেষ হয়, ভাব আৰু ছন্দৰ প্রবাহো তাতে বিৰত হয়, অমিত্রাক্ষৰৰ কৃতিত্ব পর্ব্ব-গঠন আৰু যতি-স্থাপনত বৈচিত্র্য সাধন, মুঠেই দুটি পংক্তিৰ ভিতৰৰ পৰা ভাবক মুক্তিদ্দান আৰু প্রতি পংক্তিৰ অন্তত পূর্ণ যতি স্থাপন বিষয়ত স্বাধীনতা। এনে নিয়ম পালি, অমিত্রাক্ষৰক ইচ্ছামতে অমিল বা সমিল কৰিব পাৰি, কিন্তু পংক্তিৰ পৰা পংক্তিলৈ ভাব আৰু ছন্দৰ সোঁত বোৱাই দিয়াই (এনজাম্বেমেণ্ট) ইয়াৰ প্রাণ বস্তু, গতিকে ইয়াক প্রকৃততে প্রবাহমান ছন্দ বোলা উচিত।

পদ বা পয়াৰক চৌধ্ব আখৰত আবদ্ধ নাৰাখি ষোল বা ওঠৰ আখৰেৰেও বৰ্দ্ধিত পয়াৰ ৰচনা কৰি তাকো প্রবাহমান কৰিব পৰা হয়। পর্ব্বগঠন-ৰীতি আৰু যতিস্থাপন-পদ্ধতি বন্ধনযুক্ত হলেও ই ছন্দৰ প্রাণ বা মূলতত্ত্ব, কিন্তু ছন্দই যেতিয়া প্রতি পংক্তিৰ শেষত থকা বিৰাম, যতি আৰু আখৰ-সংখ্যা অতিক্রম কৰি পংক্তিৰ পিছত পংক্তি বুৰাই আৰু ওপচাই বৈ যাব পাৰে, তেতিয়া প্রতি পংক্তিৰ নির্দ্দিষ্ট আখৰ সংখ্যাত আবদ্ধ থাকিবৰ কোনো অপৰিহার্য্য কাৰণ নাথাকে। ৰবীন্দ্রনাথে বঙলা সাহিত্যত এই তত্ত্বকে লৈ ইংৰাজী "ভাৰ্ছ লিবাৰ"ৰ অনুকৰণত অক্ষৰবৃত্তৰ এক মুক্তক ছন্দ ব্যৱহাৰ কৰিছে।

অসমীয়া সাহিত্যত এনে দৰে ছন্দ-ৰাজ্যৰ সম্ভাব্যতাৰ পৰিসৰ বঢ়াবলৈ কোনো

লেখকে তেনে উল্লেখযোগ্য চেষ্টা কৰা নাই। ৰবীন্দ্ৰনাথে বঙলাৰ প্ৰচলিত মৌখিক গীত-কবিতাৰ ছাঁ লৈও ৰস-সাহিত্যৰ উপযোগী ভালেখিনি ছন্দ আবিষ্কাৰ কৰিছে। অসমীয়াতো তেনে চেষ্টাৰ বাবে যে ঠাই আৰু আহল-বহল, ই নিশ্চয়, কিন্তু এনে চেষ্টা দূৰৰ কথা, সাধাৰণ অক্ষৰ বৃত্তৰ ছন্দৰ নিয়মকে আয়ত্ত কৰিব নোৱৰাকৈ লিখা পদ্যৰ নমুনা অনেক আগশাৰীত ঠাই বিচৰা পদ পুথিতো প্ৰায়ে পোৱা হ'ল, ই সচাঁকৈয়ে অমাৰ্জ্জনীয়। অসমীয়া কাব্য-সাহিত্যৰ আন আন বিভাগৰ দৰে ছন্দ শিল্পৰো বিশেষ চৰ্চ্চা প্ৰয়োজনীয়। (মহেন্দ্ৰ বৰাৰ "অসমীয়া কবিতাৰ ছন্দ" চাওক)।

## অসমীয়া সাহিত্যৰ অতি-আধুনিক সুঁতি

অসমীয়া সাহিত্যৰ বুৰঞ্জী কিছুমান ৯ অঙ্কৰ বৈশিষ্ট্যেৰে পূৰ্ণ, ১৪৪৯ত শঙ্কৰদেৱৰ জন্ম। ১৭৮৯ত আৰম্ভ হোৱা ফৰাছী বিপ্লৱৰ প্ৰভাৱত ইংৰাজী সাহিত্যৰ যি নৱন্যাস যুগ আৰম্ভ হয়, তাৰ প্ৰভাৱতে ঠিক তাৰ পাঁচ কুৰি বছৰৰ পাছত ১৮৮৯ত অসমীয়া নৱন্যাস আন্দোলনৰ জনম-দিওঁতা "জোনাকী" কাকত ওলায়। ইয়াৰ ঠিক তিনি কুৰি বছৰৰ আগতে অসমীয়া সাহিত্যৰ আধুনিক যুগৰ অগ্ৰদূত আনন্দৰাম ঢেকিয়াল ফুকনৰ জন্ম হয় ১৮২৯ত। "জোনাকী"ৰ জন্মৰ পূৰা একুৰি বছৰৰ পাছত অসমীয়া নৱন্যাসৰ পৰবৰ্তী সুঁতিৰ জনম দিওতা "বাঁহী" কাকতৰ জন্ম হয় ১৯০৯ত। ইয়াৰ আকৌ পূৰা কুৰি বছৰৰ পাছত অসমীয়া সাহিত্যৰ বৰ্তমান বেমেজালি যুগৰ জনম-দিওঁতা "আৱাহন" কাকতৰ জন্ম হয় ১৯২৯ত।

আগৰ "জোনাকী" আৰু পাছৰ "বাঁহী"ৰ যুগৰ দুই সুঁতি ধৰি অসমীয়া নৱন্যাসৰ জীৱন-কাল পূৰা দুকুৰি বছৰ, এই দুকুৰি বছৰেই লক্ষ্মীনাথ বেজবৰুৱাৰো অধিনায়কত্বৰ কাল। ইয়াৰ পাছত আৰু ৬/৭ বছৰ জীয়াই থাকিলেও, তেতিয়াৰ পৰাই তেওঁৰ লিখনিও শিথিল হয় আৰু "বাঁহী"ও তেওঁৰ হাতৰ পৰা সৰি পৰে। "জোনাকী"ত নৱন্যাসৰ সুঁতি চন্দ্ৰকুমাৰ-লক্ষ্মীনাথৰ লিখনিয়েদি যিমান দ-কৈ বৈছিল, "বাঁহী"ত যতীন্দ্ৰনাথ আদিৰ লিখনিয়েদি সি তুলনাত তৰাং হৈ আহি শেষত সি প্ৰায় শুকাই গ'ল বুলিব পাৰি। আনফালে ইংৰাজী সাহিত্যৰ ভিক্টৰীয়া যুগৰ দৰে অসমীয়া সাহিত্যত নীতি, ভাব, ভাষা আদিত যি চিৰাচৰিত নৈতিকতা আছিল, প্ৰতি পদে তাক ভাঙিবলৈ

কালাপাহাৰহঁতৰ জন্ম হ'ল। নীতিৰ ফালত দণ্ডিনাথ কলিতাৰ "সাধনা" তাৰ উদাহৰণ বুলিব পাৰি, আৰু আচৰিত কথা, অসম সাহিত্য সভাৰ পৰীক্ষক-সকলৰ মাজত মতভেদ হোৱা অৱস্থাত লক্ষ্মীনাথ বেজবৰুৱায়ে "সাধনা"ক সমৰ্থন জনাইছিল।

ই প্ৰকৃততে আচৰিত বা অস্বাভাৱিক একো নহয়। প্ৰথম মহাসমৰৰ পাছতেই ইংৰাজী সাহিত্যত এই অতি আধুনিক ভাব-ধাৰাই ভুমুকি মাৰিছিল, আৰু অসমীয়া নৱন্যাস যেনেকৈ ইংৰাজী নৱন্যাসৰ পাঁচ কুৰি বছৰৰ পিছ, এই অতি-আধুনিক ভাব-ধাৰাও তেনেকৈ ইংৰাজী সাহিত্যতকৈ দেঢ় কুৰি বছৰৰ পিছত দ্বিতীয় মহাসমৰৰ শেষতহে অসমীয়া সাহিত্যত দেখা দিছে। কিন্তু ইংৰাজী সাহিত্যলৈ এই নবীনতম ভাব-ধাৰা বোৱাই আনোতাসকল আছিল প্ৰথম মহাসমৰত আগভাগ-লওঁতা, গতিকে তেওঁলোকৰ অভিজ্ঞতা ভুৱা নহয়, তেওঁলোকৰ তুলনাত ইংৰাজী সাহিত্যৰ ভিক্টৰিয়া যুগৰ ভাব-ধাৰাৰ পৰা প্ৰথম ফালৰি কাটি আহোঁতা কিপ্লিং, ব্ৰিজেছ্, হাৰ্ডি, য়িট্‌ছ্ আদিও পুৰণিহে বুলিব পাৰি। কিন্তু যোৱা মহাসমৰ দুখনৰ এখনেও অসমক কিয়, ভাৰতকো ছুই যোৱা নাই বুলিব পাৰি, তাত আগ-ভাগ লোৱাৰ যে কথাই নাই, এনে স্থলত অসমীয়া তথা ভাৰতীয় সাহিত্যৰ বাবে এই অতি-আধুনিক ভাব-ধাৰা ধাৰ কৰা বুলিহে কব লাগিব, গতিকে ইয়াত মৌলিকতাৰ ইমান আকাল। ইংৰাজী সাহিত্যৰ অতি-আধুনিক সাহিত্যৰ যি ভ্ৰান্তি-নাশনৰ সুৰ সি নিৰাশাৰ নহয়, তাৰ বিদ্ৰূপৰ ভাবো হতাশৰ নহয়, তেওঁলোকৰ আন্তৰিকতা, স্পষ্টবাদিতা আৰু বাস্তৱতা প্ৰভৃতি মৌলিক গুণবোৰৰেই ভাৰতীয় অতি-আধুনিক বোলা সাহিত্যত আকাল। এই বাবেই এই নতুন ৰচনাবোৰে সৰ্বসাধাৰণৰ মন টানিব পৰা নাই, আৰু টানিব নোৱৰা কথাই। অৱশ্যে দুই মহাসমৰে নুছুইছিল বুলিয়েই যে জগতৰ নতুন ভাব-ধাৰাই ভাৰতক একেবাৰে নুছুব তেনে কথাও নহয়, সেইহে সেই নতুন ভাববোৰৰ দুটি-এটিয়ে ভাৰতীয় তথা অসমীয়া মনক জোকাইছেহি। (অধ্যয়ন, ২৭৫-৭৮ পিঠি)

অসমীয়া সাহিত্যত এই নতুন-ভাব-ধাৰাৰ প্ৰবেশ নিজৰ গুণত নহয়, তাৰ পূৰ্ববৰ্তী নৱন্যাস সাহিত্যৰ দুৰ্বলতাৰ হেতুত। অসমীয়া নৱন্যাসৰ দ্বিতীয় সুঁতিত ৰৰঙনি যোগাওঁতা ৰঘুনাথ, অম্বিকাগিৰি, যতীন্দ্ৰনাথ, নকুলকান্ত, সূৰ্য্যকুমাৰ, ডিম্বেশ্বৰ, বিনন্দচন্দ্ৰ প্ৰভৃতিৰ লাগতিয়াল ৰবঙণি ১৯২৯ৰ আগৰ। উপন্যাস, নাটক আদিতো দণ্ডিনাথ, দৈৱচন্দ্ৰ, জ্যোতিপ্ৰসাদ প্ৰভৃতিৰ লেখৰ বিভাগ-কেখনৰ বিষয়েও একে কথা। ১৯২৯ৰ পাছতো

জ্যোতিপ্ৰসাদৰ নাট, দেৱকান্ত আৰু নলিনীবালাৰ কবিতা ৰচিত হৈছে, কিন্তু এওলোকে স্বৰূপতে সেই নৱন্যাসৰ দ্বিতীয় সুতিটোকে ধৰি আছিছে। আগতে কোৱা হৈছে, অসমীয়া নৱন্যাসৰ প্ৰথম সুতিতকৈ দ্বিতীয় সুতি বহুত ভৰাং, তাৰ প্ৰমাণ, চন্দ্ৰকুমাৰৰ "প্ৰতিমা" "বীণবৰাগী" আৰু লক্ষ্মীনাথৰ "কদম-কলি"ৰ অন্তত শ্ৰেষ্ঠ কবিতাখিনিৰ সমতুল্য ৰচনা পাছৰ যুগত সাধাৰণতে নাই। আকৌ ভাবৰ তেনে গভীৰতা নহলেও, বৰ্ণনা-মাধুৰ্য্যত ৰঘুনাথৰ "সাদৰী", "কেতেকী"ৰ যোৰ তেওঁৰে "দহিকতৰা" আদিয়ে নাপায়। ওজ গুণত অম্বিকাগিৰিৰ বৈশিষ্ট্য সদায় থাকিলেও, "ভুমি"ত মাধুৰ্য্যৰো যি সমাবেশ আছিল, তেওঁৰ পাছৰ ৰচনাত সি নাই।

অমৰ ওমৰক যেনেকৈ ফিজ্জাৰেল্ডে আদৃৰণীয়া কৰিলে, যতীন্দ্ৰনাথেও তেনেকৈ ফিজ্জাৰেল্ডক আদৃৰণীয়া কৰিলে, কাণত সুত-লগা শব্দ বাচনি আৰু পদ-লালিত্য তেওঁৰ চিৰ বৈশিষ্ট্য হলেও ভাবৰ গভীৰতা আৰু বৈচিত্ৰ্য প্ৰকাশ কৰিব পৰা শক্তিৰ দৈন্যই "ওমৰ-তীৰ্থ"ক ক্ষুণ্ন নকৰি থকা নাই। ত্ৰিশবোৰত আৰু পঞ্চাশবোৰৰ ভিতৰত প্ৰকাশিত তেওঁৰ "আপোন সুৰ", "বনফুল" আদিৰ প্ৰকৃততে অতি সৰহখিনিয়েই তেওঁৰ ১৯০৯-২৯ৰ ভিতৰৰ ৰচনা, কিন্তু বাস্তৱতে কুৰি শতিকাৰ তৃতীয় দশকৰ আগতেই তেওঁৰ কবিতাৰ উহ শুকাই যোৱা বুলি ধৰিব পাৰি, কিয়নো "নাৱৰীয়া" আদি কবিতাৰ সৃজনী-প্ৰতিভা পাছৰ কবিতাবোৰত বিৰল। যি দৰ্শনকে আৰোপ কৰা হওক, তেওঁৰ পাছৰ কবিতাবোৰত তেওঁৰ সেই চিৰকুমাৰ, নিৰ্জন, তিক্ততাসুলভ আৰু হতাশ জীৱনৰ হা-হুমুনিয়াহেই প্ৰতিফলিত হৈছে যে সন্দেহ নাই।

যতীন্দ্ৰনাথৰ দৰে কবিতা-দেৱীৰ বাবে উচৰ্গা কৰা জীৱন আৰু নলিনীবালাৰ নিচিনাকৈ ৰবীন্দ্ৰ কাব্য-দৰ্শন গ্ৰহণ কৰোঁতা বস্তুকান্ত বৰকাকতীৰো কবি-জীৱন বিখিনিশূন্য নহয়। ইংৰাজী সাহিত্যত "জন্ গিল্পিন্" কবিতাৰ দৰে দণ্ডিনাথৰ দুই-চাৰিটি কবিতা অসমীয়া সাহিত্যত চিৰ-উপভোগ্য হৈ ৰব বুলি আশা কৰিব পাৰি। বুৰঞ্জী আদি বিভিন্ন ক্ষেত্ৰৰ খ্যাতি নোলোৱা হলে "নিৰ্মালি"ৰ কেইটিমান বিতোপন কবিতাৰ বাবে সূৰ্য্যকুমাৰে কবি-খ্যাতি নিৰ্বিবাদে ভোগ কৰি থাকিলহেঁতেন। "অসমা" আৰু "বিচিত্ৰা" পুথি দুখনিৰ আলোচনাত দুজন অন-অসমীয়া বিশ্ব-বিশ্ৰুত পণ্ডিতে তিৰোৰৰ কবিত্ব-শক্তিৰ উচ্চ প্ৰশংসা কৰিছে। আবেগৰ স্বাভাৱিক উচ্ছ্বাস নাথাকিলেও জাতীয় ছন্দত লিখা বিনন্দৰ "গড়গাঁও" আদি দুই এটি কবিতা চিৰজীৱী হব বুলি আশা কৰিব পাৰি।

অতুলচন্দ্ৰক কেন্দ্ৰতকৈ পৰিধিৰ কবি বুলিব পাৰি। ভাব-বৈশিষ্ট্য নহলেও সুন্দৰ শব্দ-গাঁথনি আৰু পদ-লালিত্যেৰে শৈলধৰ, আৰু অলপ অস্পষ্ট হলেও মৌলিক ভাবেৰে কমলেশ্বৰ, প্ৰতিনিধিমূলক কবি। বিশ্ববিদ্যালয়ৰ দুৱাৰ-দলিত ভৰি নিদিয়াকৈও স্বাভাৱিক শক্তিৰে কবি প্ৰসিদ্ধি লাভ কৰা ত্ৰিমূৰ্ত্তি ৰঘুনাথ—নলিনীবালা—ধৰ্মেশ্বৰী। অলপ বয়সতে কবি-প্ৰসিদ্ধি লভি ৰাজনীতিলৈ যোৱা দেৱকান্ত আৰু আঢ়ৈ কুৰিৰ সিফাললৈকে ৰাজনীতিত থাকি তাৰ পৰা সাহিত্যলৈ অহা নীলমণি, ৰহস্যপূৰ্ণ। নীলমণিৰ সৰহভাগ পদ্য যদি গদ্য হেন, তেওঁৰ সৰহখিনি গদ্য, ভাবৰ কথা এৰি, পদ্য হেন। প্ৰথম যৌৱনৰ ভাব-ভাষাৰ ফেন নৌ মাৰ যাওঁতেই "পাপৰি" লেখক গণেশচন্দ্ৰ আদি ঢোপাতে মৰহিল। প্ৰতিনিধিমূলক ভাৱেহে এই কেজনক লৈ আলোচনা মুকলি কৰা হৈছে।

অসমীয়া গীত-ৰচনাৰ কাহিনীও ৰহস্যজনক বৰ্ত্তমান কবিতাৰ দৰেই অতীতৰ লগত ইয়াৰ সম্বন্ধ ছিগা, কি ভাব, কি ভাষা, উভয়তে। বৰ্তমানৰ উপযোগী গীত-ৰচনা আৰম্ভ হয় যোৱা শতিকাৰ আশীবোৰত সত্যনাথৰ "গীতাৱলী"ৰ যোগে, আৰু বেণুধৰে তেওক অনুসৰণ কৰে। বৰ্তমান শতিকাৰ প্ৰথম দশকত লক্ষ্মীৰামৰ "সঙ্গীত-সাধনা" আৰু "সঙ্গীত-কোষে"ৰে বৰ্তমান অসমীয়া গীতৰ উদ্বোধন হয়। আগৰ এসময়ৰ ভাব-সুৰ উভয়তে বঙালীৰ অনুকৰণ কৰাৰ পৰিবৰ্তে হ'ল মৌলিক ভাব, কিন্তু বঙলা সুৰৰ অনুকৰণ, যেনে দ্বিজেন্দ্ৰলাল সুৰৰ অনুকৰণত পদ্মধৰৰ "ফুলনি" আৰু ৰবীন্দ্ৰনাথৰ সুৰৰ অনুকৰণত ডিম্বেশ্বৰৰ "সঁফুৰা", এই শতিকাৰ দ্বিতীয়-তৃতীয় দশকত। কিন্তু এই তৃতীয় দশকৰে শেষ হোৱাত সেই অৱস্থাৰ সামৰণি পেলাই মৌলিক ভাব আৰু অসমীয়া আই-নাম বিয়া-নামৰ সুৰত গীত-ৰচনাৰ পাতনি মেলিলে যাইকৈ জ্যোতিপ্ৰসাদে তেওঁৰ "শোণিত কুঁৱৰী"ত। তাৰ পাছত কীৰ্ত্তিনাথ বৰদলৈয়ে "বাসন্তীৰ অভিষেক" আৰু "লুইত কোঁৱৰ"ৰ ভিতৰেদি এই নতুন চেষ্টাক আৰু বৈচিত্ৰ্যময় কৰি অভিনন্দিত কৰিলে। কিন্তু ই বৰ দুখৰ কথা অসমীয়া গীত-ৰচনাৰ এই অভিনৱ চেষ্টা যোৱা দেড় কুৰি বছৰত যেনেদৰে আগবাঢ়িব লাগিছিল তেনে হোৱা নাই। বিয়া নাম বা দিহা নামৰ ভাল সুৰ এটাই গীত নহয়, তাৰ কথা অংশ যে আছে সিও পুৰঠ হব লাগিব, তদুপৰি চহা-গীতৰ সুৰ এটাও সঙ্গীত-বিজ্ঞানৰ উচ্চতম খাপত আছে বুলি ধৰিব নালাগিব। অসমীয়া সঙ্গীতৰ দুৰ্ভাগ্য অসমীয়া কবিসকল সাধাৰণতে

গায়ক নহয়, গায়ক সকলো সাধাৰণতে কবি নহয়, ততোধিক বেজাৰ লগা কথা, খোৱাই কণাক নিজ চকুৰ আৰু কণাই খোৱাক নিজ ভৰিৰ সুবিধা দিব নোখোজে।

এই কাল ছোৱাৰ নাটক, উপন্যাস আৰু চুটি-সাধুৰ ধৰণ্ডণিতো সেইদৰে নতুনতকৈ উত্তৰ-নৱন্যাস যুগৰ লেখকসকলৰ ভাগ বিশেষ। নাটকৰ বিষয়ে এই কালছোৱাত বঙলা নাটকৰ ভাঙনি ৰঙ্গমঞ্চৰ পৰা একেবাৰে উলিয়াই খেদা হল বুলি গৌৰৱ কৰা হয়, পাছে সেইটোৱেই যথেষ্ট নহয়, তাৰ ঠাইত কি দিয়া হল সেইহে ঘাই কথা। ইয়াৰ আগত দ্বিজেন্দ্ৰলাল আদিৰ লেখৰ নাটকবোৰ ভাঙনি কৰি অভিনয় কৰা হৈছিল আৰু তাৰ পৰা ৰঙ্গমঞ্চই শিক্ষামূলক গুণ যথেষ্ট যোগাইছিল। ভাবহে সাহিত্য, ভাষা সাহিত্য নহয়, এতেকে ৰঙ্গমঞ্চৰ সেই শিক্ষামূলক গুণ অটুট ৰাখিবলৈ হলে তেনে গঠনমূলক আৰু শিক্ষাপ্ৰদ ভাব যোগাব পৰা নাটক লাগে। শূন্য যিমানেই বৃহৎ হওক, তথাপি সি শূন্যই।

আগৰ দৰেই এই কালছোৱাতো সামাজিক আৰু সমস্যামূলক নাটকৰ আধিপত্য হীন, পৌৰাণিক আৰু ঐতিহাসিক নাটকবোৰো প্ৰায় গতানুগতিক। পুৰাণ আৰু ইতিহাস মৃত কথা পিণ্ড, সেই দূৰ অতীতক অদূৰ ভবিষ্যতৰ অগ্ৰদূত পাতিব লাগিব আজিৰ নাট্য সাহিত্যই, আৰু তাকে কৰিবলৈ হলে সেই মৃত নায়ক-নায়িকাবোৰক নিজ সৃজনীমূলক প্ৰতিভাৰে নতুনকৈ জীৱন্ত আৰু প্ৰাণৱন্ত কৰিব পাৰিব লাগিব। এই বিষয়তো আৱশ্যকীয় মৌলিক শক্তিৰ অভাৱ বুলিব নোৱাৰি, অভাৱ হৈছে সেই শক্তি প্ৰয়োগৰ আৰু সেই নাট উপন্যাস কলাৰ প্ৰতি এক শৰণৰ। সামাজিক আৰু সমস্যামূলক নাটক লিখাৰ আৰম্ভণ আগতেই হৈছে, পাছে সি এতিয়াও সেই আৰম্ভণতে আছে। বুদ্ধিমান আৰু সাহসী জ্যোতিপ্ৰসাদে তথাকথিত বাস্তৱ, প্ৰকৃততে নৱন্যাসমূলক, নাটকৰ চেষ্টা কৰিছিল, তেওঁ যথেষ্ট সময় নাপালে। মিত্ৰদেৱ যথেষ্ট বুদ্ধিমান আছিল, কিন্তু সেই বুদ্ধিৰ অপব্যয় ঘটিল। অতুলচন্দ্ৰৰ জোখতকৈ লেখৰ চিন্তা, নকুলচন্দ্ৰৰ অধ্যয়নৰ আৰু দৈবচন্দ্ৰৰ একাগ্ৰতাৰ অভাৱ। প্ৰতিনিধিমূলকভাৱে এই সকলৰ উল্লেখ কৰা হৈছে। পাদ-প্ৰদীপৰ দৰে কথা-ছবি আৰু আকাশ-বাণীৰ বাবে সম্প্ৰতি কিছুমান নাটক লিখা হৈছে, সেইবোৰৰ সৰহ ভাগতে স্থায়ী সাহিত্যিক মূল্যতকৈ আধুনিকতম কল-কৌশল বুদ্ধি-কিটিপৰ দাবী সৰহ।

ভাৰতবৰ্ষৰ পূৰ্ব সীমান্ত প্ৰদেশ আৰু পৰ্বতীয়া আৰু জন-জাতিৰ মাজত তৈয়াৰৰ

লোকৰ এই মাজুলিৰ নিচিনা, প্ৰকৃতিৰ কোলাত নৃ-তত্ত্বৰ আৰু সমাজৰ বুকত ভাষা-তত্ত্বৰ যাদুগৰ স্বৰূপ, অসম নাটক-উপন্যাসৰ চিত্ৰ-বিচিত্ৰ সঁজুলিৰ ঘৰ। কিন্তু আটায়ে দেখি আচৰিত মানে, ইমানৰ সত্ত্বেও অসমীয়া নাট্যকাৰ ঔপন্যাসিক আদি শিল্পীসকল এই বিষয়ত উদাসীন আৰু নিৰ্বিকাৰ, যেন অসমীয়া সাহিত্য-শিল্পীসকল চৰিত্ৰ-অঙ্কনৰ নতুন পৰিস্থিতিত লাজকুৰীয়া, আৰু যেন তেওঁলোকে সমস্যাতঙ্ক ৰোগ ভোগ কৰিছে! অকল প্ৰাকৃতিক বা ভৌগোলিক পৰিস্থিতিয়েই নহয়, ইতিহাসেও পৰ্বত-ভৈয়ামক চিৰকাল এক কৰি ৰাখিছিল, অথচ লক্ষ্মীনাথৰ ডালিমী বা পদ্মনাথৰ জিনু নামৰ একেজনী নাগিনী ছোৱালীৰ চৰিত্ৰ, ৰজনীকান্তৰ পানেই জঙ্কি আদিৰ বাহিৰে অসমীয়া সাহিত্যই আপোন কৰি লোৱা পৰ্বতীয়া জাতীয় চৰিত্ৰ এতিয়ালৈকে ইমান বিৰল। সেই দৰেই যি চাহ-বাগিচাৰ বাবেই অসম বিদেশীৰ ওচৰত প্ৰথম পৰিচিত, সেই চাহ-বাগিচাৰ জীৱন লৈয়েনো কেইখন অসমীয়া নাটক-উপন্যাস এতিয়ালৈকে ৰচিত হৈছে? অথচ দুৰ্গাপ্ৰসাদৰ "মহৰি" নাটকেই নেদেখুৱায় নে তেনে বিষয়ৰ কেনে বিতোপন নাটক অসমীয়াত লিখা হ'ব পাৰে?

কিন্তু এনে বিষয়ৰ নাটক-উপন্যাস চুটি-সাধু আমাক লাগে বুলি লিখনী ধৰিলেই আমাক লগা-নাটক-উপন্যাস চুটি-সাধু নোলায়, আৰু সামাজিক জীৱনৰ প্ৰতিচ্ছবি যন্ত্ৰৰ সহায়েৰে লোৱা প্ৰতিকৃতিও নহয়, শিল্পীৰ মনৰ ভিতৰেদি সমাজৰ গভীৰ অধ্যয়ন আৰু সহানুভূতি উমনিত তাৰ জনম হ'ব লাগিব। সেয়ে নহলে তেনে চৰিত্ৰবোৰ গৰাকিৰ হাতৰ পুতলাৰ দৰে লৰচৰ কৰে, কিন্তু সমাজৰ লোকৰ দৰে জীৱন্ত নহয়। উদাহৰণ স্বৰূপে, জ্যোতিপ্ৰসাদৰ নাটকৰ নায়কবোৰ তেওঁৰ দৰেই দুঃসাহসিক আৰু নায়িকাবোৰ তেওঁৰ কথা-ছবিৰ নায়িকাবোৰৰ দৰে নৱ-প্ৰয়াসী কিন্তু সমাজত তেনে লোক বিৰল। দৈৱচন্দ্ৰৰ "বিপ্লৱ"ত খেতিয়কে জমিদাৰৰ বিৰুদ্ধে সফল অভিযান কৰিলে, কিন্তু অসম বিশেষভাৱে খেতিয়কৰ দেশ, জমিদাৰৰ নহয়। আনৰ চহোৱা মাটিত নদন-বদন শস্য কৰিবলৈ যোৱাতকৈ আমাৰ হুন্ পৰি কটুৰ হৈ থকা মাটি অলপ দুখ কৰি চাহ নকৰোঁহক কিয়? বুদ্ধিৰ জোখ-কাটি সুবিধা নহয়, সাহসহে।

বৰ্ত্তমান নাটক-উপন্যাস চুটি-সাধুত নাণ্ঠে বৰ্ণনাও বিনা-মেঘে বজ্ৰপাত যে নহয়, উল্লিখিত "সাধনা" উপন্যাসেই তাৰ প্ৰমাণ। যোৱা দেৰ্কুৰি বছৰত এই নাণ্ঠ-বৰ্ণনাই বাস্তৱবাদৰ নামত এনেবোৰ সাহিত্যৰ সক্তেত-বাক্যৰ দৰে হ'ল, আৰু হয়তো সোণাই

তেওঁলোকৰ ইষ্ট দেৱতা স্বৰূপ হল। দেৱতাৰ দৰে শিশুৰ বিষয়তো, আমি জানো, নাঙঠ গুণ ঘৃণনীয়তকৈ পূজনীয়হে হয়, যদি সি পাপ-বৰ্জিত হয়। শঙ্কৰদেৱৰ "কীৰ্ত্তন"ৰ "হৰমোহন" "ৰাসক্ৰীড়া"ত নাঙঠ বৰ্ণনা যথেষ্ট আছে, কিন্তু সি শ্ৰেষ্ঠ ধৰ্মশাস্ত্ৰ, গতিকে নাঙঠ গুণ থকা-নথকা লৈ বিচাৰ নহয়, বিচাৰ হয় লেখকে তাক কিভাৱে ব্যৱহাৰ কৰিছে। খহতা জীৱন আৰু মৃত্যুৱে মোপাছাঁ ভাৰতীয় সাহিত্য শিল্পীৰ আদৰ্শ হব লগা পুতৌৰ কথা সন্দেহ নাই ,কাম আৰু লোভেই যাৰ পৰিচালক তেনে নৰ পশুৰ মাজত বাস কৰা দুৰ্ভাগ্যৰ বাবেই যে মোপাছাঁৰ শক্তিৰ এনে অপব্যৱহাৰ ঘটিছিল তাক পাহৰিব নালাগে।

জীৱিত সাহিত্যাই সদায় জীৱনৰ পৰাই পোনে পোনে পোষা মেলে ,আৰু জীৱন মানে সুস্থ স্বাভাৱিক জাতীয় জীৱন বুজিব লাগিব। এই নতুন নাটক-গল্প চুটি সাধু লেখকবিলাকৰ বৰ্ণনাৰ জনতা সুস্থ অসমীয়া সমাজ নহয়, অসমীয়া সমাজৰ মানসিক ক্ষয়-ৰোগগ্ৰস্ত বিজতৰীয়া এটা ক্ষুদ্ৰ অংশমাত্ৰ । এনে ভেজাল নোহোৱা ভাৰতীয় তথা অসমীয়া সমাজৰ চিত্ৰ আঁকিবলৈ ললে তেওঁলোক দোধোৰ-মোৰত পৰে , কিয়নো সেই সমাজে তেওঁলোকক প্ৰকৃততে আকৰ্ষণ কৰা নাই আৰু সেইদেখি তেওলোকৰ জীৱন-দৰ্শন বুজিবলৈ তেওঁলোক অপাৰগ হৈ পৰে। নিম্ন মধ্যবিত্ত অসমীয়া সমাজৰ সমস্যাৰ সমাধান আদি দেখুৱাবলৈ যত্ন কৰিও গভীৰ অধ্যয়ন আৰু আন্তৰিকতাৰ অভাৱত তেওঁলোক বিফল হব লগাত পৰে , কিয়নো বুদ্ধিক যিমানেই শানত দিয়া হওক, অন্তৰে চাকি নিকা নকৰিলে সাহিত্যৰ মৌ বিতৰণৰ উপযোগী নহয়। লক্ষ্মীনাথ শৰতচন্দ্ৰ আদিৰ উপৰি উত্তৰ-নৱন্যাসৰ লেখক মহীচন্দ্ৰৰ "মিতাৰ মৰম" আদি সাধুত অসমীয়া নিম্ন মধ্যবিত্ত সমাজৰ চিত্ৰ ধৰা পৰে ।

পদ্যতকৈ গদ্য সদায় পৰৱৰ্তী আৰু যত্নসাধ্য। "অৰুনোদই" যুগৰ পৰা "বাঁহী"ৰ যুগলৈকে গছাল লেখকসকলৰ যত্নত অসমীয়া গদ্যৰ যি ৰীতি সুৱলা হৈ চলি আহিছে, উত্তৰ-নৱন্যাসৰ লেখক সূৰ্য্যকুমাৰ আৰু বেণুধৰ আদিৰ ঐতিহাসিক প্ৰাঞ্জলতা, বাণীকান্ত আৰু ডিম্বেশ্বৰ প্ৰভৃতিৰ কবিত্বসুলভ কমনীয়তা, জ্ঞাননাথ আৰু নীলমণি আদিৰ যুক্তি-নীতিমূলক ৰচনাৰে সি ধাৰ-নিছিগা সোতেৰে বৈ আহিছিল। কিন্তু তাৰ পাছৰ লেখকসমূহৰ ভাষা-চৰ্চাৰ অভাৱৰ বাবে অসমীয়া গদ্যৰ নিমজ গতিৰ ঠাইত খহতা স্বভাৱ ধৰা-পৰা হৈছে , কিয়নো পদ্যৰ দৰে গদ্য আবেগৰ প্ৰকাশ মাত্ৰ হব নোৱাৰে। লক্ষ্মীনাথৰ "শঙ্কৰদেৱৰ"(১৯১১) পাছত ডিম্বেশ্বৰৰ "জিলিঙনিয়ে" (১৯৩৮) অসমীয়া সাহিত্যৰ কবিত্ব-সুলভ সৌন্দৰ্য্য আৰু বাণীকান্তৰ "পুৰণি সাহিত্য"ই (১৯৪২) তাৰ পাণ্ডিত্যপূৰ্ণ ব্যাখ্যা দাঙি ধৰে। কিন্তু সম্প্ৰতি সাহিত্য-সমালোচনা উদণ্ড, ইংৰাজী সাহিত্য সমালোচনাৰ অ'ৰ ত'ৰ দুলকি কথা তুলি দিব পাৰিলেই বাটৰ বাটৰুৱাও অসমীয়া

সাহিত্যৰ সমালোচক! আকৌ হেমচন্দ্ৰ, গুণাভিৰাম, লক্ষ্মীনাথকে ধৰি আগৰ আলোচনী-সম্পাদক আছিল অধিনায়কৰ সন্মানিত আসনৰ পৰা, আৰু এই কালছোৱাত সাধাৰণতে সেই ঠাই পূৰণ কৰিছে ব্যৱসায়-প্ৰয়াসী বা জীৱিকাৰ্থীয়ে। গতিকে ভাষা বা সাহিত্য সম্পৰ্কে পৰিচালনা সমালোচনা কোন দৰৰ হ'ব তাক সহজে অনুমান কৰিব পাৰি। লোণে আৰু ক'ৰ পৰা ব্যঞ্জন সোৱাদ কৰিব লোণতেই যেতিয়া সোৱাদ নাই!

বৰ্তমান অসমীয়া সাহিত্যৰ প্ৰধান অভিশাপ হ'ল ব্যক্তিক পৰ্যায়ৰ পৰা কেন্দ্ৰীয় পৰ্যায়লৈকে সকলোতে প্ৰকৃত সৃজনীমূলক প্ৰতিভাক এফলীয়া কৰি দ্বিতীয় তৃতীয় শ্ৰেণীৰ লেখক বা সাহিত্য জীৱিকাৰ্থীৰ দ্বাৰা পৰস্পৰ-শলাগনিৰ 'প্ৰাইভেট্ লিমিটেড্ কম্পেনী' গঠন। সাহিত্য ব্যৱসায়ো তেনে লোকেই একস্বত্বীয়া কৰি লোৱাৰ ফলত পৱিত্ৰ জ্ঞান-সাধনা আৰু সত্য-অন্বেষণ সাহিত্যৰ মূলধন ৰূপে বিলুপ্ত হৈ সাহিত্যক্ষেত্ৰ সত্যৰ অপলাপৰ আৰু অসত্যৰ প্ৰচাৰৰ ঠাই হৈ পৰিছে এই বিষয়ে সমাজ-বিবেক জাগ্ৰত হ'বৰ কাল কেতিয়াবাই আহিল।

প্লেটোই তেওঁৰ আদৰ্শ ৰাষ্ট্ৰৰ পৰা কবিতাক নিৰ্বাসন দিছিল, যদিও তেওঁ নিজে এজন লেখৰ কবি আছিল আৰু এটি কৱিতাৰে তেওঁৰ সেই বিষয়ৰ গ্ৰন্থৰ সামৰণি মাৰিছিল। তেওঁ আসোঁৱাহ ধৰিছিল, কবিতা তথা সাহিত্যই সাধাৰণতে অসত্যক আশ্ৰয় দিয়ে আৰু তাৰ পৰা সমাজ পতনমুখী হয়। ভাৰতীয় তথা অসমীয়া সাহিত্যই আজি সেই পতন মুখী বাটত ৰাষ্ট্ৰক পৰিচালিত কৰিছে. ৰাষ্ট্ৰই এতিয়া তালৈ চকু দিবৰ হ'ল।

পাৰসীয় সাহিত্যৰ যশস্বী ঐতিহাসিক এড্ৱাৰ্ড ব্ৰাউনে সকলো সাহিত্যৰ বাবে এটি অতি লাগতিয়াল ইঙ্গিত বা সঙ্কেত-বাণী শুনাইছে বোলে ভাষাৰ শুদ্ধতাৰ হ্ৰাস আৰু জাতিৰ অৱনতিৰ মাজত কিবা অন্তৰঙ্গ সম্পৰ্ক থকা সদায় দেখিবলৈ পোৱা হয়। হেষ্টিংছৰ যুদ্ধৰ আগত এংলো-ছেক্সন ভাষা প্ৰায়ে শুদ্ধৰূপে লিখা নহৈছিল, আৰু নৰ্মান্ মাৰনৰ আগে আগে সেই ভাষাত ভালকৈয়ে ক্ষয়ৰোগ সোমাইছিল। ঠিক তেনেকৈয়ে আৱেষ্টাৰ প্ৰচীন পাৰসী ভাষা লেৰেলি যোৱাৰ লগে লগে মজ্দীয়া ধৰ্মৰ অধঃপতন আৰম্ভ হ'ল, কঠোৰ একশৰণ মজ্দীয়া ধৰ্মত অহুৰ মজ্দা আৰু একেশ্বৰ হৈ নাথাকিল—মিথ্ৰ (সূৰ্য্য), উহিত (শুক্ৰ) আদি অন্য দেৱতাই অহুৰ মজদাৰ লগত শাৰী পাতিলে! এই ঘটনাৰ লগত অসমীয়া ভাষা আৰু মহাপুৰুষীয়া ধৰ্মৰ ৰিজনি বঢ়িয়াকৈ খাটে, বৰ্তমান অসমীয়া ভাষাৰ শুদ্ধতা হ্ৰাসৰ সৈতে মহাপুৰুষৰ লগত অন্য দেৱী-দেৱ সুমুৱাবৰ পুনঃ পুন অপচেষ্টা মন কৰিব লগীয়া। চাপৰিলে মৈষ নেৰায়ঃ ই নিৰ্দয় হলেও অটুট সত্য।

# অসমীয়া সাহিত্যৰ বৰ্তমান আৰু ভৱিষ্যত

মহাৰাণী ভিক্টৰিয়াৰ মৃত্যুৰ দহ-পোন্ধৰ বছৰৰ আগৰ পৰা যেনেকৈ ভিক্টৰিয়া যুগৰ নৈষ্ঠিকতা লাহে লাহে জহি-খহি যাবলৈ ধৰিছিল, লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যুৰো ন-দহ বছৰৰ আগৰ পৰা সেইদৰে অসমীয়া সাহিত্যৰ বেজবৰুৱা যুগৰ নীতি নিয়মবোৰ ভাগিব-ছিগিবলৈ আৰম্ভ কৰিছিল, আৰু ১৯২৯কে আমি তাৰ প্ৰাৰম্ভ কাল বুলিছোঁ। এহাতে ইংৰাজী আৰু বঙলা সাহিত্যৰ ভিতৰেদি অহা ঘাইকৈ মোপাছা আৰু ফ্ৰয়ডীয় প্ৰভাৱ আৰু ইহাতে দলীয় ৰাজনীতিৰ হেচা লগ লাগি আগৰ বেজবৰুৱাৰ নৈতিক শাসনৰ বিৰুদ্ধবাদী দলটোক এতিয়া উচটনি দিলে, আৰু গুৱাহাটিৰ পৰা নকৈ ওলোৱা দুই এখন আলোচনীৰ আশে-পাশে তেওঁলোকে বলচালি পাতিলে। ইয়াৰ বেয়া ভাল দুইটা ফলেই অচিৰে দেখা দিলে, বেয়াৰ ফালত বিশেষ অধ্যয়ন একাগ্ৰতা নোহোৱাকৈও যেয়ে সেয়ে সাহিত্য-ক্ষেত্ৰত নামিবলৈ লাই পালে, আৰু ভালৰ ফালত অলপ অচৰপ চৰ্চা থাকিলেও নিন্দাৰ ভয়ত কুচিমুচি থকা এচাম লেখক আগবাঢ়ি ওলাই আহিল। এই নতুন প্ৰচেষ্টাৰ আটাইতকৈ লেখত ল'ব লগা গুণ হ'ল এতিয়াৰ পৰা অভাৱনীয়ৰূপে অসমীয়া সাহিত্যৰ পৰিসৰ বাঢ়িল, আৰু তাৰ লগৰীয়া সৱাতকৈ বৰ দোষৰ ভিতৰত হ'ল ভাষা সাহিত্যৰ তেনেই তৰাং জ্ঞান লৈও নতুন দুটা কৌশল কিটিপ্ শিকিয়ে নিজক সাহিত্যৰ অধিকাৰী বুলি ভবা এটা অহম্মিকা বহুতৰ গাত লক্ষিবলৈ ধৰিলে।

এই অৱস্থাৰ সোতৰ-ওঠৰ বছৰৰ ভিতৰতে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাত তাতো অসমীয়া পাঠ্য-আদি লৈ এটা উপদল গঠিত হ'ল। অসমীয়া সাহিত্যত আগতে কোন বিষয়ত কি কাম হৈছে-নহৈছে তাক নাজানি আৰু জানিবৰ যত্নও নকৰি 'গৱেষণা' কাৰ্য চলোৱাত সৰহভাগ কাম 'চৰ্বিত চৰ্বণ' হ'লেও ইয়াৰ যোগে এতিয়াও যথেষ্ট লাগতিয়াল কাম কৰিব পাৰি। অসমৰ বিশ্ববিদ্যালয়ত অসমীয়া সাহিত্য-চৰ্চাৰ মানদণ্ড যেনে উন্নত হব লাগিছিল তেনে নোহোৱাৰ কাৰণবোৰ দূৰ কৰি এতিয়াও জাতিৰ উন্নতি সাধনত ব্ৰতী হবৰ উপায় আছে। গৱেষণাৰ দৰে অসমীয়া সাহিত্যৰ সমালোচনা ক্ষেত্ৰতো এই বিশ্ববিদ্যালয়ৰ পৰা যেনে গধুৰ বৰঙণি পাব লাগিছিল তাৰ পৰা অসমীয়া সাহিত্য

আজিও বঞ্চিত। অৱশ্যে জগত জুৰি বাতৰি-কাকতৰ প্ৰভাৱ বিয়পি পৰাৰ হেতুকে তাৰ ভাল বেয়া স্বভাৱো জগতৰ সাহিত্যৰ ওপৰত পৰিছে, আৰু অসমীয়া সাহিত্যও তাৰ দোষ-গুণৰ ভাগী নহৈ পৰা নাই। বাতৰি-কাকতৰ প্ৰভাৱৰ দোষৰ ভিতৰত যেনেকৈ চেলেং-পেটেং সমালোচনা আৰু হৈ চৈ কৰা স্বভাৱ, তাৰ গুণৰ ভিতৰত ধুঁৱলি-কুঁৱলি বিৱৰণৰ ঠাইত বস্তুমুখী দৃষ্টিৰ প্ৰভাৱ। বাতৰি কাকতৰ দোষ এৰি গুণৰ ভাগ যাতে অসমীয়া সাহিত্যত সোমাব পাৰে তাৰ যত্নৰ প্ৰয়োজন। তদুপৰি বাতৰি কাকতৰ এটা বিশেষ স্বভাৱ হ'ল তাৰ ক্ষণস্থায়িত্ব, তাৰ এই প্ৰভাৱত বৰ্তমান অসমীয়া সৰহখিনি সাহিত্যই তেনে জাতৰ হৈছে, কিন্তু আশা কৰিব পাৰি বিশেষ গুণী লেখকৰ হাতত এই সাহিত্যৰ এটি ভাগে তুলনাত স্থায়ী ৰূপ পাব।

নতুন কবিতা ৰচনাত হেম বৰুৱা, নৱ বৰুৱা আদি কেইবাজনো লেখকে যথেষ্ট কৃতিত্ব দেখুৱাইছে, যদিও তেওঁলোকৰ লগঁত শাৰী পতা বহুত লেখকৰে আৱশ্যকীয় চৰ্চ্চাৰ অভাৱ লক্ষ্য কৰিব পাৰি। নতুন কবিতাৰ কল কৌশলত জ্ঞান-বিজ্ঞান উভয়েই আছে, গতিকে তাৰ প্ৰকৃত ধ্যান-ধাৰণা লাভ কৰিবলৈ যি আয়াস আৰু একাগ্ৰতা লাগে, বহুতৰে সি নোহোৱাত "দেখাক দেখি কৰ্ম। শুনাক শুনি ধৰ্ম।।" কৰিবলৈ যোৱাৰ দৰে হয়। তদুপৰি নতুন কবিতাৰ কল-কৌশল বিদেশী হলেও তাক অসমীয়া জাতীয় জীৱনত খাপ খুৱাবলৈও ভালেখিনি বুদ্ধিৰ প্ৰয়োজন, সেই বুদ্ধিও অৱশ্যে উপাৰ্জন কৰি লব লাগিব। বিদেশী কল-কৌশল ব্যৱহাৰৰ কৃতকাৰ্য্যতাৰ প্ৰমাণ হ'ল তাক বিদেশী বুলি সতকাই গম ধৰিব পৰা হব নালাগিব। ইংৰাজী নৱন্যাস ব্যৱহাৰ কৰা ইয়াৰ পূৰ্বযুগৰ কবিসকলেই তাৰ প্ৰমাণ দিয়ে। আন কথাৰে কবলৈ হ'লে, বিজাতীয় বস্তু জাতীয় বা অঘৰী কথা ঘৰচীয়া নহলে সি গ্ৰহণীয় নহয়।

নতুন চুটিসাধু লেখকৰ ভিতৰত পুৰণি চামৰ হেমচন্দ্ৰ বৰুৱা আদি নতুন চামৰ আব্দুল মালিক প্ৰভৃতি লেখত লবলগীয়া। ভাব-ভাষা কল-কৌশল আদি সকলো পিনে চৰ্চ্চাৰ প্ৰমাণ দেখুৱালেও এই পিছৰ লেখকৰ আগৰ ৰচনাত মোপাছাৰ অপৰিপক্ক গল্পৰ প্ৰভাৱ যথেষ্ট আছিল, সুখৰ বিষয়, বৰ্তমান তেওঁৰ লিখাই মাজে মাজে ক্ৰম-পৰিণতিৰ চিন দেখুৱাইছে। এওঁৰ আগৰ-পিছৰ প্ৰায় লেখকতে কল-কৌশলত হওক-নহওক, ভাব-ভাষা বিষয়ত আৱশ্যকীয় অধিকাৰ নোহোৱা হেতুকে শিল্পীৰূপে তেওঁলোকৰ সিদ্ধি নিশ্চিত নহয়। এওঁলোকৰ সৰহ-খিনিয়েই সমাজ আৰু চৰিত্ৰ অধ্যয়নতকৈ অকল

কল্‌-কিটিপ্‌ জনাৰ ওপৰতে কৃতকাৰ্যতাৰ বাবে নিৰ্ভৰ কৰে, তদুপৰি ভাষাৰ চৰ্চ্চা আৰু অধিকাৰ লাভ নোহোৱা হেতুকে তেওঁলোকে পঢ়ুৱৈৰ মনত ভাল দৰে সাঁচ বহুৱাব নোৱাৰে। অপৰিপক্ক জ্ঞানৰ প্ৰশংসা আৰু পৰস্পৰ শলাগনি সমাজৰ সমৰ্থনৰ ওপৰতো বহুতেই নিৰ্ভৰ কৰে, অথচ নিজ গুণৰ ওপৰত ঠিয় হ'ব পৰা শক্তি এহতঁৰেই নাই।

নতুন উপন্যাস লেখকৰ ভিতৰত ছদ্মনামা বীণা বৰুৱাৰ 'জীৱনৰ বাটত' আদি দুই এখন উপন্যাসে জনপ্ৰিয়তা লভিছে, কিন্তু সেইবোৰৰ প্ৰকৃত গ্ৰন্থকৰ্তা সম্পৰ্কে বাদানুবাদ দেখিবলৈ পোৱা হয়। সি যি হওক, অসমীয়া ঘৰুৱা আৰু সামাজিক জীৱনত বিভিন্ন দিশৰ পৰা পোহৰ পেলাৱা প্ৰকৃত অসমীয়া উপন্যাসৰ লেখ এতিয়াও যথেষ্ট বুলিব নোৱাৰি। তদুপৰি মাজুলিৰ নিচিনা অসমৰ চাৰিওফালৰ পৰা বেৰি থকা পৰ্বতীয়া জন জাতিৰ জীৱনৰ বিষয়েও যি দুই এখন উপন্যাস আছে তাত উপন্যাসৰ ফালৰ পৰা পৰিণতিৰ আৱশ্যক অকল জনজাতিৰ চিত্ৰ বুলিয়েই যথেষ্ট হ'ব নোৱাৰে। ভাণ্ডান কৰা উপন্যাসৰো প্ৰকৃত মূল্য হ'ব তাক জাতীয় ঠাঁচত সম্যকৰূপে গঢ় দিব পাৰিলেহে। টেনিছনৰ 'এনক্‌ আৰ্ডেন' সাধুৰ আৰ্হি লৈ লিখা ৰজনীকান্ত বৰদলৈৰ উপন্যাস 'নিৰ্মল ভকত' এই সম্পৰ্কত আমাৰ আৰ্হি হ'ব পাৰে। ইয়াৰ আগৰ যুগৰ এইজন লেখকৰ বিপুল মানৱীয় অনুভূতি এই যুগৰ এটা ডাঙৰ অভাৱ।

নতুন নাটক বহুত ওলাইছে যদিও বিশেষভাৱে নাম ক'ব পৰা লেখকৰ উল্লেখ কৰা কঠিন। ইংৰাজী সাহিত্যত এই নতুন নাটকে যুগান্তৰ আনিছিল আৰু ৰঙ্গমঞ্চ প্ৰায় বক্তৃতা-মঞ্চলৈ ৰূপান্তৰিত হৈছিল। গেল্‌ছৱৰ্ডি আৰু বাৰ্ণাড্‌শ্বৰ সেই সময়ৰ সামাজিক সমস্যাবোৰৰ ওপৰত লিখা নাটকবোৰৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি, ব্যৱহাৰিক সমাজত মুনিহ-তিৰুতাই যেনে দৰে কথা পাতে, তেওঁলোকৰ নায়ক-নায়িকাবোৰে ৰঙ্গ-মঞ্চত ঠিক তেনেদৰেই জীৱন্ত ভাষাত কথা পাতিছিল। এনে কৰা বাবে তেওঁলোকৰ কোনো নাটক যদি নাটক স্বৰূপে অকৃতকাৰ্য হোৱা বোলা হয়, তেন্তে ক'ব লাগিব সেই অকৃতকাৰ্যতা বহুত নাটকৰ কৃতকাৰ্যতাতকৈ অধিক কৃতকাৰ্য। অসমীয়া কি নাটক, কি উপন্যাস, প্ৰত্যেকৰে লেখক স্বভাৱতেই যেন সমস্যাতঙ্ক-ৰোগী, সমস্যাৰ সন্মুখলৈ আহিবলৈ তেওঁলোকে সদায় ইমান টান পায়! ধুঁৱলি-কুঁৱলী ভাব আৰু অলঙ্কাৰ-বিলাসী ভাষাই তেওঁলোকৰ অতি আদৰৰ! ব্যৱহাৰিক জীৱনৰ লগত এই বিচ্ছেদৰ হেতুকেই অসমীয়া সাহিত্য সাধাৰণভাৱে অসমীয়া জীৱনৰ পৰা বিচ্ছিন্ন হৈ আছে বুলিব পাৰি।

অসমীয়া নাটক-উপন্যাস সমস্যা-মুখৰ আৰু বস্তুমুখী হ'ব কেতিয়া ?

নতুন গীত দেখাত দিনক দিনে বাঢ়িছে যদিও জ্যোতিপ্রসাদৰ পৰা ভূপেন্দ্রনাথলৈকে ধৰিও আঙুলিৰ মূৰত লেখিবলৈ নোলায়। গায়কৰ কণ্ঠৰ মিঠা গুণে, জাতীয় সুৰৰ মোহনিয়ে বা বচা বচা ঘৰুৱা মাত-কথাই গীতৰ গাঁথনি দিব নোৱাৰে। কবিতাৰ দৰে গীতৰো মূলবস্তু সুৰলা ভাব, "ত্রিশ দিনে হয় মাহ সেপ্তেম্বৰ। সিদৰে এপ্রিল আৰু জুন নৱেম্বৰ।।"—গীতৰ সুৰত সুৱালাকৈ গাব পাৰি, তথাপি সি গীত হ'ব নোৱাৰে। বৰ্তমান লেখকৰ লগত সমালোচকৰ সম্পৰ্ক কলগছৰ লগত ঢোকাৰ নিচিনাই হয়, লেখক-সমালোচক প্ৰায়ে পৰস্পৰে পৰস্পৰৰ ওপৰত আত্ম-প্ৰতিষ্ঠাৰ বাবে নিৰ্ভৰশীল। এইবাবেই বাস্তৱতে কবিতাত নথকা দৰ্শন আৰু গীতত নথকা কবিত্ব সমালোচকৰ পাণ্ডিত্য ওলমোৱা হাকোটাৰ বাবে কল্পনা কৰা হয়, উচ্চ-পদবী বা ধনী-সুহৃদৰ স্তাৱক-আৰতিৰ কথা এৰিও। সম্প্রতি আকাশ-বাণীৰ যোগানৰ বাবে কিছুমান গীতৰ আমদানি হৈছে, তাত "গীত-কবিত্ব গুণ"ৰ বিশেষ বিচাৰ দেখিবলৈ পোৱা নহয়। নিৰপেক্ষ সমালোচনাই অব্যৱস্থাৰ অৱসানৰ একমাত্ৰ উপায়।

নতুন সমালোচনা বাস্তৱতে আজি প্ৰায়ে প্ৰৱঞ্চনাৰ দৰেই হৈছে কিয়নো তাত সমালোচকৰ ভুৱা দিয়া পাণ্ডিত্যৰ আড়ম্বৰ আছে, নিজা অনুভৱ নাই। তদুপৰি সমালোচনাৰ নামত পৰস্পৰ-শলাগনিৰ ফাকুৱেই শূন্যক বোলাই থৈছে, তাৰ বাবে কোনো কবি-সাহিত্যিকৰ প্ৰকৃত বৰণ ধৰা পেলোৱা টান। তদুপৰি সৰল সহজ ভাষাৰ সলনি তেওঁলোকে বাক্যৰ এনে ইন্দ্ৰজাল ৰচে যে তাক ভেদ কৰি বাক্যৰ অৰ্থ-সংগ্ৰহ কৰা কঠিন। বুৰঞ্জী ৰচনা আদিৰ নামত কিছুমান পুথি ওলাইছে, সেইবোৰ কেতিয়াবা সুখপাঠ্য হয়, কিন্তু বহুত পুথিৰ আলোচনাৰ কোনো বিশেষ দিশ নাই। বৰ্তমান অসমীয়া সাহিত্যৰ নিৰ্ভৰযোগ্য সমালোচনা নোহোৱাত আৰু বাতৰি-কাকতবোৰে কোনো দায়িত্ব অনুভৱ নকৰাকৈ যথে-মথে সমালোচনা উলিওৱা বাবে গোটেই সাহিত্যই দিশ-বিদিশ হেৰুৱাইছে। অচিৰে ইয়াৰ প্ৰতিকাৰ নহলে অসমীয়া সাহিত্যই যথেষ্ট ক্ষতি স্বীকাৰ কৰিব লাগিব যে সন্দেহ নাই।

"সাহেই সাহিত্য" (?) এই মতকে সকলো প্ৰকাৰে সাৰোগত কৰি বৰ্তমান দ-বাম নগণি ৰচনা-সমালোচনা চলাও দেখিবলৈ পোৱা হয়, ই দুখৰ কথা। সমাজৰ মঙ্গলৰ বাবে অবিসম্বাদী সত্য নিৰ্ভীকভাৱে প্ৰকাশ কৰিবলৈ সংসাহস প্ৰকৃত প্ৰতিভাৰ চিৰ

সহচৰ, কিন্তু ই নিৰ্বুধিতা আৰু দম্ভালিৰ প্ৰৰোচনা হোৱা অন্যায়। পাঠ আৰু অধ্যয়ন একে নহয়, গতিকে বহুত কিতাপ পঢ়াৰ লেখেই যথেষ্ট নহয়, সেইবোৰৰ ভিতৰলৈ সোমাব পৰা গুণ লাগে, আৰু ইয়াৰেই আভাৱ বহুত সমালোচকত ওলাই পৰে। লেখকবিলাকৰ ভিতৰতো অনুকৰণতকৈ অনুসৰণৰ আৱশ্যকতা অধিক।

অস্থিৰ সমতা অৱশ্যে এনে অৱস্থাৰ বাবে ভালেখিনি দায়ী। ইংৰাজী সাহিত্যত যেনেকৈ ভিক্টৰিয়া যুগৰ স্থিৰতা কুৰি শতিকাৰ আগৰ দশকৰ পৰাই হেৰাল, অসমীয়া সাহিত্যত প্ৰায় দুকুৰি বছৰৰ পাছত এই শতিকাৰ তৃতীয় দশকৰ শেষত তাৰ আৰম্ভ হ'ল। সমাজৰ শান্তি-নীতি আৰু সম্পত্তি প্ৰগতি আটাই-বোৰেই যেতিয়া সোলোক ঢোলোক, সাহিত্যৰ আদৰ্শ-ব্যৱহাৰবো ধৰনি লৰা স্বাভাৱিক মাত্ৰ। সমাজৰ নীতি স্থিতি লৰক ফৰক হোৱাৰ পৰিণাম সাহিত্যত প্ৰতিফলিত নোহোৱাহে অস্বাভাৱিক হলহেতেন। ইমানেই নহয়, সেই শান্তি আৰু স্থিতি হেৰোৱাৰ বাবে বৰ্তমান যুগে নিজ আক্ৰোশ পূৰণৰ বাবে ফেপেৰি পতা আৰু বিদ্ৰূপ কটাক্ষ কৰাও আচৰিত নহয়, আৰু বাস্তৱতে সেয়ে হৈছে। সাম্প্ৰতিকভাৱে হলেও জীৱনেই যেতিয়া নিজ সনাতন ছন্দ হেৰুৱাইছে, সাহিত্যৰ পদ্য-গদ্যত তাক বিচৰাই ভুল বুলিব পাৰি, পৰীক্ষামূলক যুগৰ সকলো দোষ দুৰ্বলতা সমাজ স্থিৰ-সমতালৈ নাহে মানে সাহিত্যৰ পৰা গুচোৱা কঠিন।

প্ৰতিভাৰ উচ্চতা কিন্তু সদায় সকলো যুগৰ ওপৰত যে সন্দেহ নাই। সকলো সনাতন সাহিত্যই এনেবোৰ বেমেজালি আৰু পৰীক্ষাৰ যুগৰ ভিতৰেদিও নিজ শ্ৰেষ্ঠ সাহিত্যিক প্ৰতিভাৰ বিকাশ দেখুৱাইছে, যদিও, এই প্ৰতিভাৰ স্বৰূপ বেলেগ হব পাৰে। এলিজাবেথ যুগৰ সুখ-সমৃদ্ধিয়ে শেক্সপীয়েৰৰ দৰে নাট্য-কাৰৰ জন্ম দিছিল, কিন্তু খেলি মেলি যুগৰ বৃটেইনে যি বাৰ্ণাড্‌শ্বৰ উদ্ভৱ সম্ভৱ কৰিলে তেওঁৰ প্ৰতিভা সুকীয়া হ'লেও সি এই যুগৰ এক কীৰ্ত্তিস্তম্ভ স্বৰূপ যে সন্দেহ নাই। অসমীয়া সাহিত্যবো এই খেলি-মেলি যুগত যি প্ৰতিভা বিকশিত হব সি তাৰ আগৰ যুগৰ লক্ষ্মীনাথ প্ৰভৃতিৰ দৰে নহব কিন্তু সি নিজস্ব মহিমাৰে মহিমান্বিত হোৱা বাঞ্ছনীয় নিশ্চয়। শেক্সপীয়েৰৰ তুলনাত শ্বৰ নাটকবোৰ আমাৰ চকুত তৰাং আৰু ক্ষণস্থায়ী লাগিব পাৰে, তথাপি শ্বৰ ব্যক্তিত্ব বৰ্তমান যুগত অস্বীকাৰ কৰা অসম্ভৱ বুলিব লাগে। বৰ্তমান লেখকবিলাকৰ তালিকা অনাৱশ্যক, কিয়নো তেওঁলোক নিজ ভৱিষ্যত গঢ়াৰ যত্নত, তেওঁলোকৰ সম্পৰ্কে এতিয়াই ভাল-বেয়া কোনো খাটাংকথা কোৱা অকল ভুলেই নহয়, অন্যায়ো হোৱা সম্ভৱপৰ। বিশেষকৈ

প্ৰকৃত প্ৰতিভা আবিষ্কাৰত আমি কেতিয়াও খৰধৰ কৰিব নোৱাৰোঁ, আগৰ গৰু বাঘে খোৱাৰ দৰে ওপৰত ওলাই থকা বিলাকৰ যশৰ স্থায়িত্ব সম্পৰ্কে সন্দিহান হোৱাই স্বাভাৱিক কথা। গতিকে অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগৰ নতুন লেখকৰ বিচাৰ এই শতিকাৰ সামৰণিৰ ফালেহে সম্ভৱপৰ হ'ব পাৰে।

সমালোচকৰ দায়িত্ব বৰ্তমানৰ দৰে বেমেজালিৰ যুগত যে অপৰিসীম সন্দেহ নাই। আন্ধাৰ বাটত জোৰ-ধৰোঁতাৰ যি কাম, সমালোচকৰো সেয়ে পৱিত্ৰ কৰ্ত্তব্য। আন হাতে, সাহিত্য সৃষ্টি কৰাতকৈও সমালোচনা কৰা কেতিয়াবা কঠিন কাম, স্তাৱক আৰু শোবা-শেৰেলুৱাই সমালোচকৰ কাপ হাতত লব নাপায়। বৰ্তমান বাতৰিকাকতৰ যুগে আমাক সকিয়াই দিয়ে ভাবমুখীতকৈও বস্তুমুখী হ'বলৈ, গতিকে কোনো ধুঁৱলি-কুঁৱলী ভাব সমালোচনাত ঠাই পোৱা অযুগুত। তদুপৰি কোনো সাহিত্য নিন্দা বা প্ৰশংসা কৰিবলৈ আগতে থিৰ কৰি লৈ তাৰ গুণ-দোষ লুকুৱাবৰ চেষ্টা, বা কোনো বিষয়ৰ ওপৰত নিজ প্ৰতিপত্তি নথকা জানিও টেঙৰালিৰে সমালোচনা কৰিবলৈ যোৱা পাপ কাৰ্য, বন্ধু-বাৎসল্য বা প্ৰভূ-ভক্তিৰ কথা এৰিও। আন সমালোচকৰ উদ্ধৃতি নিজ সমালোচনাৰ দুৰ্বলতাৰ প্ৰমাণ মাত্ৰ, লেখকে পাতনিত কোৱা আত্মকথাৰ সমৰ্থনো তদ্ৰূপ। লেখকৰ জীৱনী বা তেওঁৰ লগত সমালোচকৰ নিজা সম্পৰ্ক প্ৰভৃতিৰ উল্লেখো সমালোচনাৰ দোষৰ লেখতেই পৰে। অসমীয়া সাহিত্য বৰ্তমান অসীম সম্ভাৱ্যতাৰ দুৱাৰ-দলিত, এনে সময়ত উপযুক্ত সমালোচনা-সাহিত্যই যথেষ্ট বৰঙণি যোগাব পাৰে। অসমীয়া চুটি-সাধু-উপন্যাস, নাটক-কবিতা, সকলো ক্ষেত্ৰতে সমালোচকৰ আধুনিকতম আৰু নিৰপেক্ষ দৃষ্টি-ভঙ্গিয়ে অসমীয়া সাহিত্যৰ এই সন্ধিক্ষণত পথপ্ৰদৰ্শকৰ কাম কৰিব নিশ্চয়। তোষামোদী আৰু পক্ষপাত-দুষ্ট মতামত অবিচাৰৰ নামান্তৰ, আৰু সাহিত্যৰ উন্নতিৰ অত্যন্ত অন্তৰায়, অসমীয়া সাহিত্যই যাতে তাৰ বিপৰীতে উদাৰ আলোকপূৰ্ণ সমালোচনাৰ আশিস্ উপভোগ কৰিবলৈ পায়, ইয়ে আটাইৰে কাম্য হোৱা উচিত।

# অসমীয়া সাহিত্য বুৰঞ্জীৰ জোৰনি

## অসমীয়া বৈষ্ণৱ সাহিত্যৰ বিচাৰ

বহুতে আকৌ সোধে, বৈষ্ণৱ সাহিত্যৰ সকলোবোৰ যে গুণেই, তাৰ দোষ নাইনে ? ই মক্ষিকা বৃত্তিৰ পৰিচয় নিশ্চয়, কিয়নো যেতিয়ালৈকে কোনো দোষে আমাক চিকুটা-বাকোহা নকৰে তেতিয়ালৈকে দোষ খোচৰা সাহিত্যৰ কাম নহয়। সাহিত্যৰ সমালোচনা কৰোঁতে এটা যুগৰ সাহিত্যৰ ভাব-ধাৰা কি আছিল, সি কিদৰে প্ৰতিপালিত হৈছে, তাৰ পৰা সমাজৰ কি কল্যাণ সাধিত হৈছে, এইবোৰেইহে ঘাই বিচাৰৰ বিষয়। আমি একাধিকবাৰ উল্লেখ কৰি অহাৰ দৰে হাতে ঢুকি পোৱাত অকল এলিজাবেথ যুগৰ ইংৰাজী সাহিত্যৰ লগতহে বিশালতা, ব্যাপকতা, গভীৰতা, সমাজ কল্যাণ, জাতীয় জাগৰণ আদি সকলো ফালৰ পৰা অসমীয়া বৈষ্ণৱ সাহিত্যৰ তুলনা হয়। ওপৰ-চকুৱা সমালোচনাই এই সাহিত্যৰ সকলো দিশলৈ মন কৰিব নোৱাৰি হতাই-তাইকৈ লিখিলে তাৰ পৰা সমাজৰ যথেষ্ট অনিষ্ট হয়, ঐতিহাসিক দৃষ্টিভঙ্গি, সঠিকতা, আটোম টোকাৰি আদি গুণ সমালোচনাৰ অপৰিহাৰ্য আছিলা নিশ্চয়।

## অসমীয়া নীচাখিকা আৰু জাতিৰ ভবিষ্যত

ৰাজনৈতিক বুৰঞ্জী সামাজিক বিৱৰ্ত্তনৰ প্ৰকাশহে, কাৰণ নহয়। অসমৰ ৰাজনৈতিক অধঃপতনৰ আগজাননী মায়ামৰা বিদ্ৰোহ, দন্দুৱা-দ্ৰোহ আদি গৃহ-যুদ্ধৰ বাহিৰেও, উচ্চ বিষয়াবিলাক মানসিক সঙ্কীৰ্ণতা আৰু ৰজাৰ দায়িত্বহীনতা আদিৰ উপৰিও, জন-সাধাৰণৰ নৈতিক অৱনতি আদিত দেখিবলৈ পাওঁ। জোৱাৰৰ উচ্চতম শিখৰতেই ভাটাৰ আৰম্ভ, আহোম ৰজাসকলৰ শিৰৰ মুকুট স্বৰূপ আৰু মুছলমান ৰাজত্ব নিৰ্মূল কৰি সমগ্ৰ ভাৰতত হিন্দু ৰাজ্য প্ৰতিষ্ঠাৰ অক্ষয় কীৰ্ত্তি ৰাখিবলৈ ওলোৱা মহাৰাজ ৰুদ্ৰসিংহৰ তেজতো অসমৰ সেই মানসিক ৰক্তাল্পতাৰ দোষ, তাৰ প্ৰমাণ যাউতিযুগীয়া অসমৰ চিৰ-গৌৰৱান্বিত খিলঞ্জীয়া ধৰ্মক হেয় ভাব কৰি বিদেশীত শৰণাপন্ন হোৱা তাৰ পৰিণাম মায়ামৰা বিদ্ৰোহ, ইংৰাজত শৰণাপন্নতা, আৰু চিৰকলীয়া স্বাধীনতা হানি। অসমীয়াৰ তেজৰ পৰা সেই নীচাখিকাৰ বীজ আজিলৈকে দূৰ নহল, কেতিয়া গুচিব তাক ভৱিষ্যতৰ অসম বুৰঞ্জীয়েহে কব পাৰিব।

# অসমীয়া সাহিত্য বুৰঞ্জীৰ আলোচনা-সূত্ৰ

(ব্যৱহৃত অঙ্কবোৰ পুথিৰ পিঠিৰ সংখ্যাসূচক)

## পুথি এক—আদি মধ্যযুগৰ অসমীয়া সাহিত্য

আগকথা (ক) ৰাজনৈতিক পৰিস্থিতি, (খ) সামাজিক সাৰাংশ, (গ) সাহিত্যিক লক্ষণ (২১-২৪)। ১। বৈষয়িক সাহিত্য—চহা গীত-সাধু আদি (২৪-৩২)। ২। ধৰ্মমূলক সাহিত্য (১) তান্ত্ৰিক প্ৰভাৱ (৩২-৪২), (২) বৌদ্ধ প্ৰভাৱৰ (ক) ডাকৰ বচন (৪২-৪৭), (খ) চৰ্য্যাচৰ্য্যবিনিশ্চয়, বৌদ্ধ গান (৪৭-৫৪)।

## পুথি দুই—শেষ মধ্যযুগৰ অসমীয়া সাহিত্য

আগকথা (ক) ৰাজনৈতিক পৰিস্থিতি, (খ) সামাজিক সাৰাংশ, (গ) সাহিত্যিক লক্ষণ (৫৫-৫৮)। ১। অন-বৈষ্ণৱ সাহিত্য (১) গোপীচন্দ্ৰৰ গান (৫৮-৬৪), (২) ৰামাইৰ শূন্য পুৰাণ, (৩) চণ্ডীদাসৰ কৃষ্ণকীৰ্ত্তন (৬৪-৬৭)। ২। পূৰ্ববৈষ্ণৱ সাহিত্য (১) দুৰ্লভনাৰায়ণৰ আমোলৰ হেম সৰস্বতী প্ৰভৃতি (৬৮-৮০), (২) বৰাহ ৰজা শ্ৰীমহামাণিক্যৰ আমোলৰ মাধৱকন্দলী (৮০-৯৪)।

## পুথি তিনি—নৱজন্মৰ ফুলি উঠা অসমীয়া সাহিত্য

আগকথা (ক) ঐতিহাসিক জৰিপ, (খ) সামাজিক পৰিস্থিতি, (গ) জ্ঞানৰ নৱজন্ম (৯৫-১০০)। ১। বৈষয়িক সাহিত্য—গণিত-জ্যোতিষ-ব্যাকৰণ (১০০-১০২)। ২। মনসা সাহিত্য—মনকৰ, দুৰ্গাবৰ আদি কবিসকল (১০২-১০৮)। ৩। মহাভাৰতৰ কবিসকল—কবীন্দ্ৰ, সঞ্জয় আদি (১০৮-১১৩)। ৪। নৱজন্মৰ বৈষ্ণৱ সাহিত্য—শ্ৰীশঙ্কৰ-সূৰ্য্যৰ উদয় (১১৩-১৩৫) (ক) শঙ্কৰী কাব্য—কীৰ্ত্তন-ঘোষা, ভাগৱত-ভাওনী আদি (১৩৫-১৬৫), (খ) শঙ্কৰদেৱৰ বৰগীত, অঙ্কীয়া নাট আৰু কথা-ৰীতি (১৬৫-১৭৮), (গ) মাধৱদেৱৰ জীৱনী, ধৰ্মপ্ৰচাৰ, নিৰ্য্যাতন (১৭৮-১৯২), (ঘ) মাধৱদেৱৰ কাব্য, অঙ্ক, গীত আদি অৱদান (১৯২-২০৩), (ঙ) মাধৱদেৱৰ অঙ্কীয়া নাট আৰু বৰগীত ৰচনা (২০৩-২১০), (চ) হৰিচৰণ অনন্তকন্দলী চন্দ্ৰভাৰতী ভাগৱত-ভট্টাচাৰ্য (২১০-২১৪), (ছ) অনিৰুদ্ধ ৰামসৰস্বতী ভাৰতভূষণচন্দ্ৰ কবিসৰস্বতী (২১৪-২২০), (জ) ৰত্নাকৰ, শ্ৰীধৰ, সাৰ্বভৌম, কংসাৰি

